# সমাৰ্থশব্দকোষ

(বিপৰীতাৰ্থ শব্দকোষ সম্বলিত)

(সংশোধিত আৰু পৰিবৰ্ধিত সংস্কৰণ)

ড° প্ৰফুল্ল কটকী




জ্যোতি প্ৰকাশন
পাণবজাৰ, গুৱাহাটী ৭৮১ ০০১

<u>SAMĀRTHASABDAKOSH</u>

*An Assamese Thesaurus compiled and edited by Dr. Prafulla Kotoky*

**First edition** : 2004

**Second revised and enlarged edition** : 2007

**Price : Rs. 250.00**

**ঃ সমাৰ্থশব্দকোষ ঃ**

**প্ৰকাশক**

নগেন শৰ্মা

জ্যোতি প্ৰকাশন, পাণবজাৰ, গুৱাহাটী ৭৮১ ০০১

**প্ৰথম প্ৰকাশ** ঃ ২০০৪

**দ্বিতীয় সংশোধিত আৰু পাৰিবৰ্দ্ধিত সংস্কৰণ** ঃ ২০০৭

**বৰ্ণ সংস্থাপন**

ময়ূৰ ডেস্কটপ, পাণবজাৰ, গুৱাহাটী ৭৮১ ০০১

**মুদ্ৰক**

ত্ৰিনয়ন গ্ৰাফিক অফছেট

উদ্যোগ পাম, বামুণীমৈদাম

গুৱাহাটী ৭৮১ ০২১

**মূল্য ঃ ২৫০.০০ টকা**

**<u>JYOTI PRAKASHAN</u>**

**Jaswanta Road, Panbazar, Guwahati 781 001, Assam**

**Ph. 0361-2548019, 0361-2519653**

# পাতনি

মূলতঃ পিটাৰ মাৰ্ক ৰজেৰ **থি-ছও-ৰছ অৱ্ ইংলিছ্ ওৰৰ্ডছ্ এণ্ড ফ্ৰেজেছ** (প্ৰথম প্ৰকাশ, ১৮৫২)-ৰ আৰ্হি আগত লৈ **সমাৰ্থশব্দকোষখন** প্ৰণয়ন কৰা হৈছে। ['থি-ছও-ৰছ' (thesaurus) শব্দটোৰ আভিধানিক অৰ্থ হ'ল কোষাগাৰ, জ্ঞান ভাণ্ডাৰ।] কিন্তু ইয়াৰ অন্তৰ্ভুক্ত শব্দসমূহৰ বিষয়ভিত্তিক বিভাজন আৰু বিন্যাস পদ্ধতি অশোক মুখোপাধ্যায় মহাশয়ৰ **সমাৰ্থশব্দকোষ** (সাহিত্য সংসদ, সংশোধিত পুনৰ্মুদ্ৰণ, জানুৱাৰী, ১৯৯৪) অনুযায়ী কৰা হৈছে। একোটা মূল (বা শীৰ্ষ) শব্দৰ অন্তৰ্গত সমাৰ্থক শব্দবোৰো সেই ধৰণেৰেই বিশেষ্য, বিশেষ্য-বিশেষণ (বিশেষ্য আৰু বিশেষণ উভয়ভাৱে ব্যৱহাৰ্য), বিশেষণ, ক্ৰিয়া-বিশেষণ আৰু, প্ৰযোজ্যতা সাপেক্ষে, যথাস্থানত অব্যয় হিচাপে সজোৱা হৈছে। প্ৰাসংগিক হিচাপে দুই-এঠাইত ফকৰা-যোজনা একোটাও বিভাজনৰ অন্তৰ্ভুক্ত কৰা হৈছে। এইখিনিতে সাহিত্য-সংসদ আৰু অশোক মুখোপাধ্যায় মহোদয়ৰ ওচৰত আমাৰ কৃতজ্ঞতাৰ ঋণ-স্বীকাৰ কৰিছোঁ। উল্লেখযোগ্য যে মুখোপাধ্যায় মহাশয়ৰ গ্ৰন্থখনো প্ৰধানতঃ ৰজেৰ **থি-ছও-ৰছৰ** আদৰ্শ আগত লৈয়ে সংকলন কৰা হৈছে বুলি তাৰ 'ভূমিকা'ত উল্লেখ কৰা হৈছে।

শব্দসমূহৰ নিৰ্বাচনত ঘাইকৈ সিবোৰৰ প্ৰায়োগিক দিশটোলৈ চকু দিয়া হৈছে। অভিধানত থকা কিন্তু ব্যৱহাৰৰ ক্ষেত্ৰত প্ৰায় অপ্ৰচলিত হৈ পৰা সমাৰ্থক শব্দবোৰ এই গ্ৰন্থত সুমুওৱা হোৱা নাই। এনেবোৰ শব্দৰ অধিকভাগেই সংস্কৃত শব্দ।

সমাৰ্থক শব্দসমূহৰ মাজত একেই অৰ্থত ব্যৱহাৰযোগ্য শব্দসমূহ কমা (,) দি পৃথক কৰা হৈছে। যিবোৰ শব্দ ঠিক একে অৰ্থৰ নহয় কিন্তু ওচৰ চপা, সেইবোৰক পৃথক কৰা হৈছে চেমিকলন (;) দি।

ক্ৰিয়াবোধক শব্দবোৰৰ বিভাজন সুকীয়াকৈ কৰা হোৱা নাই, ক্ৰিয়াবাচক বিশেষ্যৰূপে বিশেষ্যৰ লগত সেইবোৰ অন্তৰ্ভুক্ত কৰা হৈছে। এনেবোৰ শব্দৰ পিছত একোডাল ডেছ (—) দিয়া হৈছে। উদাহৰণস্বৰূপে, কাণত পেলোৱা— (৩৯৭), দিয়া— (৭০৪), ৰখা— (৭০১), পোৱা — (৭১৩) ইত্যাদি।

[কথাটো তেওঁৰ কাণত পেলোৱাটো ভাল নহ'ল— **'পেলোৱাটো'** অৰ্থাৎ পেলোৱা কাৰ্য, এই অৰ্থত, সেইদৰেই হাত তোলাটো, দিয়াটো, ৰখাটো, পোৱাটো ইত্যাদি।]

আমাৰ এই **সমাৰ্থশব্দকোষখনত** বিপৰীতাৰ্থক শব্দসমূহো প্ৰায় ওচৰা-উচৰিকৈ অন্তৰ্ভুক্ত কৰা হৈছে, যেনে: সত্য ৫৪৩, মিথ্যা ৫৪৪; পৰিচিতি ৬০১, পৰিচয়াভাৱ ৬০২; ঔচিত্য ৫৪৫, অনৌচিত্য ৫৪৬ ইত্যাদি। [ৰজেৰ **থি-ছও-ৰছতো** এনে কৰা হৈছে।] এই কথা মনত ৰাখি ইয়াক বিপৰীতাৰ্থ শব্দকোষ বুলিও যথাৰ্থতে অভিহিত কৰা যায়।

আনুষঙ্গিক বা সমগোত্ৰীয় শব্দবোৰো যথাস্থানত যথোপযুক্তভাৱে উল্লেখ কৰা হৈছে। তদুপৰি চৰাই-চিৰিকতি, মাছ-কাছ, গছ-লতা, নদ-নদী, দেৱ-দেৱী, সিদ্ধ-পুৰুষ আদিৰ নামো ইয়াত সুমুওৱা হৈছে। স্বাভাৱিকতেই এনেবোৰ তালিকাই সম্পূৰ্ণতাৰ দাবী কৰিব নোৱাৰে।

মূল পাঠত শব্দ একোটা সহজে বিচাৰি পোৱাত পাঠকক সহায় কৰাটোৱেই বৰ্ণানুক্ৰমিক সূচীখনৰ উদ্দেশ্য। কিন্তু মূল পাঠত থকা প্ৰতিটো শব্দকে ইয়াত সুমুওৱা হোৱা নাই। যিবোৰ শব্দৰ এটা ৰূপৰ পৰাই তাৰ আন এটা ৰূপ সহজে ধৰিব পাৰি সেইবোৰ শব্দ বৰ্ণানুক্ৰমিক সূচীৰ পৰা প্ৰায়ে বাদ দিয়া হৈছে। উদাহৰণস্বৰূপে, ক্ৰিয়া বিশেষণ আৰু গুণবাচক বিশেষ্য ৰূপবোৰ বহুতো ক্ষেত্ৰতে ইয়াত উল্লেখ কৰা হোৱা নাই। কিতাপখনৰ কলেৱৰ বৃদ্ধি হ্ৰাস কৰাৰ মনেৰে এনে কৰা হৈছে।

গ্ৰন্থখন ত্ৰুটীশূন্য কৰিবলৈ আমি যৎপৰোনাস্তি চেষ্টা কৰিছোঁ। তৎসত্ত্বেও, ইমান ব্যাপক পৰিসৰৰ গ্ৰন্থ এখনত আসোঁৱাহ ৰৈ যোৱাটো তেনেই স্বাভাৱিক কথা। সামগ্ৰিকভাৱে গ্ৰন্থখনৰ উৎকৰ্ষ সাধনৰ দেখদেখ অৱকাশ যে আছে সেই কথা আমি নুই নকৰোঁ। বিশেষ্য-বিশেষণৰ ভাগবোৰত ভৰোৱা শব্দবোৰৰ স্থান সম্পৰ্কে মতভেদ ওলাব পাৰে। অজ্ঞতা আৰু অসাৱধানতাবশতঃ অ'ত-ত'ত একোটা ভুল আৰু অসঙ্গতি হয়তো ৰৈ গৈছে। অতি পৰিচিত শব্দ কিছুমানো হয়তো গ্ৰন্থখনত অন্তৰ্ভুক্ত নোহোৱাকৈ থাকি গৈছে। লিপ্যন্তৰকৰণো হয়তো ত্ৰুটীহীন হোৱা নাই। সুধীজনে এনে ভুল-ভ্ৰান্তিবোৰ প্ৰকাশকৰ মাৰফত আমাক জনালে আমি পৰম বাধিত হ'ম। গ্ৰন্থখনৰ ইয়াৰ পিছৰ সংস্কৰণত সেইবোৰ আঁতৰাবলৈ যত্ন কৰা হ'ব।

এই শব্দকোষখনত সন্নিবিষ্ট শব্দসমূহৰ, বিশেষকৈ সাধাৰণতে অচিনাকি শব্দসমূহৰ অৰ্থ, শব্দসমূহ ব্যৱহাৰ কৰাৰ আগতে অভিধানত চাই লোৱাটো উচিত হ'ব। প্ৰধানকৈ **হেমকোষ**, **চন্দ্ৰকান্ত অভিধান**, সাহিত্য-ৰত্ন চন্দ্ৰধৰ বৰুৱাদেৱৰ **বৰুকোষ** (প্ৰথম আৰু দ্বিতীয় খণ্ড), বৃন্দাবনাথ দিলিহিয়াল ভট্টাচাৰ্যৰ **এংলো'-আছামিজ ডিক্সনাৰী** আৰু ভিন্ন কাকত-আলোচনীৰ ওপৰত এই গ্ৰন্থ প্ৰণয়ন কৰোঁতে নিৰ্ভৰ কৰা হৈছে। একাধিক বিষয়ভিত্তিক অভিধান বা কোষগ্ৰন্থৰ লগতে অশোক মুখোপাধ্যায় মহোদয়ৰ পূৰ্ব উল্লেখিত গ্ৰন্থৰো সহায় লোৱা হৈছে।

গ্ৰন্থখনৰ বৰ্ণানুক্ৰমিক সূচীখন লিখি উলিওৱাৰ কঠোৰ পৰিশ্ৰম সাপেক্ষ কামটো কৰি দি মোক সস্নেহ-কৃতজ্ঞতাৰ পাশত চিৰদিনলৈ বান্ধ খুৱালে উদীয়মান লেখক আৰু অনুবাদক আমিনুৰ ৰহমান, তেওঁৰ ভায়েক আমীৰ হুছেইন আৰু ভনীয়েক অধ্যাপিকা আজমা বেগমে।

তেওঁলোকৰ সহায় নোপোৱাহেঁতেন মই এই কামটো কোন কাহানিকৈ যে সামৰিব পাৰিলোঁহেঁতেন সেই কথা ভাবিবকে নোৱাৰোঁ। তেওঁলোকৰ সততা, কৰ্তব্যনিষ্ঠা, আৰু আন্তৰিকতাই মোক অভিভূত কৰিছে। মোৰ এই কামটোত আছুমাৰ অৰিহণাৰ কথা মই কেতিয়াও পাহৰিব নোৱাৰিম। আছুমাইঁতৰ ভাল হওক-- এয়ে মোৰ আন্তৰিক কামনা।

কোনো দ্বিতীয় ব্যক্তিৰ সহযোগিতা অবিহনেই এই গ্ৰন্থখন লিখি উলিওৱা হৈছে। কিন্তু বিশিষ্ট গৱেষক আৰু সাহিত্যিক ড° যোগেন্দ্ৰ নাৰায়ণ ভূঞাদেৱক মই যেতিয়াই-তেতিয়াই টেলিফোনত ইটো সিটো কথা সুধি বহুতদিন আমনি কৰিছোঁ। বহুতো শব্দ সম্পৰ্কত মোৰ মনৰ খোকোজা তেখেতে সানন্দে নিৰসন কৰি দি মোৰ পৰম উপকাৰ সাধিছে। তেখেতলৈ মোৰ আন্তৰিক শ্ৰদ্ধা আৰু কৃতজ্ঞতা জ্ঞাপন কৰিছোঁ।

**সমাৰ্থশব্দকোষখনৰ** প্ৰণয়নৰ সুদীৰ্ঘ দিনৰ লেকেটিয়া কামটোত লাগি থাকোঁতে শুভানুধ্যায়ী একোগৰাকীৰ উছাহৰ মাত একোষাৰে সঞ্জীৱনী শক্তিৰ কাম কৰে। এনে এষাৰ মাত মই সততে পাই আহিছোঁ নীৰৱ সাহিত্যসাধক, সুহৃদবৰ অধ্যাপক উপেন্দ্ৰ বৰকটকীৰ পৰা। তেখেতলৈ মোৰ সশ্ৰদ্ধ কৃতজ্ঞতা জ্ঞাপন কৰিছোঁ।

কটন কলেজৰ গণিতৰ অধ্যাপক সু-লেখক দিলীপ শৰ্মাযো মোৰ কিতাপখনৰ কামৰ অগ্ৰগতিৰ মাজে-মাজে বুজ লৈ থাকি মোক উৎসাহিত কৰিছে। তেওঁলৈকো মোৰ সস্নেহ ধন্যবাদ জনালোঁ।

গুৱাহাটী বিশ্ববিদ্যালযত মোৰ অধ্যাপনাৰ কালৰে এগৰাকী ছাত্ৰীয়ে শব্দকোষখনৰ কামটো মই হাতত লওঁতেই একাধিক কোষগ্ৰন্থ উপযাচি যোগান ধৰি মোক নথৈ সহায় কৰিলে। নিজৰ নাম প্ৰকাশত অনিচ্ছুক এই উৎসাহী ছাত্ৰীগৰাকীলৈ মোৰ সস্নেহ কৃতজ্ঞতা জনালোঁ।

শব্দকোষখনৰ কামটোত মোক পোনতে লগাই দিছিলে মোৰ ভনী, অধ্যাপিকা ড° আভা ভট্টাচাৰ্যই। মোৰ সহধৰ্মিণী, অধ্যাপিকা ড° বিনীতা দেৱীয়ে মাজে মাজে দুই-এটা শব্দ মোৰ নজৰলৈ আনি মোক সহায় কৰিছে। মোৰ আন এগৰাকী প্ৰাক্তন ছাত্ৰী, অধ্যাপিকা ৰুণজুণ দেৱীযেও মোৰ কামটো কিমান আগবাঢ়িছে মাজে-মাজে সুধি মোক উৎসাহিত কৰিছে। এওঁলোক তিনিও মোৰ সস্নেহ শলাগৰ পাত্ৰী।

সৰ্বশেহত মোৰ আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিছোঁ— অসমৰ ভিতৰতে আগশাৰীৰ প্ৰকাশন প্ৰতিষ্ঠান 'জ্যোতি প্ৰকাশন'ৰ স্বত্বাধিকাৰী, উদ্যোগী পুৰুষ শ্ৰীযুত নগেন শৰ্মাদেৱলৈ। তেখেতে পৰম আগ্ৰহ আৰু যত্নেৰে এই গ্ৰন্থখন প্ৰকাশ কৰি উলিয়াইছে। তেখেতৰ ওচৰত আমি কৃতজ্ঞতাৰ পাশত বান্ধ খাই ৰ'লোঁ।

শ্ৰীমান বিকাশজ্যোতি বৰুৱা প্ৰমুখ্যে গ্ৰন্থখনৰ মুদ্ৰণ কাৰ্যৰ লগত জড়িত কেউগৰাকী লোকলৈ মোৰ আন্তৰিক ধন্যবাদ জনালোঁ।

গুৱাহাটী-২০
১০ অক্টোবৰ, ২০০৪

— প্ৰফুল্ল কটকী

* * * *

**'আপৰিতোষাদ্বিদুষাং ন সাধু মন্যে প্ৰয়োগবিজ্ঞানম্।'**

## দ্বিতীয় সংস্কৰণৰ আগকথা

**সমাৰ্থশব্দকোষৰ** এই সংশোধিত আৰু পৰিবৰ্ধিত সংস্কৰণটোত প্ৰথম সংস্কৰণটোত ৰৈ যোৱা ভুল-ত্ৰুটিবোৰ যিমান পাৰি আঁতৰাবলৈ যত্ন কৰা হৈছে, আৰু প্ৰায় দুহেজাৰ নতুন শব্দৰ সংযোজন কৰা হৈছে।

সংস্কৰণটো প্ৰকাশ কৰাত শ্ৰীমান বিকাশজ্যোতি বৰুৱাই আমাক নথৈ সহায় কৰিছে। আমি তেওঁৰ আন্তৰিকতাৰ শলাগ ল'লোঁ।

গুৱাহাটী-২০
২৫ জুলাই, ২০০৭

— প্ৰফুল্ল কটকী

# —ঃ সূচীপত্ৰ ঃ—

**সাংকেতিক চিহ্ন ঃ**

বি  বিশেষ্য

বিণ  বিশেষণ

বিণ/বি  বিশেষণ/বিশেষ্য

ক্রি বিণ  ক্রিয়া বিশেষণ

সর্ব  সর্বনাম

অব্য  অব্যয়

স্ত্রী  স্ত্রী-লিংগ

বিপ  বিপরীত

পৌ  পৌরাণিক

ফ য  ফকরা-যোজনা

অক ধা  অকর্ম্মক ধাতু

# ১ মহাবিশ্ব-প্ৰকৃতি-পৃথিৱী-গছ-লতা



**১ মহাবিশ্ব**

বি. মহাবিশ্ব, বিশ্বচৰাচৰ, বিশ্বজগত, মহাজগত, নিখিল ভুৱন, নিখিল বিশ্ব, অখিল বিশ্ব, বিশ্বমণ্ডল, বিশ্বচক্ৰ, জগত চক্ৰ, সৃষ্টি, জগত, ব্ৰহ্মাণ্ড, ব্ৰহ্মমণ্ডল, বিশ্ব-ব্ৰহ্মাণ্ড, জগন্মণ্ডল, জগত সংসাৰ, ত্ৰিভুৱন, ত্ৰিসংসাৰ, ত্ৰিজগত, ত্ৰিলোক [স্বৰ্গ, মৰ্ত্ত্য; পাতাল], অন্তৰীক্ষ। সৌৰজগত, গ্ৰহজগত।

মহাকাশ, মহাশূন্য, মহাগগন, জ্যোতিৰ্মণ্ডল, নক্ষত্ৰলোক, নক্ষত্ৰপুঞ্জ, নভোমণ্ডল, ব্যোম, ভুবৰ্লোক; ভুবঃ, শূন্য, নভঃ, কসমস।

মহাকাশ বিজ্ঞান, কছমোলজি। মহাজাগতিক ৰশ্মি, কছমিক ৰে। মহাকাশ অভিযান, মহাকাশ যাত্ৰা; মহাকাশ বিজয়। মহাকাশ যান, স্পেচ ক্ৰাফ্‌ট, ৰকেট।

[পৌৰা] স্বৰ্গ, চতুৰ্দ্দশভুৱন [সপ্তস্বৰ্গ আৰু সপ্তপাতাল], সপ্তস্বৰ্গ সপ্তলোক, সপ্তভুৱন [ভুলোক; ভুবৰ্লোক; স্বৰ্লোক; জনলোক, মহৰ্লোক, সত্যলোক]। পাতাল, নাগলোক, অধোলোক, অধোভুৱন, সপ্তপাতাল [অতল; বিতল, সুতল; তলাতল, মহাতল; ৰসাতল; পাতাল]।

বিণ. মহাজাগতিক, অন্তৰীক্ষ।

বিণ./বি. মহাকাশচাৰী, নভশ্চৰ, নভশ্চাৰী, কছমোনট, এষ্ট্ৰনট, মহাকাশবিজয়ী।

**২ আকাশ**

বি. আকাশ, গগন, অম্বৰ, আসমান, আছমান, অভ্ৰ, নীলিমা, অন্তৰীক্ষ, শূন্য, নভঃ, খ, শূন্যতল, ব্যোম, নভস, পৱনপথ, মেঘবৰ্ত্ম, দ্যুলোক, তৰাপথ, দ্যৌ, দেৱপথ, পৱনমাৰ্গ, সুৰপথ, সুৰবৰ্ত্ম, বায়ুপথ, নীলাকাশ, ক্ৰন্দসী, ৰোদসী।

আকাশমণ্ডল, অন্তৰীক্ষমণ্ডল, নভোমণ্ডল, গগনমণ্ডল, আকাশতল, গগনতল, আকাশপট, নভঃস্থল, বায়ুমণ্ডল।

মধ্যাকাশ, ঊৰ্ধ্বাকাশ, ঊৰ্ধ্বগগন।

আকাশ পথ, আকাশমাৰ্গ, ব্যোমপথ, ৰবিপথ, আকাশসীমা।

আকাশভ্ৰমণ, আকাশবিহাৰ। আকাশীযান, আকাশীৰথ।

দিগন্ত, দিকচক্ৰবাল, দিগ্বলয়, দিঙ্মণ্ডল, দিকৰেখা, চক্ৰবাল, আকাশপ্ৰান্ত, গগনপ্ৰান্ত, দিগন্তৰেখা, ক্ষিতিৰেখা।

বিণ./বি. আকাশচাৰী, নভশ্চৰ, নভোচাৰী, ব্যোমচৰ, ব্যোমচাৰী, গগনবিহাৰী, গগনচাৰী, আকাশবিহাৰী, অম্বৰচাৰী। আকাশী, গগনস্পৰ্শী, গগনচুম্বী, আকাশস্পৰ্শী।

**৩ ছায়াপথ**

হাতীপটি, ঐৰাৱত পথ, ছায়াপথ, অজবীথি, আকাশগঙ্গা, নীহাৰিকা, নক্ষত্ৰপুঞ্জ, নক্ষত্ৰবীথি, গেলেক্‌চি, নেবুলা।

**৪ নক্ষত্ৰ**

বি. তৰা, তাৰকা, নক্ষত্ৰ, জ্যোতিষ্ক।

নক্ষত্ৰলোক, জ্যোতিৰ্লোক, জ্যোতিৰ্মণ্ডল, নক্ষত্ৰমণ্ডল, নক্ষত্ৰজগত, তাৰামণ্ডল। ধ্ৰুৱতৰা। সন্ধ্যাতৰা। পুঁৱতি তৰা। শুকতৰা।

নক্ষত্ৰমালা, নক্ষত্ৰচক্ৰ, নক্ষত্ৰপুঞ্জ, দক্ষকন্যা, তাৰকাপুঞ্জ, [অশ্বিনী; ভৰণী; কৃত্তিকা; ৰোহিণী, মৃগশিৰা; আৰ্দ্ৰা; পুনৰ্বসু; পুষ্যা; অশ্লেষা; মঘা, পূৰ্বফাল্গুনী; উত্তৰফাল্গুনী; হস্তা; চিত্ৰা, স্বাতী; বিশাখা; অনুৰাধা; জ্যেষ্ঠা; মূলা, পূৰ্বাষাঢ়া; উত্তৰাষাঢ়া; ধনিষ্ঠা; শতভিষা, পূৰ্ব্বভাদ্ৰপদ; উত্তৰভাদ্ৰপদ; ৰেৱতী]; সপ্তৰ্ষিমণ্ডল, সপ্তৰ্ষি; ঋক্ষমণ্ডল [মৰীচি; অত্ৰি; অঙ্গিৰা; পুলহ; পুলস্ত্য; ক্ৰতু; বশিষ্ঠ], গ্ৰেট বেয়াৰ, অভিজিৎ, লুব্ধক, কালপুৰুষ।

নক্ষত্ৰবিজ্ঞান, নক্ষত্ৰবিদ্যা, জ্যোতিষ, জ্যোতিৰ্বিদ্যা, জ্যোতিৰ্বিজ্ঞান, জ্যোতিষশাস্ত্ৰ, জ্যোতিঃশাস্ত্ৰ, হোৰা, হোৰাবিজ্ঞান, এষ্ট্ৰনমি। অবজাৰভেটাৰি, প্লেনেটেৰিয়াম, মানমন্দিৰ।

উল্কা, উল্কাশ্ম, উল্কাপিণ্ড, উল্কাপাত, উল্কাবৃষ্টি, নক্ষত্ৰপাত, অনলশিলা। ধূমকেতু।

ক্ৰান্তিবিন্দু, ক্ৰান্তিপাত; ক্ৰান্তিবৃত্ত; ক্ৰান্তিমণ্ডল; ক্ৰান্তিবলয়। ৰাশি, অয়নাংশ। অয়নবৃত্ত, অয়নমণ্ডল, ৰাশিচক্ৰ [মেষ; বৃষ; মিথুন; কৰ্কট; সিংহ; কন্যা; তুলা; বৃশ্চিক (বিছা); ধনু; মকৰ; কুম্ভ; মীন]।

নক্ষত্ৰজ্যোতি, নক্ষত্ৰালোক।

**বিণ.** তৰাময়, তৰালি, তৰাবছা, তৰাজিলমিল, তাৰকাখচিত, তাৰকাদীপ্ত, নক্ষত্ৰখচিত, নক্ষত্ৰশোভিত, নক্ষত্ৰদীপ্ত, তাৰকাশোভিত।
নাক্ষত্ৰ।
**বিণ./বি.** জ্যোতিৰ্বিদ, জ্যোতিৰ্বিজ্ঞানী, নক্ষত্ৰবিদ, নক্ষত্ৰজীৱী।

**৫ সূৰ্য্য**

**বি.** সূৰ্য্য, বেলি, ৰবি, চাকা, ভাস্কৰ, ভানু, আদিত্য, তপন, অৰ্ক, মিহিৰ, মাৰ্ত্তণ্ড, অৰুণ, দিননাথ, দিনমণি, দিনেশ, দিনকৰ, সবিতা, অংশুমান, দিনপতি, দিবাকৰ, দিবানাথ, দিবাবসু, দ্যুমণি, দিবামণি বিবস্বান, বিভাবসু, পূষণ, বিভাকৰ, প্ৰভাকৰ, অংশুমালী, কিৰণমালী, মৰীচিমালী, সুৰোত্তম, জগচ্চক্ষু, নভশ্চক্ষু, মিত্ৰ, অহঃপতি, সহস্ৰাংশু, কাশ্যপেয়, সপ্তাশ্ববাহন, জ্যোতিষ্মান, চিত্ৰৰথ, গ্ৰহৰাজ, গ্ৰহপতি, পদ্মপাণি, তমোপহ, তমোঘ্ন, তমোহৰ, তিমিৰাৰি, ঊষাপতি, কমলিনীনায়ক, সহস্ৰৰশ্মি।
সৌৰজগত, সৌৰলোক, সৌৰমণ্ডল, ভানুমণ্ডল, ৰবিমণ্ডল, গ্ৰহজগত, সূৰ্য্যমণ্ডল।
সৌৰদিন, সৌৰদিৱস, সৌৰমাস; সৌৰসংবৎসৰ।
সৌৰ আৱৰ্ত্তন, সূৰ্য্যাৱৰ্ত্ত। সৌৰকলঙ্ক।
অয়ন, অয়নচলন, অয়নপথ; উত্তৰায়ণ; দক্ষিণায়ন; অয়নান্ত, অয়নান্ত প্ৰদেশ, অয়নবিন্দু; অয়নান্তবৃত্ত।
সূৰ্য্যোদয়, অৰুণোদয়, সূৰ্য্যপ্ৰকাশ, সূৰ্য্যোত্থান, বেলি উঠা—, বেলি ওলোৱা—।
নবাৰুণ, প্ৰভাতীসূৰ্য্য, বালাৰ্ক।
বেলি ডুবা—, বেলি মাৰ যোৱা—, বেলি লহিওৱা—, সূৰ্য্যাস্ত, বেলিমাৰ, অস্তাচলগমন, অস্তগমন। ৰান্ধনি-বেলি, ৰান্ধনি-ৰ'দ, ৰতোৱাল, বেলিযে ঠেং মেলা, ৰা পাঁহ।
উদয়াচল, উদয়গিৰি, পূৰ্বাচল, পূৰ্বাদ্ৰি।
অস্তাচল, অস্তগিৰি।
সূৰ্য্যকিৰণ, বেলিৰ পোহৰ, ৰবিৰশ্মি, মৰীচি।
সূৰ্য্যবন্দনা, সূৰ্য্যপূজা, সূৰ্য্যাৰ্ঘ, সূৰ্য্যপ্ৰণাম।
সূৰ্য্যগ্ৰহণ, গ্ৰহণ, উপৰাগ; পূৰ্ণগ্ৰাস, বলয়গ্ৰাস, আংশিকগ্ৰাস, অংশগ্ৰাস।
সূৰ্য্যৰথ, অৰুণৰথ, বেলি-ঘড়ী।
**বিণ.** সৌৰ, আৰ্ক, বৈবস্বত, সৌৰ্য্য, সৌৰীয়।
উদীয়মান, অস্তায়মান।

**৬ চন্দ্ৰ**

**বি.** চন্দ্ৰ, চান্দ, জোন, জোনাই, জোনাবাই, ইন্দু, শশী, চন্দ্ৰমা, চন্দ্ৰিমা, শশাঙ্ক, সুধাংশু, মৃগাঙ্ক, সুধাকৰ, হিমাংশু, শীতাংশু, নিশাকৰ, নিশানাথ, নিশাপতি, নিশিকান্ত, নিশামণি, নিশিনাথ, শশধৰ, শশলাঞ্ছন, নিশিপতি, ৰজনীকৰ, ৰজনীশ, কৌমুদীপতি, কুমুদপতি, কুমুদবান্ধব, কুমুদনাথ, তাৰানাথ, তাৰাপতি, তাৰাপীড়, যামিনীনাথ, যামিনীকান্ত, যামিনীপ্ৰকাশ, হিমকৰ, শীতকিৰণ, শীতৰশ্মি, হৰিণাঙ্ক, কলাধৰ, সুধাময়, সুধাধাৰ, সুধানিধি, ৰেৱতীৰমন।
চন্দ্ৰমণ্ডল, চন্দ্ৰলোক, চন্দ্ৰলেখা, চন্দ্ৰৰেখা, শশীকলা, ইন্দুলেখা, ইন্দুকলা, চন্দ্ৰ-কলা
চন্দ্ৰোদয়, জোন উঠা, জোন ওলোৱা। জোন মৰা।
পূৰ্ণিমা, পূৰ্ণচন্দ্ৰ, পূৰ্ণেন্দু, পৌৰ্ণমাসী, অমাৱস্যা, নষ্টচন্দ্ৰ, অৰ্দ্ধচন্দ্ৰ, অৰ্ধেন্দু। মৰা জোন। শেঁতা জোন। কাঁচি জোন।
চন্দ্ৰগ্ৰহণ, গ্ৰহণ; পূৰ্ণগ্ৰাস; অংশগ্ৰাস।
চন্দ্ৰালোক, চন্দ্ৰপ্ৰভা। চান্দ্ৰমাস। জোনাক। জ্যোৎস্না। জোছ্না।
শুক্লপক্ষ। জ্যোৎস্না-স্নাত।
**বিণ.** চান্দ্ৰ, জোনালী, চন্দ্ৰমুখী।
**ক্ৰি-বিণ.** সোঁ জোনে।

**৭ গ্ৰহ**

**বি.** গ্ৰহ, নৱগ্ৰহ [ৰবি, চন্দ্ৰ, মঙ্গল, বুধ, বৃহস্পতি, শুক্ৰ, শনি ৰাহু, কেতু ]। গ্ৰহপতি, গ্ৰহৰাজ। গ্ৰহস্ফুট।
উপগ্ৰহ; পৃথিৱীৰ উপগ্ৰহ; চন্দ্ৰ; কৃত্ৰিম উপগ্ৰহ; স্পুটনিক।
গ্ৰহমণ্ডল, গ্ৰহজগত; গ্ৰহবিদ্যা, গ্ৰহতত্ত্ব; জ্যোতিৰ্বিদ্যা।
গ্ৰহদশা, গ্ৰহদৃষ্টি। গ্ৰহদেৱতা। গ্ৰহদোষ, গ্ৰহপীড়া। গ্ৰহপূজা; গ্ৰহবিপ্ৰ। গ্ৰহবৈগুণ্য, গ্ৰহবিপাক। গ্ৰহশান্তি।
দুষ্টগ্ৰহ, কুগ্ৰহ, পাপগ্ৰহ। বক্ৰীগ্ৰহ। গ্ৰহসঞ্চাৰ।
গ্ৰহান্তৰ। গ্ৰহান্তৰৰ জীৱ, অন্যগ্ৰহৰ জীৱ; উড়ন্ত চাকি; উফো।

**৮ অভিকৰ্ষ**

**বি.** অভিকৰ্ষ, মহাকৰ্ষ, মাধ্যাকৰ্ষণ শক্তি, মাধ্যাকৰ্ষণ, গ্ৰেভিটি, গ্ৰেভিটেশন। টান, আকৰ্ষণ।

**৯ পৃথিৱী**

**বি.** পৃথিৱী, বিশ্ব, জগত, ধৰা, ধৰণী, ধৰিত্ৰী, বসুমতী, বসুমাতা, বসুধা, বসুন্ধৰা, অৱনি, অৱনী, মেদিনী, পৃথ্বী, দুনিয়া, জাহান, মহীমণ্ডল, মহী, ভূ, ভূ-মণ্ডল, ভুৱন, ভুৱনমাতা, ভূতল, ধৰাতল, ধৰাধাম, মৰ্ত্ত্য, সংসাৰ, জীৱলোক, ভৱলোক, নৰজগত, মৰ্ত্ত্যলোক, মনুষ্যলোক, নৰলোক, নৃলোক, ইহলোক, ইহজগত, ভূলোক, অদিতি, ধাত্ৰী, ভূমি, ৰত্নগৰ্ভা, সসাগৰা পৃথিৱী, ভূ-ভাগ, ভূ-পৃষ্ঠ, পৃথিৱীতল, পৃথিৱীমণ্ডল। ভূ-ভাৰত। ভূ-গৰ্ভ, গোটেই মাটিখন।
ভূ-বিদ্যা, ভূ-তত্ত্ব। ভূগোল।
**বিণ.** পাৰ্থিৱ, জাগতিক, লৌকিক, ঐহিক, ইহলৌকিক, মৰ্ত্ত্য।

ভূ-গৰ্ভস্থ। পৃথিৱীময়, পৃথিৱীব্যাপী, ধৰাব্যাপী, ভুৱনভৰা, জগদ্ব্যাপী, জগতময়, ভুৱনব্যাপী, জগতজোৰা, দুনিয়াজোৰা, ধৰাতলব্যাপী।

বিণ./বি. ভূ-তাত্ত্বিক, ভূ-তত্ত্ববিদ।

যো পৃথিৱীত পাৰ নিদিয়া।

**১০ প্ৰকৃতি**

বি প্ৰকৃতি, নিসৰ্গ, বাহ্যজগত, বিশ্বপ্ৰকৃতি।
পৰিৱেশ, পৰিপাৰ্শ্ব, প্ৰতিবেশ, পাৰমণ্ডল, পৰিৱেষ্টন, পাৰিপাৰ্শ্বিকতা, পাৰিপাৰ্শ্বিক, আবেষ্টন, আবেষ্টনী, পৰিৱেষ্টনী, চতুৰ্দ্দিশ, চৌদিশ, চাৰিওফাল, ওচৰ-পাঁজৰ, পৰ্য্যাবৰণ, বাতাবৰণ, পাৰিপাৰ্শ্বিক অৱস্থা। হাওবা-পানী।
প্ৰকৃতিবিজ্ঞান, প্ৰকৃতিতত্ত্ব। প্ৰকৃতিবাদ।
পৰিৱেশবিজ্ঞান, পৰিৱেশ তত্ত্ব।

বিণ প্ৰাকৃতিক, নৈসৰ্গিক, প্ৰাকৃত, প্ৰকৃতিসম্বন্ধীয়, স্বাভাৱিক, নিসৰ্গজ, প্ৰকৃতিজাত, প্ৰকৃতিজ, প্ৰকৃতিগত, অসৃষ্ট, প্ৰকৃতিসিদ্ধ, প্ৰকৃতিদত্ত, স্বভাৱগত, স্বভাৱজাত।
পাৰিপাৰ্শ্বিক, চতুৰ্দিগৱৰ্তী।

বিণ /বি প্ৰকৃতি বিজ্ঞানী, প্ৰকৃতিতত্ত্বজ্ঞ, নিসৰ্গী। পৰিৱেশবিজ্ঞানী।

ক্ৰি বিণ ওচৰে পাঁজৰে, চাৰিওফালে, দাঁতিয়ে কাষৰে, দাঁতিয়েদি।

**১১ পানী**

বি পানী, জল, সলিল, নীৰ, অপ, অম্বু, উদক, পয, অম্ভ, বাৰি, বাষ্প, জলীয় বাষ্প, জলকণা, জলবিন্দু, জলকণিকা।
পৰিষ্কাৰ পানী, ফটফটীয়া পানী, ফটিক জল, ফটিকৰ দাৰ যেন পানী, ফটিকধাৰা, স্বচ্ছ জল, নিৰ্ম্মল জল। খোৱা পানী। ঘোলাপানী। অপৰিষ্কাৰ পানী।
জলোচ্ছ্বাস জলস্তম্ভ, জলপ্ৰবাহ, জলধাৰা, জলস্ৰোত, জলপ্ৰপাত, পানীৰ সোঁত। জলপথ। জলদ্বাৰ।
জোৱাৰ, বান, বন্যা, বানপানী, জল সৰবৰাহ, পানী যোগান, জল যোগান। জলকেলি, জলক্ৰীড়া, জলবিহাৰ, জলভ্ৰমণ।
জলভীতি। জলেশ্বৰ, জলপতি।
জলচৰ, জলজন্তু। পানীগছ।
জলবিজ্ঞান, হাইড্ৰলিক্স।
জলদেৱতা, বৰুণ। জলপৰী, জলকন্যা, জলকুঁৱৰী।
জলভাৰী, পানীভাৰী।
জলাশয়। নদীৰ পানী। সাগৰৰ পানী, সমুদ্ৰজল। বৃষ্টি। বৰষুণ।
জলাধাৰ। পানী টেঙ্ক, জলপাত্ৰ। ধাৰা যন্ত্ৰ।
নৰম জল। গুৰুজল।
পানীৰ মিঠৈ।
কল, টেপ। নল, নলী, পাইপ। বেসিন, সিঙ্ক, চিষ্টাৰ্ণ। চৌবাচ্চা। পাম্প। প্লাম্বিং।

বিণ পনীয়া, জলীয়। জলমগ্ন। পানী উঠা, পানীত তল যোৱা, জলপূৰ্ণ। সুজলা। জলপ্লাৱিত; বনপ্লাৱিত; পানীভৰ্ত্তি।
ভিজা, তিতা, আৰ্দ্ৰ, জলসিক্ত।
জলজ, জলজাত, অম্বুজ, অব্জ, বাৰিজ, নীৰজ। নিৰ্ম্মল সলিলা।

**১২ নদী**

বি. নদী, নৈ, নদ, তটিনী, স্ৰোতস্বিনী, সৰিৎ, প্ৰবাহিনী, পয়স্বিনী, দৰিয়া।
নদীতীৰ, নদীকাষ, নৈপাৰ, টুপ, টুৰ্মান, টিঙনা। নৈ কাষ। নদীগৰ্ভ।
শাখানদী, উপনদী, উপনদ, উপনৈ। নদীপথ। নদীমুখ। মোহনা।
মাজ নদী, মাজ নৈ, মাজ দৰিযা।
নদী উগতাকা।
পাৰ্বত্য নদী, পাহাৰী নদী। মৰা নদী, মৰা সুঁতি।
অন্তঃসলিলা, ফল্গুধাৰা, অন্তঃশীলা।
প্ৰয়াগ, নদীসঙ্গম, মোহনা, মুখ, ত্ৰিবেণী।
নৈ পাৰ, নদী পাৰ, নৈ কিনাৰ নদী কিনাৰ, নদী কাষ, নৈ কাষ।
গৰা, গৰা-কাণ। মথাউৰি। গৰাখহনীয়া।

বিণ নদীমাতৃক। নদীকাষৰীয়া, নৈকাষৰীয়া, নৈপৰীয়া।

যো নৈৰ সমান ব'ব কোন, আইৰ সমান হ'ব কোন?

**১৩ ভাৰতৰ প্ৰধান নদনদী**

বি গঙ্গা, জাহ্নবী, মন্দাকিনী, সুৰনদী, সুৰধুনী, দেৱনদী, দিব্যনদী, সৰযু, ভাগীৰথী, মকৰবাহিনী, পূতোদকা, পুণ্যোদকা, পুণ্যতোয়া, পতিতোদ্ধাৰিণী, পতিতপাৱনী, অলকানন্দা, আকাশীগঙ্গা, ত্ৰিপথগামিনী, ত্ৰিপথগা, ত্ৰিধাৰা [ মন্দাকিনী, অলকানন্দা, ভোগৱতী ]।
পঞ্চগঙ্গা [ ভাগীৰথী, গোমতী, কৃষ্ণবেণী, পিনাকিনী, কাবেৰী ]।
গঙ্গাসাগৰ, সাগৰ। গঙ্গাতীৰ।
গঙ্গাজল, গঙ্গোদক, গঙ্গাৰ জল। গঙ্গাৰ পানী।
গঙ্গোত্ৰী, গঙ্গোত্তৰী।

বিণ গাঙ্গেয়।

বি পঞ্চনদী [ কিৰণা, ধূতপাপা, সৰস্বতী, গঙ্গা, যমুনা ]।
পদ্মা, ঘৰ্ঘৰা, গণ্ডকী, কোশী, বুঢ়ী গণ্ডকী, ৰামগঙ্গা, সোণ, মহানন্দা, অজয়, দামোদৰ, ৰূপনাৰায়ণ, ময়ূৰাক্ষী, কপোতাক্ষী।
যমুনা, কালিন্দী, চম্বল, বেত্ৰৱতী।
সিন্ধু। পঞ্চনদ [ ঝিলম, চন্দ্ৰভাগা; চেনাব; ৰবি; ইৰাৱতী, বিপাশা, শতদ্ৰু ]।
ব্ৰহ্মপুত্ৰ, লুইত, বৰনৈ, লৌহিত্য; মানস; সোৱণশিৰী, লোহিত; ডিক্ৰং, ৰঙানদী, জীয়াভৰলী, পাগলাদিয়া; তিস্তা, বৰাক;

কৰতোয়া। দিখৌ; ধনশিৰী; দৈয়াং; দিহিং।

কৃষ্ণা, কাবেৰী, নৰ্ম্মদা, তাপ্তী, গোদাবৰী, ব্ৰাহ্মণী, ৰেবা, সবৰমতী, বৈতৰণী, কৃষ্ণা, পেনাৰ।

**বিণ.** লুইতীয়া, লুইতপৰীয়া; সোৱণশিৰীয়া, দিখৌপৰীয়া।

**১৪ সাগৰ**

**বি.** সাগৰ, সমুদ্ৰ, সিন্ধু, জলধি, বাৰিধি, অম্বুধি, অম্বুনিধি, অম্ভোধি, উদধি, জলনিধি, জলধৰ, ৰত্নগৰ্ভা, তোয়ধি, পয়োধি, পয়োনিধি, জলাধিপ, বাৰীন্দ্ৰ।

মহাসাগৰ, মহাসিন্ধু, মহাসমুদ্ৰ, মহাৰ্ণব, মহোদধি।

উপসাগৰ। সেগুন।

সাগৰসঙ্গম, সমুদ্ৰসঙ্গম, মোহনা। সাগৰ সৈকত, সমুদ্ৰ সৈকত।

নীলাম্বুৰাশি, সমুদ্ৰজল, লৱণজল।

সমুদ্ৰযাত্ৰা। কলীযা-পানীত মেলা।

সমুদ্ৰযান। সমুদ্ৰপথ, সাগৰ পথ।

সমুদ্ৰগৰ্ভ, সাগৰগৰ্ভ, সাগৰতলি।

সমুদ্ৰবিজ্ঞান।

[পৌৰা.] সমুদ্ৰমন্থন, সাগৰমন্থন।

সাতসাগৰ, সপ্তসিন্ধু [লৱণ, ইক্ষু; সুৰা, সৰ্পি, দধি, ক্ষীৰ, জল]।

ক্ষীৰোদধি, ক্ষীৰোদ, ক্ষীৰসাগৰ, ক্ষীৰসমুদ্ৰ। জলপতি।

**বিণ** সামুদ্ৰিক, সাগৰিক, সাগৰীয; সাগৰিকা।

সসাগৰা; আসমুদ্ৰ।

সমুদ্ৰজ, সমুদ্ৰজাত, সৈন্ধৱ। সমুদ্ৰগৰ্ভস্থ।

জলনিধিজ।

**যো.** সাত সাগৰ তেৰ নদী; সাত সাগৰ তেৰ নদীৰ সিপাৰে।

**১৫ জলপ্ৰবাহ**

**বি.** জলপ্ৰবাহ, জলধাৰা, জলস্ৰোত, ধাৰা, স্ৰোত, সোঁত, সোঁতা, সুঁতি, গেৰু ধাৰা। জৰণা, আফলা, নিজৰা, নিঝৰা। জান, জুৰি, গোৰোং।

গাঙ, গাঙ্গ।

নদী। খাল, লোৰ, লুৰি, লোঙা, লোং, নৰ্দ্দমা, বৈজান।

জলপ্ৰপাত, প্ৰস্ৰৱণ, উৎস, ধাৰাযন্ত্ৰ, উষ্ণপ্ৰস্ৰবণ। উঁহ, ফোঁৰাৰা। গৰম পানী। ভুমুক, ভৰ্কা, বালিফুটনি, বালিভৰ্কা, ভুৰুকনি। পানী-নাড়ী, পানী-চকু।

ধাৰা স্নান। ধাৰাস্নান নলী।

জল নিষ্কাসন। জলনিষ্কাসক নলী। জলনিষ্কাশন ব্যৱস্থা।

পয়ঃপ্ৰণালী।

জলনিৰ্গমনী। জলনিৰ্গমন।

**বিণ.** যৌৱতী, বঁতী।

**১৬ জলাশয়**

**বি.** জলাশয়, হ্ৰদ, তৰাগ, লে'ক, সৰোবৰ, সৰসী, পুষ্কৰিণী, দীঘি; ডোবা, ডুবি, আওডুবি। মলপ।

পুখুৰি, জলাহ, নাদ। টোকনী-পুখুৰী, দলদলনি, দলনি দোপনি, পিটনি। ঘুলুঙীয়া।

ডোঙা, ডোঙা-ডুঙি।

খাল-কোৰোকা, খনা-কোৰোকা, কোৰোকা, কোৰোকানি, কেৰোকা-তলি।

গোষ্পদ। উপহ্ৰদ।

খাল, বিল, খাল-বিল, খনা, চলা। হোলা। ডোবা, ডোবোলা, খাৱলা, খোল, মলপ।

কুৱা, কূপ, পাট-কুৱা, পাটনাদ, পাটকী, লান, লান্দ, নলকূপ, নলীনাদ, গভীৰ নলীনাদ, অগভীৰ নলীনাদ। কুণ্ড। জলচ্ছেদ।

চৌবাচ্চা, জলাধাৰ, ৰিজা-আৰ-ভোৱাৰ, একৰেৰইয়াম।

ভূগৰ্ভস্থ জল, জলস্তৰ, আৰ্টেজীয় কুৱা, আৰ্টিজান ওয়েল।

জলাশয় প্ৰতিষ্ঠা।

**বিণ** ৰুদ্ধ স্ৰোত, নিষ্প্ৰবাহ, নিঃস্ৰোতা, বদ্ধ, স্ৰোতহীন।

**১৭ কূল**

**বি** তট, তটভূমি, তীৰ, তীৰভূমি, কূল, কূলভূমি, সৈকত, পাৰ, কিনাৰ, দাঁতি, কূল-কিনাৰ, বলুকা।

ঘাট, পাৰঘাট।

উপকূল, উপকূলভাগ, উপতীৰ, নদীতীৰ, নদীকূল।

সমুদ্ৰতট, সমুদ্ৰতীৰ, সমুদ্ৰসৈকত, সাগৰসৈকত, সমুদ্ৰোপকূল।

ইপাৰ, সিপাৰ, এইপাৰ, সেইপাৰ।

বান্ধ, মথাউৰি, গড়া, বেৰেজ, জলবন্ধক।

স্লুইচগেট।

**বিণ.** সৈকতিক, কূলস্থিত, কূলৱৰ্ত্তী, কূলসমীপৱৰ্ত্তী, তীৰৱৰ্ত্তী, তীৰস্থিত, তীৰস্থ, তটৱৰ্ত্তী, ঔপকূলৱৰ্ত্তী।

উপকূলীয়, উপকূলজাত। ঔপকূলিক।

দাঁতিয়াল, দাঁতিয়লীয়া, দাঁতিপৰীয়া।

**১৮ তৰংগ**

**বি.** ঢৌ, তৰংগ, উৰ্ম্মি, কল্লোল, লহৰ, লহৰি, লহৰী, হিল্লোল, মহাতৰংগ, জলতৰংগ, জলকল্লোল। ডকা; চাকনৈয়া, ডকা-চাকনৈয়া, আবৰ্ত, আৱৰ্ত, আৱৰ্ত্ত, খলক, খলকনি, খলখলনি, মোৰোকনি, হেন্দোলনি, হেলেপনি, পকনীয়া, তৰংগমালা, উৰ্ম্মিমালা, তৰংগলহৰী, তৰংগশ্ৰেণী, তৰংগস্ফীতি, তৰংগাভিঘাত।

জোৱাৰ, ঢৌ-জোৱাৰ, দুৱাৰ-গৰিলা।

**বিণ.** তৰংগিত, তৰংগময়, তৰংগায়িত, কল্লোলিত, তৰংগযুক্ত,

উৰ্ম্মিময়, উৰ্ম্মিমুখৰ, উৰ্ম্মিল, তৰংগসংকুল, তৰংগ সমাকীর্ণ, তৰংগ সমাকুল, তৰংগান্বিত, তৰংগবিক্ষুব্ধ, তৰংগাকুল। তৰংগাভিঘাত।

ঢৌ-কটা, ঢৌছিৰা।

[বিপ] নিস্তৰংগ, তৰংগহীন।

**১৯ মেঘ**

বি মেঘ, ডাৱৰ, নীৰদ, অভ্ৰ, ঘন, জলদ, জলধৰ, পয়োধৰ, বলাহক, বাৰিদ, বাৰিবাহ, বাৰিবাহক, অম্বুধৰ তোযদ, সংবৰ্ত্তক, সংবৰ্ত্তন।

মেঘৰাজি, মেঘজাল, মেঘমালা, মেঘপুঞ্জ, নৱঘন।

শুকুলা মেঘ, কলীয়া মেঘ, শুকুলা ডাৱৰ, কলীয়া ডাৱৰ, কপহুৱা মেঘ। সেন্দুৰীয়া মেঘ, ৰঙচুৱা মেঘ। প্ৰলয় মেঘ। পানীগছা।

ঘনঘোৰ, ঘনঘটা, মেঘাগম, মেঘাড়ম্বৰ। মেঘসজ্জা।

মেঘগৰ্জ্জন, মেঘডম্বৰু, মেঘ নিৰ্ঘোষ, মেঘমন্দ্ৰ, মেঘনাদ, ঘনগৰ্জ্জন, বজ্ৰনাদ, বজ্ৰধ্বনি বজ্ৰনিৰ্ঘোষ।

বজ্ৰ, চৰগশিল, বজ্ৰপাত, চৰগ অশনি, ইৰম্মদ, বজ্ৰাগ্নি, মেঘাগ্নি, বিজুলী।

গাৰ্জনি, মেঘৰ গাজনি, গাজনি গুমৰণি, ঢেৰেকনি, গাৰ্জনি ঢেৰেকনি।

ধুঁৱলি, কুজ্ঝটিকা, কুহেলিকা, ঢোপাচালি।

বিণ মেঘাচ্ছন্ন, মেঘালি, মেঘাবৃত, মেঘাচ্ছাদিত, ঘনাবৃত, মেঘান্ধকাৰ, মেঘময়, মেঘনীল, মেঘস্নিগ্ধ। মেঘসমাকুল, মেঘ ওন্দোলোৱা, মেঘ দিয়া।

মেঘমন্দ্ৰিত মেঘধ্বনিত, মেঘগম্ভীৰ। বজ্ৰসচকিত। ওন্দোলোৱা, গোমোলা গোমা গুমা-গোমা।

গমলা, ডাৱৰীয়া, গেলা ডাৱৰীয়া।

[বিপ] মেঘহীন, নিৰ্মেঘ, মেঘশূন্য, মেঘমুক্ত, অভ্ৰহীন, নিৰভ্ৰ, পৰিষ্কাৰ আকাশ, নিৰ্ম্মল আকাশ।

**২০ বৰষুণ**

বি বৰষুণ, বৃষ্টি, বা-বৰষুণ, বৰষুণ-বাদল, মেঘৰস, মেঘোদক, মেঘদ্ৰব, আকাশসলিল। বৃষ্টিবিন্দু, বাৰিবিন্দু। শীকৰ।

বৰ্ষণ, বৰিষণ, বৰিষণা, বৃষ্টিপাত, বৃষ্টিধাৰা

বৰ্ষা, বৰ্ষাকাল, ঘোৰ বাৰিষা, [আহাৰ, শাওণ, আষাঢ়, শ্ৰাৱণ]। ধূলীয়া-ষাঠ।

কাতি-শাঁতা।

**প্ৰবল বৃষ্টি, মুষলধাৰা, হুৰ হুৰ বৰষুণ, হুৰহুৰীয়া বৰষুণ, কলহৰ কাণে ঢলা বৰষুণ, দৰ্বাপিটা বৰষুণ; ক্নিকিনীয়া বৰষুণ, জিপজিপীয়া বৰষুণ, থিৰথিৰীয়া বৰষুণ, চিপ-চিপীয়া বৰষুণ, নেকনেকীয়া বৰষুণ, থিপথিপীয়া বৰষুণ, দোপালপিটা বৰষুণ, দপদপীয়া বৰষুণ, হাতীৰ শুঁৰেৰে ঢলা বৰষুণ, পেনপেনীয়া** বৰষুণ, জাগল, জৰি ঝৰি, অবিৰত বৃষ্টিপাত, সাঁতা। শিলাবৃষ্টি, শিল-বৰষুণ। সুবৃষ্টি। অতিবৃষ্টি। চালে পানী কটা বৰষুণ। নেৰানেপেৰা বৰষুণ

ধাৰছিটা, ছিটিকনি, আছাৰকনি, আছাৰেকনি।

বৰষুণৰ বতৰ। বৰষুণৰ ৰাতি, বৰষুণৰ নিশা।

বৃষ্টিমাপক যন্ত্ৰ, ৰেইনগজ।

[বৰষুণ শব্দ] ঝিৰ ঝিৰ্, হিৰ্বাহন, টপটপ।

বিণ বৰ্ষণসিক্ত, বৃষ্টিসিক্ত, বৃষ্টিসজল, বৃষ্টিস্নাত, বৰ্ষণস্নাত, বৰ্ষাধৌত। বৰষুণীয়া।

বৃষ্টিমুখৰ বৰ্ষণমুখৰ, বৰ্ষামুখৰিত, বৰ্ষণশীল, বৰ্ষণোন্মুখ।

[বিপ] বৃষ্টিহীন অনাবৃষ্টি।

ক্ৰি বিণ হুৰ হুৰ কৰে, মুষলধাৰে, কলহৰ কাণে ঢলাদি।

**২১ বন্যা**

বি বন্যা, প্লাৱন, বান, জলপ্লাৱন, জলপ্ৰলয়, বানপানী, ধল, বাঢনী-পানী, বৰপানী, পানী।

ভৰা বান। দুকুল টকা বান।

জলোচ্ছ্বাস মহাপ্লাৱন, প্ৰবল বন্যা।

বানসাহায্য, বন্যা ত্ৰাণ।

জলদ্বাৰ, জলপথ।

বিণ প্লাৱিত, বন্যাপ্লাৱিত, জলমগ্ন, বানবিধ্বস্ত পানীয়ে মৰা, বানে মৰা, বানে কোবোৱা, বানে খেদা, বান-ভগনীয়া, বন্যাকৱলিত, বন্যাৰ্ত, বন্যাগ্ৰস্ত, বানগ্ৰস্ত, বানপীড়িত, পানী পৰচুৱা। বন্যাপীড়িত, উত্তাল।

প্লাৱক। বানতোৱা, ভাহনীয়া, জলৰ ঢাবা। জলাতন, জলাতক, জলডোবা।

লোকোল টকা।

**২২ অনাবৃষ্টি**

বি অনাবৃষ্টি, খৰ হোৱা বতৰ, দৰা-খৰ, ধূপল, জলাভাৱ, অবৰ্ষণ, বৃষ্টিহীনতা, বৰ্ষণাভাৱ, জলকষ্ট, উষৰতা, নিৰ্বৰ্ষ, বৰ্ষাবিঘাত। খৰালি, খৰকালি, শুকান দিন, খৰালি দিন, খৰালি কাল, খৰালি বতৰ।

বিণ বৃষ্টিহীন, বৃষ্টিবিহীন, জলহীন, অনাৰ্দ্ৰ, ৰসহীন, ৰুক্ষ, উষৰ, নীৰস, মৰুময়, শুকান।

**২৩ তুষাৰ**

বি বৰফ তুষাৰ, হিম, নীহাৰ, নিয়ৰ, তুষাৰকণা।

তুষাৰপাত, হিমপাত, হিমবৃষ্টি, তুষাৰবৰ্ষণ।

শিল, শিলাবৃষ্টি।

হিমশৈল, তুষাৰস্তূপ, হিমগিৰি, তুষাৰগিৰি, হিমাদ্ৰি। হিমালয়। হিমবাহ, গ্লেচিয়াৰ।

হিমায়ন, শীতলীকৰণ, হিমক্ৰিয়া। ৰেফ্ৰিজাৰেটৰ; কুলাৰ। হিমঘৰ। এয়াৰকণ্ডিশ্বনাৰ।

হিমাঙ্ক।
হিমৰেখা, তুষাৰৰেখা। হিমমণ্ডল, হিমক্ষেত্ৰ। তুষাৰযুগ।
নিয়ৰ কণা, নিয়ৰৰ টোপালি, তুষাৰকণা, তুষাৰবিন্দু, হিমবিন্দু।
**বিণ.** চেঁচা, শীতল, জুৰ। বৰফ চেঁচা। তুষাৰাবৃত, তুষাৰাচ্ছাদিত, তুষাৰাচ্ছন্ন, হিমাচ্ছন্ন।
তুষাৰধৱল।
চিৰতুষাৰ ৰেখা।

**২৪ ভূমি**

**বি.** ভূমি, মাটি, মৃৎ, মৃত্তিকা।
স্থল, ভূপৃষ্ঠ, তল, তলী, ধৰণীতল, ভূ-তল, ভূমিতল, ভূখণ্ড, ক্ষিতি, ক্ষেত্ৰ, ক্ষেত্ৰভূমি, স্থলভূমি।
প্ৰান্তৰ, ময়দান, প্ৰাঙ্গন, অঙ্গন, চোতাল, চতাল, স্থল, স্থলী।
কৃষিক্ষেত্ৰ, পথাৰ। খেলপথাৰ। চাৰণভূমি। গো-বাট। ৰিজাৰ্ভ, সংৰক্ষিত অঞ্চল, সংৰক্ষিত বনাঞ্চল। গোপচাৰ ভূমি। চাৰণক্ষেত্ৰ।
ফৰিংতলি, টিকা, টিঙনা। বৰি, বৰিয়নি, বৰিমাটি। আদলতলি।
সমতলক্ষেত্ৰ, সমভূমি, মালভূমি। বলুকা।
বাম মাটি, দ মাটি।
ৰঙামাটি, লাকমাটি। চীনামাটি। পোৰ্চেলিন।
পলস, পঙ্ক, বোকা, বোকামাটি, বোকা-পানী, পেক, কৰ্দম।
গেৰেকনি, গোকাটনি। মৰিয়নি।
ধূলা, ধূলি, ধূলিকণা। বালি, বালিকণা, বালিচন্দা।
কঠিয়াতলী, শালিতলী, আহুতলী, বাওতলী, মাহতলী, সৰিয়হতলী, বিহুতলী।
**বিণ.** স্থলজ, স্থলজাত; ভূমিজ, ক্ষেত্ৰজ, ক্ষিতিজ, পঙ্কজ। কৰ্দমাক্ত।
মটীয়া, মৃন্ময, মৃত্তিকানিৰ্মিত, মাটিৰ, পঙ্কিল, পলসুৱা।
লেউলেউৱা, জলথলীয়া, জলথল।
ধূলিয়বি, বালিময়। ধূলিধূসৰিত, ধূসৰিত।
ফৰিঙতি। বাম; বামগতীয়া। দ।
বালিঅঁহীয়া, বালিচঁহীয়া।
**বিণ./বি.** ভূচৰ, স্থলচৰ।
**বি.** ভূমিক্ষয়। ভূমিসংৰক্ষণ। ভূমিস্খলন, ভূ-পাত। ভূমিক্ষয়ৰোধ।

**২৫ পাথৰ**

**বি.** পাথৰ, প্ৰস্তৰ, পাষাণ, শিল, শিলা, উপল, অশ্ম।
কঙ্কৰ। শিল-গুটি। শিলনি।
বালিশিল, চেণ্ডষ্টোন, মৰাশিল; গণ্ডশিল। গণ্ডকীশিলা. গ্ৰেনাইট; স্তৰীত শিলা; উদ্‌গীৰ্ণ শিলা; ৰূপান্তৰিত শিলা; আগ্নেয় শিলা, অগ্নি প্ৰস্তৰ, অগ্নিদগ্ধ প্ৰস্তৰ।
জীবাশ্ম, ফছিল।
নিকষ, কষ্টিপাথৰ, কষটি, কষটি শিল; শান।
শ্বেতপাথৰ, মাৰ্ব্বল, মৰ্ম্মৰ, শ্বেতপ্ৰস্তৰ। শ্লেট, শ্লেট পাথৰ।
অৰণি, জ্বলনাশ্ম।
উপলখণ্ড, প্ৰস্তৰখণ্ড, শিলখণ্ড, ষ্টোনচিপ। শিল-বালি।
মূল্যবান পাথৰ।
অশ্মীভৱন, প্ৰস্তৰীভৱন, শিলীভৱন। প্ৰস্তৰযুগ।
শিলৰ সাঁকো; শিলা-কুটি, শিলকটীয়া।
শিলৰ খুটি, শিলৰ ৰেখা।
**বিণ.** পাষাণ, পাষাণী।
প্ৰস্তৰ নিৰ্ম্মিত, প্ৰস্তৰময, শৈলময়, শিলাময়, অশ্মময়, শৈল, প্ৰাস্তৰিক, শিলাবয়ৱ।
শৈলজ, শিলাজাত, শিলোদ্ভৱ, শৈলেয়, অশ্মজ।
কঙ্কৰময়, কঙ্কৰাকীৰ্ণ, প্ৰস্তৰাকীৰ্ণ, উপলময়, অশ্মময়, প্ৰস্তৰময, উপলব্যথিত।
প্ৰস্তৰীভূত, অশ্মীভূত, শিলীভূত।

**২৬ মৰুভূমি**

**বি.** মৰুভূমি, মৰু, মৰুপ্ৰান্তৰ, মৰুভূ, মৰুস্থল, মৰুস্থলী, মৰুদ্যান, মৰুদ্বীপ।
মৰীচিকা, মৃগতৃষ্ণা, মৃগতৃষা, মৃগতৃষ্ণিকা, মৰুমায়া।
মৰুযাত্ৰী। মৰুঝঞ্ঝা। মৰু জংগল, মৰু অৰণ্য।
**বিণ.** মৰুসম্ভৱ, মৰুজাত, মৰুময়।
বৃক্ষহীন, নিৰ্বৃক্ষ, অপাদপ।

**২৭ দ্বীপ**

**বি.** দ্বীপ, পানীৰে ঘেৰা ভূ-ভাগ, চৰ, মাজুলী।
ক্ষুদ্ৰদ্বীপ। দ্বীপপুঞ্জ, দ্বীপগুচ্ছ।
উপদ্বীপ, পেনিনসুলা, যোজক, ব-দ্বীপ, ডেল্টা। অন্তৰীপ, কে'প।
প্ৰবালদ্বীপ।
দ্বীপ-দ্বীপান্তৰ, দ্বীপান্তৰ।
[পৌৰা] সপ্তদ্বীপ [জম্বু; কুশ; প্লক্ষ; শাল্মলী; ক্ৰৌঞ্চ, শাক; পুষ্কৰ]
**বিণ.** দ্বৈপ, দ্বৈপ্য, দ্বীপসম্বন্ধী। দ্বীপময়, দ্বীপবহুল, দ্বীপবান।
দ্বীপবাসী, দ্বীপাশ্ৰিত দৈপায়ন, দ্বীপায়ন, দ্বীপান্তৰিত।

**২৮ পাহাৰ**

**বি.** পাহাৰ, পৰ্ব্বত, গিৰি, শৈল, অদ্ৰি, অচল, ভূধৰ, নগ, ক্ষিতিধৰ, মেদিনীধৰ, পৃথিৱীধৰ, অৱনীধৰ, ধৰণীধৰ, মহীধৰ, উৰ্ব্বীধৰ।
টিপ, টিলা, স্তূপ, ওখ ঠাই। ওখ মাটি, টিকা, টিঙনা; ৰাজটিকা।
হিমশৈল। উদয়াচল। উদয়গিৰি। অস্তাচল।
পৰ্ব্বতশিখৰ, পাহাৰশিখৰ, পৰ্ব্বতশৃঙ্গ, শৈলশিখৰ, শৈলশৃঙ্গ,

গিৰিচূড়া, গিৰিশৃঙ্গ, গিৰিশিখৰ, পাহাৰচূড়া, পৰ্ব্বতচূড়া, শৈলচূড়া, শৈলাগ্ৰ, পৰ্ব্বতশিখা, টিং।
পৰ্ব্বতশ্ৰেণী, পৰ্ব্বতমালা, গিৰীশ্ৰেণী, গিৰিমালা, শৈলশ্ৰেণী, শৈলৰাজি, শৈলমালা, পৰ্ব্বতাৱলি, শৈলাবলি, গিৰিক্ৰম।
উপত্যকা; গ্ৰস্ত উপত্যকা।
পাহাৰতল, পাহাৰতলী, পাদশৈল, পৰ্ব্বতপাদমূল, নামদানি, নামনি, পইৰা, পৰ্ব্বতমূল, তৰাই।
অধিত্যকা, টেব্‌ললেণ্ড, সানুদেশ।
মালভূমি, সমমালভূমি। শৈলশিৰা।
আগ্নেয়গিৰি, অগ্নিপৰ্ব্বত, অগ্নিগিৰি, অগ্নিশৈল, আগ্নেয়পৰ্ব্বত, জ্বালামুখী পৰ্ব্বত, পোৰা-পৰ্ব্বত, সুপ্ত আগ্নেয়গিৰি।
অগ্নিমুখ, জ্বালামুখ, ক্ৰেটাৰ।
অগ্ন্যুৎপাত, অগ্ন্যুদ্গম, অগ্ন্যুদ্গাৰ, অগ্নি উদ্‌গীৰণ, অগ্নিবৰ্ষণ, অগ্নিবৃষ্টি।
লাভা।
গিৰিগহ্বৰ, গুহা, ঘোপ, কন্দৰ, পৰ্বতকন্দৰ, পৰ্ব্বতগুহা, গিৰিগুহা, গিৰিকন্দৰ, শৈলগহ্বৰ, শৈলকন্দৰ, পৰ্ব্বতগহ্বৰ শৈলগুহা।
গিৰিপথ, গিৰিসংকট, গিৰিবৰ্ত্ম।
পৰ্ব্বতাৰোহণ, পৰ্ব্বতাভিযান, মাউণ্টেনিয়াৰিং।
[পৌৰা] কুলাচল, কুলপৰ্ব্বত, কুলাদ্ৰি, অষ্টকুলাচল [হিমালয়, মহেন্দ্ৰ, মলয়, দক্ষিণাচল, সহ্য, শক্তিমান, ঋক্ষ, বিন্ধ্য পৰিপাত্ৰ, পৰিযাত্ৰ]। মৈনাক।
[পৌ] বৰ্ষপৰ্ব্বত [হিমবান, হেমকূট, মেৰু, শ্বেত নীল, শৃঙ্গবান]।
[ভাৰতৰ পৰ্ব্বত-পাহাৰ]
হিমালয়, নগৰাজ, নগাধিৰাজ, হিমশীৰ্ষ, নগেন্দ্ৰ, নগপতি, নগাধিপ, পৰ্ব্বতপতি, পৰ্ব্বতৰাজ, শৈলেন্দ্ৰ, শৈলৰাজ, অচলাধিপ, অদ্ৰীশ, অদ্ৰিৰাজ, গিৰীশ, গিৰিৰাজ, গিৰীন্দ্ৰ, উত্তৰাচল, শিবালিক।
আৰাৱলী। পশ্চিমঘাট। পূৰ্ব্বঘাট। হিন্দুকুশ। সুলেমান। কাৰাকোৰম। লাডাক। নীলগিৰি। বিন্ধ্য। সাতপুৰা। পাটকাই। বৰাইল। লুচাই। আৰাকান। গাৰো। খাচিয়া। নগা। নীলাচল। নৱগ্ৰহ। পৰেশনাথ।
বিণ. পাহাৰীয়া, পৰ্ব্বতীয়া, পাৰ্ব্বত্য, পাৰ্ব্বত।
শৈলজ, পৰ্বতজ, পৰ্বতজাত, গিৰিজ, অগজ।
পৰ্ব্বতাশ্ৰয়ী, গিৰিবাসী, পৰ্ব্বতবাসী, পৰ্ব্বতনিবাসী।
বিণ./বি. পৰ্ব্বতাৰোহী, পৰ্ব্বতাভিযাত্ৰী, মাউণ্টেনিয়াৰ।

**২৯ বতাহ**

বি. বা, বাৱ, বতাহ, বায়ু, হাৱা, পৱন, সমীৰ, সমীৰণ, অনিল, মৰুৎ, মাৰুত, নভঃশ্বাস, শব্দবহ, বহ্নিসখ, বহ্নিমিত্ৰ, সদাগতি, অগ্নিসখ, জগতায়ু, গন্ধবহ, গন্ধবাহ, মাতৰিশ্বা।
বায়ুপ্ৰবাহ, পৱনহিল্লোল, বায়ুসঞ্চালন, ধুমুহা, বৰদৈচিলা, ঘূৰ্ণিবতাহ, চাচি, চাইক্ল'ন।
জলবায়ু; স্থলবায়ু; মৌচুমী বতাহ; গৰ্জ্জনমুখৰ চল্লিশ।
দক্ষিণবতাহ, দক্ষিণবায়ু, দক্ষিণসমীৰণ, দক্ষিণপৱন।
বসন্তবায়ু, বসন্তবতাহ, মলয়পৱন, মলয়ানিল, মলয়বায়ু, মলয়বতাহ, উত্তৰসমীৰ। পূবালি বতাহ। পূবালি বায়ু। পছোৱা, পছোৱা বতাহ। পচিমীয়া বতাহ। কুৰুৱা, কুৰুৱা।
বিচ্। বিচনি, বিচনী। পাংখা। টনাপাংখা। ফেন, চিলিং ফেন। টেবিল ফেন। চামৰ, চৌৱৰ।
ফুঁ, ফুঁই।
ফুঁই মাৰ, ফুৰা, ফুঁক।
বাতচক্ৰ, উইণ্ডমিল। বায়ুযান।
বায়ুমণ্ডল, বাতাবৰণ, বায়ুস্তৰ, অন্তৰীক্ষ মণ্ডল, এটমস্ফিয়াৰ; ষ্ট্ৰেটোস্ফিয়াৰ, আয়নোস্ফিয়াৰ, জীৱমণ্ডল, বায়োস্ফিয়াৰ।
হাৱা পানী, জলবায়ু।
বায়ুচাপ, চাপমান যন্ত্ৰ, বেৰোমিটাৰ।
বায়ুচিলনী, ওয়েদাৰকক।
বায়ুপ্ৰদূষণ। আবহ-সূচনা, ওয়েদাৰ ফ'ৰকাষ্ট। আবহচিত্ৰ, ওয়েদাৰ মেপ।
আবহপোত, ওয়েদাৰ শ্বিপ্। আবহবাৰ্ত্তা, ওয়েদাৰ ৰিপৰ্ট।
এয়াৰ কণ্ডিশন, শীততাপ নিয়ন্ত্ৰণ, শীততাপ নিয়ন্ত্ৰক।
বিণ বায়বীয়, বায়ব, বায়ুসম্বন্ধীয়; বায়ুবৎ, বায়ুপ্ৰায়।
বায়ুপূৰ্ণ, হাৱাযুক্ত। বা-বলা।
বায়ুহীন, বায়ুশূন্য, নিবাত, নিৰ্বাত।
গুপগুপীয়া।
বাতানুকূল, শীততাপ নিয়ন্ত্ৰিত, এয়াৰকণ্ডিশনড্।
ক্ৰি.বিণ অনাবাৰে।

**৩০ পৰিবেশ**

বি. পৰিবেশ, বতাহ পানী, হাৱা পানী, আবহ।
জলবায়ু।
পৰিবেশবিজ্ঞান, আবহবিজ্ঞান, আবহবিদ্যা, মিটিওৰোলজি।
বায়ুগতিবিদ্যা, বায়ুমণ্ডলবিদ্যা, বায়ুভূগোল।
আবহবাৰ্ত্তা, আবহসূচনা, আবহসংকেত, ওয়েদাৰ ফ'ৰকাষ্ট।
আবহদপ্তৰ।
বিণ/বি. পৰিবেশবিজ্ঞানী, আবহবিৎ, আবহবিদ্যাবিৎ, বায়ুমণ্ডলবিজ্ঞানী।
বিণ. বায়ুমণ্ডলীয়, পাৰিবেশিক।

**৩১ ধুমুহা**

বি. ধুমুহা, বানাহ, বৰদৈচিলা, চাচি, ঘূৰ্ণিবতাহ, ঘূৰ্ণিবায়ু, চক্ৰবাত;

তুফান। মাৰুত। প্ৰভঞ্জন। পৱন।
অতিবাত, চণ্ডবাত, প্ৰচণ্ডবাত, পৱনাঘাত।
ধুমুহা-বৰষুণ, বতাহ-বৰষুণ, বৰষুণ-বাদল। কালবৈশাখী।
তুষাৰপাত, তুষাৰবৃষ্টি, হিমবৃষ্টি, হিমপাত।
চাইক্লোন, হাৰিকেন, টৰ্নাডো, টাইফুন, বা-মৰলী, বা-মডলী।
জলস্তম্ভ।

**বিণ.** ধুমুহাবিধ্বস্ত, বাতাহত।

**৩২ ভূমিকম্প**

**বি** ভূমিকম্প, ভূমিচাল, ভূ-কম্পন, ভূকম্প, ভুঁইকপ, ভূমিকম্পন, জোকাৰণি। ভূমিস্খলন। ভূমিচলন, ভূ-চলন। ক্ষিতিচলন। পৃথিৱীচলন।
ভূ-কম্পনবিদ্যা, চিচমোলজি।
ভূ-কম্পনিক, ভূকম্পনমাপক যন্ত্ৰ চিচমোগ্ৰাফ।
এপিচেন্টাৰ, উপকেন্দ্ৰ।
ভূমিকম্পবলয়, ভূকম্পবলয়।

**৩৩ পোহৰ**

**বি.** পোহৰ, আলোক, জ্যোতি, প্ৰভা, আভা, দীপ্তি, বিভা, দ্যুতি, প্ৰদীপ্তি। বিজুলী। ছটা। ছটক, ছট পোহৰ। চমক।
ৰশ্মি, কিৰণ, অংশু, মৰীচি। শিখা। আলোকধাৰা। আলোকছটা, আলোকৰশ্মি, অংশুমালা, কিৰণমালা।
নুৰ, লাইট। ৰোশন, ৰৌশন।
উদ্ভাসন, সমুদ্ভাসন, প্ৰজ্জ্বলন, প্ৰজ্বালন, উদ্দীপন।
স্ফুলিঙ্গ।
সূৰ্য্যালোক, চন্দ্ৰালোক, সূৰ্য্যকিৰণ, চন্দ্ৰকিৰণ, দিবসালোক, দিনৰ পোহৰ। নক্ষত্ৰালোক, জ্যোতিষ্কালোক। বিদ্যুতালোক, বিদ্যুৎপ্ৰভা, বিদ্যুতচমক, বিজুলীচমক, খাৰ জিলিকনি, বজ্ৰালোক, তড়িৎপ্ৰকাশ, তড়িতালোক, বিদ্যুদ্দীপ্তি, অচিৰপ্ৰভা। বজ্ৰাগ্নি।
উষালোক। সন্ধ্যালোক, প্ৰদোষালোক, গোধূলিপ্ৰভা
আন্ধাৰ-পোহৰ। গাৰ নোম মণিব নোৱৰা পোহৰ। মুখ-আন্ধাৰি।
ঔজ্জ্বল্য, উজ্জ্বলতা, উদ্দীপ্তি, কান্তি, চকমক, চকমকনি, চিৰ্কমিকনি, ছাটি। চিকমিক, চকমক, জলমল, জকমক, ঝকমক, জক্‌মকনি, ঝক্‌মকনি, তৰবৰ, জিলিঙনি, ঝিলিকনি, জিলিকনি, তিৰ্বিৰণি, তিৰবিৰা, তিৰবিৰ। জলমলনি। জাক-জমক, ৰং চং।
পৰিস্ফুটতা, সুস্পষ্টতা, স্ফুটন, পৰিস্ফুটন, ফুটি উঠা, প্ৰকাশ।
প্ৰদীপ, বাতি, চাকি, চেৰাগ, সলাকানি, শলাকানি, শিহা, শলিতা, পলিতা, বৰ্ত্তি, দীপ, দীপিকা, দিয়াড়ি, দিয়া, দিয়াচলাই, জুইশলা, জুইবাহ, লণ্ঠন, লেম, হাৰিকেন; মম, মমবাতি।
ফিতা, এঙেৰুৱা।
আঁৰিয়া, ভোটা।
দীপশিখা, সংবৰ্তিকা, দীপালোক, প্ৰদীপালোক।
দীপাৱলী, দীপান্বিতা, দীপালী, ধূপালী, ধূপাৱলী।
পঞ্চপ্ৰদীপ, সন্ধ্যাপ্ৰদীপ, সন্ধ্যাদীপ, সান্ধ্যদীপ, আকাশপ্ৰদীপ, আকাশবাতি, আকাশবন্তি। বেলি-বাতি।
ধনগুলে, আধা-মুৰীয়া, জোৰ। আৰিযা।
দীপাধাৰ, গছা, খুটিগছা, দীপপাত্ৰ, দীপবৃক্ষ, চেণ্ডেলিয়াৰ, ওলোমবাতি, শিখাতৰু, শিখাবৃক্ষ
গেচলাইট, গেচবাতি, গেচৰ পোহৰ, পেট্ৰোমাকছ।
হেজাক, ডে লাইট।
বিজুলীবাতি, বিজুলীচাকি, ইলেকট্ৰিক লাইট, বালব, লেম্প, টেবুল লেম্প, মাৰকাৰিভেপাৰ লেম্প, টিউব লাইট। নিয়ন লাইট, ফ্লুৰচেণ্ট লাইট, ভেপাৰ লেম্প হেলোজেন লেম্প।
টৰ্চ, টচ লাইট। চুঙা চাকি।
চাচ লাইট, হেড লাইট, চাইড লাইট, বেক লাইট, টেইল লাইট, লেণ্ডিং লাইট।
ফ্লেচ ফ্লেচ লাইট, ফ্লেচ বাল্‌ব, ইলেকট্ৰনিক ফ্লেচ।
ফ্লাড লাইট, ওৱাচ লাইট, স্পট লাইট; ফুট লাইট।
আলোক সম্পাত, আলোক নিৰ্দ্দেশ, আলোক সংকেত, ৰশ্মিপাত। আলোকস্তম্ভ, লাইট হাউচ।
আলোকৰশ্মি, আলোকতৰংগ। ৰঞ্জনৰশ্মি, এক্স-ৰে।
আলট্ৰাভায়লেট ৰে, অতি বেঙুনীয়া ৰশ্মি। ইনফ্ৰা ৰেড, অৱলোহিত ৰশ্মি। তেজস্ক্ৰিয়তা।
আলোকবিজ্ঞান, অপ্টিকছ, দৃষ্টিবিজ্ঞান।
আলোকসজ্জা, দীপসজ্জা, দীপবাহাৰ, দীপাবলি, দীপালি, দীপান্বিতা, দেৱালী, দীপোৎসৱ, দীপমালা, দীপশ্ৰেণী, দীপশৃঙ্খলা।

**বিণ.** আলোকিত, আলোময়, আলোকময়, আলোকোজ্জ্বল, আলোকপূৰ্ণ, প্ৰজ্বালিত।
জ্যোতিৰ্ময়, জ্যোতিঃপূৰ্ণ, জ্যোতিষ্মান, জ্যোতিৰাত্মা, আলোকবিশিষ্ট, প্ৰভাযুক্ত, আভাসমান, দীপ্তিময়, দ্যুতিময়, দ্যুতিমান, দীপ্তিমান, দেদীপ্যমান, তেজোৰূপ, তেজোময়, জাজ্বল্যমান, প্ৰভাময়, প্ৰভাৱান, আভাময়, দীপ্যমান, প্ৰদ্যুতিত।
দীপ্ত, প্ৰদীপ্ত, ভাস্বৰ, উদ্ভাসিত, সমুদ্ভাসিত, প্ৰভান্বিত, ভাসিত, বিভাসিত, উদ্দীপিত, উজ্জ্বলিত, প্ৰজ্বলিত, ভাস্বৰ। কান্তিযুক্ত। উজ্জ্বল, দীপ্তিযুক্ত, প্ৰোজ্জ্বল, সমুজ্জ্বল, সুপ্ৰভ, অত্যুজ্জ্বল, দীপ্তোজ্জ্বল; চিকচিকীয়া, চকচকীয়া, তৰবৰীয়া, চকমকীয়া,

চকুত চমক লগা, চকুত ছাটি মাৰি ধৰা, জকমকীয়া, জলমলীয়া, ভমকাভমক জলতি, ঝকমকীয়া, ফটফটীয়া, ফং-ফঙীয়া, ফৰকাল, ৰংচঙীয়া।

অগ্নিপ্ৰভ, জুঁক জুঁক অনলপ্ৰভ, অনলোজ্জ্বল।

অত্যুজ্জ্বল, ফৰিং ফুটা।

কিৰণময়, কিৰণমণ্ডিত অংশুময় অংশুমান।

উদ্ভাসক, উদ্দীপক, প্ৰদীপক, দীপ্তিকাৰক, প্ৰকাশক, দীপক, প্ৰজ্বালক।

বিদ্যুতালোকিত।

তেজস্ক্ৰিয়, ৰেডিও একটিভ।

বিণ /বি আৱিয়া ধৰা, জোৰ ধৰা

৩৪ পোহৰ প্ৰতিফলন

বি প্ৰতিফলন, বিকীৰণ, বিক্ষেপ প্ৰতিবিম্বন, পৰাৱৰ্তন প্ৰতিবিম্বপাত প্ৰতিসৰণ

বিম্ব প্ৰতিবিম্ব, প্ৰতিচ্ছায়া ছায়া, প্ৰতিৰূপ প্ৰতিকৃতি প্ৰতিমূৰ্ত্তি প্ৰতিৰূপক, অনুবিম্ব।

বাস্তৱবিম্ব। অলীকবিম্ব। প্ৰচ্ছায়া। উপচ্ছায়া

ৰামধনু, ইন্দ্ৰধনু, শক্ৰধনু মেঘধনু, সুৰধনু।

চিচা আয়না মুখচা, আৰ্চী, দৰ্পণ, দাপোণ দাপণ মুকুৰ আদৰ্শিকা ছায়াগ্ৰহ, আত্মদৰ্শ।

চশমা, লেন্স উপনেত্ৰ, প্ৰতিচক্ষু, উপচক্ষু গ্লাচ সানগ্লাচ গগলস কন্‌টেক্‌ট লেন্‌চ।

দূৰবীন দূৰবীক্ষণ টেলিস্কোপ বাইনকুলাৰ ফিল্ডগ্লাস অপেৰাগ্লাচ। অনুবীক্ষণ যন্ত্ৰ, মাইক্ৰোস্কোপ

বিণ বিচ্ছুৰিত, বিক্ষিপ্ত বিকীৰ্ণ, বিম্বিত, প্ৰতিফলিত প্ৰতিবিম্বিত, প্ৰতিসাৰিত প্ৰতিসৃত।

প্ৰতিফলক, পৰাৱৰ্ত্তক ৰিফ্লেকটাৰ।

৩৫ ৰ'দ

বি ৰ'দ ৰৌদ্ৰ, ধুপ, আতপ, ৰৌদ্ৰালোক সূৰ্যালোক, সৌৰকৰ, ভানুকৰ ৰৌদ্ৰৰাগ, সূৰ্য্যকিৰণ, সূৰ্য্যৰশ্মি, ৰবিকৰ, ৰবিকিৰণ, ৰবিৰশ্মি, মিহিৰ কিৰণ।

সূৰ্যাতাপ, সৌৰতাপ, ৰৌদ্ৰতাপ, তপনতাপ।

তীখামখৰা ৰ'দ, তীখামোখৰা ৰ'দ, থিয় ৰ'দ, টিকা ফটা ৰ'দ কাতিমহীয়া কলখাৰ শুকোৱা ৰ'দ, ডেইপুৰি নিয়া ৰ'দ। মিঠা ৰ'দ।

উষালোক, প্ৰভাতী ৰ'দ, প্ৰভাতকিৰণ, প্ৰত্যুষালোক, প্ৰভাতৰাগ, প্ৰভাত ৰশ্মি, ৰ'দ কাঁচিয়লি, ৰ'দ কাঁচলি।

দিনৰ পোহৰ, দিবালোক, দিবসালোক। সন্ধ্যালোক, প্ৰদোষালোক, সন্ধ্যাৰাগ, অস্তৰাগ, মুনিচুনি পোহৰ।

ৰ'দ উঠা —, ৰ'দ বঢ়া—, ৰ'দ চৰা— , ৰ'দ ঘোৰা—।

ৰ'দৰ মুখ দেখা—, ৰ'দত ছিৰাল ফটা দিয়া—।

ৰ'দ লোৱা, ৰ'দ পুওৱা—, সূৰ্যস্নান, ৰৌদ্ৰস্নান, আতপস্নান, ৰৌদ্ৰসেৱন, ৰ'দত দিয়া—, ৰ'দত মেলা—, ৰ'দত শুকাবলৈ দিয়া—, ৰ'দত খৰা—, ৰ'দোৱা।

বিণ ৰ'দঘাই, ৰৌদ্ৰালোকিত, ৰৌদ্ৰোজ্জ্বল, ৰৌদ্ৰকৰোজ্জ্বল, সূৰ্যাকৰোজ্জ্বল, ৰ'দ জিলমিল, সূৰ্যস্নাত, সূৰ্য্যালোকিত।

ৰৌদ্ৰদগ্ধ, ৰৌদ্ৰপক্ক ৰৌদ্ৰতপ্ত, সূৰ্য্যতপ্ত, ৰ'দত পোৰা, ৰ'দে পোৰা, ৰ'দোৱা। ছায়াহীন, ছায়াশূন্য।

এৰ'দীয়া দুৰ'দীয়া।

বিণ /বি ৰ'দালি।

৩৬ জোনাক

বি জোনাক জোনৰ পোহৰ, জ্যোৎস্নালোক, শশীকৰ চন্দ্ৰকিৰণ, চন্দ্ৰালোক, চন্দ্ৰিকা চন্দ্ৰিমা, চন্দ্ৰকৰ, চন্দ্ৰসুধা, চন্দ্ৰকান্তা, চন্দ্ৰাংশু চন্দ্ৰাৱলী, চন্দ্ৰাতপ, চন্দ্ৰজ্যোতি, চন্দ্ৰপ্ৰভা, চন্দ্ৰৰশ্মি, কৌমুদী দীপিকা জ্যোৎস্না, জোছনা।

পূৰ্ণিমা, পূৰ্ণচন্দ্ৰ, পূৰ্ণেন্দু, পূৰ্ণমাসী, কোজাগৰ, ভূতপূৰ্ণিমা, শাৰদপূৰ্ণিমা, বৈশাখী পূৰ্ণিমা, শ্ৰাৱণী পূৰ্ণিমা ঝুলন পূৰ্ণিমা দোলপূৰ্ণিমা, বৌদ্ধপূৰ্ণিমা, ৰাসপূৰ্ণিমা, মাঘী পূৰ্ণিমা।

শুক্লপক্ষ। ফৰিংফুটা জোনাক। দিন যেন জোনাক।

বিণ চান্দ্ৰ, চন্দ্ৰালোকিত, জ্যোৎস্নাস্নাত, চন্দ্ৰালোকপ্লাবিত, জ্যোৎস্নাপ্লাবিত, জ্যোৎস্নাময়ী, চন্দ্ৰকৰোদ্ভাসিত, কৌমুদীপ্ৰফুল্ল, কৌমুদী বিধৌত। জোনালী। জোনাকী।

৩৭ আন্ধাৰ

বি আন্ধাৰ, এন্ধাৰ, আধাৰি, আন্ধিয়াৰি, অন্ধকাৰ, তমিস্ৰা, তিমিৰ, শৰ্বৰ, আলোকশূন্যতা, আলোকহীনতা। তমস্বিনী।

ঘোৰ অন্ধকাৰ ঘোৰ এন্ধাৰ, নিবিড় অন্ধকাৰ, ঘনান্ধকাৰ, গাঢ় অন্ধকাৰ, অন্ধতমস, ডাঠ আন্ধাৰ, ডাঠ এন্ধাৰ, পাতল আন্ধাৰ, পাতল এন্ধাৰ। ঘিটঘিটিয়া আন্ধাৰ, ঘিটমিটিয়া আন্ধাৰ, চোখে চৰ মাৰিলে নেদেখা আন্ধাৰ, সূচীভেদ্য অন্ধকাৰ।

অমাবস্যা, আঁউসী, আঁউহী, অমানিশা, অমানিশী, অমানিশীথ, অন্ধতামসী। জোন মৰা তিথি। মৰা জোনৰ তিথি।

কৃষ্ণচন্দ্ৰ, কৃষ্ণপক্ষ, কৃষ্ণতিথি।

ছাঁ, ছাঁয়া, প্ৰতিচ্ছায়া, প্ৰচ্ছায়া, উপচ্ছায়া।

তৰুছাঁয়া, গছৰ ছাঁ, বৃক্ষচ্ছায়া।

ছাঁয়া তৰু, ছাঁয়াবৃক্ষ, ছাঁয়ামণ্ডপ।

দীঘল ছাঁ, দীৰ্ঘচ্ছায়া। চেঁচুক, চেঁচুকিয়া। অন্ধকূপ।

আন্ধাৰ হোৱা—, অন্ধকাৰ হোৱা—, আন্ধাৰ নমা—, অন্ধকাৰ নমা—, ৰাতি হোৱা—, গধূলি হোৱা —, বেলি মাৰ

যোৰা—, বেলি ডুব যোৱা—, গধূলি লগন। ক্ষীণ পোহৰ।

বিণ. অন্ধকাৰ, আন্ধাৰ, অন্ধকাৰময়, অন্ধকাৰাচ্ছন্ন, অন্ধকাৰাবৃত, ঘনান্ধকাৰ, তমসাবৃত, তমসাচ্ছন্ন, তিমিৰাবৃত, তিমিৰাচ্ছন্ন, অন্ধতমসাচ্ছন্ন, কৃষ্ণ, কালিন্দী, অন্ধকাৰে আবৰা।

কণামুনা, কাণিমুনি।

আন্ধাৰছটীয়া, আন্ধাৰ-মুন্ধাৰ। আন্ধাৰুৱা, এন্ধাৰুৱা।

নিষ্প্ৰদীপ; ব্লেক আউট।

অনালোকিত, নিৰালোক, আলোকহীন, আলোকবিহীন; প্ৰভাহীন, দীপ্তিহীন, অনুজ্জ্বল, নিষ্প্ৰভ, জ্যোতিহীন, জ্যোতিশূন্য, স্তিমিত, ম্লান।

ৰৌদ্ৰহীন, ছাঁয়াচ্ছন্ন, ছাঁয়াময়, ছাঁয়াযুক্ত, ছাঁয়াস্নিগ্ধ, ছাঁয়াঘন।

ক্ৰি. বিণ. আন্ধাৰে-মুধাৰে, আন্ধাৰত, খপিয়াই-জপিয়াই, খপিয়াই খপিয়াই। চকামকাকৈ, চকা-ছন্দাকৈ।

**৩৮ গছ**

বি. গছ, বৃক্ষ, বিৰিখ, তৰু, পাদপ, দ্ৰুম, পত্ৰী, স্কন্ধী, পল্লবী, বিটপী, অটবী; উদ্ভিদ; গছ-গছনি; মহীৰুহ, ক্ষিতিৰুহ, মহীজাত, মহাদ্ৰুম, বনস্পতি, তৰুৰাজ, তৰুবৰ, দ্ৰুমৰাজ।

গুল্ম, জোপ, জোপা। গছ-লতা।

ছাঁয়াতৰু; তৃণদ্ৰুম।

লতা, লতি, লতিকা; ব্ৰততী, বল্লী, বল্লৰী; তৰুলতা, কুঞ্জলতা; লতাগুল্ম, লতাপতা; বনলতা, বনলতিকা; উদ্যান লতা, উদ্যান লতিকা।

লতাবিতান, লতাকুঞ্জ, লতাগৃহ, লতাভৱন, লতামণ্ডপ; লতানি।

গছতল, তৰুমূল, বৃক্ষমূল, বৃক্ষতল।

বৃক্ষাগ্ৰ, গছৰ আগ, তৰুশীৰ্ষ।

পৰভোজী; বায়ুভোজী, অৰ্কিড, ৰঘুমলা, ৰঘুমৰা, পৰলতা, তৰুৰূঢ়া।

দিব্যবৃক্ষ, দিব্যতৰু, কল্পতৰু, কল্পবৃক্ষ, কল্পদ্ৰুম।

উদ্ভিদবিদ্যা, উদ্ভিদবিজ্ঞান।

উদ্ভিদজগত।

বিণ. উদ্ভিজ্জ, উদ্ভিন্ন, বৃক্ষজাত, উদ্ভিদজাত।

লতায়িত।

গছভৰ্ত্তি।

বিণ./বি. গছুৱৈ, গছোৱাই।

পৰ্ণমোচী, পত্ৰত্যাগী, চিৰহৰিৎ, ওষধি।

অপুষ্পক। সপুষ্পক।

উদ্ভিদবিজ্ঞানী।

**৩৯ অঙ্কুৰ**

বি. অঙ্কুৰ, পোখা, পজালি, গজালি পাখি, কোঁহ, বীজাঙ্কুৰ, নবাঙ্কুৰ; গাজ, বৃক্ষক। পত্ৰোদ্গম, পত্ৰাঙ্কুৰ, নতুনপাত, নৱপল্লৱ, নৱপত্ৰ, কিশলয়, কুঁহিপাত।

কলম, ডাল, আগ ওলোৱা—। ঠুটিওৱা—। অংকুৰোদ্গম, অঙ্কুৰোদয়, অঙ্কুৰণ, অঙ্কুৰোদ্ভৱ।

গুটি পচোৱা—, গুটি গজোৱা—।

শিপা উলিওৱা, শিপোৱা।

বিণ. অঙ্কুৰিত, উদ্ভিন্ন, কুসুমিত, বিকশিত, সঞ্জাত।

[ বিপ.] বিণ. আফুটা, আফুলন। নুফুলা, নুফুটা।

**৪০ গছৰ অংশ**

**৪০.১ কাণ্ড**

বি. গুৰি, কাণ্ড, গুৰি-গছ। জটা।

বিণ. কাণ্ডজ।

**৪০.২ শিপা**

বি. শিপা, পম, মূল, শিহৰি, শিহা, শিয়া; ঘাইশিপা; চাঁৰুলীয়া শিপা; মূল ত্ৰাণ; জটা শিপা। পীৰি।

কন্দ, বাল্ব।

বিণ. মূলীয়, মূলী; মূলজ, কন্দজ, কান্দ। চাঁৰুলীয়া।

**৪০.৩ শাখা**

বি. শাখা, ডাল, ঠাল, ঠালি, ঠালী, ঠাল-ঠেঙুলি, ঠানা, ঠানি, ঠেনু, কুটালি, ডালপাত, প্ৰশাখা, বিটপ, পল্লবাধাৰ, বৃক্ষশাখা, শাখা-প্ৰশাখা। ফেকনা। ফেৰেঙনি; খাঁকি।

বৃক্ষশিখৰ, গছৰ আগ; ওখ ডাল, শাখাগ্ৰ।

বিণ. শাখাপ্ৰসাৰী, প্ৰৰোহী। এঠলীয়া, এডলীয়া। ডলুৱা।

**৪০.৪ পাত**

বি. পাত, পত্ৰ, পৰ্ণ। কুঁহিপাত, কোঁৱৰা, কেঁও। নৱপল্লৱ, থোৰ। কিশলয়। দল, পত্ৰমঞ্জৰি, পত্ৰপল্লৱ, পত্ৰমুকুল। সৰাপাত। ঢকুৱা।

বিণ. পল্লৱিত, পৰ্ণযুক্ত, পাতভৰা, পতীয়া, পত্ৰবহুল।

[ বিণ ] পত্ৰহীন, পাতসৰা, নিষ্পত্ৰ, নিপাত। শাখাহীন, দলহীন। লঠা।

**৪০.৫ বাকলি**

বি. বাকলি, বাকল, বল্কল, ছাল, ত্বক।

সাঁচিপাত। ভূৰ্জ্জপত্ৰ, ভূজপাত।

**৪০.৬ কাঁইট**

বি. কাঁইট, কণ্টক, হুল, তৰুনখ, মঘা। জোং; অঘৈয়া।

কাঁইটনি।

বিণ. কাঁইটীয়া, কণ্টকময়, কণ্টকাকীৰ্ণ, কণ্টকিত, কণ্টকাবৃত। জোঙাল, জোঙা।

**৪০.৭ আঠা**

বি. আঠা, এঠা; ৰস, ৰহ, গাখীৰ, ক্বাথ, বৃক্ষৰস।

ৰস, নির্য্যাস।
ধুনা; তার্পিন, ৰবৰ, হিং।
বিণ. এঠা-এঠি, জেপেটীয়া, বিজলীয়া।

**৪১ ফুল**

বি ফুল, পুষ্প, কুসুম, প্রসূণ, মুঞ্জৰি, পুষ্পক, সুমন।
কলি, পাহি, কোৰক, মুকুল, মল, ফুলকলি, কুসুমকলি।
ঢোপাকলি।
ফুলা—, ফুল ফুলা—, ফুল ধৰা—। পুষ্পোদ্গম।
দল, পাপৰি, ফুলদল, পুষ্পপত্র।
বৃন্ত, পুষ্পবৃন্ত।
পৰাগ, কেশৰ, ৰেণু, পুষ্পৰেণু।
গর্ভকেশৰ, পুংকেশৰ।
কুসুমকানন। কুসুম শয্যা, ফুলশয্যা। পুষ্পশয়ন।
তোড়া, পুষ্পস্তবক, কুসুমস্তবক, থোপা, ফুলৰ নুৰা, ফুলৰ থোচা, ফুলৰ থোপা, কুসুমদাম, পুষ্পদাম।
মালা, ফুলমালা, শৰ-মালা, মালিকা, কুসুম মালিকা, পুষ্পহাৰ, পুষ্পমালা, ফুলহাৰ, চাকি।
পুষ্পবৃষ্টি।
ফুল তোলা — , পুষ্পচয়ন, কুসুমচয়ন।
ফুলদানি, ফুলদান, গুলদস্তা, গুলদান, পুষ্পপাত্র, পুষ্পাধাৰ।
ফুলৰ থাল, কৰ্ৰণি, তৰ্চি, কুঁকি। কৰ্বাগু(গুঁ), পুষ্পকৰণ্ডক।
পুষ্পসজ্জা ফুল সজোৱা—, ইকেবানা।
পুষ্পমধু।
ফুলনি।
বিণ ফুলাম, ফুলাৰি, ফুলকটা, ফুল-বছা। ফুলতী।
পুষ্পিত, কুসুমিত, ফুলন্ত, পুষ্পবাণ। এপহীয়া, দুপহীয়া।
বিণ/বি মালাকাৰ, মালী, মলীয়া, মালিনী। পুষ্পব্যবসায়ী, ফুল বেপাৰী।

**৪২ ফল**

বি ফল, ফলমূল। বীজাধাৰ। শস্য। ফচল। শাহ।
ফল ধৰা—, ফলোৎপত্তি, ফলোদ্গম, ফলাগম, ফলোৎপাদন।
প্রসৱন। গুটি ধৰা—, মুচি পেলোৱা—।
লাগন, ফলন।
জালী, মুচি, কলি।
ফল বাগান, ফলোদ্যান, অর্চার্ড।
বিণ. ফলন্ত, ফলবান, ফলৱন্ত, ফলশালী, ফলনশীল।
ফলদ, ফলদায়ক, ফলোৎপাদক, ফলদায়ী। লাগনি (নী)। লগা।
বিণ./বি ফলবেপাৰী।

**৪৩ বীজ**

বি. বীজ, বীজক, গুটি, কঠীয়া, সঁচ, বিধান। বীজকোষ, বীজভাণ্ডাৰ, টোম। বীজতলী, কঠিয়াতলী, কঠিয়ানী। কঠিয়া পৰা—, গুটি সিঁচা, গুটি পচোৱা—, গুটি লগোৱা—, বীজ বোৱা—, বীজ সিঁচা—।
বিণ বীজপূর্ণ, গুটীয়া।
এগুটীয়া, একবীজপত্রী। দুগুটীয়া, দ্বিবীজপত্রী।
[ বিণ ] বীজহীন, নিৰ্বীজ, অবীজ, অবীজক।

**৪৪ বিবিধ গছ**

**৪৪.১ ফুলগছ ঃ ফুল**

বি পদুম, পদ্ম, কমল, উৎপল, পঙ্কজ, কুমুদ, অব্জ, কৈৰব, অম্বুজ, অম্ভোজ, কহ্লাৰ, কুবলয়, কুমুদী, শতদল, অৰবিন্দ, নলিন, ৰাজীৱ, শ্রীপর্ণ, নলিনী, পদ্মিনী, কমলিনী, সৰোজ, সৰসিজ, সৰোৰুহ, পুণ্ডৰীক, সলিলজ, নীলপদ্ম, নীলোৎপল, নীলাপদুম, নীলকমল, কুবলয়, অসিতোৎপল, ইন্দিবৰ, ৰঙাপদুম, ৰক্তকমল, ৰক্তকুমুদ, ৰক্তোৎপল; বগাপদুম, শ্বেতপদ্ম, সিতাব্জ, সিতাম্ভোজ।
শেলুক, নল। পদুমৰ ঠাৰি। পদুমৰ চকা। ভেঁটফুল।
মৃণাল, পদ্মনাল, পদ্মপলাশ।
পদুমপাত, পদ্মপত্র। পদ্মফল, পদ্মবীজ।

৪৪ ২ বেলিফুল, মল্লিকা।

৪৪ ৩ শেৱালি, নিশিপুষ্পা।

৪৪ ৪ চম্পা, চঁপা, দোলন চম্পা, ৰাজচম্পা, হাঁহিচম্পা, চেনিচম্পা, কনকচম্পা, কঁঠলুৱা-চঁপা, কঁঠালি চম্পা, ভুঁইচম্পা, সিংহ চম্পা ভুঁইচপা, ভুঁইমালতী। চপাকলি।

৪৪ ৫ জবা, জবাফুল, পঞ্চমুখী জবা, সপ্তমুখীজবা; ৰক্তজবা, ৰঙাজবা, শ্বেতজবা, বগাজবা, জলকীয়া জবা, হালধীয়া জবা, নীলা জবা।

৪৪ ৬ কদম, কদম্ব।

৪৪.৭ কৰবী, কৰবীৰ, ৰঙা কৰবী, বগা কৰবী, হালধীয়া কৰবী, কনৈৰ।

৪৪ ৮ কেতেকী।

৪৪ ৯ মালতী, সন্ধ্যামালতী, চামেলী, জাতিপুষ্প।

৪৪.১০ মাধবীলতা।

৪৪.১১ গেন্ধাইফুল, নাৰ্জিফুল, জাৰমালতী। দোৰোণফুল, দ্রোণপুষ্প। কথনাফুল। শিৰীষ; সেউতী; তমাল; লবঙ্গ; লংফুল, গুলাল, বক, কাঞ্চন; ৰঙা কাঞ্চন, বগা কাঞ্চন; চম্পক, পলাশ, পাৰিজাত, যুতি; জাই, খৰিকা-জাই, বকুল, ঘেৰালি, বন্দুলি, বাবৰি; নাগেশ্বৰ; অশোক; মনিৰাজ; কুন্দ; তগৰ, নৰা তগৰ, জাপ তগৰ, কুৰুবক; গুটিমালী; বাজল; মকৰা; মধাই; মাধৈ-লতা; মাধৈ-মালতী; চন্দন; অগৰু।

৪৪.১২ কপৌফুল, গেজেং ফুল; ভাটৌ ফুল।

৪৪.১৩ কৃষ্ণচূড়া, গুলমোহৰ; ৰাধাচূড়া।

৪৪.১৪ গুলচ; ৰঙা গুলচ; বগা গুলচ, গুলঞ্চ; কুৰুবক। ধুতুৰা; বগা ধুতুৰা; ক'লা ধুতুৰা।

**৪৪.১৫ নৰমল্লিকা**, নৰমালতী, বনমালতী, বনমল্লিকা। ইন্দ্ৰমালতী।

৪৪.১৬ কুটজ, গিৰিমল্লিকা। গধূলি গোপাল।

৪৪.১৭ গোলাপ, লতা গোলাপ, কাঠ গোলাপ। ৰঙা গোলাপ, বগা গোলাপ, হালধীয়া গোলাপ।

৪৪.১৭ নাগকেশৰ, নাগফণা।

৪৪.১৮ পলাশ, কিংশুক।

৪৪.১৯ ঘণ্টাকৰ্ণ।

৪৪.২০ হাচনাহানা।

৪৪.২১ বকুল। ৰজনীগন্ধা। গন্ধৰাজ। স্থলপদ্ম, স্থলকমল। নয়নতৰা। সূৰ্যমুখী। চন্দ্ৰমল্লিকা। ক্ৰিচেনথিমাম। অপৰাজিতা। নীলা অপৰাজিতা। বগা অপৰাজিতা। ডালিয়া। জিনিয়া। পপি। লিলি। কেলেনডুলা। লাক্‌চপাৰ। নেচটাৰচিয়াম। পেনচি। ফ্লক্স। বেগনিয়া। পিটুনিয়া।

**ফল ঃ ফলৰ গছ**

৪৪.২২ আম, আম্ৰ; ফজলি; লাংৰা, হিমসাগৰ, গোপালভোগ, বোম্বাই; আলফানসো, দচেৰি। সেন্দুৰী, পটাগুটীয়া, টিলিকি, ৰহৰহীয়া।

আমকঁয়া। আম-কাণ্ডদি। আম-টিলা। আমঠি। [illegible]। আমতা। আম-ডালি। আমৰ মল। আম্ৰপল্লৱ, সহকাৰ শাখা।

আম-বাৰী, আমনি।

৪৪.২৩ জাম, জামু; ক'লাজামু, বৰজামু, কোটাহি-জামু, গোলাপী-জামু, বগী-জামু, নাহৰ-পতীয়া জামু।

আমলখি; হলফলি, পৰামলখি।

বিণ. জামুকলীয়া, জামুকলী।

৪৪.২৪ কল, কদলী; আঠীয়া, ভীমকল, চঁপা-আঠীয়া; সোন্দা, কেতেকী-সোন্দা; গোবিন্দ-তুলসী; চেনি-চম্পা; জাতি; জাহাজী; পূৰা; দিগ্‌-যোৱা; বগী মনোহৰ; বৰত-মণি; শিমলু-মনোহৰ; মালভোগ, গাৰো মালভোগ। হাতী-দঁতীয়া; সাগৰ চেনি।

কলপাত; খাৰলি-পাত, কলা-ডিল, কল-ডিল; কলথোৰ, কলঠকুৰা; কলপতুৱা। কলাখাৰ, কলখাৰ।

মধুনা, কলা-মধুনা। কলপুলি, পচলা। আগলতী-পাত। কলা-গুৰি।

পচলা কুটা দিয়া। কল-খোৱা ধাতু। পচলাত হাতীৰ দাঁত ভগা—।

বিণ. কলডিলীয়া। কলগছীয়া, কলাগছীয়া।

৪৪.২৫ কঁঠাল, পাত-কঁঠাল। মাটি-কঁঠাল, সঁফুৰি কঁঠাল, আনাৰস। কঁঠালগুটি। মুচি। বাদু। কঁঠাল-এঠা। ফুট, কোঁহ, কোঁহা।

মুচি পেলোৱা—, মুচি ধৰা—, মুচিয়া।

বিণ. কঁঠাল-গুটীয়া; কঁঠলুৱা।

৪৪.২৬ তিঁয়হ, তিঁহু; তিঁয়হ জালি, জালি তিঁয়হ। বাঙ্গী, বাঙী; ছিৰাল; খৰ্মুজা, তৰমুজ।

৪৪.২৭ আঙুৰ, দ্ৰাক্ষা; দ্ৰাক্ষালতা, আঙুৰ লতা। দ্ৰাক্ষাক্ষেত্ৰ; আঙুৰ বাগান, দ্ৰাক্ষাবন, দ্ৰাক্ষাকুঞ্জ। কিচ্‌মিচ, মনাক্কা।

৪৪.২৮ আপেল, আপেল বাগান। চপেটা; সুমথিৰা, সোণ-তৰা, সুমথিৰা বাগান।

৪৪.২৯ নেমু, নেমুটেঙা, ইলাচি নেমু, কাগজী নেমু, গোল নেমু। জম্বিৰ, জম্বীৰ, জামীৰ টেঙা, জেনেৰু, নগা জেনেৰু, জামৰুল। চকলা টেঙা, ৰবাব টেঙা; জৰা টেঙা, চেকেৰা টেঙা। নগা টেঙা, মিৰিকা-টেঙা।

মোচাম্বি। মৰি, মৰি টেঙা। সোলেং, মৰি সোলেং।

কৰ্জা, কৰ্জা টেঙা, কৰুণা টেঙা। জৰা, মিঠা জৰা, টেঙা জৰা।

৪৪.৩০ বেদানা, ডালিম, ডাড়িম্ব, আনাৰ। ডালিমগুটি।

বিণ ডালিমগুটীয়া।

৪৪.৩১ তাল; তালগছ। তমাল। তালৰস, তাড়ি।

৪৪.৩২ খাজুৰ, ছোহাৰা, ছোহোৰা।

আখৰোট, অখৰোট।

৪৪.৩৩ বাদাম, চীনাবাদাম, পেস্তা। কাঠবাদাম কাজু, কাজুবাদাম।

৪৪.৩৪ জলফাই, বেলফৈ টেঙা।

৪৪.৩৫ অমৰা, অম্ৰাত।

৪৪.৩৬ বগৰি, বগৰী, বদৰী। নাৰিকলী বগৰী, বিলাতী বগৰী, নৰা বগৰি। আহোম বগৰি। বগৰিগুটি, বগৰীগুটি।

বিণ. বগৰিগুটীয়া।

৪৪.৩৭ নাৰিকল, নাৰিকেল। ফলকেশৰ, শিৰঃফল।

বিণ. নাৰিকলী।

৪৪.৩৮ লিচু, লেচু, লিচি।

৪৪.৩৯ তামোল, তাম্বুল, গুৱা, চুফাৰি, চুপাৰি, ছুপাৰি। গুৱা-মৰি। ছালি, তামোল-ছালি।

তামোল-থুকীয়া, তামোল-মাহী।

তামোল-কটা। তামোল-কটাৰী। তামোল-গামোচা। গুৱা-কটা। তামোল-পাণ কটা। তামোল-ছালি খা।

বি./বিণ. তামূলী।

৪৪.৪০ তেঁতেলী, তিন্তিড়ী। শাকাম্ল। ঔ, ঔ টেঙা, কপিত্থ। তেঁতেলী গছ।

বিণ. তেঁতেলী-পতীয়া। তেঁতেলী-গুটীয়া।

৪৪.৪১ অমিতা, অমৃতা, মধুফল, মৈতফল।
৪৪.৪২ বেল, বিল্ব, শ্ৰীফল।
ত্ৰিপত্ৰ, বেলগছ, শিৱদ্ৰুম।
৪৪.৪৩ [ অন্যান্য ফল ] নাচপতি। আমলকি, আমলখি; হলফলী, পৰামলখি; ধাত্ৰীফল। শিলিখা, হৰীতকী। ভোমোৰা, বিভীতক।
মধুৰি আম, সঁফুৰি আম।
তালফল।
কোটকোৰা, মইনফল।
থেকেৰা [বৰ-থেকেৰা, কাউথেকেৰা; কুঁজী-থেকেৰা; ৰূপহী-থেকেৰা; মাহী থেকেৰা ]; থেকেৰা মাহী।
জেটুলিপকা; জেটেলুপকা; ভেকুৰী তিতা; কোঁটকোৰা।
কোটাহি-জামু। কোটাহি-বেঙেনা। কোটাযাঙ্গন। জেঙেৰু।
জেনেৰু, জামীৰ, জামৰুল।
জেটুলিপকা, জেটেলুপকা।
ডালিম, ডাটিম্ব। [বিণ ] ডালিমগুটীয়া।
কৰ্দৈ, কৰ্দৈ। [ বিণ ] কৰ্দৈ-সিৰীয়া, কৰ্দৈ-সিৰীয়া।

শাক-পাচলি

৪৪.৪৪ লাউ, লাও; ৰঙালাও, মিঠালাও। তিতালাও। মেৰা, মেৰালাও, বেল-লাও, মেৰা-বেল। কোমোৰা, চাল কোমোৰা, জহা-কোমোৰা, শিল কোমোৰা। কুষ্মাণ্ড। ভুঁই-কোমোৰা।
জাতি লাও, পানী লাও। তোকগুা, লাও-টোকাৰী।
জিকা। ভোল। তৰৈ।
মুলা। গাজৰ। বীট। চালগোম।
আলু [কাঠ আলু, কুঁৱৰী আলু, ফেণীকুঁৱৰী; ৰঙা আলু, মিঠা আলু, গৰীয়া আলু; মোৰা আলু, জপৰা আলু, পানী আলু ]।
শিমলু আলু।
৪৪.৪৫ কচু [কচুগুটি, পাঁচমুখীয়া কচু, কলীয়াকচু, ক'লাকচু, পঞ্চমুখী কচু, ওল কচু, কণি কচু, দহি-কচু,গান্ধ কচু, নল-কচু, বৰাহী কচু, মনা-কচু, মানকচু, কেঁচাইখোৱা কচু, এডলীয়া কচু, লাট কচু ] ।
কচু কলা। কচুৰনি। বিহকচু। চেঁচোৰ
বিণ. কচুৱা।
৪৪.৪৬ পিয়াঁজ, পনৰু। লহুন, নহৰু, ৰচুন; গোলহুন, বন নহৰ।
৪৪.৪৭ কবি [ফুলকবি; বন্ধাকবি, ওলকবি ] ।
৪৪.৪৮ কেৰেলা [তিতা কেৰেলা, জেং কেৰেলা; ভাত কেৰেলা, হাতী কেৰেলা ]।
৪৪.৪৯ উৰহী [ কজলা উৰহী, কটাৰী ডবুৱা, কামতাল উৰহী, উঁৰিকা উৰহী ]. উৰহী মাহ।
৪৪.৫০ ধুন্দুলি, নিলাজি।
৪৪.৫১ পটল, পটোল। কুন্দুলি।
৪৪.৫২ বেঙেনা [ বৰবেঙেনা; খৰুৱা বেঙেনা; পোৱাল বেঙেনা; ঘিঁউ বেঙেনা; ছাগলীশিঙীয়া; বাৰমাহী বেঙেনা; কোটাহি বেঙেনা, কোটায়াঙ্গন ], বাৰ্ত্তাকু।
তিতা ভেকুৰি; তিতাগুটি।
বিণ. বেঙেনাবুলীয়া
৪৪.৫৩ চজিনা, শোভাঞ্জন, চজিনাঠাৰি, চজিনাফুল; চজিনাপাত। তিতাফুল।
৪৪.৫৪ মৰিচা [ ৰঙা মৰিচা, বগা মৰিচা, জঁট মৰিচা, ডাঠা শাক]।
৪৪.৫৫ বিলাহী, বিলাহী বেঙেনা, কণ বিলাহী।
৪৪.৫৬ ভেন্দি।
৪৪.৫৭ পালেং, পালেংশাক। চুকাশাক, চুকাপালেং।
৪৪.৫৮ পুৰৈ; ৰঙা পুৰৈ, বগা পুৰৈ।
৪৪.৫৯ [অন্যান্য শাক] হেলচী, হেলঞ্চী, ব্ৰাহ্মীশাক; ভেদাইলতা; ধনিয়া, মেমেধু, বাবৰি, লাই, লাইশাক, বৰলাই, টকৌ লাই, ক'লা লাই, সৰু লাই, পেংলাই, মানলাই, ভোট লাই, চীনা লাই, মেৰ লাই। জিলমিল, খুতৰা, কাঁটাখুতৰা, হাতী খুতৰা, চাঁৰুলি; লফা; ঢেকৰা, মানিমুনি, বন মানিমুনি, সৰু মানিমুনি, মাটি কাদুৰি, মাটিগাদুনি, লাইজাৰ্ব্বৰ; কলমৌ; পদিনা। মিথি। ঢেকীয়া। পনৌ নৌৰা, পুনৰ্ণবা। তিতামৰা; মিঠামৰা।
৪৪.৬০ চিৰতা, নিমপাত, নৰসিংহ।

মচলা

৪৪.৬১ এলাচি, লং, লবঙ্গ, ডালচেনি, ডালচেনী।
হালধি, কেঁচা হালধি, হৰিদ্ৰা।
সৰিয়হ, বগা সৰিয়হ, ৰাই সৰিয়হ, ৰঙা সৰিয়হ।
জালুক, গোলমৰিচ, পিপলি, পিপলী। কাবাব-চেনি।
তেজপাত, তেজপত্ৰ। জাযাং।
জাফৰান।
তিল, বগা তিল, ক'লা তিল।
ধনিয়া, ধন্যাক।
জলকীয়া, মৰিচ, কেঁচা জলকীয়া, শুকান জলকীয়া, ভোজনঠেলা; ভোটজলকীয়া, বিহমৰিচ, বিহ জলকীয়া, ভজলুক, কণ জলকীয়া, কণমৰিচ।
জীৰা, জীৰক, বগা জীৰা, ক'লা জীৰা, শ্বেতক।
মৌৰি, গুবামৰি, চফ্।
আফু, আফুগুটি, পোস্ত। আফুগুড়ি।
যনী, বনযনী; আজোৱান। জয়ত্ৰী।

মিথি, মিথিগুটি; বন মিথি। বন জালুক। বন তিল। বন নহৰু।
জাঁইফল।
আদা, এদা, মৰাণ আদা, জাতি আদা, গাৰো আদা। আদ্ৰক, আৰ্দ্ৰক। পাঁচ ফোড়ন [ গুৱামৰি, চফ; মিথি; ক'লা জিৰা; জনি; সৰিয়হ ] ।
গৰম মচলা [ লং; ডালচেনি; এলাচি]।

**দানাজাতীয় শস্য**

৪৪.৬২ দাইল, মাহ।
বুট, কাবুলী বুট। মগু। মচুৰ। মাটিমাহ; মাটিকলাই, বিউলি।
ৰহৰ; খেচাৰি। মটৰ।

৪৪.৬৩ ধান, ধান্য, ব্ৰীহি, সতুষ তণ্ডুল। শালিধান; আহুধান; লাহীধান; বৰোধান; বাওধান।
গছীধান। গুটিধান। মৌসৰা।
কাতীয়া ধান, আকালতৰা ধান।
বৰ্ণিধান, নলবৰ্ণী, নলবৰা, জহাবৰা।
বৰাধান; জহাধান; চকোৱাধান, কোমলধান। নামী-ধান।
মনোহৰ শালি, কছাৰী-শালি, ক'লা-শালি, মাগুৰি।
ক'লাজহা, ৰামপাল জহা, তুলসী জহা, কণী জহা।
আইজং। দলপোণা, শ'ল পোণা। মইনাগিৰি। বাচমতি।
ধানখেতি। ধানৰ আগ। ধানৰ থোক। কঠীয়া, বাম-পালি, দ পালি, পালি-কঠীয়া; কঠীয়াৰ ধান। শস্যসঙ্কৰ ধান। ধানৰ পথাৰ, ধাননি। কঠীয়াতলী, কঠীয়ানি। ভুঁইতলী। বাওতলী; আহুতলী; শালিতলী। ভঁৰাল, ভঁৰাল ঘৰ; গছীভঁৰাল, গুটি ভঁৰাল। ডুলি। টোম।
ধানখেৰ। পুঁজি, খেৰৰ পুঁজি। নৰা, খেৰশনী। তুঁহ, তুঁহ গুড়ি।
ধান দোৱা—। হাঁউৰী, সাঁউৰী। মৰণা, ধানমৰা— । নৰা কটা।
ভুঁই ৰোৱা—। পেক ৰোৱা—।
কৰ্হোৱা; বোকা দিয়া—, বোকা তোলা কৰা—, সমাৰ বোৱা—, সমাৰ কঢ়োৱা—, তিনিসীৰ বোৱা—, চাৰি সীৰ বোৱা—, মৈ, মৈওৱা—। হাল বোৱা। কঠীয়া গোৰোৱা—, কঠীয়া তোলা—, কঠীয়া তোলা কৰা— , বোকা তোলা কৰা, খৰ বোৱা দিয়া—।
ডাঙৰি অনা—। লখিমী অনা—।
গোছ লোৱা—।
গেঁৰ, গেঁৰ। সঁজাল।
চেৰা বোটলা—, লেছেৰি বোটলা—।
ওখোন, দাৰীয়া, ৰইনা।

৪৪.৬৪ বি. চাউল, তণ্ডুল, অক্ষত।
আৰৈ, আৰৈ চাউল; উখোৱা। খুদ, খুদ চাউল।
পিঠা গুড়ি, চাউল গুড়ি।
কোমল চাউল, বোকা চাউল।
জহা চাউল, তুলসী জহা, ক'লা জহা, খৰিকা জহা।
বৰ্ণি চাউল, বৰা চাউল, নলবৰ্ণি, জহা বৰা।
বিণ. খুদীয়া

৪৪.৬৫ গম, ঘেঁহু। আটা; ময়দা; চুজি; দালিয়া।
বাৰ্লি, যৱ।
মাকৈ, গোমধান, বজৰা। মাকৈ গুড়ি, মাকৈ আটা।
[বিবিধ] ভেটিত তিতা লাও গজা; অকাল কুষ্মাণ্ড; কচু কটা দিয়া—; উৰহী গছৰ ওৰ লোৱা—, বেঙেনা গছত হাঁকুটি লগোৱা—। আফু গুটীয়া। আদা বেপাৰীক জাহাজৰ খবৰ।

**বৃক্ষ**

৪৪.৬৬ আঁহত অশ্বত্থ; জৰি, জৰী, বটগছ, পাকৰী; বড়, জৰি বড়, এঠা-বড়, স্বৰ্ণ-বট। শুচিদ্ৰুম, ক্ষীৰদ্ৰুম।
আম, আম্ৰ। জামুগছ।

৪৪.৬৭ চেগুণ, শাল, টিক, গন্ধসৰৈ, মজ; গমাৰি; পমা। পাইন, সৰল; দেৱদাৰু, মেহগনি; ওক; উইল'। হোলোং, মেকাই। শিৰীষ। সোণাৰু। কৃষ্ণচূড়া, ৰাধাচূড়া। কৰৈ।

৪৪.৬৮ শিমলু, শাল্মলী; কেন্দু; কদম; শিৰীষ; তাল, তমাল; টকৌ; অৰ্জ্জুন; চোম, চাম; নাগেশ্বৰ; নাহৰ; নাহৰণি। এৰা, এৰগু। এৰাণি। জাঁও, ঝাঁও। পলাশ, পলাশনি। চাহ। চাহনি।

৪৪.৬৯ নিম, মহানিম; ঘোৰানিম। আমলখি। অমৰা। শিলিখা। কৰ্দৈ। বেল, বিল্ব। জামু। জলফাই। নাৰিকল। তামোল। বহঁত। ঔ। তেঁতেলী। তাল। কঠাল। পনিয়ল। লেটেকু।
নুনি, নেছকুৰি।

৪৪.৭০ বাঁহ [ জাতি বাঁহ; ভলুকা বাঁহ; মকাল বাঁহ; বিজুলী বাঁহ; কাক বাঁহ; কোটোহা বাঁহ; বজালবাঁহ; বেতী বাঁহ; দলৌবাঁহ ], বংশ।
বাঁহনি, বাঁহবাৰী। বাঁহগাজ, আগল।
জেং; জেঙনি।
বিণ. বাঁহপতীয়া।

৪৪.৭১ বেত, বেতস, বেতসলতা, বেত্ৰ।
ৰাইডাং বেত, লেজাই, লেজাই বেত, সৌকা।
বেতগুটি। বেতগাজ।
বেতনি।

**তৃণ**

৪৪.৭২ ঘাঁহ, বন, ঘাঁহবন; দূবৰি, দূৰ্বা, দৰ্ভ, দূৰ্বাপত্ৰ। কেঞ্জাবন। মুথা। কুশ। দলঘাঁহ। এৰালী। কাঁহিপাত। বাঘঢকা, জাৰ্ম্মান বন। ইকৰা, নল, খাগৰি, নলখাগৰি। কঁহুৱা। বিৰিণা।

উলু ঘাঁহ। শণ। বেত।

উলুবনি; দলনি; ঘাঁহনি; বননি। তৰা, তৰাণি।

দুবৰিদলিচা। মৌসৰালী।

বিণ. তৃণাবৃত; তৃণাচ্ছাদিত, তৃণময়, তৃণপূৰ্ণ। কাঁহিপতীয়া। ঘাঁহে ঢকা। বনে ছাটি থকা।

৪৪.৭৩ তুলসী, ত্ৰিমঞ্জৰী, পৰ্ণাস; বন তুলসী, নগা তুলসী, ক'লীয়া তুলসী; ৰাম তুলসী।

**[বিবিধ]**

৪৪.৭৪ শেলাই, শেলুক, শেলুবৈ, শৈবাল; পুণী [বৰপুণী, মাজুপুণী, সৰুপুণী]।

কল্মৌ। ভেঁট। পেনাই, মেটেকা, বিহমেটেকা।

কাঠফুলা, ধূলিয়ন, বেং-ছতা। অহিছত্ৰ।

চিৰতা। সিজু।

পনৌ-নৌৱা, পুনৰ্নৱা। বাহক ; ৰঙাবাহক, বগাবাহক, বন যনী। মৰুৱা।

পাণ। [গান্ধ পাণ, জাতিপাণ,আঙনি, আঙনি পাণ, হাতী আঙনি, বাংলা পাণ, মিঠা পাণ, নগাপাণ]। পিপলি। [বিণ] পিপলুৱা।

তামোল [গোৰোৱা তামোল, বুঢ়া তামোল, কুমলীয়া তামোল]। চুফাৰি, ছুপাৰি। ধপাত, ধপাতপাত। তামাক। তামাকু। মলাধপাত; চাধা ধপাত, মুখত খোৱা ধপাত; চাদা, বৰচাদা; বৰপতীয়া।

ভাং; গাঞ্জা; সিদ্ধি।

ৰুদ্ৰাক্ষ। বিশল্যকৰণী। চিনকোনা। ঘৃতকুমাৰী।

কুঁহিয়াৰ। ইক্ষু।

শতমূল, শতমূলী। কালমেঘ।

**৪৫ বন**

বি. বন, অৰণ্য, বিপিন, জঙ্গল, হাবি, হাবিয়নি, বননি, গছনি, জাৰণি, ঝাৰণি, জাহকনি, কাঠনি, কাঠনিবাৰী, বনানী, কানন, অৰণ্যানী, অটবী, অটবি। বনভূমি, বনাঞ্চল, বনস্থল, বনস্থলী। কান্তাৰ, গহনবন, গভীৰ অৰণ্য, মহাৰণ্য, নিবিড় অৰণ্য, হাবি, জঙ্গল, ডাঠ হাবি, ডাঠ জংঘল; শ্বাপদসংকুল অৰণ্য; বিজন বন, বিজুবন। গেজেপনি, হেৰেপনি। বনৰাজি, বনশ্ৰেণী, বনৰেখা; তৰুশ্ৰেণী, তৰুৰাজি; বনশ্ৰী।

অভয়াৰণ্য, সংৰক্ষিত বন, সংৰক্ষিত বনাঞ্চল।

বনফুল, বনপুষ্প, বন্যকুসুম, অৰণ্যপ্ৰসূন। বনৰীয়া ফুল।

বনাগ্নি, দাবাগ্নি, বনজুই, বনবহ্নি। পোৰণি, পোৰাহাবি।

বনপাল, বনপালক, বনৰক্ষক, বনকৰ্মী, অৰণ্যৰক্ষক, অৰণ্যপাল, অৰণ্যাধিকাৰিক।

বৃক্ষৰোপণ; বন মহোৎসৱ।

বনসৃজন, অৰণ্যায়ন, অৰণ্যসৃজন; বনানীকৰণ। [বিপ.] নিৰ্বনীকৰণ। বনসম্পদ, বনজসম্পদ, অৰণ্যসম্পদ।

বনবাস, অৰণ্যবাস; বানপ্ৰস্থ, বানপ্ৰস্থাশ্ৰম, বনাশ্ৰম, বনজীৱন, বনাশ্ৰয়; অৰণ্যনিৱাস, কাননাৱাস।

বনবিহাৰ, বনভ্ৰমণ, অৰণ্যবিহাৰ, অৰণ্যভ্ৰমণ।

পঞ্চবটীবন, পঞ্চবটী [আঁহত, বেল, বট (বড় গছ), অশোক, আমলখি], শালবন। পাইনবন। জাঁও, জাঁওবন, ঝাঁওবন।

বিণ. বনজ, বনজাত, বনৰীয়া; জংঘলী; আৰণ্য, আৰণ্যক, বনচৰ, বনচাৰী। অৰণ্যজ, অৰণ্যজাত।

বনস্থ, বনস্থিত, বনগত।

অৰণ্যময়, অৰণ্যসংকুল, অটব্য, বনাবৃত, বনময়।

জংগলী, হাবিয়লীয়া, হাবিতলীয়া।

বিণ./বি. অৰণ্যচাৰী, বনচাৰী, অৰণ্যচৰ, বনচৰ, বনবিহাৰী, বিপিনবিহাৰী।

বনৰক্ষী। ফৰেষ্ট গাৰ্ড। হাবিগাল।

বনবাসী, বনবাসিনী, অৰণ্যবাসী, জংগলবাসী, বনাশ্ৰমী, বনাশ্ৰিত। জাৰণীয়া।

**৪৬ বাগান**

বি. বাগান, উদ্যান, বাগ, বাগিচা, কানন।

উপবন, কুঞ্জ, নিকুঞ্জ, কুঞ্জবন, কুঞ্জকানন।

ফুলনি, ফুলৰ বাগান, ফুলৰ বাগিচা, কুসুমকানন, পুষ্পবন, পুষ্পোদ্যান।

ফলৰ বাগান, শাকপাচলিৰ বাগান, নাৰিকল বাগান।

লন। ঘাঁহনি।

লতাকুঞ্জ, লতাগৃহ, লতামণ্ডপ, লতাবিতান। কুঞ্জকুটীৰ।

স্বৰ্গোদ্যান, নন্দনকানন।

বিণ./বি. মালী, মালাকাৰ, উদ্যানৰক্ষক, উদ্যানপাল, উদ্যানপালক; মালিনী।

উদ্যানবিদ, উদ্যানবিশাৰদ।

**৪৭ খেতি-বাতি**

বি. খেতি, খেতি-বাতি, খেতি-খোলা, খেতি-পথাৰ, কৃষি, কৃষি-কৰ্ম্ম, কৃষি-কাৰ্য্য, চহ। ক্ষেত্ৰকৰ্ম্ম; হাল; হালখতি।

নাঙল, কুঁজা; মৈ; যুৱলি, ফাল; ডিলা; ঈহ, ঈহমাৰি; শ'লমাৰি। যোঁত, যোঁত-জৰী।

সীৰলু, আওঁচ।

জবকা, খাবনি, খাভনি।

হোলোঙা, হোলোঙা মাৰি, কাণ মাৰি, কান্ধমাৰি, হুলাং, হুলাংবাৰি, হুলাংমাৰি, হুলাবাৰি, হুলামাৰি।

বাওকা, বিৰিয়া।
চহ কৰা—, চহোৱা—, কৰ্ষণ কৰা—, নাঙল দিয়া—, নাঙল জোৰা—, হাল বোৱা—, মৈ দিয়া—, মৈয়োৱা, বটা-মৈ।
কঠিয়া তোলা কৰা—; বোকা দিয়া—; চাব কটা—; লগ-বোকা দিয়া।
নিৰোৱা—, আবাদ কৰা—।
ধান দোৱা; দাৱনী ধৰা—।
ভুঁই ৰোৱা—; আধি খোৱা—; খন্দুৱা খোৱা, আধি-খন্দুৱা খোৱা—, ডবাল-খোৱা। সাৰিয়া ধৰা—, সাৰিয়া পেলোৱা—।
আধিয়াৰ। দুই আধি; তিনি আধি।
হালবোৱা মাটি, চহোৱা মাটি। কৰ্হোৱা মাটি; সমাৰ বোৱা মাটি; কঠিয়া তোলা মাটি, বোকা দিয়া মাটি।
লেচা, কঠা; বিঘা; হালিচা, হালচা; পুৰা।
আবাদী মাটি। চনপৰা মাটি।
কৃষি বৃত্তি, কৃষি কৰ্ম্ম, খেতি-খোলা, খেতিৰ কাম।
আবাদ; ফলন, শস্যোৎপাদন, কৃষি-উৎপাদন। কঠিয়াতলী। কঠিয়ানী।
কঠিয়া (পৰা—, তোলা—, সিঁচা—)। কঠিয়া তোলা কৰা। কৰ্হোৱা—, তিনি সীৰ কৰা—।
মাটি, খেতিৰ মাটি, শস্যক্ষেত্ৰ, পথাৰ, খেত, খাত, খাত-পথাৰ, খাত-পাম, পাম, চাপৰি। ধাননি পথাৰ।
আহুতলী, পমুৱা, চাহুৱা। শালিতলী; বাওতলী।
দ মাটি। বাম মাটি, টিঙ্গনা মাটি। ৰূপিত মাটি, ৰোৱানী মাটি; ভোগ ৰোৱাতী মাটি।
আলি। আলি দিয়া—। কাষৰি, কাষৰি কটা—।
গোছ। গোছ লোৱা—। মুঠি। থৰ; ডাঙ্গৰি, ডাঙ্গৰি বন্ধা—।
মৰণা মৰা—, মৰণা জোৰা—। ওখন দিয়া। মুখা।
জলসিঞ্চন। গভীৰ নলী নাদ। অগভীৰ নলী নাদ। খাল।
উত্তোলক জলসিঞ্চন। পয়ঃ প্ৰণালী।
উৰ্ব্বৰতা। সাৰ। কম্পোষ্ট, পচন সাৰ। জৈৱ সাৰ। ৰাসায়নিক সাৰ, ফাৰ্টিলাইজাৰ।
কৃষি সম্পদ; কৃষিপণ্য; কৃষি বিপণি।
কৃষি বিজ্ঞান, কৃষি বিদ্যা।
এতৰপীয়া খেতি; বহুতৰপীয়া খেতি।

খেতিৰখীয়া। টঙ্গি। টঙ্গিৰখীয়া। পাম খোৱা।
ৰোওঁতা; ৰোঁৱতী। দাওঁতা, দাৱঁতী। দাউনি, দাউনী; দাৱনি, দাৱনী। ৰোৱণ, ৰোপণ।

**বিণ.** কৃষিজাত, কৃষিজ, ক্ষেত্ৰজ, ভূমিজ, ক্ষেত্ৰোৎপন্ন, ক্ষেত্ৰসম্ভৱ।
পথৰুৱা। আবাদী। ছনপৰা।
কৰ্ষিত, কৰ্ষণীয়, ৰোপিত।
উৰ্বৰ, উৰ্বৰা, ভেৰণীয়া, সাৰুৱা; ৰসাল, ৰসালী; পলসুৱা, জীপল, জীপাল, জীপজীপীয়া।
ফলনশীল, উচ্চফলনশীল; উৎপাদনক্ষম; উৎপাদনশীল; উচ্চ উৎপাদনক্ষম। উচ্চ উৎপাদনশীল।

[ বিপ.] গৰাবাদ। আদলতলি।

**বিণ.** অনাবাদী, কেবাৰী। গৰ-আবাদী, ঊষৰ, অকৰ্ষণীয়, ছনপৰা, উবাৰ।
কটুৰ। অকৰ্ষিত, পতিত, উদালমাটি।

### ৪৮ ফচল

**বি.** ফচল, শস্য, শহ, শস্যবীজ, দানাশস্য, শস্যদানা।
ফল। সুফচল, সুশস্য।
পাচলি, তৰকাৰি, খাৰধি; শাক, শাক-পাত, শাক-পাচলি।
ৰবিশস্য, খৰালিৰ শস্য; বাৰিষাৰ শস্য, খাৰিফ শস্য।
ভঁৰাল, শস্যাগাৰ, শস্যভাণ্ডাৰ। মেৰ, মেঢ়, বাখৰ, ডুলি, পাচি, শস্যভাণ্ডাৰ।
হৈমন্তিক, আঘোণী; মাঘী; ফাগুনীয়া।
ফচলী-নক্সা।

**বিণ.** শস্যপূৰ্ণ, শস্যপূৰ্ণা, শস্যশালী, শস্যশ্যামলা। শাকনীয়া।

### ৪৯ শস্যাভাৱ

**বি.** শস্যহানি, শস্যাভাৱ; অনুৎপাদন। অনুৎপত্তি।
আকাল, দুৰ্ভিক্ষ, অন্নাভাৱ, অন্নকষ্ট, খাদ্যাভাৱ।
দুঃসময়, অন্নাভাৱকাল, অন্নকষ্টকাল।
অফলন, অনাবাদ, অকৰ্ষণ।

**বিণ.** দুৰ্ভিক্ষগ্ৰস্ত, দুৰ্ভিক্ষপীড়িত, দুৰ্ভিক্ষপ্ৰপীড়িত, দুৰ্ভিক্ষক্লিষ্ট। আকালত পৰা।

[ফ. য.] আকালৰ ভাত, অমাতৰ মাত।

**৫০ প্ৰাণ**

**বি** প্ৰাণ, জীৱন, জান, জিন্দেগি, ধাতু, চেতনা, পৰাণ। জীউ জীৱ।

প্ৰাণবায়ু, পঞ্চপ্ৰাণ [প্ৰাণ, অপান, সমান, উদান, ব্যান]। পঞ্চবায়ু, আত্মা, পৰমাত্মা, জীৱাত্মা, অন্তৰাত্মা। আত্মাৰাম, চিদাভাস, আত্মাপুৰুষ। পুনৰ্ভৱী, পুৰঞ্জন। প্ৰাণপখী, প্ৰাণভ্ৰমৰ, প্ৰাণভোমোৰা। প্ৰাণ-পুৰুষ। প্ৰাণধন। প্ৰাণদণ্ড। প্ৰাণ-প্ৰতিষ্ঠা প্ৰাণকোষ; প্ৰাণময় কোষ। প্ৰাণাঙ্কুৰ, আদিপঙ্ক, প্ৰাণপঙ্ক, জীৱবীজ, প্ৰোটোপ্লাজম, প্ৰাণাপান। প্ৰাণী। জীৱাণু।

বাচ্, বাচি থাক্, বাচি থকা—, সজীৱতা, জীৱিতাৱস্থা, টিকি থকা—, অস্তিত্ব, সত্তা, প্ৰাণ থকা—, প্ৰাণস্পন্দ, প্ৰাণস্পন্দন। ইহজীৱন, ইহলীলা, মৰ্ত্ত্যজীৱন, মৰ্ত্ত্যলীলা, সংসাৰলীলা, নৰ-নাট, পাৰ্থিৱ জীৱন, ভৱলীলা, মৰজীৱন জীৱলীলা, জীৱজন্ম।

প্ৰাণময়তা, সজীৱতা। জিজীৱিষা।

জীৱনধাৰণ, জীয়াই থকা—, জীৱন যাপন কৰা—, প্ৰাণধাৰণ কৰা, প্ৰাণৰক্ষা কৰা—। জীৱনযাত্ৰা, দেহযাত্ৰা।

জীৱনপ্ৰবাহ, জীৱন স্ৰোত, সংসাৰ স্ৰোত, সংসাৰ সোঁত। জীৱনচক্ৰ। জীৱন-চেষ্টা। জীৱনবীমা। জীৱনোপায়। জীৱিকা, জীৱহত্যা। জীৱ-জন্তু।

জীৱন সঞ্চাৰ, প্ৰাণদান, জীৱনদান, জীৱন্যাস, প্ৰাণ-প্ৰতিষ্ঠা, জীয়ন কাঠি।

জীৱনজিজ্ঞাসা, প্ৰাণতপস্যা।

জী উঠা—, প্ৰাণ ঘূৰাই পোৱা—, পুনৰ্জীৱন লাভ কৰা।

নৱজীৱন, পুনৰ্জন্ম।

প্ৰাণশক্তি, জীৱনীশক্তি।

জীৱদ্দশা, জীৱনকাল, জীৱিতকাল, আয়ু, আয়ুস।

জীৱিতাৱস্থা।

প্ৰাণীজগত, জীৱনবিজ্ঞান।

জীৱনী, চৰিতপুথি।

**বিণ.** জীৱন্ত, জীৱিত, সজীৱ, সচেতন; বৰ্ত্তমান, বিদ্যমান। জীয়ন্তা জীয়া।

জীৱাতুৰ।

প্ৰাণৱন্ত, প্ৰাণবান, সপ্ৰাণ, প্ৰাণবিশিষ্ট, প্ৰাণময়, প্ৰাণপূৰ্ণ, অজড়, চেতন। হুচিয়াৰ।

প্ৰাণতুল্য, প্ৰাণসম, প্ৰাণ-প্ৰিয়, প্ৰাণ-প্ৰতিম।

সঞ্জীৱনী, প্ৰাণদায়ী, প্ৰাণদ, প্ৰাণদা, জীৱদ, জীৱনদায়ক, প্ৰাণপ্ৰদ, প্ৰাণদাতা, জীৱনদাতা।

জীৱন্মুক্ত। জীৱন্মৃত।

জীয়ন্ততে মৰা।

[বিপ] মৃত, অজীৱ, অৱৰ্ত্তমান, অবিদ্যমান, প্ৰাণহীন, অচেতন, চেতনাহীন। প্ৰাণৰহিত। চৈতন্যৰহিত। জীৱনান্ত। প্ৰাণশূন্য। প্ৰাণ প্ৰযাণ।

[ক্ৰি বিণ.] জীয়াই, জীয়াই জীয়াই, জীৱন্তে।

সজ্ঞানে, জ্ঞানতঃ, সচেতনভাৱে।

আজীৱন, ভৱে জীৱন, ওৱেটো জীৱন। প্ৰাণ টাকি। প্ৰাণ-পণে।

**৫১ চেতনা**

**বি** চেতনা, চৈতন্য, সচিত, দিঠক, জ্ঞান, হুঁচ, হুঁচ্, গম, তত, গমগতি, ততমত, সংবেদনা, সংবেদ, সংবেদন, সম্বিৎ, বোধ, চম্বিত, অনুভৱ, অনুভূতি, উপলব্ধি, ইন্দ্ৰিয়বোধ, ভূৰ্ভঙ্গ, বাহ্যজ্ঞান, সাৰ, সাৰসুৰ, সাৰ সিৰ্কাত, সাৰি, সাৰিসুৰ, বোধশক্তি, অনুভৱ শক্তি, অজড়তা। চৈতন্যময়তা, চেতনসত্তা, অনুভূতিময়তা, সংবেদনশীলতা। অৱগতি। সংজ্ঞা লাভ, জ্ঞান, চৈতন্যপ্ৰাপ্তি, চৈতন্যলাভ, বোধোদয়। সহজাত জ্ঞান, আদ্যজ্ঞান, ইন্দ্ৰিয়।

**বিণ** চেতন, অজড়, সজীৱ, সচেতন, সংবেদী, সংবেদনশীল, সুবেদী, অনুভূতিময়, অনুভূ, সজ্ঞান, চৈতন্যময়, চৈতন্যবিশিষ্ট, চেতস্বান, চেতনাত্মক।

সংবিদিত, অনুভূত, বিভাৱিত।

**ক্ৰি বিণ ঃ** সজ্ঞানে, জ্ঞানতঃ, সচেতনভাৱে, সচেতনে।

[বিপ.] আচম্বিতে।

**৫২ চৈতন্যহীনতা**

**বি** চৈতন্যহীনতা, অচৈতন্য, অচেতনতা, জড়তা, জড়ত্ব।

সংজ্ঞাহীনতা, মূৰ্চ্ছা, মূৰ্চ্ছা, অজ্ঞান অৱস্থা, ঘূৰ্মনি, জ্ঞান লোপ, সংজ্ঞালোপ, জ্ঞান হেৰুওৱা—, সংজ্ঞা হেৰুওৱা—, বাহ্যজ্ঞান লোপ—, জ্ঞানলোপ, ফিট হোৱা—, দাঁত সৰাহি। টেঙ্গামূৰি, পাক-ঘূৰণি।

আচ্ছন্নতা, সাৰহীনতা, অৱশতা, বিৱশতা।

সম্মোহ, আৱেশ, সংবেশ, সম্মোহন, সংবেশন, মুগ্ধকৰণ, বশীকৰণ।

**বিণ.** অচেতন, জড়।

অজ্ঞান, অচৈতন্য, জ্ঞানশূন্য, সংজ্ঞাহীন, অসংজ্ঞ, নিঃসংজ্ঞ, সংজ্ঞাশূন্য, বেহুঁচ, তাল বাল খোৱা—, মূৰ্চ্ছা যোৱা—, মূৰ্চ্ছিত, বিমূৰ্চ্ছিত, জ্ঞানহাৰা, জ্ঞানহীন, চৈতন্যহীন, নিশ্চেতন,

গতচেতন। হতচেতন; মূৰ্চ্ছিত; আচ্ছন্ন, বাহ্যজ্ঞানহীন, লাচাৰ, বাহ্যজ্ঞানশূন্য। অবচেতন। অবশ, বিবশ।
ঠৰমৰ, ঠেৰেঙা, ঠৰঙা।
সংবিষ্ট, সংবেশিত, সম্মোহিত, আৱিষ্ট, বিমোহিত, সম্মূঢ়।
অসাৰ, নিঃসাৰ, সাৰসুৰ নোহোৱা, সাৰ সিৰিকটি নোহোৱা।
নিথৰ-থৰ। মৃত, মৰা।
**বিণ./বি.** সংবেশক, সম্মোহক, সম্মোহনকাৰী।

**৫৩ প্ৰাণী**

**বি.** প্ৰাণী, জীৱ, প্ৰাণধাৰী, প্ৰাণবিশিষ্ট, অজড়, জন্মবান; জীৱজন্তু; মানুহ; কীটপতঙ্গ। উদ্ভিদ।
জৈৱতা।
জীৱজগত, প্ৰাণীজগত, প্ৰাণীকুল, সৃষ্টি, জীৱলোক। উদ্ভিদ-জগত, উদ্ভিদকুল।
জীৱনবিজ্ঞান, জীৱবিজ্ঞান, জীৱবিদ্যা, প্ৰাণীবিদ্যা, প্ৰাণীতত্ত্ব, জীৱতত্ত্ব।
**বিণ.** জৈৱ, জীৱঘটিত; জীৱজ, প্ৰাণিজ; জীৱজাত, জান্তব, জীৱী।
জীৱসম্বন্ধীয়, জীৱজাগতিক।
**বিণ./বি.** জলচৰ; স্থলচৰ, ভূচৰ; উভচৰ; আকাশচৰ, খেচৰ।
মেৰুদণ্ডী, পৃষ্ঠবংশী, ভাৰ্টিব্ৰেট। অমেৰুদণ্ডী, অপৃষ্ঠবংশী, ইনভাৰ্টিব্ৰেট।
এককোষী; বহুকোষী।
স্তন্যপায়ী, স্তন্যজীৱী।
মাংসাশী, মাংসাহাৰী, হিংস্ৰ; তৃণভোজী, তৃণাহাৰী।
ঘাঁহখোৱা।
জীৱতত্ত্বজ্ঞ, প্ৰাণীবিজ্ঞানী, প্ৰাণীতত্ত্ববিদ।

**৫৪ জড়ত্ব**

**বি.** জড়ত্ব, জড়তা, জড়িমা, ভৌতিকতা, জাড্য; অজৈৱতা।
পদাৰ্থ।
জড়জগত, জড়প্ৰকৃতি, জড়াপ্ৰকৃতি, জড়পদাৰ্থ, বস্তুজগত, ভৌতজগত; প্ৰকৃতি। জড়বাদ, প্ৰাকৃতদৰ্শন।
জড়যোগ।
জড়বিজ্ঞান, ভৌতবিজ্ঞান; পদাৰ্থবিজ্ঞান, পদাৰ্থবিদ্যা।
ৰসায়নবিদ্যা, ৰসায়নশাস্ত্ৰ। ভূবিদ্যা।
**বিণ.** জড়, নিষ্প্ৰাণ, প্ৰাণহীন, অপ্ৰাণ, অচেতন।
জড়বাদী।
জড়ীভূত, জড়ভাৱাপন্ন, নিষ্পন্দীভূত। জড়ীকৃত।
অজৈৱ [-সাৰ, -খাদ্য, -লৱণ, -ৰসায়ন]; ভৌত, ভৌতিক।
ঠেৰেঙা, ঠৰঙা, ঠৰ, জঠৰ, জঠঙা।
সাৰ-সুৰ নোহোৱা, সাৰসিকতি নোহোৱা।
**বিণ/বি.** ভৌতবিজ্ঞানী, পদাৰ্থবিজ্ঞানী, পদাৰ্থবিদ।
ৰসায়নবিদ, ৰসায়নবিজ্ঞানী।

**৫৫ উৎপত্তি**

**বি.** উৎপত্তি, উদ্ভৱ, সমুদ্ভৱ, আৱিৰ্ভূত, অভ্যুদয়, আৱিৰ্ভাৱ, উদয়, সমুদয়, উত্থান, সমুত্থান, উপজনন।
উদ্ভাৱন, উদ্ভাৱনা।
আৰম্ভ, প্ৰাৰম্ভ; সঞ্চাৰ, উদ্ৰেক, উন্মেষ, উন্মেষণ; উন্মীলন, প্ৰকাশ, প্ৰস্ফুটন, বিকাশ; বিস্তাৰ, প্ৰসাৰ, বিসাৰ, উন্মোচন।
সৃষ্টি, সৃজন, জন্ম। ফলন।
উৎপাদন। উদ্ভাৱন।
নিৰ্মাণ।
প্ৰাদুৰ্ভাৱ।
উৎস, আদি, মূল, সৃষ্টিমূল, আদিমূল, আদ্যবীজ, আদিকাৰণ, আদিতত্ত্ব, উৎপত্তিমূল, কাৰণ, প্ৰভৱ। নিদান।
আতি-গুৰি, আগ-গুৰি, খোৰ, আদি-অন্ত।
বীজ। অঙ্কুৰ। ভ্ৰূণ। কণ-কঠীয়া।
উৎপত্তিস্থল, উৎপত্তিস্থান; আকৰ, খনি। ভৰ্কা, ভূমুক, উঁহ। জঁইন।
সৃষ্টি তত্ত্ব, সৃষ্টি ৰহস্য।
পৰব্ৰহ্ম, পৰমব্ৰহ্ম, ঈশ্বৰ, ভগৱান, আদিকৰ্ত্তা, পৰমেশ্বৰ, ভূত-ভাৱন। নেদেখা জনা।
**বিণ.** উদ্ভূত, সম্ভূত, অভ্যুদিত, উদিত, উৎপন্ন, উৎপাদিত, উন্মেষিত, বিকশিত, উন্মীলিত, উন্মোচিত, উন্মিষিত; উদ্ভিন্ন, প্ৰোদ্ভিন্ন; সঞ্জাত, সমুদ্ভূত, সৃষ্ট; উপজাত, প্ৰস্ফুটিত।
বীজস্বৰূপ, কাৰণীভূত, আগত, আৱিৰ্ভূত।
আদ্য, আদি, আদিম, আদিভূত, নৈদানিক। প্ৰাগৈতিহাসিক।
আকৰিক, আকৰজ, আকৰোৎপন্ন, আকৰোদ্ভূত, খনিজ।
**বিণ./বি.** সৃষ্টিকৰ্ত্তা, সৃষ্টিকাৰক, সৃষ্টিকাৰী, স্ৰষ্টা। উদ্ভাৱক; উদ্ভাৱিকা।

**৫৬ জন্ম**

**বি.** জন্ম, জনম, সংবৃত্তি, সম্ভৱ, উপজনন; উৎপত্তি, উদ্ভৱ, আৱিৰ্ভাৱ।
জন্মগ্ৰহণ কৰা—, জন্মা, ভূমিষ্ঠ, পয়দা, জন্ম লাভ, জন্ম পৰিগ্ৰহ, দেহধাৰণ, পৃথিৱীৰ পোহৰ দেখা, পৃথিৱীলৈ অহা—, ধৰাধামত অৱতীৰ্ণ হোৱা—, জীৱন পোৱা—।
জনন, প্ৰজনন, বিজনন, জনকতা।
গৰ্ভ; গৰ্ভধাৰণ, গৰ্ভত ধাৰণ, সন্তান ধাৰণ; গৰ্ভসঞ্চাৰ, গৰ্ভসংক্ৰমণ, প্ৰজন। পেটত ধৰা, পেট হোৱা, পেট কৰা—।
সন্তান সম্ভাৱনা। গৰ্ভকাল, গৰ্ভসময়। গৰ্ভবাস। গৰ্ভাধান।
প্ৰসৱ, গৰ্ভমোচন, সৃতি, অভিষৱ, বিয়ন, ল'ৰা পোৱা—, ছোৱালী পোৱা—।
জগা—, ওপজা—।

প্রসূতি, প্রসৱিনী।
চিজাৰিয়ান ছেক্‌ছন; ডেলিভাৰি। নাড়ী কটা, নাভিছেদন, নাভিকৃন্তন। প্রসৱ বেদনা, প্রসৱ যন্ত্রণা, গর্ভযন্ত্রণা, গর্ভযাতনা, গর্ভবেদনা, বিষ অহা। ভ্ৰূণ। জল। ডিম্বকোষ, অণ্ডকোষ, ডিম, অণ্ড।
উমা। উমুৱা। উমনিত পৰা—, উমনি দিয়া—।
কণী ফুটোৱা—। ইনকিউবেটোৰ।
গর্ভাশয়, জৰায়ু। ফুল। গর্ভকোষ। গর্ভকুসুম, গর্ভপুষ্প।
প্রসূতি ঘৰ, প্রসূতিগৃহ। প্রসৱগৃহ, চেৰাশালি।
প্রসৱদ্বাৰ।
জাতাশৌচ, জন্মাশৌচ, জননাশৌচ, জাতকর্ম্ম, জাতকৃত্য, জাতক্রিয়া। ষষ্ঠীযাগ। জাতেষ্টি।
জন্মদিন, জন্মবাৰ, জন্মতিথি, আৱিৰ্ভাব তিথি, জন্মলগ্ন, জন্ম সময়, জন্ম মুহূৰ্ত্ত। জন্ম নক্ষত্র।
জন্মোৎসৱ, জন্মদিন পালন, জন্মতিথি পালন; জন্মবাৰ্ষিকী, জন্মজয়ন্তী; জয়ন্তী, জুবিলি, হীৰক জয়ন্তী, সূবৰ্ণ জয়ন্তী, ৰজত জয়ন্তী; প্লাটিনাম জুবিলি।
জন্মপত্ৰিকা, সোঁৱৰণী, জন্মকুণ্ডলী।
ধাত্ৰীবিদ্যা, প্রসূতিতন্ত্র।
জন্মান্তৰ, পুনৰ্জন্ম, অন্যজন্ম।
জন্মান্তৰবাদ, পুনৰ্জন্মবাদ।
বিণ প্রসূত, জাত, জনিত, প্রজাত, সংবৃত্ত, সঞ্জাত, গৃহীতজন্ম। সম্ভূত। জায়মান। ওপজা, ভূমিষ্ঠ হোৱা।
বিণ./বি. জাতক, জাতিকা, নৱজাতক, নৱজাতিকা, সদ্যোজাত, সদ্যোপ্রসূত, পানী-কেঁচুৱা, দুগ্ধপোষ্য। প্রসৱিনী।
বিণ. অঙ্গজ, শৰীৰজ, দেহজাত, দেহজ, অন্তৰ্জাত, অন্তৰ্ভৱ, আন্তৰ্জনীন, আত্মজ, অপত্য, দেহোৎপন্ন; গর্ভজাত, গর্ভজ, জৰায়ুজ; যোনিজ।
গর্ভস্থ, গর্ভৰ, পেটৰ।
অণ্ডজ, ডিম্বজ, ডিম্বোৎপন্ন।
অযোনিজ, অযোনিসম্ভৱ, অযোনি, সম্ভূত, অগর্ভজাত, অগর্ভোৎপন্ন, অগর্ভজ, অজৰায়ুজ। আত্মজাত।
বিণ./বি. জনক, জনিতা, জনয়িতা; জনয়িত্ৰী।
জন্মদাতা, জন্মদাত্ৰী, গৰ্ভ-ধাৰিণী।
ধাত্ৰী, ধাই, দাই, ধাইমা; উপমাতা। পিয়নী ধাত্ৰী।
বিণ. গর্ভৱতী, গর্ভাৱতী, গাভিনী, গর্ভিনী। সগৰ্ভা, গর্ভযুক্তা। গা ভাৰী, ঃ গা-নৰিয়া, গা-ভৰুণ,গাত লেঠা থকা। অন্তঃসত্তা, সন্তান সম্ভৱা, আপন্নসত্তা, পোৱাঁতী, উদৰিণী, অন্তৰাপত্যা, অন্তৰ্বত্নী, সসত্ত্বা, গুৰ্বিণী; পূৰ্ণগৰ্ভা।
জনয়িত্ৰী।
আসন্নপ্রসৱা; প্রসূতি, প্রসৱিনী, প্রসূতা, প্রসবিতা, সূতা, প্রসৱী, প্রসৱিত্ৰী, প্রসূ, জাতসন্তানা, জাতাপত্যা, জনিতা, জনিত্ৰী, প্রসৱকাৰী, প্রজাতা, সূতিকা, বিয়ন্ত।
অপজাত, বিজাত, বিজন্মা, জাৰজ, জাৰজাত, বাওকণী।
কৌলটেয়, কৌলটিনেয়; কানীন; পাৰস্ত্ৰৈনেয়, ক্ষেত্ৰজপুত্ৰ।
বহুপ্রজ, বহুপ্রসৱিনী, বহুপ্রসূ।
[বিপ.] বি. বাঁজী, কাঠবাঁজী, বিয়ৈবাঁজী, কাকবন্ধ্যা।
জন্মনিয়ন্ত্ৰণ, পৰিবাৰ পৰিকল্পনা, পৰিয়াল সীমিতকৰণ, জনসংখ্যা নিয়ন্ত্ৰণ।
ভ্ৰূণহত্যা, গর্ভপাত, গৰ্ভোপঘাত, গর্ভস্ৰাৱ, গৰ্ভচ্যুত। গা হোৱা। পেট খহোৱা—, ৱিনচ, ৱিনচ কৰা—, ৱিনচলৈ ওহৰা—, খহোৱা—।
অজন্ম, অজনি।
বাওকণী (পাৰ)।
বিণ. অজাত, অসম্ভূত, অনুৎপন্ন।
ভ্ৰূণঘাতক, ভ্ৰূণহা, ভ্ৰূণহন্তা, ভ্ৰূণঘ্ন, গর্ভঘাতক।
৫৭ মৃত্যু
বি. মৃত্যু, মৰণ, লৰা-যম, প্রাণত্যাগ, প্রাণ-নাশ, প্রয়াণ, পয়াণ, মহা প্রয়াণ, বৈকুণ্ঠ পয়াণ, তিৰোধান, তিৰোভাব; কাল, কালগ্ৰাম, লোকান্তৰ, মৰা—, ঢুকুৱা—, মৃত্যু হোৱা—, স্বৰ্গী হোৱা—, স্বৰ্গগামী হোৱা—, পৰলোকগামী হোৱা—, পৰলোকপ্ৰাপ্তি ঘটা, গা থোৱা—, পৰপাৰলৈ গতি কৰা—, পৰপাৰলৈ যোৱা, পৰপাৰলৈ গমন কৰা—, মুক্তি লাভ কৰা—, মোক্ষ লাভ কৰা—, বৈকুণ্ঠগামী হোৱা—, অনন্তধামলৈ গতি কৰা—, ধাতু উৱা, ধাতু বাজ হোৱা— সৰকা—, সিপাৰ হোৱা—, সিফলীয়া হোৱা—, গড় পেলোৱা—, শেষ নিশ্বাস লোৱা—, শেষ নিশ্বাস ত্যাগ কৰা, জীৱ যোৱা—, জীৱ বাজ হোৱা—, যমে নিয়া, পাৰ হোৱা—, চকু মুদা—, সিফলীয়া হোৱা—, দেহান্তৰ ঘটা—, দেহাৱসান, দেহা পেলোৱা—, আয়ু বেলি মাৰ যোৱা—, আয়ুস ওকলা, আয়ুসত চাউল নোহোৱা হোৱা—, চাউল উকলা—, মহাপ্ৰস্থান, মোক্ষ লাভ, চকুৰ আঁৰ হোৱা, লোকান্তৰ হোৱা, বিয়োগ হোৱা, জীৱন পাত কৰা, আয়ুপাত, আয়ুশেষ, জীৱন-পতন, প্ৰাণ পখী উৰি যোৱা, ইহলোক ত্যাগ কৰা, ইহলীলা সম্বৰণ কৰা—, ভৱসাগৰ পাৰ হোৱা—, প্ৰাণ বায়ু উৰি যোৱা (বাহিৰ হোৱা), মোক্ষ লাভ কৰা, অনন্ত ধামলৈ গতি কৰা, স্বৰ্গগামী হোৱা—,যমে নিয়া, নাম থোৱা—, জীৱন বন্তি নুমাই যোৱা—, চকু মুদা, হানি হোৱা, পৰলোক হোৱা, নাম লুকোৱা।
মহাযাত্ৰা, মহাপ্ৰস্থান, মহাপ্ৰয়াণ। মহানিদ্ৰা, কালনিদ্ৰা।
অপমৃত্যু, বিঘাত-মৰণ, অপঘাত, আওমৰণ। অকালমৃত্যু।
ইচ্ছামৃত্যু।
হত্যা, দিহালগোৱা, নিধন;
মৰণশীলতা, নশ্বৰতা, ক্ষণভঙ্গুৰতা।
অন্তিম দশা, শেষাৱস্থা, অন্তিমকাল, অন্তিম সময়, শেষ দশা,

অন্তেকাল, ইন্তেকাল, ইন্তাকাল, মৃত্যুকাল, মৰণকাল, মৃত্যু-মুখ।
পৰকিতি লৰা, মৰিবলৈ ওলোৱা—। কালে টনা।
মৃত্যুযন্ত্ৰণা, যমযন্ত্ৰণা, যমৰ যাতনা।
যম, যম-ৰজা, যম-দূত, যমপুৰী, যমালয়, নৰক, মৃত্যুলোক।
মৃত্যু চিহ্ন, মৰণলক্ষণ।
মৃত্যুশয্যা, শেষ শয্যা, অন্তিম শয়ন।
মৰছিৰি, মৰশ্ৰী। মৰ-জাৰ।
মৃতদেহ, লাচ (ছ), শ, শৱ।
মৃতক, কাল হোৱাটো—।
মৰ্গ, লাচকটা ঘৰ।
শৱযাত্ৰা, শেষযাত্ৰা, শ্মশান যাত্ৰা, শৱানুগমন।
ক'ফিন, কাফন।
চাঙি, চাঙিত তোলা—।
অন্ত্যেষ্টি, অন্ত্যেষ্টিক্ৰিয়া, সৎকাৰ, মৃতসৎকাৰ, শৱসৎকাৰ, শেষকৃত্য, সৎক্ৰিয়া, শ্মশানকৃত্য; অগ্নিকাৰ্য, অগ্নিকৰ্ম্ম, অগ্নিক্ৰিয়া, দাহকৰ্ম্ম, দহন-বহন।
মুখাগ্নি, মুখত জুই দিয়া— ।
দাহ, শৱদাহ, শৱদাহন, কবৰ, গোৰ, সমাধি, পোত, পোতা, খৰি দিয়া, কাঠ-সংস্কাৰ। মৰা শ পোৰা।
চিতা, চিতোৎসৰ্গ (ক), চিতাত তোলা।
শ্মশান, শাসন-শাল, মৰিশালি, দাহস্থান, শৱদাহস্থান শ্মশানভূমি। গাহৰিখুটি, কুকুৰা খুঁটি
ক্ৰিমেটোৰিয়াম। চুল্লি।
কবৰ, কবৰখানা, কবৰস্থান, গোৰস্থান, সমাধিভূমি সমাধিক্ষেত্ৰ, সমাধিস্থল, সমাধিস্থান। চিমেটাৰি।
মাতৃবিয়োগ; পিতৃবিয়োগ, গুৰুদশা। নক্ষত্ৰপাত, মহা-গুৰুনিপাত।
সমাধিস্তম্ভ, সমাধি। মকবৰা, মাজাৰ।
মৃত্যুদেৱতা, যম। মৃত্যুদূত, যমদূত, কাল।
শৱব্যৱচ্ছেদ, মৰণান্তপৰীক্ষা; পোষ্টমৰ্টেম, অটোপ্সি।
মৃত্যুশোক। মৰ ৰাউচ, মৰ ৰাও। মৰ বিননি, মৰ কান্দোন।
মৰ গু হগা—। কালধাম।
মৃতাশৌচ, মৰণাশৌচ, অশৌচ, কালাশৌচ, প্ৰেতাশৌচ।
অশৌচান্ত। মৃত্যু-মঙ্গল।

**বিণ.** মৃত, প্ৰয়াত, কালগ্ৰস্ত, পৰলোকগত, স্বৰ্গীয়, স্বগত, স্বৰ্গগত, স্বৰ্গস্থ, গতপ্ৰাণ; গত; তিৰোহিত, তিৰোভূত, গতায়ুস; লোকান্তৰিত, চিৰনিদ্ৰিত, চিৰনিদ্ৰাভিভূত। পঞ্চত্বপ্ৰাপ্ত, গতাসু, গতায়ু। ফৌত, ফোতী। বিগতপ্ৰাণ, গতজীৱন, মৰদম, প্ৰাণহীন, নিষ্প্ৰাণ। ফৌত।
সদ্যোমৃত। মৃতজন্মা।
নশ্বৰ, মৰণশীল, মৰ।
মৃতপ্ৰায়, মৰণান্তিক, মুমূৰ্ষু, মৰণাপন্ন, মৰণোন্মুখ, মৰণ-কাতৰ, ক্ষীণশ্বাস, আসন্নমৃত্যু, মৃতকল্প, জৰমাৰ, আধামৰা, আধাসাৰি, অৰ্ধমৃত, জীৱন্মৃত, ওষ্ঠাগতপ্ৰাণ, কণ্ঠাগতপ্ৰাণ, নাভিশ্বাস উঠা। যমে মানুহে টনাটনি। যোৱা থোৱা (অৱস্থা), যাওঁ যাওঁ (অৱস্থা), চিপ টানি থকা—, কলঢোপ কলঢোপ কৰি থকা—, কলপ কলপ কৰি থকা—, ঢেল-ওপঙা দিয়া।
মৃত্যুকালীন। কেলেপ কেলেপ কৰি থকা—। পৰ দিব লগা—, পৰ-পালি দিব লগা—, তুলসী গুৰিলৈ উলিওৱা—, কলপাতত পেলোৱা—, বাহিৰলৈ উলিওৱা—।
সৎকৃত, কৃতসৎকাৰ, সমাধিস্থ, সমাহিত।

**বিণ./বি** শৱানুগমনকাৰী, শৱযাত্ৰী, শৱানুযাত্ৰী, শৱবাহক, চাঙিবাহক, কান্ধত লোৱা, শ্মশান যাত্ৰী। শ্মশান বন্ধু।
অগ্নিদাতা, অগ্নিদানকাৰী।
শৱদাহক, দাহকাৰী। শ্মশান সহায়, চণ্ডাল, শ্বপচ।
শ্মশানচাৰী।

**ক্ৰি. বিণ.** আওমৰণে। আমৃত্যু, আমৰণ, মৰণাৱধি, মৰা লৈ, মৰালৈকে। কলধপ কলধপকৈ, মৰোঁ মৰোঁকৈ, কলপ কলপকৈ।

### ৫৮ হত্যা

**বি.** হত্যা, খুন, শেষ, বধ, মাৰণ, ঘাতন, হনন, সংহাৰ, প্ৰাণনাশ, প্ৰাণে মৰা, মাৰি পেলোৱা, প্ৰাণ-সংহাৰ, নিধন, বিনাশ, প্ৰাণ-লোৱা, খুনী। খুনজখম।
ভূত-দ্ৰোহ, জীৱহিংসা।
আততায়িতা। জিঘাংসা। প্ৰতিহনন, প্ৰতিহত্যা।
নৰহত্যা, নৰমেধ, গণহত্যা, গণনিধন।
গুপ্তহত্যা, গুমি।
প্ৰাণীহত্যা, জীৱহত্যা, পশুহত্যা, পশুবধ, জীৱহিংসা, চিকাৰ, মৃগয়া, চোৰাং চিকাৰ। বলি, বলিদান, হালাল, জবাই, পশুবলি, মৃগবলি।
মৰণেচ্ছা, মৰণাভিলাষ, মৃত্যুকামনা।
আত্মহত্যা, আত্মহনন, আত্মবধ, আত্মঘাত, আত্মনাশ, আত্মবিনাশ। আপোনঘাতী হোৱা—, আত্মঘাতী হোৱা—, আত্মজাহ দিয়া—, আত্মজাহী, আত্মঘাতকী আত্মবধী, আপোন-বধী, আত্মঘাত, আপোনঘাত।
পিতৃহত্যা; মাতৃহত্যা, গুৰুহত্যা, অপত্যহত্যা, সন্তানহত্যা; বধূহত্যা। পত্নীহত্যা। গৃহবধূহত্যা।
স্ত্ৰী-বধ, পিতৃ বধ, মাতৃ বধ। ভ্ৰাতৃবধ। মিত্ৰবধ।
ইচ্ছামৃত্যু, স্বেচ্ছামৃত্যু। সহমৰণ, অনুমৰণ, সতীদাহ।
বিহ খোৱা, বিষপান। জহৰব্ৰত। হাৰাকিৰি।
প্ৰাণ দিয়া—, প্ৰাণদান, প্ৰাণপাত, জীৱনদান, জীৱনোৎসৰ্গ, জীৱনবিসৰ্জ্জন, আত্মদান, আত্মবিসৰ্জ্জন, আত্মোৎসৰ্গ, আত্মাহুতি, আত্মবলি, প্ৰাণোৎসৰ্গ।

প্ৰাণদণ্ড, মৃত্যুদণ্ড, ফাঁচিৰ হুকুম, মৃত্যুদণ্ডাজ্ঞা, মৃত্যুপৰোৱানা। হত্যাবিধি, হননকৌশল, বধোপায়।
ফাঁচী দিয়া—, ফাঁচীত ওলোমোৱা, ফাঁচী কাঠত ওলোমোৱা। শিৰচ্ছেদ, শিৰচ্ছেদন, শীৰ্ষচ্ছেদ, গলাকটা, মাথাকটা, মুণ্ডচ্ছেদ, মুণ্ডচ্ছেদন; ছিন্নমস্তক। গিলোটিন। শূলত দিয়া। নৰ্চচা শূলত দিয়া।
বধ্যভূমি, বধস্থান, বধস্থলী, হত্যাগৃহ। ফাঁচীৰ মঞ্চ, ফাঁচীশাল।
যূপকাষ্ঠ, হাড়িকাঠ।
ইলেকট্ৰিক চেয়াৰ। ফায়াৰিং স্কোৱাড। গেচ চেম্বাৰ।
কচাইখানা।
চোপ লোৱা।

বিণ. হত, নিহত, অপহত, খতম।
হননীয়, হন্তব্য, বধযোগ্য, হন্য, ঘাতব্য, বধ্য, বধাৰ্হ।
হন্যমান, বধোদ্যত।
প্ৰাণহাৰক, প্ৰাণহৰ, প্ৰাণহাৰী, জীৱননাশক, জীৱনান্তক, প্ৰাণঘাতী, প্ৰাণান্তক, প্ৰাণান্তিক, জীৱান্তক; কালতুল্য, কালস্বৰূপ।
সহমৃত, সহমৃতা, অনুমৃত, অনুমৃতা।

বিণ./বি. হত্যাকাৰী, খুনী, ঘাতক, হন্তাৰক, হন্ত্ৰী, সংহাৰক, নিহন্তা, বধকাৰী, বধকৰ্ত্তা, হননকাৰী, প্ৰাণহন্তা, প্ৰাণহন্ত্ৰী, অপঘাতী, অপঘাতক, আততায়ী, মাৰক, বিনাশক। গুপ্তঘাতক; জিঘাংসু। জীয়া-যম।
পিতৃহন্তা, পিতৃহন্তাৰক পিতৃঘাতী, পিতৃবধী। মাতৃহন্তা, মাতৃঘাতী, মাতৃবধী, মাতৃহন্তাৰক। স্বামীঘাতিনী, পতিঘাতী, পতিঘাতিনী, পতিঘ্ন, পতিঘ্নী, পৈ-মাৰী। পত্নীহত্যাকাৰী, স্ত্ৰীহত্যাকাৰী, পত্নীঘাতী। পত্নীহন্তাৰক, স্ত্ৰীবধী, পত্নী বধী, স্ত্ৰী-হন্তাৰক। অপত্যঘাতক, অপত্যঘাতী, অপত্যহন্তা, অপত্যহন্তাৰক, সন্তানঘাতী।
আপোন ঘাতী, আত্মঘাতী, আত্মবধী। আত্মঘাতিনী (স্ত্ৰী)
নৰঘাতক, নৰবধী, নৰঘাতী।, ভূত-দ্ৰোহী।
চিকাৰী, পহলং, ব্যাধ, নিষাদ, কিৰাত, লুব্ধক, শাকুনিক।
চোৰাংচিকাৰী।
প্ৰতিহন্তা, প্ৰতিহৰ্ত্তা।
কচাই।
জল্লাদ।
অন্তক, যম, শমন, বিনাশক, নাশকাৰী, কৃতান্ত।

বিণ. আত্মঘাতী, আপোনঘাতী; আপোনঘাতিনী, আত্মহন্তা, আত্মনাশক, আত্মনাশী, আত্মহন্ত্ৰী, আত্মহা। মৰণাভিলাষী। মৃত্যুকামী, মৃত্যুকাম, মৰণেচ্ছু, মৰণকামী।
[বিপ.] অপ্ৰাণঘাতী; অঘাতক, অঘাতকী।

**৫৯ পশু**

বি. পশু, জন্তু, জানোৱাৰ, শ্বাপদ, জীৱজন্তু, ইতৰপ্ৰাণী, মনুষ্যেতৰ। চতুষ্পদ। পশুপক্ষী; কীটপতংগ; পোকপৰুৱা।
পতংগ, কীট, পোক, পলু, কীটাণু, কীটানুকীট; পেলু, ক্ৰিমি; জীৱাণু, ভাইৰাচ।
শ্বাপদ, বন্যপ্ৰাণী; হিংস্ৰজন্তু, হিংস্ৰপ্ৰাণী। বন্যপ্ৰাণী সংৰক্ষণ। পশুপালন, গোপালন, মেষপালন; মুৰ্গীপালন, হাঁহ-কুকুৰা পালন; মুৰ্গী পোহা—, হাঁহ পোহা—, কুকুৰা পোহা—। ছাগলী পোহা—।
চাৰণ, পশুচাৰণ, গোচাৰণ, চৰোৱা—, ম'হ চৰোৱা—।
চাৰণভূমি, চাৰণক্ষেত্ৰ, গ্ৰেজিং ৰিজাৰ্ভ।
গলঘণ্টি। টিলিঙা। ৰাথান।
মহ খুঁটি, মহ গুৱাল।
গৰখীয়া, ৰাখোৱাল, ৰাখাল, গোপাল, গোপ।
পশুচিকিৎসা। পশুচিকিৎসক। গো-বৈদ্য, গো-চিকিৎসক। গৰু-ডাক্তৰ। পোহ লোৱা পোহ মনা—, জাতি হোৱা—, ঘৰ লোৱা—, পোহঁতা।
চিৰিযাখানা, পশুশালা।
ঘাঁহী, ঘাঁহকটীয়া।

বিণ. জান্তব, পাশৱ, জানোৱাৰসুলভ, পশুসুলভ, পশুবৎ, পাশৱিক।
ঘৰচীয়া, পোহনীয়া, গৃহপালিত, গৃহপোষ্য।
জাতি। ঘৰ লোৱা। পোহ মনা।
চতুষ্পদী। চাৰিঠেঙীয়া।
বন্য, বনৰীয়া। নখী। হিংস্ৰ।
শ্বাপদসংকুল, শ্বাপদসমাকীৰ্ণ।

বিণ./বি. মেৰুদণ্ডী। অমেৰুদণ্ডী। সৰীসৃপ।
স্থলচৰ, জলচৰ; উভচৰ।
নভশ্চৰ, অন্তৰীক্ষচৰ, খেচৰ।
নৰখাদক, মানুহখোৱা, নৰমাংসভোজী।
তৃণভোজী, তৃণাহাৰী।

**৬০ নানাবিধ প্ৰাণীৰ নাম**

৬০.১ বি. বাঘ, ব্যাঘ্ৰ, বনৰজা, শাৰ্দূল, মৃগান্তক, শেৰ; বাঘিনী, ব্যাঘ্ৰী। নৰখাদক।
নাহৰ ফুটুকী; গোধা ফুটুকী, ঢেকীয়াপতীয়া; চোকাটি, কুকুৰনেচীয়া, লকয়া; লকয়া; ডালবাঘ, লতামাকৰি, লতাফুটুকি। চিতাবাঘ।
হায়েনা। ৰাং কুকুৰ, কুৱাং। জাগুৱাৰ। ঘোং।
বাঘছাল, ব্যাঘ্ৰচৰ্ম্ম।
বাঘধেনু। বাঘজাল। বাঘমুই।
হাউৰি, হাউৰিয়া—, গোঁজৰ, গোঁজৰণি; গুমৰণি, আউৰণি,

হোঁকোৰ হোঁকোৰ।
বিণ বৈযাঘ্ৰ।
৬০ ২ বি সিংহ, পশুৰাজ, মৃগেন্দ্ৰ, মৃগৰাজ, মৃগপতি, কেশৰী, সিংহী। সিংহনাদ, সিংহগৰ্জ্জন, সিংহধ্বনি। কেশৰ।
৬০ ৩ বি হাতী, হস্তী, হস্তিনী, কৰিণী, ধুই। মাতঙ্গ, কৰী, গজ কুঞ্জৰ, দন্তী, দ্বিপ, কৰেণু।
কুনকী, চাহিনী, মাখুন্দী, চাৰিল, চাবাল চাৰিণ। দন্তাল, দন্তাল।
হাতী পোৱালি, হস্তীশাবক, শৰভ, কৰভ, মখনা, ম'ৰা-হাতী, কিৰিঙা, কিৰিঙ্গা, নলদন্তা।
হাতীদাঁত হস্তিদন্ত গজদন্ত, নাগদন্ত।
আহোন শুৰ, শুণ্ড, কুঞ্জৰাস্য, কৰিকৰ, হস্তীহস্ত, ধামখুম।
হাতীশাল পিলখানা। লাংপাট। হাতীমহল।
মাউত, ফান্দী, ফান্দোৱাল, ফান্দোৱাল, হস্তীচালক, নিষাদী।
গজাধক্ষ, হস্ত্যাধ্যক্ষ, অঙ্কুশগ্ৰহ।
হাতীগিৰী, হাতীবেপাৰী, হাতী ব্যৱসায়ী।
হাতী চিকাৰ। খেদা, খেদা চিকাৰ মেলাচিকাৰ। হাতী চিকাৰী।
গজাৰোহী গজাৰুঢ়, হস্ত্যাৰোহী।
হাওদা। দোলছি।
লাং চিং ডাপ্ত গজাঙ্কুশ, গজাকোঁহ, হস্তীবাহ, অঙ্কুশ, যঠা, ডঠ, ডঠা।
খাংৰাং, ফই। ফান্দ। চোৰি।
বাণ্ডা, খাটাং। গজ-ঘণ্টা।
বলিযা হাতী।
হস্তীবিদ্যা, হস্তীনিদান।
হাতীপটি।
হাতী-হিমেজু, হাতী-হেমেজু।
হস্তীযূথ। চাহান।
বইট।
[ পৌৰা ] ঐৰাৱত, গজৰাজ, গজেন্দ্ৰ, নাগেন্দ্ৰ।
গজমুক্তা, গজমুকুতা, গজমাণিক, গজমণি।
বিণ হাস্তিক।
হাতীমুৰীযা, হাতীশুঁৰীযা, হাতীখুজীযা, হাতী-দঁতীযা।
মৰগ-উঠা মযমত্ত, ধাতু উঠা।
৬০ ৪ ঘোঁৰা, অশ্ব, ঘোটক, হয, তুৰঙ্গম, তুৰঙ্গ, তুৰগ, বাহনশ্ৰেষ্ঠ, বাজী, ঘোটকী, ঘুঁৰী, ঘোঁৰা পোৱালী।
অশ্বতৰ।
ঘোঁৰাৰ নেজ, অশ্বতৰ, ফান, অশ্ববাল, গুঁফলি।
ঘোঁৰাৰ মাত, হ্ৰেষা, হ্ৰেষা ধ্বনি, হেঁহনি, হেকহেকেনি, চেহনি, অশ্বধ্বনি, চিঁ হিঁ হিঁ, অশ্বৰব।
অশ্বধাৰা, অশ্বগতি, ঘোঁৰাৰ চুটি, ঘোঁৰাৰ চলন, দুখুজীযা খোজ, গাম, এখুজীযা খোজ, কদম। চাবকটা, গেলপ, প্লুতগতি; ট্ৰট।
যুদ্ধাশ্ব, ৰণুৱা ঘোঁৰা।
আস্তাবল, অশ্বশালা, ঘোঁৰা-শাল।
চহিচ, অশ্বপালক, অশ্বপাল, অশ্বৰক্ষক, অশ্বাধ্যক্ষ।
ঘোঁৰা-চোৰা, ঘোঁৰা-চোৰা বৰুৱা।
অশ্বতত্ত্বজ্ঞ, অশ্বকোবিদ। অশ্ব-বৈদ্য।
অশ্বাৰোহণ, অশ্বাৰোহী, ঘোঁৰা-চেকুৰ, ঘোঁৰ-দৌৰ।
ঘোঁৰা চোৰাৰ, ঘোঁৰা ছোৰাৰ, ঘোঁৰা ছোৰাৰী, ঘোঁৰা চোৰাৰী।
ঘোঁৰা গাড়ী, অশ্বযান, অশ্বশকট, পাল্কী।
জীন, ৰেকাব, ৰিকাপি, ৰেকাপি, লাগাম, লেকাম, দনা, লেগাম, বল্গা দন্তালিকা, অশ্বৰজ্জু।
অশ্বখুৰা নাল।
অশ্বচালনা।
[পৌৰা ] উচ্চৈশ্ৰবা। অশ্বমুখ। অশ্বথামা। অশ্বকৰ্ণ।
[ৰূপ ] পক্ষীৰাজ।
বিণ /বি অশ্বাৰোহী, ৰাহুত, ঘোঁৰা চোৰাৰ, ঘোঁৰা চোৰাৰী, ঘোঁৰা ছোৰাৰী, অশ্বাৰূঢ়, অশ্ববাহন, ঘোটকাৰূঢ়।
বিণ আশ্ব আশ্বিক অশ্বীয।
৬০ ৫ গৰু গো, ধেনু, গোজাতি।
গবাদি পশু, ৰোমন্থিক, ৰোমন্থক
গাই, গাভী, গাইগৰু খীৰতী গাই, দুগ্ধৱতী গাই, গাখীৰতী গাই। দোৰনী (বিণ)।
বাঁজা গাই। দমৰা। চেঁউৰী। বকনা। দামুৰি, দামৰি। বাচৰু, বাছৰু।
গো-বৎস, গোশাৱক, বখনিযা পোৱালি।
গোমাতা।
ষাঁড, যাৰ, ষণ্ড, ভতৰা গৰু।
[পৌৰা ] কামধেনু, কামধুক, সুৰভি, নন্দিনী।
ষাঁড, যাৰ, ষণ্ড, ভতৰা গৰু। বৃষ, ঋষভ, বলীবৰ্দ্দ, শিববাহন।
বলদ, বলধ, বলধা, বলধি।
বাচৰু, বাছৰু, গৰু পোৱালি, কাচলী, চেঁউৰী গৰু, কাঠ চেঁউৰী।
গাখীৰ, দুধ, দুগ্ধ, গোৰস, দোহজ, গোক্ষীৰ।
দৈ, খমা দৈ, ডগৰা, ঘিঁউ, মাখন, ক্ৰিম, পনীৰ, ছানা, ছেনা।
এঁৰা গাখীৰ, ফুটিয়াগাখীৰ।
খীৰোৱা—, দোহন, গোদোহন।
বাঁট, বাঁট তোলা—, বাঁট উঠোৱা—। গোস্তন, ওহাৰ।
গলবিচনি, গলচাপৰি।
গোবৰ, গোময়, গো-বিষ্ঠা, গো-পুৰীষ, গো-মল, সাৰ, গোবৰণি, গোবৰ-শুঠা, গোবৰ-খুঁটি। গোবৰ-চালি। গোবৰ-গাঁত।
গোষ্পদ।
হেম্বেলনি, হাম্বাৰাও, হেম্বা, হেম্বে। হেম্বে হেম্বে।
হেম্বেলিওৱা।

গোপালন, গৰু পোহা। গোধন, গো-সম্পদ।
গো খাদ্য, দানা।
গোমূত্ৰ, গোদ্ৰৱ। গোৰচনা, গোপিত্ত, গোচন্দন।
গৰখীয়া, ৰাখোৱাল, ৰাখাল, গোৰক্ষক, গোপাল, গোপ বাগাল,
অহীৰ। গুৱাল, গোৱালী, গুৱালনী।
দুধৱালা।
দোগ্ধা, গোদোহক, খীৰাওঁতা, খীৰাওঁতী।
কঁৰীয়া, থুৰীয়া, দোহনপাত্ৰ, কাঠলীয়া।
দুগ্ধশালা।
বি গোহালি, গো-গৃহ, গোবাস। বিছালি। গো-শালা। গো-বাট
গৰু-বাট। কাজি-হাউচ, বাঁহাৰ, খোৱাৰ, পাউণ্ড। কাঠৰা
কাঠগৰা।
বাথান, খাটাল, খুটি।
গৰু চৰোৱা, গোচাৰণ।
গোচাৰণক্ষেত্ৰ, গো-চাৰ, চাৰণক্ষেত্ৰ, চাৰণভূমি, গোষ্ঠ, গ্ৰেজিং।
গৰুগাড়ী।
গব্য, গোজাত, গবাদি।
পঞ্চগব্য [দধি, দুগ্ধ, ঘৃত, গোমূত্ৰ, গোবৰ]
গবাঙ্গ, ষড়ঙ্গ [গোমূত্ৰ, গোময়, দুগ্ধ, দধি, ঘৃত, গোৰচনা]
ক্ৰি বিণ হেম্বাৰাৱে।
৬০ ৬ ম'হ, মহিষ, ভঁইস, কৃষ্ণশৃংগ, অতিবিষাণ, যমবাহন,
বনৰীয়া ম'হ, গোনা ম'হ, মেনা, মেনী। গেঁৰা ম'হ। পৌষণ
(চেঁউৰী ম'হ)।
ম'হ খুঁটি। ম'হ যুঁজ। ম'হ গুৱাল, মইহাল। ম'হৰখীয়া।
ম'হৰ গাড়ী। ম'হৰ হাল। ম'হৰ গাখীৰ। ম'হৰ দৈ।
ম'হৰ ঘিউ।
ম'হৰ মৰণা।
ম'হগিৰি, মইহান, [ম'হৰ মাত] টেঁটা (ক্ৰি), টেঁটনি (বি)।
৬০ ৭ ছাগ, ছাগল, ছাগলী, অজ, অগ্নিবাহন, অগ্নিবাহ,
ৰাম-ছাগল, ৰাম-ছাগলী।
পঠা, পাঠী; খাহী। অজা, বকৰা, বকৰী।
ছাগশিশু, ছাগলী পোৱালি, ছাগশাবক।
ছাগদুগ্ধ, ছাগলী গাখীৰ।
অজপালক, ছাগজীৱী, ছাগৰক্ষক।
বেবনি।
৬০.৮ ভেড়া, ভেড়ী, মেষ, মেৰ-ছাগ।
ভেৰাৰ পাল। গড্ডলিকা, গড্ডৰিকা।
মেষপালন। মেষপালক, অজজীৱক। ভেৰাৰখীয়া।
৬০.৯ উট, উষ্ট্ৰ, মৰুতৰণী, কণ্টকভুক্, বক্ৰগ্ৰীৱ, মহাগ্ৰীৱ, মৰ্কাপ্ৰগ
শৰভ, বণিগ্বহ। কৰভ, উষ্ট্ৰশাবক, উটপোৱালি।
৬০.১০ বান্দৰ, বানৰ, কপি, শাখামৃগ, মৰ্কট, প্লবঙ্গ, প্লবগ, পৰ্ণমৃগ,
বৃক্ষচৰ, বানৰী, বান্দৰী। পাণ্ডা।
হনুমান, মুখপোৰা, লেংগুৰ, সোণালী বান্দৰ;
লাজুকী বান্দৰ, হলৌ বান্দৰ, হলক বান্দৰ। উল্লুক, গিবন।
চিম্পাঞ্জি। বেবুন। ওৰাংওটাং।
বনমানুহ, গৰিলা।
৬০ ১১ শিয়াল, ৰামশিয়াল, শৃগাল, শিবা, বৃক, ফেউৰা, ফেকুৰা,
ফেউ, খেক-শিয়াল, গোমায়ু, জম্বুক, বোন্দা শিয়াল। শিয়ালী,
শৃগালী। গেৰেলা। শিবাৰব।
শিয়াল-কটাঁহ। শিয়াল বাঁগি।
হোৱা-হোৱা, হোৱা।
৬০ ১২ বি ভালুক, ভল্লুক, ঋক্ষ, দীৰ্ঘৰোমা, ভালুকী, ভল্লুকী।
ভালুকী নাচ। ভালুক জ্বৰ। ভালুকৰ সাজী।
বিণ ভালুকীয়া।
৬০ ১৩ বি গৰ্দভ, গাধ, গাধা ভাৰবাহী, বালচৰ, অশ্বেতৰ, গাধী,
গৰ্দভী। হ্ৰেষা। হ্ৰেষাৰৱ।
৬০ ১৪ বি গাহৰি, শূকৰ, বৰা, ভুৰা বৰা, বৰা গাহৰি, ভূদাৰ,
বৰাহ শূঁয়াৰ, হাৰাম, শূকৰী। বনৰীয়া গাহৰি, বন্যবৰাহ।
নলবৰা।
গাহৰি গড়াল।
হোক হোক।
৬০ ১৫ বি হৰিণ, হৰিণা, পহু, মৃগ, কুৰঙ্গ, ঋষ্য, সাৰঙ্গ, সুনয়ন,
কুৰঙ্গক। হৰিণী, মৃগী, কুৰঙ্গী, কুৰঙ্গিনী। দল হৰিণ, নাচনী
হৰিণ, সম্বৰ, শম্বৰ, শৰভ, কৃষ্ণসাৰ, নীলগাই, বনগা,
চিত্ৰমৃগ, ফুটুকি হৰিণ। কস্তুৰী মৃগ, গন্ধমৃগ।
শশ, শশপহু, কাঠশশ, কাঠখোৱা শশ, গান্ধপহু, গন্ধপহু।
শশাপহু, শশক, শশ।
কেটেলা পহু, শল্লকী, শল্যকণ্ঠ। সুগৰী, সুগৰী পহু।
খটাঁয়া, চুঁৰৰী পহু, চমৰী পহু। কেমটাই, বনৰৌ।
পহুছাল, মৃগচৰ্ম্ম, মৃগজীন, এণাজীন, কৃষ্ণাজীন।
কস্তুৰী, মৃগনাভি, মৃগমদ।
পহুগড়, পহুগড়াল।
মৃগয়া, মৃগবধ, পহুচিকাৰ। পহুমৰীয়া, পহুচিকাৰী।
বিণ হৰিণনয়নী, মৃগনয়নী, কুৰঙ্গনয়নী।
৬০ ১৬ বি কুকুৰ, কুক্কুৰ, কুত্তা, সাৰমেয়, শ্ব, শ্বান, শুন, শুনক,
শুনি, গ্ৰাম মৃগ, গৃহমৃগ, বক্ৰপুচ্ছ। কুকুৰী, কুক্কুৰী, কুত্তী, সৰমা,
শুনী।
ভতুৱা কুকুৰ, বাটৰ কুকুৰ, ধেকুৰা, ধেকুৰী। বলিয়া কুকুৰ।
হেণ্ডাল কুকুৰ, চিকাৰী কুকুৰ, বাং কুকুৰ, কুবাং। বনৰীয়া কুকুৰ।
[কুকুৰৰ মাত] ঘেউ ঘেউ, ভৌ ভৌ, ভুকভুক; কেং কেং, ঘেং
ঘেং। কুকুৰ কুণ্ডলী।
[বিণ.] কুকুৰ খুজীয়া।
৬০.১৭ মেকুৰী, বিড়াল, বিড়ালী, বিল্লি, মাৰ্জাৰ, বাঘৰ মাহী।

বোন্দা, বনবোন্দা; জাঁহি।
জহামাল, জিনাৰ। ভালুক-মেকুৰী; মাছৰোকা মেকুৰী।
হেপাঁ, হাপা, পাওঁকৰা। বনৰিলী।
[মেকুৰীৰ মাত] মেও, মেও মেও, মিউ, মিউ মিউ।
৬০.১৮ [অন্যান্য জন্তু]
ইয়াক। গণ্ডাৰ, এক শৃঙ্গ, গড়, বজ্রচৰ্ম্মা।
কাঙ্গাৰু, জেব্ৰা, ফুটুকি ঘোঁৰা।
জিৰাফ।
গেৰেলা। হাগা-গেশুৰা।
৬০.১৯ নেউল, নেল, নকুল, সৰ্পহা, বিষবৈদ্য।
গুঁই, সোণগুঁই।
৬০.২০ কেৰ্কেটুৱা, কাঠবিড়াল, কাঠবিড়লী। উৰণীয়া কেৰ্কেটুৱা।
৬০.২১ এন্দুৰ, ইন্দুৰ, শলিয়া, ধৰিয়া, ডালশলিয়া, চিকা, নিগনি, মুষিক, ঘঁৰিয়া।
৬০.২২ কুম্ভীৰ, কুমীৰ, ঘঁৰিয়াল, নেহাল, পিঙ্গচক্ষু; মকৰ। হাঙৰ।
৬০.২৩ শিহু, ডলফিন।
৬০.২৪ উদ। মেচেকা।
৬০ ২৫ জলহস্তী, হিপো, হিপোপটেমাচ।
৬০.২৬ কাছ, কচ্ছপ, কূৰ্ম, কাছিম, গুপ্তপাদ। দুৰা, নলদুৰা।
বামুণী কাছ, বাঘিয়া কাছ। চলং।
৬০.২৭ মাছ, মৎস্য, মীন, মছলি।
ঘেনটেপীয়া, পোণা, ছানামাছ। ভুৰামাছ।
ফিঁচা, মূৰ, পেটু, গাল, নাই, নাইপাখি, কুঁকুপাখি, কোলঠি, গদা, বাকল, বাকলি।
মাছ মৰা—, মাছ ধৰা—, পুখুৰী সিঁচা—, ছেৰা ধৰা—, জাল মৰা—, বৰশী বোৱা—, খোকা পতা—, ডেবা দিয়া—, ঠুহা পতা—।
জাল, পৰালি জাল, লাঙি জাল, বাঁহ-লাঙি, পুঠি-লাঙি, কাৱৈ লাঙি, অণ্ঠা জাল, আওঠা জাল, জালী কণি, অফলীয়া জাল, খেৱালী জাল, আছাৰা জাল, টনি জাল, টাঙনি জাল, কাঠী জাল, ঘোকোটা জাল, ঢেঁকী জাল, মহ জাল, ফাঁচী জাল, বেৰ জাল, মুচুৰি জাল, চাক জাল। খালৈ, কুক, কোক, খঁৰা; বৰশী, বৰ বৰশী, ফুল বৰশী, টামচিং বৰশী; হুইল বৰশী। টোপ। ডাঁৰি; পুঙা। পল; জাকৈ; জুলুকি; খোঁকা, ঢৰ্কা, ঠৰ্কা, চেপা, ঠুহা, গালফলা, এলেঙি, টোণা, বাঘা, হুকুমা, পাঁউৰি, পাৰৰি, দলঙা, জীয়না, কোল, পঁচা। ফৰিঙা। দুয়েৰি, ডিঙৰা, ডিঙাৰ। লাহনী, সিঁচনী, লাঢ়নী; লেহেতি।
খোকা, ঠুহা, চেপা। জকাই, জাকৈ; হেঙা জকাই। জুলুকি, পল। ডেবা, ডেটা, উজান।
জালোৱা, জালোৱাই; জালোৱনী (স্ত্ৰী), ধীবৰ, মৎসজীৱী, নদীয়াল, মাছমৰীয়া, মৎস্যবন্ধী, মৎস্যোপজীৱী, মাছুৱৈ, মাছৰহীয়া। মাছতিয়াৰ। মাছঁতী (স্ত্ৰী)।
[মাছৰ নাম] বৌ, বৌ মনেৰি, ৰোহিত; চিতল; বৰালি, বৰালি লতা; ৰাঘ বৰালি; আঁৰি; কুড়ি; পুঠি, চকৰি-পুঠি, সেন্দুৰীপুঠি, কাণীপুঠি; পুঠি-কঁইটা, মণিয়ৰি, খালৈভাঙী, গেদগেদী, থেথা-গেলী, ৰান্ধনি মাছ, ঘুমে খাইতী, গেদেঙী, ভেদেঙী, ভেদভেদী, কাঞ্চনমতী। ডনিকণা, উঁৰিকণা, দেও-উঁৰিকণা, সোঁৰণ-ডৰিকণা; চেলেকনা; খলিহা, খলিহনা; চন্দা, মোৰা, লাওপতা; ভেচেলি; চফৰী। কাৱৈ, জাপানী কাৱৈ; কাৱৈ টিলা, কৰে টেপীয়া, তেলেপীয়া; কাৰ্প, গ্ৰাছ কাৰ্প, চিল্‌ভাৰ কাৰ্প। ঘৰিয়া, শিল ঘৰিয়া। বোকা ঘৰিয়া; মাগুৰ; শিঙি; শ'ল, মাহশ'ল; শাল; চেঙা; চেঙেলী, গৰৈ, নাচনী গৰৈ। তোৰা, বামী, নদবামী। গাগল, পাভ। খৰিয়া, পিঠিয়া। কান্ধুলি, কান্ধুলি ছিটিকা। ভকুৱা, বাহু; ৰিঠা। কলিয়াজৰা; মৰঠি, চেনি; নাৰ, বাট, এলেং, নেৰীয়া, মিৰিকা। গৰুৱা। বছা, ভাঙোন, লাচিমভাঙোন। বাঁহপতীয়া, বাঁহপাতী। শিঙৰা। ঘটিয়া শিঙৰা, লালোৱা শিঙৰা। গাগল। বতিয়না, তোৰা। কচ; পিঠিয়া। নেৰিয়া। ককিলা। কুচিয়া, বামি। মিছা, ইছিলা, নিছিলা।
বিণ. মাছৰহীয়া। মাছতিয়াৰ, মাছুৱৈ। মাছন্তী।
উজান কোবা।
বিণ./বি. মাছমৰীয়া।
৬০.২৮ [অন্যানী জলচৰ প্ৰাণী] তিমি, তিমিমাছ। তৰামাছ, ষ্টাৰ ফিচ্। অক্টোপাচ। চীলমাছ; সিন্ধুঘোটক।
৬০.২৯ সৰীসৃপ।
৬০.৩০ সাপ, সৰ্প, অহি, ভুজঙ্গ, ফণী, নাগ, ভুজগ, ভুজঙ্গম, চক্ৰী, কুণ্ডলী, বিষধৰ, পন্নগ, দ্বিৰসন, দ্বিজিহ্ব, ফণধৰ, ভেকভুজ, কুম্ভীলস; সৰ্পী, নাগিনী, সৰ্পিনী; ভুজঙ্গী, ভুজঙ্গিনী। গুমুনী। দীঘল পৰুৱা।
[পৌৰা.] অষ্টনাগ, [বাসুকি, ভোগীন্দ্ৰ; তক্ষক; অনন্ত, ধৰণীধৰ, নাগেন্দ্ৰ, নাগেশ, শেষনাগ, অহীশ্বৰ; পদ্ম; মহাপদ্ম; কুলীৰ; কৰ্কট; শঙ্খ, শঙ্খনাগ]। কালীয়, কৰ্কোটক, কুলিক, অপৰাজিত।
ফণা, ফেণা, ফেঁট, ফটা, চকৰ।
সাপৰ দাঁত, সৰ্পদন্ত; বিষদাঁত।
মোট, কলপ।
খোঁট, খোঁটমৰা—, সৰ্পদংশন, সৰ্পাঘাত; সাপে খোটা।
ফোঁচ, ফোঁচ ফোঁচ; ফোঁচ ফোঁচনি।
ফোঁচ ফোঁচোৱা—।
সাপৰালা, সাপ ধৰা, সাপ নচুওৱা। সাপবাজি।
ওজা, সৰ্পগুৰু, ভুজগগুৰু। বিষবৈদ্য।
[সাপৰ নাম] অজগৰ, ঢেঁকী সাপ, অহীন; পাইথন, মহাকাল। কালনাগ, কালসৰ্প, কালনাগিনী, কালীয়। ফেঁটী, ফেঁটীগোম, ফেঁটী সাপ, চকৰি ফেঁটী। গোম। শকচুঁৰ। বাকৰাজ। ঢোৰা।

নাইপিয়া। কাৰ্শলা। পানীমৰলী, পানীমড়লী। তক্ষক। শঙ্খচূড়। হোলোঙা গোম। কেকো। জালপহীয়া। মইন-কিৰা।

৬০.৩১ জেঠী, গৃহগোধিকা, জ্যেষ্ঠী।

৬০.৩২ গৰীয়া খোদাই, কোকলোঙা। বহুৰূপী, বহুৰূপ, ললন্তিকা।

৬০.৩৩ পখী, পক্ষী, চৰাই, চৰাই-চিৰিকতি, বিহংগম, বিহগ, খেচৰ, খগ, গগণগতি, পতগ, পত্ৰী, পক্ষধৰ; পক্ষিণী। ঘাই।

পাখি, ডেউকা, ডৌকা, পক্ষ; ঠোঁট, চঞ্চু, চঞ্চু, গেঁৰ।

পাখিগজা। পক্ষোভেদ, পক্ষোদ্গম।

পাখি কোবোৱা, পাখি সৰোৱা; পাখি সৰাল দিয়া—।

উড়ন, উৰণ।

চৰাইৰ বাহ, পক্ষী নীড়, নীড়।

কাকলি, কূজন, পক্ষীৰৱ; কিচ্‌মিচ্‌, চী চিয়নি।

যাযাবৰ পক্ষী; পৰিভ্ৰমী পক্ষী।

চিকাৰী চৰাই; [শেন; চিলা, চিলনি; শগুণ, কাউৰী]

ছিটিকা, ঘাই, ফান্দ। ফৰিঙা। খেঁকেৰু। জালী। সজা, পিঞ্জৰা, পিঁজৰা, খাচা, জাল, বাঘজালী।

পক্ষীতত্ত্ব। পক্ষীবিশাৰদ, পক্ষীবিদ।

চৰাই-মৰীয়া, পক্ষ-মৰীয়া, ব্যাধ, চৰাই-চিকাৰি। ঘাইপতীয়া।

বিণ. পক্ষযুক্ত, সপক্ষ। উৰণীয়া, উড়ণীয়া।

৬০.৩৪ [পখীৰ নাম] কাউৰী, কাক, বায়স, বলিভূক, পৰভৃৎ, গৃহবলিভূক, বৃক, ক্ৰূৰৰৱ; ঢোঁৰা-কোৱা, ঢোঁৰা কাউৰী (স্ত্ৰী); গুৱা; পাতি কাউৰী।

[ পৌৰা.] ভূশণ্ডি, ভূষণ্ডি কাক।

পাৰ, পাৰ চৰাই, পৈৰা, পাৰাবত, লোকাপাৰ, নাটপাৰ, কবুতৰ, কপৌ চৰাই, কপোত, কপৌ, কুপতী, হাৰুৱা কপৌ, শিল কপৌ, শেত কপৌ, কঁটীয়া কপৌ। কাণ কুৰিকা। পাৰৰ ৰুণ; কপৌৰ ৰুণ। উৰুমি।

বনকুকুৰা। কুক্কুট, কুকুৰা, মোৰ্গা, মুৰ্গী; মোৰগ, ৰামপাৰ।

ফেচা, নিয়ঁতী চৰাই; ফেচী; পেচক, পেঁচা, পেচা, উলূক, বক্ৰনাসিক, দিবাভীত, কাকভীৰু, হৰিনেত্ৰ, নক্তচাৰী, নক্তচৰ, নক্তভোজী, বায়সাৰি।

লক্ষ্মী ফেচা।

ফেচাৰ কুৰুলি, ফেচাৰ উৰুলি।

হুদু, বৰহুদু, কোৰ্কোৰীয়া হুদু। মৰ চৰাই, যম ডাকিনী।

চিলা, চিলনী; শেন, শেন চৰাই, বহৰী, কপোতাৰি; গঙ্গা-চিলনী।

কুৰুৱা; উকহ। ঈগল।

ভাটৌ, ভোলা ভাটৌ, শুক, শুকপক্ষী, হীৰামন, হাৰীত, চন্দনা, মদনা, টিয়া; কাকাতুৱা, বনচকা।

বক, বগ, বগলী, বৰ বগ, সৰু বগ, ম'হ বগ, আঁকুৰি বগ। সাৰস; বলাক, বলাকা; কালিঘূঁকি; কণামুচৰি; ইটাগুৰীয়া; কুকুহা, বনকুকুহা, বুঢ়ী কুকুহা; ক্ৰৌঞ্চ; ডাউক। শৰালি। পৰ্ঘূমা। মাছৰোকা।

বৰ টোকোলা, শামুক ভঙা, হাড়গিলা, দৈ কলা; দলপুঙা; তেলীয়া সাৰেং। কাক হাঁহ, পানী কাউৰী।

উঁৰিক, কামচৰাই।

চাতক, মেঘজীৱন, কপিঞ্জল, পানীয়া, পানী পিয়া, পিয়ঁতী চৰাই, চাতকী, চাতকিনী। চাখে চকোৰা, চকোৱা, চক্ৰবাক, চক্ৰবাক। কালি ঘূঁকি, কৃষ্ণ চৰাই।

ময়ূৰ, ময়ূৰী, ম'ৰা, কেকী, কলাপী, শিখী, শিখণ্ডী, সিতাপাঙ্গ, সৰ্পহিংসক, শিখাবল, শিখাধৰ, বৰ্হী, বৰ্হিন।

পেখম ধৰা—, চালি ধৰা—, ময়ূৰ পুচ্ছ, শিখণ্ড। ময়ূৰবাণী।

ম'ৰাৰ মেও মেও, কেক কেক।

বিণ. মায়ূৰ।

ভৰত চৰাই। ধপুনী, বাৰমাহী।

কুলি, কোকিল, পিক, পৰভৃত, পৰপুষ্ট, অন্যভৃত, কাকপুষ্ট, কলঘোষ, বসন্তী, বসন্তদূত, বসন্তঘোষ, মধুঘোষ, কুহুমন্দ্ৰ।

কুহু, কুহুৰব, কুহুধ্বনি, পিকৰব, পিকতান।

শগুণ, পাতিশগুণ; ৰজাশগুণ, বিত শগুণ, শকুন, গৃধ্ৰ, শকুনি, গৃধিনী।

[অন্যান্য চৰাই] ঘৰশালিকা, চুটিয়া শালিকা, ৰা-শালিকা, কাঠশালিকা, টুনি, টুনী; তিঁতিয়লি; ঘৰচিৰিকা; কেতেকী; বালিমাহী; বালি ঘোঁৰা, কাণ-কুৰিকা। হেঁটুলুকা; বটা চৰাই; ফেঁচু, দহিকতৰা; হাইঠা; ধনেশ, পাতসিয়া, ময়না; বুলবুলি; কাঠখোটা; বাটেটোকা; বনকুকুৰা, ঘিলা হাঁহ, ৰাজহাঁহ, ৰাজহংস; মৰাল; ৰাজহংসী; হংসী, হংসিকা। পাতিহাঁহ; চীনা হাঁহ; কচু হাঁহ, খাৰ-হাঁহ। বালি হাঁহ। দেও হাঁহ। পেংগুইন। ফ্লেমিং গো। কলাখাতী, কলখোৱা। কণুৱা। ভীমৰাজ। নিমাতী। ঢাপলিকা চৰাই।

হংসমালা, হংসশ্ৰেণী, হংসাৱলি।

[ হাঁহৰ মাত ] হংসধ্বনি, হংসনাদ। টেট টেট, কাউট কাউট।

কৰ্চ্চন, কৰ্চন, কণুৱা। তেলগাজ।

বাদুলি, বাদুলী, চুঙাবাদুলি।

দলপুঙা, পাকৈ ঢোড়া। দলমৌৰা। বাৰীসুন্দৰী।

টোকোৰা, বনচকা।

[ ৰূপকথাৰ পক্ষী ] পক্ষীৰাজ।

[ পৌৰা.] গৰুড়, গৰুত, গৰুৎ-পখী। জটায়ু। গৰুত্মান, খগপতি, খগাধিপ, খগৰাজ, খগেন্দ্ৰ, পক্ষীন্দ্ৰ, পক্ষীৰাজ, কাশ্যপেয়, বৈনতেয়, বিনতানন্দন, সৌপৰ্ণ, সৰ্পাশন, সৰ্পভুক, কশ্যপনন্দন।

৬০.৩৫ কীট, কীটপতঙ্গ, মহ, ডাঁহ, পোক, পোকপৰুৱা; ষটপদ, পতঙ্গ।

নিৰিপা, চৰহাপোক, চেৰেপা; কেতকুৰি; মোৱা পোক; ঘূণপোক; গান্ধীপোক।

বিণ. কীটঘ্ন, কীটনাশক, পোক মৰা।

৬০.৩৬ কৃমি, পেলু, ফিতাপেলু, বৰশী (হাঁকুটি) পেলু, গোটা পেলু, চেপেটা পেলু, দহিকটা পেলু। হুকওৱৰ্ম।

বিণ. পেলুৱা।

বিণ./বি. কৃমিঘ্ন, কৃমিনাশক, পেলুমৰা।

৬০.৩৭ উৰহ, গন্ধকীট; শয্যাকীট।

উৰহৰ খং ভগা ঢাৰিত সৰা।

৬০.৩৮ উঁই, উঁই পৰুৱা; বল্মীক, স্যমীক।

উঁই কৰ্কৰা, উঁই মাটি, উঁই টিলা, উঁই হাফলু। বল্মীকস্তূপ, বল্মীকূট।

৬০.৩৯ পঁইতাচোৰা, পঁইতাচুৰুণী, তেলভকুৱা, তৈলঙ্গা, তৈলপায়িকা।

৬০.৪০ ওকণি, বিঢ়া ওকণি, ভেকেৰুৱা ওকণি, পিজলা, পিজলি, চাল ওকণি। লেখি-ওকণি, ফুটনী। উৎকুণ, কেশকীট, বালকৃমি।

৬০.৪১ মকৰা, উৰ্ণনাভ, মৰ্কট, অষ্টাপদ। বাঘ মকৰা। মকৰাজাল।

৬০.৪২ উঁই চিৰিঙা, উচ্চিঙ্গট, উচ্চুঙ্গ।

৬০.৪৩ পিপৰা, পিপীলিকা, পৰুৱা, পিম্পৰা।

কাঠপিপৰা, ক'লা পৰুৱা, আমৰলি পৰুৱা, ...ড়ি পৰুৱা, বিহ পৰুৱা, চেকচেকি পৰুৱা, টোকা পৰুৱা, পাদুৰী পৰুৱা, মজাৰলি পৰুৱা। সোণপৰুৱা। নাচনী পৰুৱা। পানী পৰুৱা।

৬০.৪৪ জিএগা, জিয়াঁ।

৬০.৪৫ জিলী, ঝিলী; [ কোটাৰেং জিলী, বৰ জিলী; সৰু জিলী; নগা জিলী ], ভৃঙ্গাৰিকা।

৬০.৪৬ জোনাকী পৰুৱা, খদ্যোত, জ্যোতিৰিঙ্গ, জ্যোতিৰিঙ্গন।

৬০.৪৭ মৌ [বৰ মৌ, পেনপেনী মৌ, মাখি মৌ, নল মৌ], মৌ মাখি, মৌগুটি, মৌকুঁৱৰী, মধুমক্ষিকা, মধুকৰ, মধুপ, মধুপায়ী, মধুব্ৰত, মধুলেহ, মধুলিহ, মধুলেহী, পুষ্পলিহ।

মৌ, মৌ-কোঁহ, মধু-কোঁহ, ৰহঘৰা, মৌ-জোল, মৌ-ৰস। মৌচাক, মধুচক্ৰ। মৌ জোলোঙা।

মৌ বাহ। মৌ বিচনি।

বিণ. মৌজুলীয়া।

৬০.৪৮ ভোমোৰা, ভ্ৰমৰ, অলি, দ্বিৰেফ, ভ্ৰমৰক, ভৃঙ্গ। বৰল, ভেৰুল। কোদো [ টেকেলীয়া কোদো, গঁতুৱা কোদো, ভোমোৰা কলীয়া কোদো, চিতলীয়া কোদো]

৬০.৪৯ মহ, মশক; এনোফিলিচ, কিউলেক্স।

মহৰ কামোৰ।

[ অন্যান্য পোক ] গুবৰুৱা; বিছা, বৃশ্চিক, শতপদী, পুচ্ছকণ্টক। কাকতিফৰিং, শৰভ, শলভ। পলু, মুগা পলু, পাটপলু, এড়ীপলু। ফৰিং, কাঠফৰিং, পতঙ্গ, পতঙ্গম। দলপুঁৱা।

প্ৰজাপতি; মথ, চগা। গাগিনী।

শুঁৰ পোক; ভুৰপোক; হাতীপোক। গান্ধীপোক।

চেলা; সৰস্বতী চেলা, গ্ৰন্থকীট।

ঘূণ, ঘূণপোক, কাষ্ঠকীট।

৬০.৫০ বেং, ভেকোলা, ভেকুলী; পাত বেং, চেৰপাটি; বামুণ ভেকোলা; চুকভেকুলী; লালুক, লালুকী; মণ্ডুক, দৰ্দুৰ, প্লবঙ্গম, প্লবগ, কটুৰব, বৰ্ষাভু, বৃষ্টিভূ, বৰ্ষাঘোষ।

ভেকুলীৰ টোৰটোৰণি, ভেকৰব।

৬০.৫১ শামুক, লাইশামুক, লেধাই শামুক, চুণ শামুক, বখলীয়া শামুক; নেগুৰীয়া শামুক; গৰু চকুৱা; লাই শামুক। শম্বুক, জলশুক্তি, পঙ্কমণ্ডুক।

শঙ্খ।

শামুকীয়া গাঁঠি।

৬০.৫২ জোক, চেলাপেটি জোক, দ জোক, বাম জোক, চেনি জোক। জলৌকা।

৬০.৫৩ কুমাৰণী পোক। কুমটি।

৬০.৫৪ কেঁচু, কেচু, ভূঁইলতা, মহীলতা, বোন্দাকেঁচু, সৰুকেঁচু, জেলুকীয়া কেঁচু।

কেঁচু মটা, কেঁচেলেপা।

৬০.৫৫ মাখি, মক্ষিকা, মক্ষী; ভেনা মাখি, বৰ মাখি, পুনপুনি মাখি। কেঁতকুৰি, দামদুম, চেৰেপা।

মাখিমৰা।

**৬১ মানুহ**

বি. মানুহ, মানৱ, মনুষ্য, নৰ, মনিচ, নৰ-মনিচ, মৰ্ত্ত্য, মনুজ, ইনসান, লোক, জন, মানুহজন, জনমানৱ। মানৱী, মানপী। মানৱক।

মনুষ্যত্ব, মানুহালি, নৰত্ব, মানৱত্ব, মানৱিকতা, মানৱতা, ইনসানিয়াত; মানৱধৰ্ম্ম, মানুষ্য। মনুষ্যচৰিত্ৰ, মানৱস্বভাব।

ব্যক্তি। ব্যক্তিসত্তা, ব্যক্তি গ্ৰাহিতা, ব্যক্তিত্ব।

মনুষ্যলোক।

মানৱজাতি, মনুষ্যকুল, মানুহজাতি, মানৱসমাজ, নৰসমাজ; নৰ-নাট, নৰ-লীলা, মানৱ-লীলা। নৰকুল, মনুজকুল, মানৱগোষ্ঠী; জগজ্জন, জগজন, জনসংখ্যা, লোকসংখ্যা; জনসমষ্টি।

জনাধিক্য, লোকাধিক্য, জনসংখ্যাবৃদ্ধি, প্ৰজাবৃদ্ধি।

[বিপ.] জনাভাব, লোকাভাব, জনহীনতা। জনসংখ্যা নিয়ন্ত্ৰণ, জন্মনিয়ন্ত্ৰণ।

মানৱজন্ম, মনুষ্যজন্ম, নৰজন্ম, মানৱলীলা, মৰ্ত্ত্যলীলা।

মানৱপ্ৰেম, লোকপ্ৰেম। ব্যক্তিপূজা।

নৃতত্ত্ব, নৃবিদ্যা, এনথ্ৰপলজি।

নৰদেহ, মনুষ্য দেহ।

বিণ. মানবিক, মানৱীয়; পৌৰুষেয়, মানৱোচিত, মনুষ্যোচিত, মানৱসুলভ; মৰ্ত্ত্য; মনুষ্যধৰ্ম্মা।
ব্যক্তিত্বশালী, ব্যক্তিত্বব্যঞ্জক।
বিণ./বি. নৃবিজ্ঞানী, নৃতত্ত্ববিদ।

**৬২ শৰীৰ**

বি. শৰীৰ, দেহ, অঙ্গ, গা, গাঁৰি, গাত্ৰ, বপু, তনু, ভোগায়তন, ইন্দ্ৰিয়াতন, দেহপিঞ্জৰ। প্ৰত্যঙ্গ, দেহাংশ, উপাঙ্গ, অঙ্গপ্ৰত্যঙ্গ।
গা-পা। শৰীৰগ্ৰন্থি, দেহগ্ৰন্থি; দেহকোষ, কোষ।
তেজ-মঙহ, তেজ-মঙহৰ শৰীৰ; দেহযন্ত্ৰ।
কায়, কায়া, কলেৱৰ, অৱয়ৱ, প্ৰাণাধাৰ; চেহেৰা, আকৃতি, চিৰি-চেহেৰা, বিগ্ৰহ। আহ-পাহ।
গোটেই গা, সৰ্ব্বাঙ্গ, সৰ্ব্বশৰীৰ, সাৰা দেহ; আপাদ মস্তক, মূৰৰ পৰা ভৰিলৈ।
ষড়ঙ্গ [ মূৰ; দুই হাত; কোমৰ; দুই ভৰি ]।
অষ্টাঙ্গ [ প্ৰণাম ] [ শিৰ; নেত্ৰদ্বয়; কৰদ্বয়; বক্ষঃস্থল; জানুদ্বয়; চৰণদ্বয়; বাক্য; মনোসংযোগ]।
গঢ়, গঢ়পিত, গা-গাঁৰি, আকৃতি, জাঙি, জাঙ্গি, জাঙ্গ পাঙ্গ, আৰ্য্যা।
গাৰগঠন। গঠন শৈলী। গঢ়।
অঙ্গসংস্থান, অৱয়ৱসংস্থান, অঙ্গসৌষ্ঠৱ।
শৰীৰচৰ্চ্চা, দেহচৰ্চ্চা; ব্যায়াম।
গাৰ ৰং, গাত্ৰবৰ্ণ, ছালৰ ৰং। শ্বেতাঙ্গ, কৃষ্ণাঙ্গ। বগা, গৌৰবৰ্ণ, গৌৰ, ধবল। ক'লা, কৃষ্ণবৰ্ণ। শ্যামবৰ্ণ; উজ্জ্বল শ্যামবৰ্ণ।
গাৰ মলি, গাত্ৰমল। গাৰ গন্ধ।
শাৰীৰ বিদ্যা, শাৰীৰ বৃত্ত, শৰীৰ বিজ্ঞান, দেহতত্ত্ব, দেহবিজ্ঞান, শাৰীৰ শাস্ত্ৰ, শাৰীৰস্থান বিদ্যা; অঙ্গসংস্থান বিদ্যা।
প্ৰাণীদেহ, জীৱদেহ। মনুষ্যদেহ।
বিণ. দেহী, শাৰীৰিক, কায়িক, দৈহিক, অঙ্গিক, আঙ্গিক, শাৰীৰ, দেহগত, শৰীৰগত। আৱয়ৱিক।
বিণ./বি. মূৰ্ত্তিধাৰী, অৱয়ৱবিশিষ্ট, শৰীৰী, দেহধাৰী, দেহবিশিষ্ট, শৰীৰধাৰী, দেহী, কায়বিশিষ্ট, মূৰ্ত্তিমান, অঙ্গধাৰী, অঙ্গী, অৱয়ৱী। জৱৰ জং।
প্ৰাণী, জীৱ।
বিণ. মূৰ্ত্ত, সাকাৰ, সাঙ্গ, ৰূপধাৰী, শৰীৰবদ্ধ, সাৱয়ৱ।
সৰ্বাঙ্গ; দেহভৰ্ত্তি,গা ভৰ্ত্তি।
গঢ়িত।
ক্ৰি. বিণ. সশৰীৰে, সৌশৰীৰে, সোঁশৰীলে। গঢ়ে-পিটে, গায়ে-গাৰিয়ে।

**৬৩ অশৰীৰী**

বিণ./বি. অশৰীৰী, দেহহীন, কায়াহীন, অৱয়ৱহীন, অৱয়ৱবিহীন, অকায়, কায়াশূন্য, মূৰ্ত্তিহীন, নিৰৱয়ৱ, বিদেহী, অদেহী, দেহশূন্য, বিদেহ, নিৰাকাৰ, অনঙ্গ, অশৰীৰ, নৈৰাকাৰ, অবিগ্ৰহ, ছায়াদেহ, ছায়ামূৰ্ত্তি, অৰূপী, দেহবিহীন, মূৰ্ত্তিশূন্য।
অৰূপ, ৰূপহীন, অমূৰ্ত্ত, বিমূৰ্ত্ত, নিৰূপ, নিৰাকৃতি, আকাৰহীন।
বি. বিমূৰ্ত্ততা, ৰূপহীনতা।
সূক্ষ্মশৰীৰ, লিঙ্গদেহ, কৰণশৰীৰ, লিঙ্গশৰীৰ, সূক্ষ্মদেহ।

**৬৪ অঙ্গপ্ৰত্যঙ্গ**

বি. অঙ্গপ্ৰত্যঙ্গ, দেহাংশ, অঙ্গাংশ, উপাঙ্গ।
উত্তমাঙ্গ, উৰ্ধ্বাঙ্গ, পূৰ্বকায়।
নিম্নাঙ্গ, অধমাঙ্গ, নিম্নাৰ্ধ, পশ্চাৰ্ধ।
নৱদ্বাৰ (নখন দুৱাৰ) [চক্ষু; কৰ্ণ; নাসাৰন্ধ্ৰ; মুখ; পায়ু; উপস্থ ]।
৬৪.১ মূৰ, মস্তক, মাথ, মাথা, মুণ্ড, শিৰ, বৰাঙ্গ, মুণ্ডু, প্ৰধানাঙ্গ, একাঙ্গ, বক্ৰ, মূৰ্ধা। ব্ৰহ্মতালু।
মস্তিষ্ক, মগজু, মগজ, মূৰৰ ঘিউ।
শিতান, মূৰশিতান।
৬৪.২ মুখ, বদন, আনন, আস্য; মুখাৱয়ৱ, মুখাকৃতি, মুখমণ্ডল, বদনমণ্ডল। মুখবিবৰ, মুখগহ্বৰ। বাগেন্দ্ৰিয়।
মুখা, মুখাবৰণ, ছদ্মমুখ, মুখাবৰক, কৃত্ৰিমমুখ, মুখচ্ছদ। মুখশ্ৰী।
৬৪.৩ চকু, চক্ষু, অক্ষি, নয়ন, নেত্ৰ, লোচন, দৰ্শনেন্দ্ৰিয়, ময়না; চৰ্ম্মচক্ষু।
চকুৰ পতা, অক্ষিপল্লৱ, নেত্ৰ পল্লৱ, নেত্ৰচ্ছদ, চক্ষুপল্লৱ, অক্ষিচ্ছদ, চকু নোম।
চকুৰ মণি, মণি, নয়নমণি, নয়নতৰা, নেত্ৰতাৰকা, অক্ষি-তাৰকা, অক্ষিগোল।
চক্ষুগোলক, অক্ষিগোলক।
অক্ষিপটল, অক্ষিপুট; তাৰাৰন্ধ্ৰ, কৰ্ণিয়া।
অক্ষিপট, অক্ষিকাচ, চকুৰ পৰ্দ্দা, ৰেটিনা, অক্ষিপট্ট।
অক্ষিপক্ষ্ম, নেত্ৰলোম, নেত্ৰপক্ষ্ম।
ভুৰু, ভ্ৰূ, ভ্ৰূলতা; ভ্ৰূমধ্য। ভ্ৰূবিলাস, ভ্ৰূলীলা, ভ্ৰূভঙ্গি।
ফেচকুৰি, নেত্ৰমল।
চক্ষুৰোগ, চকুৰ ৰোগ; চলিহা; চক্ষুচিকিৎসা, চকুৰ চিকিৎসা।
চক্ষুচিকিৎসক, চকুৰ ডাক্তৰ, অক্ষিভিষক।
ছানি পৰা, ছানি কটোৱা।
কেঁৰা চকু, বক্ৰাক্ষ। উঁহা চকু।
বিণ. কেঁৰা, কেঁৰী। কেঁৰা চকুৱা। উঁহা, উঁহা চকুৱা। ডাঁহী (স্ত্ৰী)।
দেখা, চোৱা, দৃষ্টি।
নয়নপ্ৰান্ত, নয়নোপান্ত, অপাঙ্গ, অক্ষিকোণ, লোচনপ্ৰান্ত, চকুৰ কোণ।
৬৪.৪ কাণ, কৰ্ণ, শ্ৰৱণ, শ্ৰুতি, শ্ৰোত্ৰ, শ্ৰৱণেন্দ্ৰিয়, শব্দগ্ৰহ; শ্ৰৱণপথ, শ্ৰুতিপথ, কৰ্ণপথ।
কৰ্ণকুহৰ, শ্ৰৱণবিবৰ, কাণৰ ফুটা, কৰ্ণৰন্ধ্ৰ, কৰ্ণপথ, কৰ্ণবিবৰ, কৰ্ণকূপ, কৰ্ণছিদ্ৰ, শ্ৰৱণকুহৰ।

কৰ্ণপট, কৰ্ণপটহ, কাণৰ পৰ্দ্দা।
কৰ্ণমূল, শ্ৰুতিমূল, শ্ৰৱণমূল; কাণৰ গুৰি।
কাণৰ লতি, কৰ্ণলতিকা, লতি।
কণামাকৰি।
কাণখৰিকা, কাণ ঘোঁকটা, কৰ্ণশোধনী।
ৰিণ. কৰ্ণবিশিষ্ট, সকৰ্ণ, আকৰ্ণ, আকৰ্ণ বিস্তৃত।
৬৪.৫ নাক
বি. নাক, নাসিকা, গন্ধেন্দ্ৰিয়, ঘ্ৰাণেন্দ্ৰিয়। ঘ্ৰাণ।
নাকৰ ফুটা, নাসাৰন্ধ্ৰ নাসিকাগ্ৰ, নাকডেওনা, নাকটি।
খঁৰানাক, চেপেটা নাক।
নাকডকা, নাসিকাগৰ্জ্জন।
নাকফুলি।
শেঙুন, নাসিকামল। খেকেৰু।
নাকবোৱা। শেঙুননকা।
ৰিণ. খঁৰানকা।
[বিপ.] নাকহীন, প্ৰণস।
৬৪.৬ দাঁত, দংষ্ট্ৰ, দন্ত, দন্তক, দশন, বিষাণঁ।
আগদাঁত, কুকুৰদাঁত, শ্বদন্ত, গুৰিদাঁত, জামিদাঁত।
উজলা দাঁত। বেৰিয়া দাঁত। পিয়াহ খোৱা দাঁত।
বিষদাঁত।
হাতীদাঁত, গজদন্ত।
দাঁতৰ পাৰি, দন্তপংক্তি।
ডালিমগুটীয়া দাঁত।
দাঁতৰ আলু, দন্তমাংস। দাঁতৰ গুৰি, দন্তমূল।
দাঁত মজা, দাঁত ঘঁহা, দন্তমঞ্জন। দাঁতোন, দন্তকাষ্ঠ, দাঁতোন কাঠি, দন্তমাৰ্জ্জনী। টুথব্ৰাছ। টুথ পাউদাৰ, টুথপেষ্ট, পেষ্ট, দাঁতৰ মাজন। দাঁতন, দাঁতনী।
খৰিকা, খৰিকা কাঠি।
দাঁত উঠোৱা, দাঁত সৰোৱা, দাঁত লগোৱা। দাঁত গজা, দন্তোদ্‌গম।
দাঁতৰ ডাক্তৰ, ডেন্টিষ্ট।
দাঁতৰ বিষ, দন্তশূল। দাঁত টেঙোৱা—।
দাঁত কপাটি, দাঁত সৰাহি। দাঁত কামোৰ।
দাঁত খৰিকা।
দাঁত শিৰা, দাঁত শূল।
ৰিণ. দঁতুৱা, উজলা, উচলা, উজলা দঁতা, উচলা দঁতা। দঁতোৱাল।
দঁতাল। দাঁতিনী (স্ত্ৰী)।
দন্ত্য, দন্ত্যমূলীয়।
[বিপ.] সোলা; সুলী; লপা। দন্তহীন, অদন্ত, নীৰদ।
৬৪.৭ ওঁঠ, অধৰ, ওষ্ঠ, উত্তৰাধৰ, দন্তচ্ছদ; অধোৰষ্ঠ, ওষ্ঠাধৰ।
ওষ্ঠপ্ৰান্ত।
ৰিণ. ঔষ্ঠ্য, ওষ্ঠ।
বি. [ জীৱজন্তুৰ ] ঠোঁট, চঞ্চু, মুখ।
৬৪.৮ তালু।
তালুৰ পৰা তলুৱালৈকে।
ৰিণ. তালব্য।
৬৪.৯ জিভা, জিবা, জিব, জিভ, জিহ্বা, ৰসনা, ৰসনেন্দ্ৰিয়।
আলজিভা, অগ্ৰজিহ্বা, প্ৰতিজিহ্বা, উপজিহ্বা।
ঘণ্টিকা, গলশুণ্ডিকা, অধোজিহ্বিকা।
জিহ্বাগ্ৰ, ৰসনাগ্ৰ; জিহ্বামূল, জিভাৰ গুৰি।
৬৪.১০ গাল, গণ্ড, কপোল, গণ্ডস্থল, গণ্ডদেশ, কপোলদেশ।
থুঁতৰি। খোঁতোৰা। চিবুক।
হনু। চিবুকাস্থি।
ৰিণ. থুঁতৰীয়া।
৬৪.১১ কপাল, আগমূৰ, ললাট, ভাল।
৬৪.১২ গল, ডিঙি, টেঁটু, গলধুৰি, গলদেশ, কণ্ঠ, কণ্ঠদেশ; গ্ৰীৱা, গ্ৰীৱাদেশ; গলকঁটিকা; গলকূপ।
ঘাৰ, গলধন। টোঁটোলা, টুঁটলি।
কণ্ঠনলী, কণ্ঠনাড়ী, স্বৰনলী, গলৰন্ধ্ৰ।
গ্ৰাসনলী, অন্ননলী, খাদ্যনলী।
[গৰুৰ ] নেলী, নেলু। গলবিচনী, গলঢাপৰি, গলঢাপলি।
গলগণ্ড, গলগ্ৰন্থি। টনছিল।
ডিঙিয়া, ডিঙি-চেপ।
ৰিণ. কণ্ঠ্য, গ্ৰৈৱ, গ্ৰৈৱেয়।
আকণ্ঠ, এডিঙি, এডিঙীয়া, এগলধা।
ক্ৰি.ৰিণ. ডিঙিলৈকে, টেঁটুলৈকে, আকণ্ঠ।
৬৪.১৩ চুলি, কেশ, অলক, কুন্তল, শিৰোজ, শিৰসিজ, শিৰোৰুহ, মূৰ্ধজ।
চুলিৰ গোছা, চুলিৰ কোছা, কেশদাম, কেশৰাশি, কেশপুঞ্জ, কেশপাশ, কেশকলাপ, কেশপক্ষ, অলকদাম।
কেঁকোৰা চুলি, গুৱলাচলি, বাবৰি চুলি, টৌ খেলা চুলি, কুঞ্চিত কেশ, কেশ-তৰঙ্গ। কেঁচা চুলি, ক'লা চুলি, অপক্ক কেশ।
পকা চুলি, পলিত কেশ, পককেশ, শ্বেতকেশ।
সেন্দুৰ। কেশবিন্যাস।
কেশৰ। পশম, উণ।
দাড়ি, শ্মশ্ৰু; ফ্ৰেন্সকাট।
গোঁফ, মোচ, গুম্ফ। গোঁফত তাও দিয়া।
জুলফি। খত।
টিকনি, টিকি, শিখা। ব্ৰহ্মকেশ।
জটা, জঁট, জটাজাল, জটাজুট, কৰ্পদ। জটা ভাৰ।
কেশাগ্ৰ, চুলিৰ আগ। চুলিৰ গুৰি। চুলিৰ গোৰ।
খোপা [গাঁঠি খোপা, নেঘেৰী খোপা, কলডিলীয়া খোপা,

গলধনীয়া খোপা, ঘিলা খোপা, চকলীয়া খোপা ]। বেণি, বেণী।
নোম, লোম, ৰোম, ভুবুৰি, অঙ্গৰুহ, অঙ্গৰোম, অঙ্গলোম।
লোমকূপ, নোমকূপ, লোমবিবৰ, ৰোমবিবৰ। লোমাবলি, লোমৰাজি, ৰোমৰাশি।
উইগ, চেং-চুলি।
বিণ. কৈশিক, কেশসদৃশ।
দাড়িবলা, দড়ীয়া, শ্মশ্রুমণ্ডিত, শ্মশ্রুল, শ্মশ্রুময়।
গুঁফীয়া, গোঁফাল।
নোমাল, লোমাল, লোমশ, ৰোমশ, ৰোমবান, লোমাকীৰ্ণ।
ভেবোলা। ভোবোৰা। ভোবোকাৰ।
পলিত, পকা, পক্ব। পকাচুলিয়া।
জটাধৰ, জটাধাৰী, জঁটলা, জঁটীয়া।
জঁপৰা, জাঁপৰী। কুটুলা, কুটকুৰা।
[বিপ.] টকলা, টাকলী, টকলামূৰা, টকলামূৰী, লঠক। লঠৰা-মূৰা, লঠৰা-মূৰী (স্ত্ৰী), লঠা-মূৰীয়া।
তপা, তপী, তপামুৰা, তপামূড়া, তপামূৰী, তপামুড়ী, তাপলীয়া, ধোবা-মূলা। নিঃশ্মশ্রু, শ্মশ্রুহীন, অজাতশ্মশ্রু। টকৌৰে খোৱা।
বিণ. বিৰল কেশ, নিষ্কেশ; নিৰ্লোম, লোমহীন।
৬৪.১৪ কান্ধ, স্কন্ধ, স্কন্ধদেশ। ঘাৰ।
[ ষাঁড়ৰ ] চুঁট।
বিণ. স্কন্ধী। বৃষস্কন্ধ।
৬৪.১৫ বুকু, বুক, বক্ষ, বক্ষঃস্থল, বক্ষপ্ৰদেশ।
ছাতি, পাটা।
বিণ. বুকুৰা।
৬৪.১৬ স্তন, পিয়াহ, পয়োধৰ, পয়োভাৰ, কুচকুম্ভ। দুদু।
[পশুৰ ] বাঁট, বাঁত।
স্তনাগ্ৰ, স্তনবৃন্ত, স্তনমুখ, কুচাগ্ৰ, বৃন্ত।
বুকুৰগাখীৰ, স্তন্য, মাকৰ গাখীৰ।
৬৪.১৭ পিঠি, পৃষ্ঠ, পৃষ্ঠদেশ।
৬৪.১৮ পেট, উদৰ, জঠৰ, গৰ্ভ। তলপেট; কোষ্ঠ, মলাশয়।
পাকাশয়; পাকস্থলি, পক্বাশয়, পাকযন্ত্ৰ। টোটোলা (চৰাইৰ)।
অন্ত্ৰ, অন্ত্ৰজঠৰ, নাড়ী, নাড়ি, নাড়িভুড়ু।
ক্ষুদ্ৰান্ত্ৰ। বৃহদন্ত্ৰ, স্থূলান্ত্ৰ।
পিত্তকোষ। যকৃৎ, পিত্তাশয়, লিভাৰ।
প্লীহা, পিলাই।
আমাশয়, আমস্থলি।
নাই, নাভি, নাভিস্থল, নাভিকুণ্ডল, নাভিকুণ্ডলী, নাভিকূপ, উদৰাবৰ্ত।
পায়ু, মলদ্বাৰ, গুহ্যদ্বাৰ, গুহ্যদেশ, পোকৰ।
বিণ. আন্ত্ৰিক, অন্ত্ৰ।
পেটুৱা, টেঁৰা।
৬৪.১৯ হাত, হস্ত, কৰ, পাণি; কৰতল; তলুৱা, পোহু; বাহু, হস্তক, ভুজ।
দ্বিকৰ, দুহাত, দুইহাত; দ্বিভুজ, দুবাহু।
পাঞ্জা।
কব্জি, কব্জা, মণিবন্ধ, কৰপৃষ্ঠ।
বাহুমূল, কক্ষ, কুক্ষি, কক্ষতল, কক্ষপুট, কাষলতি।
কিলাকুটি। হাতৰ গাঁঠি।
অবহস্ত; কৰাগ্ৰ, অগ্ৰপাণি।
যুক্তকৰ, অঞ্জলি, আঁজলি, আঞ্জলি, কৰযোৰ, হাতযোৰ, যোৰহাত; কৃতাঞ্জলি, কৃতাঞ্জলিপুট; কৰপুট, প্ৰাঞ্জলি, বদ্ধাঞ্জলি, অঞ্জলিবদ্ধ, অঞ্জলিবন্ধন।
বাহুবন্ধন।
কৰপল্লব; কৰকমল, কৰপদ্ম।
মুঠি, মুঠা, মুষ্টি।
কৰৰেখা, হস্তৰেখা। হস্তৰেখা বিচাৰ। হাত চোৱা—।
৬৪.২০ ভৰি, পদ, ঠেং, অধমাঙ্গ।
চৰণ, পদপৃষ্ঠ, জানু, আঁঠু। গোৰোহা। পাদমূল।
ভৰিৰ পতা। সৰু গাঁঠি, পানী গাঁঠি।
পদপ্ৰান্ত, চৰণপ্ৰান্ত, চৰণতল, পদতল।
[জন্তু] খুৰা। হাঁতোৰা।
চৰণপদ্ম, চৰণকমল, পদাৰবিন্দ, পদাম্ভোজ, পদাম্বুজ।
ভৰিৰ চিন, খোজৰ চিন, পদচিহ্ন, চৰণচিহ্ন, পদাঙ্ক, চৰণৰেখা।
ভৰিৰ শব্দ, খোজৰ শব্দ, খোজকঢাৰ শব্দ, পদশব্দ, পদধ্বনি।
পা-দানি।
পদধূলি, পদধূলা, চৰণধূলা, চৰণধূলি; পদৰেণু, পদৰজ।
পদসেৱা। চৰণ সেৱা। পদস্পৰ্শ, চৰণস্পৰ্শ।
বিণ. পাদ। আপদলম্বিত, আপদলম্বী, আপদচুম্বিত, আপদ।
আজানু, আজানুলম্বিত। আপাদমস্তক।
৬৪.২১ কঁকাল, কমৰ, কটি, কটিদেশ, কটিতট, জঘন।
মধ্যদেশ, মধ্যদেহ, তনুমধ্য।
ক্ষীণকটি।
কঁকালি, কমৰবন্ধা। মেৰতলী, খোচনা।
কঁকালাদ্ধি।
বিণ কঁকালী।
৬৪.২২ কোলা, কোল, ক্ৰোড়, অঙ্ক, অঙ্কতল, অঙ্কদেশ, উৎসঙ্গ, পথালি কোলা, দাং-কোলা।
বিণ. কোলাৰ; অঙ্কশায়ী, অঙ্কগত, ক্ৰোড়স্থ, অঙ্কস্থিত, অঙ্কস্থ। অঙ্কীয়, অঙ্কসংক্ৰান্ত।
ক্ৰি.বিণ. দাং-কোলাকৈ।
৬৪.২৩ নিতম্ব, শ্ৰোণী। জঘন। উৰু, কৰজঙ্ঘন, কৰজঙ্ঘন, জাং-পাং, জঙ্ঘা।
নিতম্বিনী।

**বিণ.** কৰঙনীয়া।
**৬৪.২৪** আঙুল, আঙ্গুল, আঙুলি, আঙ্গুলি, অঙ্গুল, অঙ্গুলি, অঙ্গুষ্ঠ, কৰশাখা, কৰজ, কৰকণ্টক; তৰ্জনী; মধ্যমা; অনামিকা; কনিষ্ঠা, সৰু আঙুলি। বুঢ়া আঙুলি, বৃদ্ধাঙ্গুষ্ঠ, বৃদ্ধাঙ্গুলি, অঙ্গুষ্ঠ। পাঁচ আঙুলি, অঙ্গুলিপঞ্চক।
নখ, স্মৰাঙ্কুশ পুনৰ্নব, পুনৰ্ভব। আঙুলিৰ আগ, আঙুলিৰ ডগা, অঙ্গুলিমুখ।
পৰ্ব, পাব, পৰগ্ৰন্থি।
নখায়ুধ।
নখ জোকৰা—।
আঙুলি ফুটোৱা—, বুঢ়া আঙুলি দেখুওৱা—,
আঙুলি মুদ্ৰা। নখচন্দ্ৰ। নখচুকা, নখফুলা। নখবিষ।
**বিণ.** নখী; সুনখী। কুনখী।
**৬৪.২৫** চাল, চামৰা, ত্বক, চৰ্ম্ম, গাত্ৰচৰ্ম্ম, গাৰ চাল, স্পৰ্শেন্দ্ৰিয়, মাখি চাল।
[ ফলৰ ] বাকলি। খোলা। বখলা।
[ গছৰ ] ছাল, বল্কল, বাকলি।
**বিণ.** চৰ্ম্মজ।
**৬৪.২৬ বি.** হাড়, অস্থি, হাড্ডি, হৰ্ড্ড, অস্থিপুঞ্জ।
কঙ্কাল, অস্থিপঞ্জৰ, পাৰ্শাস্থি।
ৰাজহাড়, পৃষ্ঠদণ্ড, পৃষ্ঠবংশ, মেৰুদণ্ড; কামী-হাড়।
মেৰুদণ্ডী, পৃষ্ঠবংশী।
খোল, মূৰৰ খোলা, লাওখোলা।
অস্থিবিদ্যা, অৰ্থপিডিক্স।
**বিণ.** হাড়-ছাল, হাড়ে হাড়ে লগা; অস্থি-চৰ্ম্মসাৰ; হাড় ওলোৱা, হাড়ত হাড়ে লগা, হাড়-খৰাহি।
**৬৪.২৭** তেজ, তেজকুৰ, ৰক্ত, ৰুধিৰ, শোণিত।
ৰক্তপ্ৰবাহ, ৰক্তধাৰা, ৰক্তস্ৰোত, ৰক্ত চলাচল, ৰক্ত সঞ্চালন, শোণিতধাৰা। শ্বেতকণিকা; ৰক্তকণিকা, লোহিতকণিকা; শিৰ, শিৰা, ধমনী, ৰগ, সংবাহিকা, নাড়ী। শাখা শিৰা, উপশিৰা। ৰক্তদান। ব্লাডবেংক। ৰক্তক্ষয়, ৰক্তপাত।
**বিণ.** তেজীয়ান, তেজাল, তেজগোৰা, তেজস্বী, তেজী। তেজোময়। ৰক্তাক্ত, ৰুধিৰৰঞ্জিত, ৰুধিৰাক্ত, শোণিতাক্ত।
**৬৪.২৮** নাড়ী, নাড়ি; নাড়ীচক্ৰ [ইড়া; পিঙ্গলা; সুষুম্না; পৰমা; গান্ধাৰী; হস্তীজিহবা; পুষা; সুযশা; অলম্বুষা; কুহু; শঙ্খিনী; লোলজিহবা; বিজয়া; কামদা; অমৃতা; বহুলা], ৰগ, সিৰ। নাড়ি-ভুডু।
**৬৪.২৯** হৃৎপিণ্ড, হৃদযন্ত্ৰ, হৃদয়, হাৰ্ট, ৰক্তাশয়, কলিজা। হৃৎস্পন্দন, ধপধপনি, হাৰ্টবিট।
**৬৪.৩০** উশাহ; নিশাহ; শ্বাস; নিঃশ্বাস, নিশ্বাস; প্ৰশ্বাস; নিশ্বাসপ্ৰশ্বাস, শ্বাসকাৰ্য্য, শ্বাসকৰ্ম্ম, শ্বাসপ্ৰশ্বাস; কণ্ঠবায়ু, উদান।
দম, হাঁপ; শ্বসন, নিশ্বসন।
ফোপনি, ফোপনি ধৰা, দম কমি যোৱা।
**বিণ.** শ্বসিত। শ্বসমান।
হাঁওফাঁও, ফুচফুচ, লাঙ্স।
শ্বাসনলী, বতাহনলী।
[ মাছৰ ] ফুল।
**ক্ৰি. বিণ.** হেলাই-হেঁপাই, হেঁপাই-ফোঁপাই, গেঁথাই-ফোঁপাই, ফোঁপাই-জোপাই।
**৬৪.৩১** বীৰ্য, শুক্ৰ, ঔৰস, ৰেতঃ, অংশ।
চিমেন, লিবিড'।
ৰেতস্খলন, বীৰ্যস্খলন, শুক্ৰস্খলন, বীৰ্য্যপাত।
**৬৪.৩২** জননেন্দ্ৰিয়; লিঙ্গ, পুৰুষাঙ্গ, শিশ্ন, উপস্থ, পুংশ্চিহ্ন; অণ্ডকোষ, কণী, ধকৰি, মুষ্ক।
স্ত্ৰীঅঙ্গ, স্ত্ৰীচিহ্ন, যোনি, স্ত্ৰীযোনি, ভগ; জৰায়ু, গৰ্ভাশয়, গৰ্ভকোষ। ডিম্বাশয়; ডিম্বক, ডিম্বাণু। অপত্যপথ, প্ৰসৱদ্বাৰ, গিদ, গিদা, নোন। ভগাঙ্কুৰ।
**৬৪.৩৩** মূত্ৰাশয়, মূত্ৰনলী; কিড়্নি, বৃক্ক; বস্তি; ব্লাডাৰ, মূত্ৰস্থান। পপৌ, মমৌ।
**৬৪.৩৪** মাংস, পেশী, মাংসপেশী; মাংসপিণ্ড।
**বিণ.** পেশীবহুল, পেশল।
**৬৪.৩৫** স্নায়ু, স্নায়ুতন্ত্ৰ, স্নায়ুমণ্ডলী, নাৰ্ভ; অস্থিবন্ধনী, পেশীবন্ধনী। সুষুম্নাকাণ্ড।
**বিণ.** স্নায়বিক, স্নায়বীয়, স্নায়ৱ।
**৬৪.৩৬** লাল, লালটি, লেলাৱটি; লালবীজ, থু, থুই, সেপ। পিক। সেলেঙি।
নিষ্ঠীবন, নিষ্ঠীব, নিষ্ঠেব, লসিকা, অধৰামৃত, অধৰমধু, অধৰসুধা, মুখমধু, মুখস্ৰাব, আস্যাসব, বদনাসব, বদনামৃত, মুখামৃত।
তামোলৰ পিক। পিকদানি, পিকদান।
**৬৪.৩৭** চৰ্বি, মেদ; স্নেহপদাৰ্থ; মজ্জা, হড্ডজ।
**৬৪.৩৮** পিত্তকোষ; পিত্ত, পলাগ্নি, কান্তিদ।
**বিণ.** পৈত্তিক, পৈত্ত। পিত্তান্তক।
**৬৪.৩৯** নেজ, নেগুৰ, লাঙ্গুল, পুচ্ছ।
**বিণ.** নেজাল, নেগুৰীয়া, সপুচ্ছ, পুচ্ছী।
**৬৪.৪০** শিং, শৃঙ্গ, বিষাণ। খড়্গ, খাগ।
**বিণ.** শিঙাল, শিঙ্গাল, শিঙালী (স্ত্ৰী), শৃঙ্গী, শৃঙ্গবান।
**৬৪.৪১** [শৰীৰৰ চিন] তিল। তুলসী। মাহ। বেলপাত। জটুল। ত্ৰিবলি, ত্ৰিবলী।

## ৬৫ নাৰী

**বি.** নাৰী, স্ত্ৰী, মহিলা, তিৰোতা, তিৰোতামানুহ, ৰমণী, ছোৱালী,

মাইকী মানুহ, ললনা, অঙ্গনা, বামা, ৰমা, মানবী, কামিনী, অবলা, আওৰত, জেনানা, বালা, বনিতা, ভামিনী।

অন্তঃপুৰিকা, পুৰনাৰী, পুৰলক্ষ্মী, পুৰাঙ্গনা, পৌৰস্ত্ৰী, পুৰস্ত্ৰী, পুৰমহিলা, পুৰবালা, পুৰবাসিনী, অন্তঃপুৰবাসিনী, পৌৰাঙ্গনা, অসূৰ্য্যম্পশ্যা।

স্ত্ৰীজাতি, নাৰীজাতি, মহিলাসমাজ, নাৰীসমাজ, মহিলামহল, ৰমণীকুল, নাৰীসম্প্ৰদায়, স্ত্ৰীমহল, প্ৰমীলাজগত।

শঙ্খিনী, পদ্মিনী, চিত্ৰিণী, হস্তিনী।

প্ৰিয়া, কান্তা, প্ৰেমিকা, প্ৰমদা, ললিতা।

নাৰীৰত্ন, ৰমণীৰত্ন, স্ত্ৰীৰত্ন, নাৰীশ্ৰেষ্ঠ, বৰনাৰী, বৰবৰ্ণিনী, বৰস্ত্ৰী, বৰাঙ্গনা, ৰমণীকুলতিলক।

আদিনাৰী, ইভ, হবা।

নাৰীসুলভতা, স্ত্ৰীত্ব, নাৰীত্ব, নাৰীধৰ্ম্ম, নাৰীলক্ষণ, স্ত্ৰীধৰ্ম্ম, স্ত্ৰীলক্ষণ, নাৰীস্বভাৱ, নাৰীচৰিত্ৰ, স্ত্ৰীচৰিত্ৰ।

স্ত্ৰীলিঙ্গ, স্ত্ৰীচিহ্ন।

স্ত্ৰীৰোগ।

অষ্টনায়িকা [ মঙ্গলা, বিজয়া, ভদ্ৰা, জয়ন্তী, অপৰাজিতা, নন্দিনী, নাৰসিংহী, কৌমাৰী]।

অবগুণ্ঠন, ওৰণি, পৰ্দ্দা, বোৰ্খা।

বিণ নাৰীসুলভ, স্ত্ৰীসুলভ, স্ত্ৰীজনোচিত, স্ত্ৰীজাতীয়।

পৰদাপ্ৰথা, পৰদানশিন, অৱৰোধবাসিনী, অৱগুণ্ঠিত, ওৰণিৰ তলৰ।

বি শ্ৰীমতী, শ্ৰীযুক্তা, মিচেচ, কুমাৰী, মিচ, মোচাম্মাৎ, মাদমোযাজেল, দেৱী, দাসী, মেমচাহেব, মেডাম, মাদাম, বেগমচাহেবা, বিবি, বিবিজান, খাতুন, খানুম, বাঈ, বাঈচাহেবা।

মহাশয়া, মহোদয়া।

**৬৬ পুৰুষ**

বি পুৰুষ, পুৰুষমানুহ, মতামানুহ, ল'ৰামানুহ, ল'ৰা, কুমাৰ, মৰদ, মৰধ, মদ্দ, মদ্দা, পুমান, আদমি। মনুষ্য, মানব, নৰ, মুনিষ, মুনিহ।

পৌৰুষ, পুৰুষত্ব, পুৰুষশক্তি, পুৰুষালি, পুৰুষধৰ্ম্ম, মানুহালি। মদ্দাভাব, মৰ্দানি, পুৰুষকাৰ, পৌৰুষেয়, পুংস্ত্ব।

মুনিষাই, মুনিষালি, মুনিহালি, মানুহালি।

পুৰুষোত্তম, নৰশ্ৰেষ্ঠ, পুৰুষপুঙ্গব, পুৰুষপ্ৰধান,

পুৰুষপুণ্ডৰীক, পুৰুষসিংহ, পুৰুষব্যাঘ্ৰ, নৰব্যাঘ্ৰ, নৰশাৰ্দ্দুল, নৰকেশৰী, নৃকেশৰী, নৃমণি।

আদিপুৰুষ, আদম, আদম্ফ, পুৰুষাদ্য।

**বিণ পুৰুষোচিত, মানৱোচিত, পুৰুষসুলভ, নৰসুলভ, মনুষ্যোচিত।**

**বি. শ্ৰী, শ্ৰীযুক্ত, শ্ৰীযুত, মিষ্টাৰ। শ্ৰীমান, মাষ্টাৰ, কুমাৰ। বাবু।** জনাব। মহাশয়, মহোদয়। **হুজুৰ।**

**৬৭ ক্লীব**

বিণ/বি ক্লীৱ, নপুংসক, লেহেতিয়া, অজনক, **অজনিকা, শণ্ড,** ক্লীবলিঙ্গ, হিজড়া, হিজড়ে, **পুৰুষত্বহীন, বীৰ্য্যহীন। কঞ্চুকী,** পুংস্ত্বহীন। হিজড়ানি। হিজড়ী। **বৃহন্নলা। ছিন্নমুষ্ক ছিন্নাণ্ড, খাহী,** খাহী। খুন্দোৱা। বদিয়াৰ।

[বলদ] **ভীমটোকা, আধা-খুন্দা।**

বি ক্লীবত্ব, ক্লৈব্য, ক্লীবতা, নপুংসকতা, **পুৰুষত্বহীনতা, নিবীৰ্য্যতা,** বীৰ্য্যহীনতা।

**৬৮ ক্ষুধা**

বি ক্ষুধা, ভোজনেচ্ছা, বুভুক্ষা, ভোক, **জঠৰজ্বালা পেটৰ পোৰণি,** কলমৰ্লনি, জঠৰানল, **জঠৰাগ্নি, কোষ্ঠাগ্নি, অন্নলিপ্সা।**

ক্ষুধাসঞ্চাৰ, **ক্ষুধা** উদ্ৰেক, ক্ষুধাবৃদ্ধি, ভোক বঢ়া, **ক্ষুধা বৰ্দ্ধন।**

খাবৰ ইচ্ছা, জিঘৎসা।

ক্ষুৎপিপাসা, **ক্ষুধা**তৃষ্ণা, ভোকপিয়াহ।

মৰখঁক, হুঁতাহ।

পেটত শাণে কটাদি কটা, ভোকত নাউীভুক ছিগা।

তলপেট খজুওৱা —।

বিণ ভোকাতুৰ, ভুকীয়া, ভুখাৰি, ভোকাল, **ক্ষুধিত, ক্ষুধাৰ্ত্ত।** ক্ষুধান্বিত, ক্ষুধাতুৰ, বুভুক্ষিত, **অন্নলিপ্সা,** ভোজনেচ্ছু। অগ্নিদীপক, অগ্নিবৃদ্ধিকাৰক, **অগ্নিবৰ্ধক, ক্ষুধাবৰ্দ্ধক। ক্ষুধাজনক,** ক্ষুধাবৰ্দ্ধক। মৰ খঁকে ধৰা।

[বিপ] বিণ./বি ক্ষুধাহীন, আভোক।

বিণ আভুকীয়া।

**৬৯ তৃষ্ণা**

বি তৃষ্ণা, পিপাসা, পিয়াহ, তৃষ্ণা, পানেচ্ছা।

পিয়াহৰ পানী।

পিয়াহত অষ্ঠে কণ্ঠে শুকাই যোৱা।

খোৱা পানী। ফটিকধাৰা। নিৰ্মল পানী। **কলৰ পানী,** নৈৰ পানী, পুখুৰীৰ পানী, নাদৰ পানী, বিলৰ পানী, **ঘোলা পানী।**

বিণ. তৃষ্ণাৰ্ত্ত, পিপাসাৰ্ত্ত, তৃষ্ণাতুৰ, **তৃষ্ণাক্লিষ্ট, তৃষ্ণাকাতৰ,** তৃষাতুৰ, তৃষিত, সতৃষ্ণ, পিপাসু, পিপাসিত, পিপাসাকাতৰ, পিপাসাকুল, পিপাসী।

**৭০ খোৱা-বোৱা**

বি খোৱা—, খুউৱা—, কঁটিওৱা—, গিলোৱা—, **খোৱা-বোৱা,** **খোৱা-ধোৱা, খোৱা-লোৱা, আহাৰ, ভোজন, ভক্ষণ, খাদ্যগ্ৰহণ,** **অন্নাহাৰ, অন্নসেৱা, অশন, প্ৰাশন, ভুক্তি, ক্ষুন্নিবৃত্তি, ক্ষুন্নিবাৰণ,** পেটত পেলোৱা—, মুখত দিয়া—, **নাকেমুখে গোজা—,** **পেটপূজা, পেট ভৰোৱা—, পেট পুৰোৱা—, গলাধঃকৰণ, গ্ৰাস,** **মোকোৰা, গৰাহ, গিলি খোৱা—। বসন, আস্বাদন, চেলেকা,**

চাকি চোৱা—, স্বাদগ্ৰহণ, জুতি —। খাৱন—।
চাউল সিজোৱা মুঠি ধৰা—, ভাত খোৱা—, ভাতমুঠি ধৰা—।
ভোজ, ভূৰি ভোজ, ভূৰি ভোজন।
প্ৰীতিভোজ, প্ৰীতিভোজন, বালিভাত, বনভোজ, বনভোজন, পিকনিক্। পংক্তিভোজন।
প্ৰাতৰাশ, প্ৰাতৰ্ভোজন। পুৱাৰ জা-জলপান।
মধ্যাহ্ন ভোজন, দুপৰীয়াৰ আহাৰ।
নৈশভোজ, নৈশভোজন, সান্ধ্যভোজ, ৰাতিৰ সাজ। ডিনাৰ।
চাপ-আৰ। ভোজমেল, ভোজসভা।
কুট্—, কুটি খোৱা—।
চৰ্বণ, চোবাই খোৱা—। চোবোৱা—।
ৰোমন্থ, চৰ্বিত চৰ্বণ, ভুক্তভোজন।
চোহা। চোষণ, চুহি খোৱা। শোষণ। শোহা, শোহন, শোহনি।
লেহন, অৱলেহন।
পান, পি খোৱা—।
গিলা—, গো গ্ৰাসে গিলা—।
কামোৰ, কামুৰি খোৱা—, চোবোৱা, দংশন, দন্তাঘাত, দন্তস্ফুট, টকালি পেলোৱা—। পকটিয়াই থকা—।
অতিভোজন, গুৰুভোজন, গুৰু আহাৰ, অত্যশন। খঁক। ঠিহঠিহনি, গিজগিজনি।
মিতাহাৰ, স্বল্পাহাৰ; কমখোৱা, পৰিমিতাহাৰ, লঘুভোজন, অল্পাহাৰ, মিতভোজন; একাহাৰ।
অনশনভঙ্গ; পাৰণ।
ভোজনাগাৰ, ভোজনশালা, ভোজনালয়। ৰেস্তঁৰা, হোটেল; কেণ্টিন, কাফেটেৰিয়া; ধাবা; মেচ; অন্নসত্ৰ, অন্নশালা; লঙ্গৰখানা। মজিয়া।
পাত, ভোজনপাত্ৰ; কাঁহী, থাল, মাইহাং, বাটি।
কঙালিভোজন, দৰিদ্ৰভোজন, দৰিদ্ৰনাৰায়ণ সেৱা।
খোৱাৰ ঘৰ, মজিয়া; ডাইনিং ৰুম। খোৱাৰ মেজ, ডাইনিং টেবিল।

**বিণ./বি.** ভোজনকাৰী, খাওঁতা, খাবৈয়া, আহাৰী, ভোজী, ভক্ষণকাৰী, ভোক্তা, ভোজক, খাদক, ভক্ষক, আহাৰাৰ্থী। অন্নভোজী, অন্নাহাৰী, অন্নভোক্তা। গ্ৰাসকাৰী।
সৰ্বাশী, সৰ্বভূক। পেটুক, খঁকুৱা, খাইকহ, খাবৰীয়া, খাওৰীয়া, খাবৈচ, দাহৰা, দাঁহৰা, দাঁহৰী (স্ত্ৰী)। ভোজনপ্ৰিয়, ভোজনিয়াৰ, ভোজনবিলাসী, ভোজনপটু। উদৰপৰায়ণ, উদৰিক, উদৰসৰ্বস্ব, অতিভোজী, বহুভোজী, গজৰ-খাবৈ, গৰহ, ভাত-ভাবী। ভোজনেচ্ছু।
অল্পাহাৰী, স্বল্পাহাৰী, নিয়তাহাৰ, মিতাহাৰী, পৰিমিতাহাৰী, নিয়তাশন, মিতাশন, মিতাশী, মিতভোজী, একাহাৰী।

**বিণ.** ভোজ্য, পাংক্তেয়।
চৰ্ব্য; চুষ্য, চুষনীয়, চোষ্য, চোষনীয়; [ বিপ.] অচুষ্য; অচুষিত। লেহ্য, লেহনীয়, অৱলেহ্য, অৱলেহনীয়। পেয়, পানীয়, পানযোগ্য।
আহাৰীয়া।
ভুক্ত, ভক্ষিত, খাদিত, প্ৰাশিত, প্ৰত্যবসিত, ভুঞ্জিত, ক্ষুন্নিবৃত্ত; আস্বাদিত। অবলীঢ়, আলীঢ়, কৃতাবলেহ।
দংশিত, দষ্ট। কামোৰা। চুষিত। ভুক্ত, নিসীৰ্ণ।
গ্ৰস্ত, গিলা। লীঢ়, প্ৰত্যালীঢ়; পীত, নিপীত, পিয়া।
ভৰপেটী; আধাপেটী; ভৰাপেট।

**বিণ. বি.** এৰেহা, চুৱা, উচ্ছিষ্ট, ভুক্তাৱশিষ্ট, ভুক্তাৱশেষ, উচ্ছিষ্টান্ন, ভক্ষ্যাৱশেষ, অন্নশেষ। চোবা; শিটা, সিটা, সিঠা।
উচ্ছিষ্টভোজী, উচ্ছিষ্টভোগী; এৰেহাখোৱা, এৰেহাখাঁতী, চুৱাখোৱা, চুৱাখাঁতী। পাত চেলেকা, চুৱা চেলেকা।

**ক্ৰি. বিণ.** ভৰপেটীকৈ, ভৰাপেটে, পেট পূৰাই, পেট ভৰাই, এপেটকৈ। আধা খোৱাকৈ, আধাপেটীকৈ।
একে শোহাতে, মোকোৰা মোকোৰে, চুহি চুহি। কামুৰি কামুৰি। চোবাই চোবাই। কুটি কুটি।
আহাৰান্তত, ভোজনশেষত। খাই উঠি।
ৰুন্দি-খুন্দি, দবনিকৈ, দবনি-পিটি, ঠাহি-ঠাহি, হেঁচি-হেঁচি, উগাৰি উগাৰি, এগাৰি এগাৰি।

**৭১ খাদ্য**

**বি.** খাদ্য, খোৱা বস্তু, ভোজ্য, ভোজনি, ভোজনীয়, ভক্ষণীয়, ভক্ষ্য, অশন, আহাৰ, আধাৰ, আধান, টোপ, খুদ-কণ।
আহাৰ্য্য, অন্ন, ভোক্তব্য, ভোজনসামগ্ৰী, ভোজনদ্ৰব্য, ভোজ্যদ্ৰব্য, খাদ্যবস্তু, খাদ্যদ্ৰব্য, ৰসদ, ৰসদপাতি, খোৰাক, খোৰাকি, খাইখৰচ, খানা, খাবৰ-ব'বৰ, খাবৰ ল'বৰ; অন্নজল, ভাত-পানী, দানা, দানা-পানী; উদৰান্ন, পেটৰ ভাত; পথ্য।
জলপান, জা-জলপান, জলযোগ, নাস্তা, টিফিন, উপাহাৰ, লঘু আহাৰ। ফলাহাৰ, ফলাশন, ফলাস্বাদন।
গুৰুপাক, দুষ্পাচ্য। লঘুপাক, সহজপাচ্য, সুপাচ্য।
সুখাদ্য; সুপেয়। দুধভাত, গাখীৰ ভাত।
অখাজ, অখাদ্য, কুখাদ্য, অপথ্য, কুপথ্য, অভোজ্য, অভোজনীয়, অভক্ষ্য, অভক্ষণীয়।
কদন্ন, কু-ভোজন।
নিষিদ্ধ ভোজন। অপেয়।
খাদ্যাখাদ্য, ভক্ষ্যাভক্ষ্য।
শিশুখাদ্য, বেবিফুড।
পশুখাদ্য, পশ্বাহাৰ। খেৰ, ঘাঁহ, নৰা, তুঁহ, ভুচি, চাপৰ, মাকৈগুৰি, খলিহৈ, খুদচাউল, মাটিকলাই। নিসনি, নিহনি, ভাতৰ মাৰ।

হাঁহ-কুকুৰাৰ খাদ্য, পোলট্রিফুড।
মাছৰ খোৱাবস্তু, ফিশ্‌ফুড।

**৭২ খাদ্য বৈভিন্ন্য**

বি. ভাত, অন্ন. পঁইতা ভাত, কৰ্কৰা ভাত, জকৰা ভাত। খিচিৰি, খেচৰান্ন। পোলাও, ঘৃতান্ন, ঘিউভাত। ফ্ৰায়েড ৰাইস; বিৰিয়ানি।
মাড় ভাত, মাড়; নিসনি, নিহনি, নিসনি-পোতনি, পোতনি। নিসনীয়া ভাত, মাৰভাত, মাড়ভাত।
পাচলি, তৰকাৰি, শাক-পাচলি, খাৰধি, দিহ, দিহ-পাতি; চবজি।
ব্যঞ্জন, আঞ্জা; লাবৰা।
চৰ্চ্চৰি, ঘণ্ট। দম। ডালনা, দালনা।
কালিয়া, কোৰ্ম্মা।
সিদ্ধ। পিটিকা। পোৰা। খৰিকাত দিয়া।
ৰোস্ত। কোফতা।
ভজা, ভাজি, ফ্ৰাই। আলুভজা, চিপ্‌চ।
বৰ, ফুলড়ি, পিয়াঁজি।
মাছভজা, ফিচফ্ৰাই। চপ, কাটলেট। কাবাব, চিক কাবাব। চিঙৰা, নিমকি, কচুৰি।
ৰুটি, শুকানৰুটি, চাপাটি, লুচি, পুৰি, ডালপুৰি। পৰঠা। মোগলাই পৰঠা।
তন্দুৰি ৰুটি। ৰুমালি ৰুটি।
আটা, চুজি, ডালিয়া।
পাওৰুটি, ব্ৰেড, লোফ, বান। পেটিছ। চেণ্ডুইচ। টোষ্ট।
হেমবাৰগাৰ। বেকাৰি; ৰুটিৱালা।
জোল, ঝোল। কাথ। চুপ, জুচ।
ডাইল, তৰকা। ডালসম্ভৰ। ঘুগনি, চানা।
চাটনি, অম্বল, টক্‌।
জ্যাম, জেলি, মাৰমেলেড।
চানাচুৰ, ডালমুট; গাঠিয়া; বাদামভজা। ফুচকা, ভেলপুৰি। ৰোল।
ইড়লি। দোচা, ধোচা; সাদা দোচা; মচলা দোচা। সম্ভৰ। দইবড়া, দহিবড়া।
বিস্কুট; ক্ৰিমবিস্কুট; নিমখীয়া বিস্কুট; নানখাতা।
লজেঞ্চ, লেবেঞ্চুচ; টফি, চকোলেট, মৰটন।
আচাৰ; সস। চেল-এড। মোৰব্বা। কাসুন্দি, কাসন্দি, কাসন, কাঁহুদী, খাৰলি। খৰিচা।
চৰবত, শীতলপানীয়, কোল্ডড্ৰিঙ্ক। লেমনেড, চ'ডা। শ্বে'ক্‌, মিল্কশ্বে'ক্‌।
গৰমপানীয়, উষ্ণপানীয়; চাহ, কফি, কোকো। ড্ৰিংকিং চকোলেট। কুল্‌পি, কুল্‌পি বৰফ, মালাই বৰফ,আইচক্ৰিম।

গাখীৰ, দুধ, দুগ্ধ; স্তন্য, মাকৰ গাখীৰ, বুকুৰ গাখীৰ।
ক্ষীৰ, খীৰ, গাখীৰৰ সৰ, মলাই। ছানা, ছেনা।
দৈ, দধি। ঘোল। টনা দৈ। মিঠা দৈ। লাচি।
ঘিউ, ঘৃত, হবিঃ, সৰ্পিঃ; মাখন, নমী, নৱনীত, পনিৰ।
গৰুৰ ঘিউ, গব্যঘৃত; ম'হৰ ঘিউ। চিজ, দধিসাৰ।
আখৈ, লাজ, মুড়ি, গেটিকৰাই. চিৰা, ভজাচিৰা, সান্দহ; কোমল চাউল; বৰা চাউল। ভজা চাউল। হুৰুম।
পিঠাগুড়ি, সান্দহগুড়ি; চুজি। লুথুৰী।
পিঠা, খোলা পিঠা, ঘিলা পিঠা; টেকেলিমুখৰ পিঠা, খোলাচাপৰিয়া পিঠা, ফেণী পিঠা, চেৰা-দিয়া পিঠা, ভাৰ্তাপিঠা।
ছাতুগুড়ি, মাহৰ গুড়ি, বেচন।
পাপড়, আলুৰ পাপড, চাগুৰ পাপড়।
চাগু, ছাগু, চাগুদানা, ছাগুদানা; বাৰ্লি।
লাড়ু, তিলৰ লাড়ু; গমৰ লাড়ু; নাৰিকলৰ লাড়ু, লচকৰা, ৰসকৰা।
আমিষ, আমিষভোজন; জৈৱ খাদ্য।
মাছ, মাছৰ জোল; মাছৰ টেঙা, মাছৰ জুলা; মাছভজা, ভজামাছ; চৰ্চ্চৰী, ভাপত দিয়া মাছ, পোৰা মাছ; পাতত দিয়া মাছ, খৰিকাত দিয়া মাছ; সৰিয়হ দিয়া মাছ; মাছৰ কালিয়া; কোপ্তা। পিটিকা।
মাংস, মঙহ, গোছ; খাহীৰ মাংস, পঠাৰ মাংস, মাটন; মুৰ্গীৰ মাংস, চিকেন, হাঁহৰ মাংস।
কোৰ্মা, ৰোষ্ট, চিলি চিকেন। হেম, চচেজ; বেকন। বিফ, গোমাংস, গৰুৰ মাংস।
কণী, ডিম, হাঁহৰ কণী, মুৰ্গীৰ কণী; ওমলেট, পোচ; কণীৰ জোল।
চৌমে, নুডল্‌স। চাওমিন।
নিৰামিষ, নিৰামুহি, নিৰামিষ ভোজন, নিৰামিষ আহাৰ, সাত্ত্বিকাহাৰ, শাকাহাৰ, শাকান্ন।
হবিচ, হবিষ্যান্ন, হবিষ্য।
সিদ্ধ, সিজোৱা, আধাসিজোৱা, বয়েলড, হাফবয়েল।
মিঠাই, মিষ্টান্ন; ৰসগোল্লা, কমলাভোগ; ৰাজভোগ; পান্তুয়া, লালমোহন; কেঁচাগোল্লা, সন্দেশ; বৰফি; কলাকান্দ; জিলাপি; অমৃতি, বুন্দিয়া, মিহিদানা, সীতাভোগ; ছানাৰ পোলাও; লবঙ্গ, গজা; বালুচা, চমচম; ক্ষীৰমোহন; মোহনভোগ, ৰসমলাই; হালোৱা; চোহন হালোৱা; পায়স, পায়সান্ন, পৰমান্ন; খুৰমা; লাড়ু; গমৰ লাড়ু; পেৰা; বাতাচা; নকুলদানা; মতিচুৰ, সোণপাপড়ি।
কে'ক, পেষ্ট্ৰি, পুডিং; পাই।
বঙালী খানা। ভাৰতীয় খানা। মোগলাই খানা।
চীনা খানা, চাইনিজ ফুড। মাদ্ৰাজী খানা।

**বিণ.** অন্নভোজী।

নিৰামিষাহাৰী, নিৰামহীয়া, নিৰামুহীয়া, নিৰামিষাশী, নিৰামিষভোজী, শাকাহাৰী, হবিষ্যাশী, ভেজিটাৰিয়ান। ফলাহাৰী।

আমিষাশী, আমিষভোজী, আমিষভুক; মাংসভোজী, মাংসাহাৰী, মাংসাশী; মাংসলোভী; মৎস্যাশী, মৎস্যভোজী। ননভেজিটাৰিয়ান। গোখাদক, গোমাংসভোজী; গবাশন। কচাই, মাংসব্যৱসায়ী, শৌনিক, মাংসিক।

মুখশুদ্ধি, মুহুদি, বক্ত্ৰশোধী।

**৭৩ ৰন্ধন**

**বি.** ৰন্ধন, পাগ, পাক, ৰন্ধা-বঢ়া, পাককৰ্ম্ম, পাককাৰ্য্য, পাককৰণ। তেলনি।

হাড়ি ঠেলা—।

পাচলি কুটা—; তৰকাৰী কুটা—; বটা—, মচলা বটা—; পিঁহা—; তেল মৰা—; ফোৰণ দিয়া—; ফুট কঢ়া—, ফুট তোলা—।

পাঁচ ফোৰণ।

পাকঘৰ, ৰান্ধনি ঘৰ, ৰান্ধনি শাল, ৰন্ধনশালা, ৰন্ধনগৃহ, পাকগৃহ, ৰন্ধনাগাৰ। পেন্ট্ৰি, কিচেন।

আখল। আখা-শালি।

ৰন্ধনপাত্ৰ, পাকপাত্ৰ। হেঁতা, কাঢ়নী, চামুচ, দৰ্বিকা, কৰচ, কৰচলি, টাৰুমাৰি, পাগমাৰি, খুন্তি; তলিয়া, ঘোটনা; কেৰাহী, লোহোৰা, হাড়ি, চৰু, মলা; টৌ, টৌ-কুটি। গামলা, চচপেন, ডেগ, ডেগ্‌চি। টেৰা।

কুকাৰ, ৰাইচকুকাৰ; প্ৰেছাৰ কুকাৰ; ইকমিক কুকাৰ।

ফ্ৰাইং পেন। কুকিং ৰেঞ্জ।

চৌকা, আখা, খোলা, জুহাল, উধান, চুলা। ষ্টোভ, অভেন; তন্দুৰ।

ৰন্ধনবিদ্যা, ৰন্ধনকৌশল।

**বিণ.** সিদ্ধ, সিজা, সিজোৱা, ফুটোৱা, ভজা, উতলোৱা, তপতোৱা, সেকা, পোৰা, আধাপোৰা, জাল দিয়া, পাতত দিয়া, খৰিকাত দিয়া; তেলত ভজা, তৈল পক্ক; ঘিউত ভজা, ঘৃত পক্ক।

পাকাৰ্হ, পচ্য, পাকযোগ্য, ৰন্ধনযোগ্য, ৰান্ধিব লগীয়া। ৰন্ধা। দগ্ধ, পোৰা, জুইত পোৰা, আঙঠাত পোৰা। ৰোষ্টেড।

**[বিপ.]** অৰ্ধসিদ্ধ, আধাসিজা। অসিদ্ধ, নিসিজোৱা, কেঁচা। মুটুকীয়া, আঁৰৈমূৰীয়া। চাউলীয়া, আধাফুটা, নিসিজা।

**বিণ./বি.** ৰান্ধনি, ৰান্ধনী, পাচক, ৰান্ধোতা, ৰন্ধনকৰ্ত্তা। ঠাকুৰ, সূপকাৰ, বাবুৰ্চি, খানচামা। চাংমাই।

**৭৪ হজম**

**বি.** হজম, পৰিপাক, জীণ, আত্মীকৰণ, আত্মভূত।

পৰিপাকশক্তি, হজমশক্তি, জীৰ্ণতা।

পৰিপাকযন্ত্ৰ, পাচনযন্ত্ৰ, হজমযন্ত্ৰ। পাচকৰস।

**বিণ.** হজমী, হজমকাৰক, পৰিপাককাৰী, অগ্নিদীপক, অগ্নিবৰ্ধক, অগ্নিজনক, জীৰ্ণকৰ, জীৰ্ণকাৰক, জীৰ্ণকাৰী, ক্ষুধাবৰ্ধক।

পাচ্য, সুপাচ্য, লঘুপাক, সুপচ।

**[বিপ.]** অজীৰ্ণতা, বদহজম, অপৰিপাক; অৰুচি; আভোক; ফুঁহুৰি উগাৰ।

**বিণ.** অপাচ্য, গুৰুপাক, দুষ্পাচ্য। অপাকী।

**৭৫ অনাহাৰ**

**বি.** অনাহাৰ, অনশন, নিৰশন, নিৰাহাৰ, অভক্ষণ, অভোজন, অচৰ্বণ; উপবাস, সঁযোত, লঘোন, অৰ্ধাশন, আধাপেটী খোৱা—; নিৰম্বু উপবাস, নিৰ্জলা উপবাস। ঢৰা-লঘোন, লেকাত লগা—।

অনশনব্ৰত, প্ৰায়োপৱেশন, প্ৰায়োপৱেশ, আহাৰ ত্যাগ, আহাৰ বৰ্জ্জন, অন্নত্যাগ, অন্নজলত্যাগ, বৰত, ভাত-পানী খোৱা বন্ধ, অন্নবৰ্জ্জন, খোৱা-বোৱা এৰি দিয়া—।

অন্নকষ্ট, অন্নাভাব, খাদ্যাভাব; দুৰ্ভিক্ষ, আকাল, অনাটন। হাঁকাল-বিকাল, হাঁ কানি নিকানি, হাঁ ভাত হাঁ কাপোৰ।

**বিণ.** অনাস্বাদিত, অনুপভুক্ত। ভোকাল।

**বিণ./বি.** প্ৰায়োপবিষ্ট, অনশনব্ৰতী। ব্ৰতী, বৰতী, বৰতীয়া, সঁযুতীয়া, কিৰাধাৰী, ক্ৰিয়াধৰা, ক্ৰিয়াধৰীয়া। অনাহাৰী, নিৰাধৰী, নিৰাধৰীয়া, নিৰাহাৰী, উপবাসী; অভুক্ত, ক্ষুধাৰ্ত্ত, ক্ষুধিত, ভোকাতুৰ, ভুকীয়া; বুভুক্ষু। অন্নহীন, নিৰন্ন, খাদ্যহীন; অনশনক্লিষ্ট, অনাহাৰক্লিষ্ট। লঘোনীয়া। খৰলি খোৱা, পেটত (পানী) গামোচা বন্ধা।

আধা-পেটী, অৰ্দ্ধাহাৰী।

**ক্ৰি. বিণ.** আধা-পেটীকৈ। নিৰাধাৰে, অনাহাৰে।

**৭৬ পুষ্টি**

**বি.** পুষ্টি, পৰিপুষ্টি, পৰিপুষ্টতা, পুষ্টিসাধন, পুষ্টিসম্পাদন, পুষ্টিবিধান, পুষ্টিবৰ্দ্ধন, পুষ্টিবৃদ্ধি; বাঢ়ন, বৃদ্ধি; বলবৃদ্ধি, শক্তি বৃদ্ধি, শক্তিবৰ্দ্ধন, স্বাস্থ্য বৃদ্ধি।

পোহ, মঙহ, বল, শক্তি, জোৰ। তেজ। পুষ্টতা। ৰস-পম। খাদ্যপ্ৰাণ, অন্নসাৰ, ভিটামিন; সালসা, টনিক। প্ৰোটিন।

**বিণ.** পুষ্টিকৰ, পুষ্টিবৰ্দ্ধক, পুষ্টিকাৰক, বলকাৰক, বলবৰ্দ্ধক, বলদায়ক, পুষ্টিবিধায়ক, শক্তিবৰ্দ্ধক, স্বাস্থ্যকৰ, স্বাস্থ্যপ্ৰদ, স্বাস্থ্যদায়ী, স্বাস্থ্যবৰ্দ্ধক। শ্ৰীযুক্ত, শ্ৰীমান, কান্তিযুক্ত।

পুষ্ট, পৰিপুষ্ট, হৃষ্টপুষ্ট, মৎগৰ্জ, নোদোকা, পাহুৱাল, মোটা, শকত-আৱত, মাদাপুৰ, বলশালী, বলী, বলৱন্ত, বলযুক্ত। তেজী, তেজাল, তেজীয়ান, তেজোময়, তেজস্বী, তেজস্বিনী (স্ত্ৰী)। তেজগোৰা, তেজে-মুখে ফুটি যোৱা, তেজে গাল ফুটো ফুটো কৰা, ৰসপম থকা; চিকুণ, চিকণ, চিকোণ, পুষ্ট, টকচ। তজবজীয়া। লোদোৰা, লোদোৰ-পোদোৰ, লোঠোৰা, লঠৰা, লোধোৰা, ভিৰাল, টুপটুপীয়া, মিলমিলীয়া।

**[জীৱজন্তু]** নোকোহা।

**৭৭ অপুষ্টি**

বি. অপুষ্টি, পুষ্টিহীনতা, স্বাস্থ্যহীনতা, স্বাস্থ্যাভাব, দুৰ্ব্বলতা, বলহীনতা, দৌৰ্ব্বল্য, স্বাস্থ্যহানি, স্বাস্থ্যনাশ, স্বাস্থ্যভঙ্গ, কৃশতা, শীৰ্ণতা।

বিণ. অপুষ্ট, দুৰ্বল, নিস্তেজ, ৰোগক্লিষ্ট, ৰোগাবিষ্ট, ৰুগ্ন, ৰোগাৰ্ত্ত, ৰোগগ্ৰস্ত, ৰুগীয়া, কুৰীয়া, হীনবল, শক্তিহীন, কাহিল, বেমাৰী, ক্ষীণ, ক্ষীণকায়, খীণ, চিঁয়া, চিচা, কৃশ, কাঁইঠীয়া, খামুচীয়া, নিশকতীয়া, চেৰেমা, চেৰেলা, লেৰেলা, লেৰেলা-চেৰেলা, চেৰেলা-চেপেটা, অশকত, খীণ মিন, টেটেৰা, টোটোৰা পৰা, শোটোৰা পৰা, সোপোৰা, শুকান-উবান, মৰা-মূছা, মৰা মুগা যেন, মৰ-চেৰেলা, মৰকুচিয়া, চিঁয়া-মৰা, খিচিৰা, নলীয়া, কিৰকিৰীয়া, চঁছালি ওলোৱা, হাড-খৰাহি, হাড়-ছাল, অস্থিচৰ্ম্মসাৰ, হাড়ত খোৱা, শুকান, লেৰেলা-ঠেৰেলা, লেৰেলী-ঠেৰেলী (স্ত্ৰী), কঙ্কালসাৰ, জঁকা-ভাৰী, ৰোগী, পীড়িত। অল্পপ্ৰাণ, মৰকেলেপ, অট্টচেলাই, অতৰ-চেলাই, অণ্ড-চেলাই, শেঁতা, শোবা-শেৰেলুৱা, ধেলধেলীয়া, শোটোৰা পৰা, টোটোৰা পৰা, সোপোৰা, ঢেলা, ঢেপা, সেৰেলা, নিস্তেজ, তেজহীন, মুজুৰা পৰা, মুজুৰা লগা, নিশকতীয়া, ৰসপম নোহোৱা, শ্ৰীহীন, হতশ্ৰী, চিৰি-চেহেৰা নোহোৱা, নেৰপেটীয়া, লিটিং পিটিং, লিংপিঙীয়া, নেৰীয়া, নেফিযা, নিচলা, পৰিমৰা, খোজত পৰিমৰা, উজুটিত পৰি মৰা।

**৭৮ মলশুদ্ধি**

বি মলত্যাগ, শৌচ, পনীয়া শৌচ, পায়খানা কৰা—, হগা—, বাহিৰফুৰা—, [জন্তু, চৰাইৰ] লাদ, বিষ্ঠা ত্যাগ, টিবিকা—, মল নিঃসাৰণ, চেৰেলিওৱা—, শাঁওপৰা—, তেজশাঁও পৰা—, কানিযে-কাপোৰে যোৱা—, মলভেদ, কোষ্ঠশুদ্ধি, কোষ্ঠ পৰিষ্কাৰ, বিৰেচন, পায়ুস্খালন, বাহ্যকৃত্য, শৌচাচাৰ, মলনিৰ্গমন, হগোৱা—। হাগনি। গা ধুব লগা হোৱা—, বাৰী ফুৰিবলৈ যোৱা—, বাহিৰলৈ যোৱা—।

মল, বিষ্ঠা, অষ্ঠীলা, পাযখানা, গু, পুৰীষ, চেৰাগু, মৰগু। মলভাণ্ড, মলাধাৰ, বিষ্ঠাকুণ্ড।

মলদ্বাৰ, গুহ্যদ্বাৰ, গুহ্যদেশ, পায়ু; মলনলী, মলভাণ্ড।

পায়খানা, কেঁচা পায়খানা, চেনিটেৰি পায়খানা; চাৰ্ভিচ লেট্ৰিন; লেভেটৰি, টয়লেট; কমোড; চিষ্টাৰ্ন, ফ্লাশ। টিঙনাশালি, গূৱনি, হগনা-তলি। পেচা(ছ্য)বখানা।

কোষ্ঠকাঠিন্য, কোষ্ঠবদ্ধতা, গ্ৰহণী, তেজ শাঁও। জুলাপ, ৰেচক।

পাদ, অধোবায়ু, বায়ু, অপান, অপানবায়ু, বায়ু ত্যাগ, বাতকৰ্ম্ম।

মূত্ৰ, মূত, প্ৰস্ৰাব, পেচাব, পেছাব, পেচ্ছাপ, মেহ, মূত্ৰত্যাগ, সৰুপানী।

বহুমূত্ৰ, জলসাৰ।

মূত্ৰনলী, মূত্ৰপথ; মূত্ৰদ্বাৰ, শিশ্ন, নোন; মূত্ৰাশয়, মূত্ৰযন্ত্ৰ, বৃক্ক, কিড্‌নি।

প্ৰস্ৰাবখানা, ইউৰিনাল, মূত্ৰকুণ্ড, টয়লেট, বাথৰুম।

বিণ/বি. হগুৱা। হাগুৰী; শূলাহগুৱা। মুতুৱা, মুতুৰী। ৰেচক, বিৰেচক, মলনিঃসাৰক, ভেদকাৰক। পাদুৱা; পাদুৰী।

**৭৯ নিদ্ৰা**

বি. নিদ্ৰা, টোপনি, ঘুমটি, চকু জাপ খোৱা—, ঘুমটি যোৱা—, কলাঘুমটি, ঢুলীয়া ঘুমটি। টোপনিত পৰা—, শেতেলিত পৰা—, পাটীত পৰা—, কাতি হোৱা—, কলমটিওৱা—, টিপ মৰা—, মোটোকা মৰা—, বাগৰ মৰা—, ঘোৰ নিদ্ৰা, সুপ্তি, সুষুপ্তি, ঘোৰ টোপনি, ঘোৰ টোপনিত পৰা—, মৰ টোপনি, মৰ টোপনিত পৰা—, মৰ টোপনিযে পোৱা-, গভীৰ নিদ্ৰা, গাঢ় নিদ্ৰা, ভাত-ঘুমটি, সুখনিদ্ৰা, সুখসুপ্তি, সুখশয়ন, সুখ শয্যা।

তন্দ্ৰা, চিলমিল টোপনি, কলা-ঘুমটি, অৰ্দ্ধ-নিদ্ৰা, কেঁচা টোপনি, কুকুৰ টোপনি, টোপনি টোপনি ভাব। জাগি শোৱা—।

কপট নিদ্ৰা, কাকনিদ্ৰা, কাক তন্দ্ৰা।

দিবা নিদ্ৰা, ঘোঁৰা বাগৰ দিয়া—, ভাত ঘুমটি।

চকুৱে চকুৱে লগা—।

তন্দ্ৰাবেশ, নিদ্ৰাবেশ, নিদ্ৰাবস্থা, টোপনিৰ জাল।

টোপনি অহোৱা—, টোপনি নিওৱা—।

শোৱা —, শয়ন।

শয়ন কাল, শোৱাৰ সময়, টোপনিত পৰাৰ সময়।

শোৱনি ঘৰ, শোৱা ঘৰ, শয়ন কক্ষ, শয্যাগৃহ, শয়নগৃহ, শয়নকুটিৰ, শয়নাগাৰ, শয়নমন্দিৰ। শয্যা, বিছনা, পাটী, শোৱা-পাটী, ঢাৰি-পাটী, শেতেলি।

নিদ্ৰাসুখ, তন্দ্ৰাসুখ; সুখনিদ্ৰা, সুখ শয়ন।

নিদ্ৰাবস্থা, স্বপ্নাবস্থা।

তন্দ্ৰালু নেত্ৰ।

টোপনিৰ দৰৱ। টোপনি নিওৱা গীত।

স্বপ্ন, সপোন, সমাজিক, স্বপ্নদৰ্শন, স্বপ্নাবস্থা, সুপ্তজ্ঞান, স্বপ্নজাল, স্বপ্নজড়িমা, স্বপ্নচাৰিতা, ঘুমটি ঘূৰণ। স্বপ্নোদয়, স্বপ্নাবিৰ্ভাব, স্বপ্নজগত।

স্বপ্নলোক, স্বপ্নৰাজ্য, সুখস্বপ্ন, সুখৰ সপোন, সুস্বপ্ন।

দুঃস্বপ্ন, বেয়া সপোন। স্বপ্নাদেশ।

হামি। গামুৰি, এণ্ডামুৰি, আণ্ডামুৰি।

বিণ. ঘুমন্ত, নিদ্ৰিত, সুপ্ত, সুষুপ্ত, প্ৰসুপ্ত, নিদ্ৰাগত, নিসাৰ, নিদ্ৰাভিভূত, নিদ্ৰাতুৰ, নিদ্ৰাবিষ্ট, নিদ্ৰামগ্ন, নিদ্ৰামগন, নিদ্ৰালু, নিদ্ৰাশীল, নিদ্ৰাচ্ছন্ন, নিদ্ৰাক্লিষ্ট, নিদ্ৰালস, তন্দ্ৰালু, তন্দ্ৰাবিষ্ট; নিদ্ৰাজড়িত, তন্দ্ৰা জড়িত, ঘুমজড়িত কলা-ঘুমটীয়া। অৰ্দ্ধনিদ্ৰিত, লালকাল, ললাকলা। শয়িত, শয়ান, নিহপালী, নিসাৰ। ঘুমকাতৰ, নিদ্ৰাপ্ৰিয়, নিদ্ৰাপ্ৰবণ, টোপনি গধুৰ, টোপনি গধুৱা, টোপনি ৰহীয়া, টোপনি দওৱা।

দিবানিদ্ৰাকাৰী, দিবাশয়।
নিদ্ৰাকৰ্ষণকাৰী, নিদ্ৰাজনক।
স্বপ্নময়, স্বপ্নবৎ, স্বখিল; স্বপ্নাদিষ্ট; স্বপ্নাদেশপ্ৰাপ্ত; স্বপ্নলব্ধ, স্বপ্নোদিত, স্বপ্নাবিষ্ট। সপোনৰ দৰে, সমাজিকৰ দৰে।
ক্রি.বিণ. শয়নে-সপোনে, শয়নে-সঁচিতে।

৮০ অনিদ্ৰা

বি. অনিদ্ৰা, নিদ্ৰাহীনতা, টোপনি নহা—, টোপনি নধৰা—।
জাগৰণ, জাগি থকা, সাৰ, সাৰে থকা, সাৰ পাই থকা, জাগৰ্তি, জাগৃতি।
টোপনি ভঙা—, ঘুম ভঙা—, নিদ্ৰাভঙ্গ, নিদ্ৰাশেষ; শয়নভঙ্গ, শয়নভঞ্জন; জগোৱা—, টোপনিৰ পৰা তোলা, কেঁচা টোপনি ভঙা—।
টোপনি বঞ্চা—, ৰাতি বঞ্চা—।
টোপনি খতি। ঘোঁৰা বাগৰ দিয়া—।
বিণ. অনিদ্ৰ, বিনিদ্ৰ, নিদ্ৰাহীন, নিদ্ৰাবিহীন, নিদ্ৰাশূন্য, উনিন্দ, নিদ্ৰাৰহিত, নিদ্ৰাহাৰা, গতনিদ্ৰ, জাগ্ৰত, জাগৰিত, উজাগৰ, অসুপ্ত, অতন্দ্ৰ, অতন্দ্ৰিত, সজাগ, তন্দ্ৰাশূন্য, তন্দ্ৰাহীন।
ৰাতি বঞ্চা।
চকু জাপ নোখোৱা, চকুৰে চকুৰে নলগা, চকুত ঘুমটি নহা।
সুপ্তোত্থিত, নিদ্ৰোত্থিত; টোপনি ভগা; বীতনিদ্ৰ, নিদ্ৰাভঙ্গকাৰী, জাগৰণী।
স্বপ্নোত্থিত।
ক্রি. বিণ. টোপনিয়াই টোপনিয়াই; হামিয়াই-হিকটিয়াই; কলমটিয়াই কলমটিয়াই।

৮১ স্নান

বি. স্নান, গা ধোৱা—, গা-পা ধোৱা—, অৱগাহন, নিমজ্জন, অৱগাহ; অভিষেক, অভিষেচন; ডুব, বুৰ, জোবোৰা; গা তিওৱা— সলিল প্ৰৱেশ, জলপ্ৰৱেশ, গাত্ৰপক্ষালন, অঙ্গমাৰ্জ্জনা। গাত পানী ঢলা—। অপস্নান।
হাত-ভৰি ধোৱা—, ওজু। গোচল।
মুক্তিস্নান, মোক্ষস্নান; তীৰ্থস্নান, পুণ্যস্নান। প্ৰাতঃস্নান।
সূৰ্য্যস্নান, ৰৌদ্ৰস্নান, আতপস্নান, ৰ'দ পুঁওৱা।
ধাৰাস্নান; বাষ্পস্নান, ষ্টিমবাথ; বৃষ্টি-স্নান।
ধুওৱা, স্নাপন।
স্নানাগাৰ, স্নানঘৰ, স্নানগৃহ, গা-ধোৱা ঘৰ, স্নানশালা, স্নানকক্ষ, বাথৰুম। গাধোৱা চৰিয়া, বাথটাব।
শাওয়াৰ।
স্নানৰ জল, গা ধোৱা পানী, স্নানোদক; স্নানোপকৰণ।
তিয়নি; গামোচা, তোয়াল, গাত্ৰমাৰ্জ্জনী।
বিণ. স্নাত, কৃতস্নান; অভিষিক্ত, গাহিত, কৃতাভিষেক অৱগাহিত, কৃতোদক। সুস্নাত; সদ্যঃস্নাত, সদ্যঃস্নাতা (স্ত্ৰী); স্নানীয়।
স্নানকাৰী, স্নায়ী, স্নাতক; স্নানাৰ্থী।
স্নাপক, স্নাপিত।
গা ধুই উঠা—।

৮২ স্বাস্থ্য, সুস্থতা

বি. স্বাস্থ্য। সুস্থতা, ৰোগহীনতা; ভালে থকা, তবিয়ত, ৰোগাভাৱ, অনাময়, ৰোগশূন্যতা, সুস্থভাৱ, ব্যাধিশূন্যতা।
নিৰোগিতা, অৰোগিতা। গা ভাল পোৱা। স্বাস্থ্যলাভ।
সুস্থদেহ, সুস্থশৰীৰ, সুস্থকায়।
শক্তি, জোৰ।
ৰোগমুক্তি, আৰোগ্য, ৰোগমোচন, নিৰাময়, ভাল হোৱা—, আৰোগ্য লাভ কৰা—, উপশম, ৰোগ শান্তি, নিৰাধি, নিৰ্ব্যাধি, স্বস্তিলাভ।
চিকিৎসা।
স্বাস্থ্যৰক্ষা, স্বাস্থ্যবিধি; স্বাস্থ্যবিজ্ঞান।
স্বাস্থ্যসম্পদ; স্বাস্থ্যচৰ্চ্চা, দেহচৰ্চ্চা, শৰীৰচৰ্চ্চা।
বিণ. নিৰোগ, অৰোগী, নিৰোগী, পাৰকীয়া, স্বাস্থ্যকৰ, স্বাস্থ্যকাৰক, স্বাস্থ্যকাৰী, স্বাস্থ্যজনক, সুস্থকাৰী, স্বাস্থ্যপ্ৰদ, স্বাস্থ্যপ্ৰদায়ক, বলকাৰক, বলবৰ্ধক, পুষ্টিকাৰক, পুষ্টিকৰ। সুস্থ; ৰোগহীন, ৰোগশূন্য, ভাল, নিবেমাৰী, অৰোগিনী, স্বস্থ, সুচীয়া, অৰুগ্ন, নিৰুজ; সবল, সমৰ্থ, স্বচ্ছন্দ।
বহাল, চাঙ্গা, তাজা, প্ৰফুল্ল, সতেজ; অনৱসন্ন, নিৰৱসাদ, অপৰিশ্ৰান্ত, অপৰিক্লিষ্ট, অক্লিষ্ট, ক্লান্তিহীন, অক্লান্ত, অশ্ৰান্ত, শ্ৰান্তিৰহিত।
ৰোগমুক্ত, নিৰাময়, অনাময়, উপশমিত।
প্ৰকৃতিস্থ, অনুন্মত্ত, অপ্ৰমত্ত, অক্ষিপ্ত।
নৱজীৱন লাভ কৰা, নৱজীৱন প্ৰাপ্ত হোৱা, পুনৰ্জীৱন প্ৰাপ্ত হোৱা, পুনৰ্জীৱন পোৱা। যমৰ দুৱাৰ মুখৰ পৰা ঘূৰি অহা।
উপশমকাৰী, উপশমক, উপশমনীয়। আনৰিয়া।
ক্রি.বিণ. বাহাল তবিয়তে, স্বচ্ছন্দে।

৮৩ স্বাচ্ছন্দ্য

বি. স্বাচ্ছন্দ্য, স্বচ্ছন্দতা, স্বস্তি, সুত; স্ফূৰ্তি; অক্লান্তি, ক্লান্তিহীনতা, অক্লেশ, ক্লেশহীনতা, অক্লিষ্টতা, অকাতৰতা, অশ্ৰান্তি, শ্ৰমাভাৱ, ক্লেশাভাৱ, অপ্ৰয়াস।
নিৰ্বেদন।
আৰাম, শান্তি, জিৰণি, বিশ্ৰাম, সুখ। সুখানুভৱ, সুখানুভূতি; সুখাসন। অনায়াস। ফস্তি।
দম লোৱা, জিৰাই লোৱা, জিৰণি, গা জুৰোৱা—, জুৰ লোৱা—।
বিণ. স্বচ্ছন্দ, স্বস্থ; অকাতৰ, ক্লান্তিহীন।
বেদনাহীন, ব্যথাহীন।
আৰামপ্ৰিয়।

আৰামদায়ক, আৰামপ্ৰদ, আৰামী, সুখকৰ, সুখপ্ৰদ সুখদায়ক, সুভগ। সুখাসীন।

জিৰণীয়া।

ক্ৰি. বিণ. স্বচ্ছন্দে, অনায়াসে, ফন্তি জুৰি। অক্লেশে, অপ্ৰয়াসে, অপ্ৰবন্ধে।

সুখত, সুখেৰে, সুখে-সন্তোষে।

**৮৪ অসুস্থতা**

বি. অসুস্থতা, অস্বাস্থ্য; ৰোগ, ব্যাধি, আধি-ব্যাধি, অসুখ, পীড়া, বেমাৰ, আজাৰ, বিকাৰ, আৰ্ত্তি, ৰোগভোগ, অসুখ-বিসুখ, আধিব্যাধি, অস্বস্থতা। নৰিয়া, নৰিয়া পৰা—।

মাৰি, মাৰী, মাৰক; সংক্ৰামক ৰোগ।

মহাব্যাধি, মহাৰোগ। কালৰোগ।

স্বাস্থ্যক্ষয়, স্বাস্থ্যহানি, স্বাস্থ্যভঙ্গ, স্বাস্থ্যনাশ, শৰীৰ পৰা—, দেহা পৰা—, শৰীৰ বিকল হোৱা—। শুকাই-খীণাই যোৱা—, টেঁটেঁৰা পৰা—, টেঁটেঁৰা লগা—।

ৰুগ্নদশা, ৰোগগ্ৰস্ততা, ৰোগজীৰ্ণতা; ৰোগযন্ত্ৰণা, ৰোগকষ্ট, ৰোগক্লেশ, ব্যাধিযন্ত্ৰণা, ৰোগযাতনা।

ৰোগাক্ৰমণ, অসুখত পৰা—, বেমাৰত পৰা—, বিছনাত পৰা—, শয্যাশায়ী হোৱা—, ঢাৰি-পাটীত পৰা—, অসুখত ভোগা—, ভোগান্তি।

নে নে থে থে, নেহ্-নেহ্-থেহ্-থেহ্, থেন-থেন মেন-মেন।

ৰোগলক্ষণ, উপসৰ্গ, ৰোগচিহ্ন।

বীজাণু, ভাইৰাচ, বেকটেৰিয়া।

সংক্ৰামক ৰোগ, সোঁচৰা ব্যাধি, সংক্ৰামক ব্যাধি, সংক্ৰামক বেমাৰ।

স্পৰ্শাক্ৰমণ, সংক্ৰমণ, ৰোগসংক্ৰমণ।

পুৰণাৰোগ, বংশগত ৰোগ, পুৰুষানুক্ৰমিক ব্যাধি, বংশানুক্ৰমিক (বংশগত) ৰোগ।

ৰোগশয্যা, ৰোগীৰ বিছনা।

মহামাৰী, মাৰী, মৰক, মাৰীভয়, এপিডেমিক।

জনহানি, জনক্ষয়, লোকক্ষয়, দেশ উজাৰ হৈ যোৱা—।

বিণ./বি. অসুস্থ, অস্বস্থ, পীড়িত, ৰোগাক্ৰান্ত, ৰোগগ্ৰস্ত, ৰোগাৰ্ত্ত, ৰোগাবিষ্ট, ৰোগক্লিষ্ট, ৰোগজীৰ্ণ, বিকাৰগ্ৰস্ত, ব্যাধিগ্ৰস্ত, বেমাৰী, নৰীয়া, আতুৰ, আৰ্ত্ত; ৰোগী, ৰুগীয়া, জৰীয়া, জীয়াৰুগীয়া, ৰুগ্ন, ৰোগিনী (স্ত্ৰী)।

টেঁটেঁৰা; লেৰেলা, মৰকুচীয়া।

শয্যাগত, শয্যাশায়ী; গা দাঙিব নোৱৰা—।

স্বাস্থ্যহীন, ভগ্নস্বাস্থ্য, নষ্টস্বাস্থ্য, হৃতস্বাস্থ্য।

অস্বাস্থ্যকৰ, স্বাস্থ্যহানিকৰ।

সংক্ৰামক, সোঁচৰা, খোচৰা, দুৰাৰোগ্য।

**৮৫ যন্ত্ৰণা**

বি. ব্যথা, বেদনা, আপৰহ্, যন্ত্ৰণা, যাতনা, কষ্ট, ক্লেশ, নিকাৰ, ক্লিষ্টতা, কৃচ্ছ্ৰ, পৰিবেদনা; টনটননি, কামোৰণি, কুটকুটনি, শূল, জ্বলাপোৰা, খোচাবিন্ধা—, প্ৰদাহ, শাল মাৰি ধৰা—, বেজবেজোৱা—, খোচমাৰি ধৰা—, টাহ্ মাৰি ধৰা—। পোৰণি, পোৰণি-দেৱনি, ৰমৰমনি, ভমভমলি, ভকভকনি, জাল। কিচকিচনি, চিটচিটনি, ছটফটনি, চিত্ত লং-পাত লং, ধৰফৰণি, চেঙালুটি, গেঙনি। কেঁকনি, কেঁকনি গেঁথনি। গেঁথোৱা —, কেঁকোৱা—, নেথনি। গেজগেজনি।

কাইকুটি, ভাকুটকুটনি, সুৰসুৰণি, সিৰসিৰণি; সিঁৰিকণি। চিকুট, চিকুট মাৰি ধৰা—। ফৰ্ফৰণি। খচম্‌চনি, কুটকুটনি। মোচৰ, মোচোকা খোৱা—, ফন্দিয়াই ধৰা—। পিৰপিৰণি, সিৰসিৰণি, জিনজিননি। সিৰসিৰোৱা—, জিনজিনোৱা—। চিৰিঙনি।

ঘা, আঘাত, কটা, আঁচোৰ। ক্ষত, ক্ষতস্থান।

ভঙা, ভগা, ফ্ৰেক্‌চাৰ, কম্পাউণ্ড ফ্ৰেক্‌চাৰ। মোচোকা, মোচোকা খোৱা— ।

পোৰা, পোৰা ঘা; দগ্ধক্ষত। ফোঁহা, জোলা, জোলা বন্ধা—।

ক্লান্তি, শ্ৰান্তি, পৰিশ্ৰান্তি, ভাগৰ; ফোঁপনি, ফোঁপনি ধৰা—, দম নোহোৱা হোৱা—, গেৰেউ-গেঁথেউ, অৱসন্নতা, অৱসাদ, ক্লিষ্টতা, বৈক্লব্য, বিকল হোৱা—, শ্ৰান্তিবোধ, কাহিল, কাহিল ভাব, হাবাথুৰি, দুৰ্ব্বলতা, দৌৰ্ব্বল্য, কাতৰতা, কাতৰ হোৱা—। ধেৰাই মেৰাই পৰা—। লেকাত লগা—।

অস্বস্তি, অস্থিৰতা, বিচাট। অস্বাচ্ছন্দ্য, বৈক্লব্য, বৈকল্য, অস্থিৰতা, গেঙনি, কেঁকনি। ইচাট বিচাট, ছেৰেং-বেৰেং। ঠেকাৰ, ঠেকাৰ-নেকাৰ, খুন্দা-ভজা। বেজাৰ, বিৰক্তি। বুকু টিপ টিপ কৰা—, হৃৎকম্প হোৱা—, চকু ঢেল খোৱা—, ঢেল ওপঙা দিয়া, দাঁতে দাঁতে লগা—।

বিণ ব্যথাতুৰ, বেদনাতুৰ, ব্যথিত, বেদনাৰ্ত্ত, বেদনাগ্ৰস্ত, বেদনাক্লিষ্ট, ব্যথাকাতৰ, যন্ত্ৰণাকাতৰ, যন্ত্ৰণাক্লিষ্ট, যন্ত্ৰণাতুৰ, আৰ্ত্ত, আতুৰ, আতুৰ-বিতুৰ, ক্লিষ্ট, নিকাৰী, জৰ্জৰিত, জৰমাৰ, কেলেং-মেলেং, আধাসাৰি, তিতামূৰীয়া, লৰেজান, ললাকলা, হাইৰাণ, হাৰাশাস্তি। আৰকাল, হাহাকাৰ।

আঘাতপ্ৰাপ্ত, ক্ষতবিক্ষত।

দগ্ধ, অগ্নিদগ্ধ, জুয়ে পোৰা।

বেদনাদায়ক, যন্ত্ৰণাদায়ক, পীড়াদায়ক, কষ্টদায়ক, কষ্টকৰ; বেজবেজীয়া।

ক্লান্ত, শ্ৰান্ত, পৰিশ্ৰান্ত, শ্ৰান্তিবহিত, ভাগৰুৱা, অৱসাদগ্ৰস্ত অৱসন্ন, কাহিল, লালকাল, লেকাত কাতৰ, ক্লিষ্ট, ম্ৰিয়মান, আধামৰা।

বিষণ্ণ, বিমৰ্ষ, মনমৰা, আমন জিমন। বিমন, বিমৰ্ষিত।

অস্থিৰ, অস্বচ্ছন্দ। অৱসাদক।

অসহ, অসহনী, অসহনীয়, অসহ্য, দুঃসহ, দুৰ্বিষহ, প্ৰাণান্তকৰ,

প্ৰাণান্তিক, মৰণান্তিক।
কণ্টক শয্যা, কাঁইটৰ শেতেলী।
ক্ৰি. বিণ. আমন-জিমনকৈ, বিমৰ্ষভাৱে, মনমাৰি। কেলেং-মেলেং কৈ। খুন্দা-ভজা খাই খাই। আতুৰ-বিতুৰকৈ।
হামিয়াই হিকটিয়াই।
কষ্টে-মষ্টে। মৰি-মুজি, মৰি-পৰি, মৰি-তৰি, প্ৰাণটাকি, প্ৰাণান্তে, প্ৰাণৰ কাতৰে। লেকাত লাগি।

**৮৬ পাগলামি**

বি. পাগলামি, পাগলালি, বলিয়ালি, উন্মত্ততা, বাতুলতা, বিকৃতি, বিকাৰ, মস্তিষ্ক বিকৃতি, মস্তিষ্কবিকাৰ, মূৰৰ বিকাৰ, মূৰৰ গণ্ডগোল, চিট, আধি, মনোব্যাধি, মানসিক ব্যাধি, মনৰ ৰোগ, উন্মাদনা, মানসিক ভাৰসাম্যহীনতা, অপ্ৰকৃতিস্থতা; বায়ুৰোগ; মতিচ্ছন্নতা, মতিভ্ৰংশ, হিতাহিতজ্ঞান লোপ, জঁক।
জঁক উঠা—, জঁকি উঠা—,
ভীমৰতি।
মানসিক চিকিৎসা।
মানসিক চিকিৎসালয়, পাগলাগাৰদ, পাগলাখানা, মেণ্টাল এচাইলাম, লুনাটিক এচাইলাম।
বিণ./বি. পাগল, পগলা, পাগলী (স্ত্ৰী), বলিয়া, বলিয়ানী (স্ত্ৰী), বাতুল, উন্মত্ত, বলিয়া-বতীয়া, অলিয়া-গলিয়া, অলিয়া-বলিয়া, উন্মাদ, উন্মাদিনী, বাউল, বাউলা, বাউলী।
অপ্ৰকৃতিস্থ, বিকাৰগ্ৰস্ত, বিকৃতমস্তিষ্ক, মাথা-খাৰাপ, মাথা-পাগল, মতিচ্ছন্ন, উন্মত্ত, মত্ত, প্ৰমত্ত, জকাল, মানসিক ৰোগী, মানসিক ব্যাধিগ্ৰস্ত, মানসিক ভাৰসাম্যহীন। আঁকৰা-মূৰীয়া। আধাপগলা। চেৰাবলিয়া, চেৰা-পাগল, চন-বলিয়া, অহৌবলিয়া, অৰ্দ্ধোন্মাদ, আধা-পাগল, আদ-পাগল।
বিণ. উন্মাদক, উন্মাদী, মত্ততাকাৰক, পাগল কৰা, পগলা কৰা।
[বিপ.] প্ৰকৃতিস্থ।

**৮৭ ৰোগৰ নাম**

৮৭.১ পেটৰ অসুখ, পেট-চলা—, পেটবোৱা—, উদৰাময়, অতিসাৰ, অতীসাৰ; গ্ৰহণী, ডিসেণ্ট্ৰি, ডায়েৰিয়া। পেটফুলা, পেট কামোৰণি, পেটগাজনি, হাগনি, তেজহাগনি, শাঁও পৰা। ঢকা-ডিঙৰা, ঢকা-ডিঙৰীয়া (জন্তুৰ ৰোগ), প্ৰসূতা, হাগনি প্ৰসূতা।
বিণ. পেট বেমাৰী, শূলাহগুৰা। হাগুৰা, হাগুৰী।
৮৭.২ কলেৰা, হাইজা, জহনি, ভেদ-বাঁতি, ভেদবমি, বিসূচিকা, আন্ত্ৰিক ৰোগ, গেচট্ৰ' এন্ট্-ৰাইটিছ।
৮৭.৩ পিত্তবিকাৰ, পিত্তৰ দোষ, পিত্তৰোগ, পিত্তাতিসাৰ, ৰক্তপিত্ত।
৮৭.৪ উদৰী, জলন্ধৰ, শোব ৰোগ, শোথ [জলোদৰী; যকৃতোদৰী; প্লীহোদৰী; বদ্ধোদৰী; সান্নিপাতিক উদৰী]; ড্ৰপসি, বেৰিবেৰি।
৮৭.৫ অম্লপিত্ত, অম্লশূল; টেঙাপানী অহা—, অম্লাধিক্য, এচিডিটি।
৮৭.৬ আভোক, অগ্নিমান্দ্য, ক্ষুধামান্দ্য, মন্দাগ্নি, অৰুচি, বদহজম, অজীৰ্ণ, অজীৰ্ণতা, অপৰিপাক, অবিপাক, হজমৰ গোলমাল। ডিচপেপচিয়া।
বিণ. আভুকীয়া।
৮৭.৭ প্লীহাৰোগ, জ্বৰখাপৰি।
৮৭.৮ জণ্ডিচ, পাণ্ডুৰোগ, কুহুমসাৰ।
৮৭.৯ আলচাৰ, অন্ত্ৰক্ষত, আন্ত্ৰিকক্ষত; গেচট্ৰিক আলচাৰ, ডুয়োডনাল আলচাৰ।
৮৭.১০ পাথৰী, অশ্মৰী, পিত্তশিলা, গলষ্টোন।
৮৭.১১ জ্বৰ, গা গৰম, জ্বৰজাৰি।
পালজ্বৰ, মেলেৰিয়া। কঁপনি জ্বৰ। পানী লগা জ্বৰ, চৰ্দ্দিজ্বৰ। ক'লাজ্বৰ। ইনফ্লুয়েঞ্জা, ফ্লু, ডেঙ্গু।
বিণ. জ্বৰীয়া, জ্বৰগ্ৰস্ত, জ্বৰাক্ৰান্ত।
ক্ৰি. বিণ. জ্বৰীয়া গাৰে, গাত জ্বৰ লৈ।
৮৭.১২ টাইফয়েড, সন্নিপাত জ্বৰ, এণ্টেৰিক ফিভাৰ।
বিণ. সান্নিপাতিক।
৮৭.১৩ বিকলাই। ই কলাই।
৭৮.১৪ প্লেগ।
৮৭.১৫ যক্ষ্মা, ক্ষয়ৰোগ, কালৰোগ, খেহৰোগ, টিউবাৰ কিউলোসিস, টি বি, থাইসিস, ৰাজৰোগ। মহাৰোগ।
বিণ. খেহৰুগীয়া, ক্ষয়ৰুগীয়া, যক্ষ্মা-বেমাৰী। মহাৰোগী, মহাৰোগিনী (স্ত্ৰী)।
৮৭.১৬ প্লুৰিসি।
৮৭.১৭ কৰ্কটৰোগ, কেঞ্চাৰ, মেলিগ্নানচি, মেলিগনাণ্ট।
৮৭.১৮ বসন্ত, আইসকল, আই [বৰ আই; মাজু আই; সৰু আই, নুতি, পানীচামৰি আই], গুটি ৰোগ, পক্স, স্মলপক্স, চিকেনপক্স। আই ওলোৱা। পানীজোলা বন্ধা—
৮৭.১৯ চৰ্ম্মৰোগ, চালৰ বেমাৰ। কণ্ডু, কণ্ডুয়ন; খজতি, খজুৱতি, খজুলি। খহু। টোপা খহু। খুদ খহু, ওপৰ চকুৱা। খৰ, দাদ, দদ্ৰু।
কাঠ আচিনাই; ঘামচি। কণীপোক, নখচুকিয়া।
পোৱাগাম, পোৱা পিঙলা, পোৱাৰত্ন, পোৱা ৰত্নমালা। শামুকীয়া। মকৰাই চোহা।
বিণ. খৰীয়া, খহুৱা, খহুলা।
৮৭.২০ ব্ৰণ, যৌৱনকণ্টক, শালমন, শালমইনা, জ্বৰ গুং।
৮৭.২১ ফোঁহা; ফোঁহোৰা, বোবোৰা, স্ফোটক, স্ফোট; বিহফোঁড়া, গাঙঠি, বিস্ফোটক; গাঁড়(ৰ), ঘাম গাঁৰ, ঘাম গাঁড়, নাৰেঙ্গা, কাষবিৰলা, কাষবিৰলি; কাঠবিৰলা। গাঙঠি, গাঙ্গঠি। বেঁৰা, পোৱা গাম; কচুৱা গাম। কাণগাঁৰ, কাণ গাঁড়; কাণ মূৰালি। গোধ।
বিণ. গোধা, গুধীয়া।

৮৭.২২ একজিমা; বিসর্প, অগ্নিবিসর্প, পোৰা পিঙলা, ৰত্নমালা। ওফৰা পিঙলা, পুঁৰৈ। হাৰপিচ।
৮৭.২৩ ঘা; চেপ্‌টিক্; বিষাক্ত ক্ষত, বিষাক্ত ঘা; পূজ, পূজপানী, পূষ, পূজ, দূষিতৰক্ত, মৰা তেজ, ক'লা তেজ।
৮৭.২৪ শয্যাকণ্টক, বে'ড চ'ৰ।
৮৭.২৫ টিউমাৰ, অধিমাংস, অৰ্বুদ।
৮৭.২৬ যৌনৰোগ, যৌনব্যাধি, ভেনাৰাল ডিজিজ, ভিডি, চিফিলিচ, উপদংশ, গৰমি; গনোৰিয়া, প্ৰমেহ; এইড্‌চ, এইচ আই ভি পজিটিভ।
৮৭.২৭ অৰ্শ, কেচুমুৰীয়া, পাইল্‌চ; ভগন্দৰ, ফিচচুলা।
৮৭.২৮ হাৰ্নিয়া।
৮৭.২৯ গলগণ্ড, গলগ্ৰন্থি।
৮৭.৩০ চৰ্দি, শ্লেষ্মা, পানীলগা।
কাহ, লেং কাহ, হুপিং কাহ; শুকান কাহ। লেকেটিয়া কাহ।
ঘং ঘং। কুহুৰ কুহুৰ। কাহৰ শব্দ।
স্বৰভঙ্গ, মাতভগা। মাতবহা।
বিণ. কুঁহকুঁহীয়া।
ক্ৰি. বিণ. ঘং ঘং কৰে। কুহুৰ কুহুৰ কৰে।
৮৭.৩১ হাঁপানি, এজমা, শ্বাসকষ্ট, কষ্টশ্বাস। ঘুমুৰ, ঘুমুৰোগ। উদফাই, উৰ্ধ্বশ্বাস, ধাঁই।
বিণ. ঘুমুৰীয়া, ঘুমুৰুগীয়া।
৮৭.৩২ কফ, চৰ্দি, শ্লেষ্মা।
ব্ৰঙ্কাইটিচ, নিউমোনিয়া; বুকুত কফ জমা হোৱা। ফুচফুচৰ প্ৰদাহ।
ত্ৰিদোষ [বাত, পিত্ত; কফ]।
খেকাৰ, ঘাগাৰ; সেঙুন। নাক বোৱা।
বিণ. শ্লৈষ্মিক; শ্লেষ্মাবাহী। কফাল, কফুৱা, কফযুক্ত।
৮৭.৩৩ মৃগী, অপস্মাৰ, মূৰ্ছা ৰোগ, হিষ্টিৰিয়া।
৮৭.৩৪ পক্ষাঘাত, একাঙ্গি, পেৰালিচিচ, বাতব্যাধি, অৰ্দ্ধাঙ্গি। পোলিও।
৮৭.৩৫ কুষ্ঠ, গলিত কুষ্ঠ, লেপ্ৰচি, কুঠ, বৰ ৰোগ, বৰ বেমাৰ। কুষ্ঠ ৰোগী, কুঠীয়া মানুহ।
বিণ. কুষ্ঠী, বৰ ৰোগে খোৱা, কুঠীয়া।
৮৭.৩৬ বমি, বমন, বাঁতি, অক্তি, অংকাৰ, উদ্বমন, উদ্‌গীৰণ, উগৰা, উগাৰ অহা। হিকটি, হামি।
তেজ বমি, ৰক্তবমি।
বমি বমি ভাব। বমনেচ্ছা, অক্তি।
বিণ. উদ্‌গীৰ্ণ। উদ্‌গীৰিত।
৮৭.৩৭ ঢেকেৰ; অম্লোদ্‌গাৰ। পানীটেঙা-অহা। এচিডিটি।
৮৭.৩৮ বাত, বাতপিত্ত, বাতৰক্ত; গ্ৰন্থিপ্ৰদাহ, গাঁঠিৰ বিষ, সন্ধিবাত; গাউট; ছায়াটিকা; পেশীবাত; আৰ্থাইটিছ, লুম্বাগো; কটিশূল, কমৰৰ বিষ, কঁকালৰ বিষ; স্নায়ুশূল, নিউৰালজিয়া।
বিণ. বাতৰোগী, বাতগ্ৰস্ত, বাতৰোগগ্ৰস্ত।
৮৭.৩৯ চকুৰ বেমাৰ, চক্ষুৰোগ, নেত্ৰৰোগ, চকু নমা, চকু ফুলা, আজিনাই, আচিনাই; গ্লুকমা, ছানি পৰা, কেটেৰেক্ট; কনজাংটিভাইটিছ, জয় বাংলা। চকুৰ পৰা পানী বোৱা। চকু জোত।
৮৭.৪০ নখ চুকা, নখচুকীয়া, নখফুলা নখক্ষত, নখঘাত, নখশূল।
মৰা নখ।
নখ-বিষ।
বি. নখী (জন্তুত প্ৰযোজ্য); নখৰ।
৮৭.৪১ স্মৃতিভ্ৰংশ, স্মৃতিবিভ্ৰম, স্মৃতিলোপ।
পাহৰণ।
বিণ. পাহৰা।
৮৭.৪২ স্ত্ৰীৰোগ; প্ৰদৰ, ৰক্তপ্ৰদৰ; ধাতুৰোগ; শ্বেতপ্ৰদৰ; সূতিকা।
৮৭.৪৩ শিৰঃপীড়া, মূৰ কামোৰণি, মূৰফুৰণি, মূই, মূৰঘূৰণি, মূৰ ঘূৰোৱা—; সূৰ্য্যকপালী, সূৰুয কপালী, মাথাবাথা, আদকপালী।
আচল্লাই, বাঁই-জাঁই।
৮৭.৪৪ ৰক্তাল্পতা, ৰক্তহীনতা, এনিমিয়া।
বি. ৰক্তহীন, নিস্তেজ, নিস্তেজী।
৮৭.৪৫ কোষ্ঠকাঠিন্য, কোষ্ঠবদ্ধতা, মলবদ্ধতা, মলৰোধ, শৌচকচা, কনষ্টিপেচন।
৮৭.৪৬ মূত্ৰদোষ, বহুমূত্ৰ, মেহ, মূত্ৰমেহ, প্ৰমেহ, মূত্ৰাধিকা ৰোগ; মধুমেহ, ডায়াবিটিছ।
বিণ. মুতুৰা; মুতুৰী। পাটী-মুতুৰা, পাটী-মুতুৰী।
৮৭.৪৭ মূত্ৰকৃচ্ছ্ৰ, মূত্ৰনিৰোধ, মূত্ৰবন্ধ, পাথৰি, মূত্ৰাঘাত, মূদ্‌গৰ। প্ৰষ্টেটৰ বিকাৰ।
৮৭.৪৮ ডিপথিৰিয়া, ঘোঁৱা শলখা।
৮৭.৪৯ মেনিনজাইটিছ।
৮৭.৫০ দন্তশূল, দাঁতৰ বিষ; দাঁত পোকে খোৱা, কেৰিজ; পায়ৰিয়া। দন্তৰোগ, দন্তক্ষয়।
৮৭.৫১ কাণপকা, পূতিকৰ্ণ, কৰ্ণশূল, কাণগেলা।
কাণ তাল মাৰি ধৰা; কাণত সোঁ সোঁ শব্দ কৰা।
৮৭.৫২ ৰিকেট্‌ছ। পঁয়ালগা।
৮৭.৫৩ ধনুষ্টংকাৰ, টিটেনাছ।
৮৭.৫৪ জলাতঙ্ক, হাইড্ৰফবিয়া; ৰেবি।
৮৭.৫৫ এনকেফেলাইটিছ। ফাইলেৰিয়া। মেলেৰীয়া। বেৰিবেৰি।
৮৭.৫৬ কনভালশ্বন।
৮৭.৫৭ হৃদৰোগ; কৰোনাৰি থ্ৰম্বচিচ; কাৰডিয়াক এৰেষ্ট; হাৰ্টব্লক; ইস্কিমিয়া; সন্ন্যাস ৰোগ।
৮৭.৫৮ শিশুৰোগ।
৮৭.৫৯ যৌন দুৰ্বলতা, অক্ষমতা, পুৰুষত্বহীনতা, ধ্বজভঙ্গ।
৮৭.৬০ শ্বেতী, শ্বেতকুষ্ঠ, ধবল, বগা বেমাৰ। বগা ওলোৱা—।
৮৭.৬১ কলিক পেইন, কলিক; ৰেনাল কলিক।

**৮৭.৬২** অপস্মাৰ, মূৰ্চ্ছাৰোগ, মৃগীৰোগ, আঁৰৰিয়া, তেঁউৰ। তেঁউৰীয়া (বিণ.)।

**৮৭.৬৩** গা বেয়া লগা, গা ৰাই জাই কৰা।

**৮৮ চিকিৎসা**

বি. চিকিৎসা, ৰোগনাশ, ব্যাধিমুক্তি, ৰোগমুক্তি, ৰোগনিবৃত্তি; ৰোগনাশন, আৰোগ্য কৰা-, আৰোগ্যসাধন, ৰোগ প্ৰতিষেধ, নিৰাময়, ৰোগ প্ৰতিকাৰ, আৰোগ্য, ভাল হোৱা—, উপশম। সেৱা, শুশ্ৰূষা, সেৱা-শুশ্ৰূষা, আস্তিক, পৰিচৰ্য্যা, তালাপি, পৰিচাৰণ, নিষেৱণ, সেৱাকৰ্ম্ম, সেৱাকাৰ্য্য, সেৱাধৰ্ম্ম, সেৱাব্ৰত; সেৱাযত্ন, চোৱাচিতা, আৰ্ত্তসেৱা।

আলপৈচান, পাল-পাঁচনি।

আৰোগ্যকামনা।

চিকিৎসাবিজ্ঞান, চিকিৎসাশাস্ত্ৰ, চিকিৎসাবিদ্যা, ডাক্তৰি; শৰীৰবিজ্ঞান, দেহবিজ্ঞান। নিদান।

এলোপেথি, হোমিওপেথি; কবিৰাজি, আয়ুৰ্বেদিক; হেকিমি, উনানী; বায়োকেমিক; আয়ুৰ্বেদ, বৈদ্যশাস্ত্ৰ। জৰা, ঝৰা, জৰাফুকা, বেজালি, পানীজৰা, পানীকটা; তেলজৰা; মুখভঙা, দোল জাৰি দিয়া। দোলফহতি কৰা। বেজ-গিয়ানী কৰা—। বেজালি, ওজালি।

শল্যচিকিৎসা, অস্ত্ৰচিকিৎসা, শালক্যতন্ত্ৰ, শল্যতন্ত্ৰ, শল্যবিদ্যা। চাৰ্জাৰী; অস্ত্ৰোপচাৰ, অপাৰেচন; ইঞ্জেকচন; বেজী দিয়া; চিৰিঞ্জ। সূচচিকিৎসা, আকুপাংচাৰ। অপাৰেচন থিয়েটাৰ, ও. টি; অবেদন, স্পৰ্শহানি, এনাস্থিচিয়া, অজ্ঞান কৰা—।

শাৰীৰবৃত্ত, শাৰীৰবৃত্তি, দেহবিজ্ঞান, অঙ্গসংস্থান, ফিজিওলজি; শাৰীৰস্থান, এনাটমি; স্ত্ৰীৰোগবিজ্ঞান, গাইনোকলজি, ধাত্ৰীবিদ্যা, প্ৰসূতিতন্ত্ৰ; শিশুস্বাস্থ্যবিজ্ঞান, কৌমাৰভৃত্য, কৌমাৰভৃত্যতন্ত্ৰ। বেজালি-পুথি।

চিকিৎসালয়, হাস্পতাল, আস্পতাল, চিকিৎসাগাৰ, আৰোগ্যনিকেতন, আৰোগ্যশালা, বৈদ্যশালা, আতুৰ নিবাস, স্বাস্থ্যকেন্দ্ৰ, হেলথ্ চেণ্টাৰ; ক্লিনিক, পলিক্লিনিক; নাৰ্চিংহোম। ডাক্তৰখানা, ঔষধালয়, বেজ-শাল, দেৱাইখানা, ফাৰ্মাচি, ডিচপেনচাৰি, দাতব্য চিকিৎসালয়।

সূতিকাগাৰ, প্ৰসৱগৃহ, প্ৰসূতিসদন, মাতৃসদন, মেটাৰনিটি হোম; লেবাৰ ৰুম।

স্বাস্থ্য নিবাস, চেনেটৰি-আম।

দেৱাই, ঔষধ, প্ৰতিকাৰ আবু(সু)ধি, প্ৰতিষেধক, ঔষধি, ব্যাধিনাশক, ৰোগঘ্ন, ভেষজ, দৰব, দৰবপাতি, বনদৰব, বনৌষধ, বনৌষধি; প্ৰতিষেধক, নিবাৰক; মহৌষধ, মহৌষধি; বিষঘ্ন, বিষান্তক, গৰলনাশক; এণ্টিবায়োটিক [পেনিচিলিন; ষ্ট্ৰেপ্টোমাইচিন; টেৰামাইচিন]; বড়ি; পুৰিয়া; টেব্লেট, পিল; কেপচুল; চালচা, টনিক; মোদক; অৰিষ্ট, পাচন; মিক্সাৰ; মলম, প্ৰলেপ, মালিচ; পুলটিচ; অয়েণ্টমেণ্ট, পেষ্ট। সেক, গৰম সেক। মাদলী, কবচ, তাবিজ।

মাত্ৰা, ডোজ, দাগ।

অনুপান, অৱলেহ, ভেষজাঙ্গ।

বেণ্ডেজ, পটি; প্লাষ্টাৰ। গজ।

টিকা, চিঁটা; চিৰাম; এণ্টিবডি, টক্সাইড।

ৰোগ নিৰ্ণয়, ৰোগ ধৰা—, ডায়াগনচিচ। পৰীক্ষা, পেথ-লজিকাল টেষ্ট; তেজপৰীক্ষা, ৰক্তপৰীক্ষা; মল/মূত্ৰ/খেকাৰ পৰীক্ষা।

এক্স-ৰে, স্কিয়াগ্ৰাম, ছবি। ই সি জি, ইলেক্ট্ৰো কাৰডিওগ্ৰাম। স্কেনাৰ, বডিস্কেনাৰ। স্কেনিং।

মেটেৰিয়া মেডিকা। চৰক সংহিতা। সুশ্ৰুত সংহিতা। নিদান। ভিজিট, ফি, মাননী।

বি. ডাক্তৰ, চিকিৎসক, চিকিৎসাবিদ, চিকিৎসাবিজ্ঞানী, চিকিৎসাকাৰী; বৈদ্য, কবিৰাজ; হাকিম; ওজা; বেজ।

শল্যচিকিৎসক, শল্যবিদ, চাৰ্জন।

গৃহচিকিৎসক।

কম্পাউণ্ডাৰ, ফাৰ্মাচিষ্ট; ঔষধ ব্যৱসায়ী।

নাৰ্চ, সেৱিকা, চিষ্টাৰ; সেৱক, সেৱাকাৰী, শুশ্ৰূষাকাৰী. শুশ্ৰূষাকাৰিণী।

ধাই, ধাত্ৰী। ধাইমা। ধায়ে ধৰা—।

বিণ. সেৱিত; চিকিৎসনীয়, চিকিৎসাধীন।

আৰোগ্যকৰ, উপশমক; আৰোগ্যজনক, আৰোগ্যপ্ৰদ, গুণকাৰক।

ঔষধীয়, ঔষধঘটিত।

প্ৰতিপালিত।

[পৌৰা.] সুশ্ৰুত; জীৱক; চৰক।

স্বৰ্গবৈদ্য, দেৱচিকিৎসক, দেৱবৈদ্য, অশ্বিনীকুমাৰদ্বয়; ধন্বন্তৰি। বিশল্যকৰণী।

**৮৯ অচিকিৎসা**

বি. অচিকিৎসা, বিনা চিকিৎসা, ভুল চিকিৎসা, কু চিকিৎসা। চিকিৎসা বিভ্ৰাট, চিকিৎসা সংকট।

বিণ. অচিকিৎসিত। অচিকিৎসনীয়, অচিকিৎস্য, দুৰাৰোগ্য, দুশ্চিকিৎস্য, অনাৰোগ্য, আৰোগ্যাতীত; ডাক্তৰৰ অসাধ্য।

বিণ./বি. কু বৈদ্য, কু চিকিৎসক।

**৯০ ব্যায়াম**

বি. ব্যায়াম, অঙ্গচালনা, অঙ্গসঞ্চালন, অঙ্গমৰ্দ্দন, গা পিটিকিওৱা—, মেচ-এজ, মৰ্দন, মালিচ।

শৰীৰ চৰ্চ্চা, দেহচৰ্চ্চা।

মূৰ টিপা—, কপাল টিপা—।

যোগ, যোগাভ্যাস, যোগব্যায়াম, যোগাসন, আসন।

পদ্মাসন; বীৰাসন; উত্থিত পদ্মাসন; বকাসন; কুক্কুটাসন; সিদ্ধাসন; পৰ্বতাসন; গোমুখাসন; বজ্ৰাসন; যোগনিদ্ৰা; গৰুড়াসন; শলভাসন; ধনুৰাসন; চক্ৰাসন; বৃশ্চিকাসন; অৰ্ধচন্দ্ৰাসন; পদহস্তাসন; মৎস্যেন্দ্ৰাসন; পশ্চিমোত্তানাসন; হলাসন; কৰ্ণপিঠাসন; উত্থান পদ্মাসন; আকৰ্ণধনুৰাসন; জানুশিৰাসন; তোলাংগুলাসন; ব্যাঘ্ৰাসন; শীৰ্ষাসন; খঞ্জনাসন; অৰ্ধকূৰ্মাসন; পৱনমুক্তাসন; ময়ূৰাসন।

খোজকঢ়া; প্ৰাতঃভ্ৰমণ; সান্ধ্যভ্ৰমণ; দৌৰা—, জগিং—, ড্ৰিল। ব্যায়ামগাৰ, জিমনাচিয়াম, ব্যায়ামকেন্দ্ৰ। ব্যায়ামশিক্ষক।

ডন; বৈঠক।

ৰিং। বাৰ, পেৰেলাল বাৰ। মুদগৰ, ডাম্বেল।

**ৰিণ./ৰি.** ব্যায়ামবৃৰ, ব্যায়ামবিদ। দেহশ্ৰী।

হাৰকিউলচ; সেমসন; টাৰজান। ভীম। হনুমান।

অঙ্গমৰ্দনকাৰী, অঙ্গমৰ্দক, অঙ্গমৰ্দী।

**ৰিণ.** মৰ্দিত।

**৯১ শাৰীৰিক প্ৰক্ৰিয়া**

**ৰি.** আৰিমুৰি, ইকাতি সিকাতি, কাতিকুতা—,

আটিমুটি, এণ্ডামুৰি, আণ্ডামুৰি, গা মুৰি দিয়া—,

জড়তা ভঙা—, হাত ভৰি পোনোৱা—।

হামি, হামি অহা—। ঢোক গিলা—। গলাধঃকৰণ।

হাঁচি, কাহ।

খজতি, খজুৰতি, কণ্ডুয়ন; কুটকুটোৱা, কুটকুটনি; পিৰপিৰোৱা—, পিৰপিৰণি; সিৰসিৰোৱা—, সিৰসিৰণি, সুৰসুৰণি, ভাকুটকুটনি।

উগাৰ।

থু পেলোৱা—, থু থু কৰা—। আঙুলি ফুটোৱা—।

ঘাম, ঘৰ্ম, স্বেদ, স্বেদজল, স্বেদাম্বু, স্বেদবাৰি, শ্ৰমজল, শ্ৰমবাৰি; ঘৰ্মাম্বু; ঘমা—, স্বেদন, স্বেদস্ৰাব।

**ৰিণ.** ঘৰ্মাক্ত,ঘামত লুতুৰি পুতুৰি, ঘামত টেপটেপীয়া। স্বেদাক্ত, ঘৰ্মসিক্ত।

**ক্ৰি.ৰিণ.** ঘামত লুতুৰি পুতুৰি হৈ।

[তিৰোতাৰ] ঋতু, মাহেকীয়া, মাসিক, ঋতুস্ৰাব, ৰজঃ, স্ত্ৰীৰজঃ, স্ত্ৰীধৰ্ম।

ৰজোদৰ্শন, আদ্যঋতু, কন্যাকাল, পুষ্পিতা হোৱা, ডাঙৰ হোৱা।

**ৰিণ.** ঋতুমতী, ৰজস্বলা, পুষ্পৱতী।

**[ৰিপ.]** ঋতুবন্ধ, ৰজোনিবৃত্তি। নীৰজাঃ।

**৯২ ৰতি**

**ৰি.** আদৰ, আদৰ-সাদৰ, প্ৰেম, সাদৰ, আশ্লেষ, আলিঙ্গন, আঁকোৱাল, পৰিষ্বেষ, মিলন, আসক্তি, উপশ্লেষ, ক্ৰোড়ীকৰণ, নৈকট্য, সামীপ্য, বুকুত সুমুৱাই লোৱা, বুকুৰ মাজলৈ টানি লোৱা, জড়াজড়ি, অঙ্গস্পৰ্শ, তনুপৰশ, কণ্ঠলগ্ন হোৱা। সাবটাসাবটি কৰি থকা, সাবটি লোৱা।

চুম্বন, চুমা খোৱা, অধৰসুধাপান, অধৰচুম্বন, অধৰমধুপান, অধৰামৃতপান, মুখচুম্বন, চুমাচুমি।

ৰগৰাবাগৰি, কামকলা, শৃঙ্গাৰ, বিশ্ৰ[illegible]কামকেলি, কেলিকলা, কামকূট; লাস্য।

যৌনতা, কাম, লেঙেৰা-লেঙেৰি, [illegible]ঙেৰ-পেঙেৰ, লেন-পেন।

প্ৰথম ৰিপু, ভোগেচ্ছা, বাসনা, আসঙ্গলিপ্সা।

কামেচ্ছা, কামজ্বৰ, কামোদ্ৰেক, কামোন্মত্ততা, কামাগ্নি, কামানল, স্মৰোদ্দীপনা। কাঁৰৰ, কাউৰ, কামভাব।

পঞ্চশৰ, পঞ্চবাণ, কামবাণ, কামশৰ [ সম্মোহন; উন্মাদন; শোষণ; তাপন; স্তম্ভন]।

আদিৰস, শৃঙ্গাৰৰস, ৰতিৰস।

মৈথুন; পুং মৈথুন; ৰতি, ৰতিকৰ্ম, ৰতিক্ৰিয়া, যৌনকৰ্ম, সঙ্গম, সুৰত, সুৰতি, যৌনসঙ্গম, যৌনমিলন, গমন, দেহমিলন, শাৰীৰিক মিলন, দেহসম্ভোগ, ৰমণ, অভিগমন, সহবাস, যৌনসম্ভোগ, সংসৰ্গ, স্ত্ৰীসংসৰ্গ, স্ত্ৰীসংগম, স্ত্ৰীগমন, আসঙ্গ, মিলন, নাৰীসম্ভোগ, নিধুবন, জম্ভন, গ্ৰাম্যধৰ্ম।

অগম্যাগমন, পৰনাৰীগমন, পৰদাৰগমন, পাৰদাৰ্য, পৰস্ত্ৰীগমন, বেশ্যাগমন, বেশ্যাসক্তি, বেশ্যাৰতি।

ধৰ্ষণ, বলাৎকাৰ, পাশৱিক অত্যাচাৰ। ধৰ্মনাশ, সতীত্বহানি, সতীত্বহৰণ।

দেহদান, দেহাৰ্পণ।

ৰমণক্ষমতা, ৰতিশক্তি। ৰমণক্ষমতাবৃদ্ধি, বাজীকৰণ।

ৰতিবিদ্যা, ৰতিশাস্ত্ৰ, কামশাস্ত্ৰ, কামসূত্ৰ, যৌনবিজ্ঞান, কামতন্ত্ৰ।

সমকাম, সমকামিতা। ধৰ্ষকাম, ধৰ্ষকামিতা। পায়ুকাম, পায়ুকামিতা।

**ৰিণ./ৰি.** কামুক, কামাৰ্ত্ত, কামাতুৰ, কামান্ধ, কামপৰৱশ, ৰতিপৰায়ণ, কামাসক্ত, ৰমণাভিলাষী, কামী, কামীন, কামান্ধা, কামবিহ্বল, ৰতিবিহ্বল, কামমোহিত, কামান্ধ। পাৰদাৰিক। ধৰ্ষণশীল, ধৃষ্ণু। কাঁৱৰা, কাঁউৰা; (স্ত্ৰী) কাঁৱৰী, কাঁউৰী।

সমকামী। ধৰ্ষকামী। পায়ুকামী।

**ৰিণ.** ৰমিত, কৃতৰমণ, ৰতিপ্ৰাপ্ত।

যৌন।

কামোদ্দীপক, মদলোৱা।

ধৰ্ষণ, ধৰ্ষণকাৰী; ধৰ্ষিত; ধৰ্ষিতা।

ধৃষ্য, ধৰ্ষণীয়। গম্যা, অভিগম্যা। গণিকা, বেশ্যা।

**[ৰিপ.]** অগম্যা।

চুম্বিত; চুম্বনৰত। আলিঙ্গিত, আশ্লিষ্ট, কণ্ঠলগ্না, কণ্ঠলগ্ন, কণ্ঠবদ্ধ, কণ্ঠলীন, কণ্ঠবদ্ধ, আলিঙ্গনাবদ্ধ।

**৯৩ শাৰীৰিক অৱস্থান**

বি. অঙ্গস্থিতি, অঙ্গভঙ্গি, দেহভঙ্গ, দেহভঙ্গিমা, দৈহিক অৱস্থান, শাৰীৰিক অৱস্থান।

৯৩.১ শয়ন, শোৱা, শুই পৰা—, কাটি হোৱা—, বাগৰ দিয়া—, বাগৰ মৰা—, ধোবাং জোৰা—, ধোবাং দি পৰা, নিঢাল দিয়া—; ঘুমটি মৰা—, শয্যা লোৱা—, চিত ভোলোঙা দিয়া—, বিছনাত পৰা—, পাটীত পৰা—।

ভূমিশয্যা, ভূ-তলশয়ন, ধৰাশয়ন, ভূ-শয্যা, তৃণশয্যা, খেৰৰ বিচনা।

শোৱনি-ঘৰ।

বিণ. শয্যাগত, শয্যাশায়ী।

বি. খাট, পালেং, বিছনা, শোৱাপাটী, পাটী, শেতেলি, ঢলা-বিছনা। খাটিয়া। ঢাৰি-পাটী।

কেম্প বেড। তক্তাপোছ, চালপীৰা।

৯৩.২ বহা, বহি থকা—, উপবেশন; আসনগ্ৰহণ, নতজানু, আঠু কঢ়া।

কোচমোচ খাই বহা—। কুচিমুচি বহা—। টিকাপৰি বহা—। লেপেতা কাঢ়ি বহা—। পদ্মাসন। হাগিবলৈ বহা—।

বহন। কুকুৰ-বহন, কুকুৰ বহনা।

আসন। চিট।

বিণ. উপবিষ্ট, অধ্যাসীন, আসীন, সমাসীন। বহি থকা।

৯৩.৩ বি. থিয়, থিয় হোৱা, থিয় দি থকা, থিয়া-[illegible]ই, খাড়া হোৱা।

বিণ. দণ্ডায়মান।

যথা থিয় সদাশিৱ।

ক্ৰি.বিণ. থিয়ৈ থিয়ৈ।

৯৩.৪ উৰ্দ্ধবাহু, উদ্বাহু, উত্তোলিত বাহু, হাত দণ্ডা—, হাত তোলা—, দুই হাত দণ্ডা।

৯৩.৫ অধোবদন, অধোমুখ, নতমুখ, নতশিৰ, মূৰ তল কৰা—, আনত, আনতশিৰ, অৱনতমস্তক, নতমস্তক। তলমূৰ।

আনত, নত, অৱনত।

ক্ৰি-বিণ. অধোবদনে, নতমুখে, নতশিৰে, আনতশিৰে।

৯৩.৬ হেলান।

**৯৪ প্ৰতিবন্ধী**

বি. বিকলাঙ্গতা, অঙ্গবৈকল্য, শাৰীৰিক খুঁত, অঙ্গবিকৃতি, অঙ্গহানি, অঙ্গহীনতা।

খঞ্জতা, খঞ্জত্ব।

অন্ধতা, অন্ধত্ব, দৃষ্টিহীনতা।

শ্ৰৱণশক্তিহীনতা। বাকশক্তিহীনতা।

কুঁজ, কুব্জ, পৃষ্ঠগ্ৰন্থি।

বিণ./বি. প্ৰতিবন্ধী, বিকলাঙ্গ, হীনাঙ্গ, বিকলেন্দ্ৰিয়; পংগু। খুঁতযুক্ত। অঙ্গবিহীন, অঙ্গহীন।

অন্ধ, অন্ধলা; আন্ধলী। আন্ধিকণা, কণা, দৃষ্টিহীন।

খোনা, বকৰা, বোকোৰা, খো-খোৰা, খোঁতা, দকৰা, নাকী, আনুনাসিক।

ফেঁচানকা। কেঁৰা। কলা, বধিৰ। বোবা, মুক, বাক্‌হীন।

বেঙা, গোঙা, লেবা। সোলা, লপা, লাপুং। চাকোলা, চাকুলী (স্ত্ৰী)। লেঙেৰা, লেঙেৰী (স্ত্ৰী), খঞ্জ, খোৰা, পেঙা, পেঙটা, পেঙুৰা। পেঙী (স্ত্ৰী), পেঙুৰী (স্ত্ৰী)। লেংকুচীয়া। ফেৰেকা, ফেৰেকী (স্ত্ৰী), ফেৰকটা।

কুঁজা, কুব্জ, কুঁজী। কুবুজী, আঁৰি-কুজা, আমৰি-কুঁজা। লেঙুৰ-ভেঙুৰ।

হাতকটা, ছিন্নহস্ত, হস্তহীন। এহতীয়া।

খণ্ড-পুচ্ছ, নেজকটা, নেগুৰ কটা, খঁৰা, খাঁৰী (স্ত্ৰী)।

পদহীন, নিষ্পদ। একপদ, একপদী, এঠেঙীয়া।

কোঙা, কোটা।

বামন, বাওনা।

এনি-মূৰীয়া, হেটো-মূৰীয়া।

খৰ্বাকাৰ, খৰ্বাকৃতি।

ক্ৰি.বিণ. খোৰাই খোৰাই, লেঙেৰাই লেঙেৰাই, লেঙেৰিয়াই-লেঙেৰিয়াই, লেকেচিয়াই লেকেচিয়াই, টেঙুচ টেঙুচ কৈ, টেঙুচিয়াই, লেংকুচ লেংকুচকৈ, পেঙুৰিয়াই পেঙুৰিয়াই, দুপিয়াই দুপিয়াই, লেৰেক-ফেৰেককৈ, ফেৰেকা-ফেৰেককৈ। কুঁজাকুঁজকৈ; কুঁজি-মুচি, কুচি-মুচি। খোনাই খোনাই, খোনা খোনকৈ।

**৯৫. অঙ্গভঙ্গি**

বি. অঙ্গভঙ্গি, আঙ্গি-ভঙি, আঙ্গি-ভঙ্গি, অঙ্গভঙ্গিমা, দেহভঙ্গি, দেহভঙ্গিমা, অঙ্গভঙ্গ, ঠেও-থমক, থেউকি, ভঙ্গি, ভঙ্গিমা। আকৃতি, মুখভঙ্গি, মুখবিকৃতি, ভেঙুচালি। সিয়ঁৰা—, সিএৱা—।

ভ্ৰূ-ভঙ্গি, ভ্ৰূ-কুঞ্চন ইকট-বিকট, ভ্ৰূকুটি, ভ্ৰূসংকোচন, ইকট-সিকট, ইকটা-সিকটা,

ভ্ৰূ-সংকেত। চকু পকাই ধৰা—।

কটাক্ষ, কটাক্ষপাত। চকু টিপা। আঁৰ চকুৰে চোৱা—।

দাঁত নিকটোৱা—, দন্তবিকাশ, দাঁত চেলোৱা—।

আকণবিস্তাৰ।

আটিমুটি, আৰ্কিমুৰি।

হাত জোকৰা—, আঙুলি নিৰ্দ্দেশ, আঙ্গুলিচালন; বুঢ়া আঙুলি দেখুওৱা, বৃদ্ধাঙ্গুষ্ঠ প্ৰদৰ্শন। ঠেং নচুওৱা।

চলনভঙ্গি, ঠেও ঠমক, লয়লাস।

বিণ. ব্যাকৃত।

**৯৬ ইন্দ্ৰিয়**

বি. ইন্দ্ৰিয়, চক্ষুকৰ্ণাদি; চতুৰ্দশ ইন্দ্ৰিয়; কৰ্মেন্দ্ৰিয়, ক্ৰিয়েন্দ্ৰিয় [বাক; পাণি; পাদ; বায়ু; উপস্থ]; জ্ঞানেন্দ্ৰিয়, গ্ৰাহ্যেন্দ্ৰিয়, পঞ্চেন্দ্ৰিয়, বহিৰিন্দ্ৰিয় [ চকু, কাণ, নাক, জিভা, চাল]; অন্তৰিন্দ্ৰিয় [মন]; বুদ্ধীন্দ্ৰিয় [বুদ্ধি; অহংকাৰ; চিত্ত]।

ইন্দ্ৰিয়ানুভূতি, অনুভূতি, ইন্দ্ৰিয়জ্ঞান, সংবেদ, ইন্দ্ৰিয়াৰ্থ, সংবেদন, প্ৰত্যক্ষজ্ঞান, সংবৃত্তি, উপলব্ধি, ইন্দ্ৰিয়গ্ৰাহিতা, অনুভৱ, বোধ, চৈতন্য, চিৎ।

ইন্দ্ৰিয়বৃত্তি।

ইন্দ্ৰিয় জয়, ইন্দ্ৰিয় দমন, ইন্দ্ৰিয় সংযম, ইন্দ্ৰিয়গ্ৰাহিতা, ৰিপুজয়, ৰিপুদমন, জিতেন্দ্ৰিয়তা; কামাবশায়িতা; ব্ৰহ্মচৰ্য; সাত্ত্বিকতা; সংযম, বিযম।

ইন্দ্ৰিয় সেৱা, ইন্দ্ৰিয়পৰায়ণতা, ইন্দ্ৰিয়সুখ, ইন্দ্ৰিয়তৃপ্তি; ইন্দ্ৰিয়দোষ, আমিতাচাৰ, অনাচাৰ।

বিণ. ইন্দ্ৰিয়গ্ৰাহ্য, ইন্দ্ৰিয়গম্য, ইন্দ্ৰিয়গোচৰ, ঐন্দ্ৰিয়ক প্ৰত্যক্ষ, অপৰোক্ষ; ইন্দ্ৰিয়জাত।

ইন্দ্ৰিয়পৰ, ইন্দ্ৰিয়াসক্ত, ইন্দ্ৰিয়সেৱী, ইন্দ্ৰিয়পৰৱশ, ইন্দ্ৰিয়বশ, ইন্দ্ৰিয়পৰায়ণ, লুতুৰা, লতৰা, অজিতেন্দ্ৰিয়। সংবেদী, সংবেদনশীল, সুবেদী। চেতন। অনুভূতিপ্ৰবণ। বোধগম্য, অনুভাব্য, অনুভৱনীয়, আনুভাব্য।

জিতেন্দ্ৰিয়, ইন্দ্ৰিয়জয়ী, সাত্ত্বিক, সংযমী, মিতাচাৰী, দান্ত, দমিত, জিতাত্মা, সংযত; কামজিৎ, যতেন্দ্ৰিয়।

**৯৭ অতীন্দ্ৰিয়তা**

বি. অতীন্দ্ৰিয়তা; অলৌকিকতা।

দিব্যচক্ষু, দিব্যনেত্ৰ, দিব্যদৃষ্টি।

দিব্যজ্ঞান।

বিণ. অতীন্দ্ৰিয়; ইন্দ্ৰিয়াতীত, অপ্ৰত্যক্ষ, পৰোক্ষ, ইন্দ্ৰিয় গোচৰ; দেহাতীত; অতিপ্ৰাকৃত; অলৌকিক; দিব্য।

ইন্দ্ৰিয়হীন, নিৰিন্দ্ৰিয়।

**৯৮ দেখন**

বি. দেখন, চাৱন, চাৱনি, দৰ্শন, দৃষ্টিপাত, দৃক্‌পাত, নেত্ৰপাত, অৱলোকন, বিলোকন, লক্ষ, চকু মেলি চোৱা—, সাক্ষাৎ ঈক্ষণ, প্ৰেক্ষণ, নিৰীক্ষণ, নিৰীক্ষা, সংবীক্ষণ, বীক্ষা, বীক্ষণ, সন্দৰ্শন, আলোকন, চক্ষুৰুন্মীলন, ভ্ৰূক্ষেপ, ভ্ৰূ-ভঙ্গ, দৃষ্টি নিবদ্ধ, ঠাৱৰ, পৰিদৰ্শন, মুলাকাত, সাক্ষাৎদৰ্শন, প্ৰত্যক্ষদৰ্শন, পৰিদৰ্শন। প্ৰত্যক্ষ দৃষ্টি। চাৰি চকুৰ মিলন। চকুৱা-চকি।

চকুত পৰা, চকুৱে চকুৱে পৰা।

দৃষ্টি, নজৰ, গোচৰ, দৰ্শনশক্তি, দৃষ্টিশক্তি, দৰ্শনানুভূতি।

অক্ষিবিক্ষেপ। দৃষ্টি-সুখ।

দৃষ্টিসীমা।

দিদৃক্ষা, দেখাৰ ইচ্ছা, চোৱাৰ ইচ্ছা।

প্ৰতীয়মানতা, উদ্ভাসন।

লুকাই চোৱা, চুৰকৈ চোৱা, লুকাই-চুৰকৈ চোৱা, জুমি চোৱা, বেঁকা চাৱনি, আঁৰ চকুৰে চোৱা। কেৰাহিকৈ চোৱা। জুমাজুমি, ভুমুকা ভুমুকি।

প্ৰথম দেখা, প্ৰথম দৰ্শন, পহিলা দৃষ্টি, আপাত দৃষ্টি, আপাতদৰ্শন।

দেখুউৱা, প্ৰদৰ্শন, নজৰলৈ অনা—, দৃষ্টিলৈ অনা—, দৰ্শোৱা, গোচৰীভূত কৰা—, দৃষ্টি আকৰ্ষণ, চকুত ধৰা—।

দেখা-দেখি; দেখা-সম্ভাষা।

দেখোঁতা, দেখৈয়া, দেখঁতী (স্ত্ৰী)। দেখাওঁতা, দেখাঁতী।

প্ৰদৰ্শনী।

প্ৰেক্ষাগাৰ, প্ৰেক্ষাগৃহ; প্ৰদৰ্শনগৃহ।

দৃষ্টিকোণ। দৃষ্টিপথ, দৃষ্টিমণ্ডল।

[দৃষ্টি বৈভিন্ন্য] অপাঙ্গ, কটাক্ষ, ঠেস, উৎপ্ৰেক্ষিত, তিৰিছা নজৰ, বক্ৰদৃষ্টি, কটাক্ষপাত, বেঁকা চাৱনি, চকুৰ ঠাৰ, নয়নবাণ, চঞ্চলদৃষ্টি, চঞ্চলনেত্ৰ, চঞ্চলনয়ন। ঊৰ্ধ্বদৃষ্টি। অধোদৃষ্টি। নতদৃষ্টি। তীব্ৰদৃষ্টি, তীক্ষ্ণদৃষ্টি, শেন চকু, শেনদৃষ্টি; কাড়ানজৰ। কেৰাহি, কেৰেপ, গেন্দাহি।

অপলক, অপলক দৃষ্টি, অনিমেষ, নিৰ্নিমেষ, নিমেষহীন, পলকহীন দৃষ্টি, স্থিৰদৃষ্টি, অচঞ্চল দৃষ্টি, বদ্ধদৃষ্টি, স্থিৰনেত্ৰ, একদৃষ্টি, অনন্য দৃষ্টি, ঊৰ্ধ্বনেত্ৰ, শিৱনেত্ৰ।

ভাবলেশহীন দৃষ্টি, শূন্যদৃষ্টি।

মদিৰদৃষ্টি, বিলোলকটাক্ষ।

চকু, চক্ষু, চশমা।

জকমকনি।

বিণ. দৃষ্ট, অৱলোকিত, লক্ষিত, পৰিলক্ষিত, গোচৰিত, আলোকিত, নেত্ৰগত, অক্ষিগত, ঈক্ষিত, পৰ্য্যবেক্ষিত, প্ৰেক্ষিত, গোচৰীভূত, বিলোকিত।

দৃশ্যমান, জকজকীয়া, দৃষ্টিগোচৰ, নয়নগোচৰ, অক্ষিগোচৰ, নেত্ৰগোচৰ, চক্ষুগোচৰ, প্ৰতীয়মান, প্ৰকট, প্ৰকটিত, পৰিস্ফুট, প্ৰত্যক্ষ, প্ৰত্যক্ষগোচৰ, প্ৰত্যক্ষীভূত, চাক্ষুষ, সাক্ষাৎ, নয়নপথবৰ্তী, প্ৰকাশ্য, জাজ্বল্যমান, দেদীপ্যমান, প্ৰকাশ্যমান,

বীক্ষ্যমান, পৰিদৃশ্যমান, পৰিদৃষ্ট।
দৰ্শনীয়, দেখনিয়াৰ, চকুত লগা, চকুত ছাট মাৰি ধৰা।
প্ৰদৰ্শিত, দৰ্শিত।
পৰিদৰ্শী।
বিণ/বি. দৰ্শক, দৰ্শনকাৰী, দ্ৰষ্টা; প্ৰত্যক্ষদৰ্শী; পৰ্য্যবেক্ষক, নিৰীক্ষক, প্ৰেক্ষক। সাক্ষী, প্ৰত্যক্ষকাৰী। পৰিদৰ্শক, অধিদৰ্শক।
দৰ্শনাভিলাষী, দিদৃক্ষু; দিদৃক্ষুমান।
প্ৰদৰ্শক, দৰ্শয়িতা।
ক্ৰি. বিণ. অপলক নয়নে, অপলক দৃষ্টিৰে, নিৰ্নিমেষ চাৱনিৰে, নিৰ্নিমেষ নয়নে।
উদাস দৃষ্টিৰে, ভাবলেশহীন দৃষ্টিৰে, প্ৰথম দৰ্শনতে।
ঢুলঢুলীয়া চকুৰে, পলকতে, নিমিষতে।
পিৰিক পাৰাকৈ, কেৰাহিকৈ, ঠেস দি। কটাক্ষ নয়নে। চুৰকৈ।
দেখা-দেখিকৈ। দেখনিয়াৰকৈ।
দেখাত, দেখনত, দেখাই-শুনাই, দেখনে-শোভনে।

**৯৯ লক্ষ্য**

বি. লক্ষ্য, নিশানা, লক্ষ্যবস্তু।
অব্যৰ্থ নিশান, অব্যৰ্থ লক্ষ্য; লক্ষ্যভেদ।
চানমাৰি, বেধ্য। লক্ষ্যস্থল, উদ্দিষ্টস্থান।
বিণ. লক্ষিত।
[ বিণ.] লক্ষ্যভ্ৰষ্ট, লক্ষ্যচ্যুত, ভ্ৰষ্টলক্ষ্য।

**১০০ অদৰ্শন**

বি. অদৰ্শন, অপ্ৰেক্ষণ, অপ্ৰত্যক্ষতা, অদৃষ্টিগোচৰতা, অপ্ৰতীয়মানতা, দৰ্শনাভাব, দেখাপাবলৈ নোহোৱা; অপ্ৰকাশ, অসাক্ষাৎ।
অপ্ৰকাশ।
দৃষ্টিভ্ৰম, দৃষ্টিবিভ্ৰম, ভুল দেখা, চকুৰ ভুল, দেখাৰ ভুল, অক্ষিভ্ৰম, অক্ষিবিভ্ৰম, আচ্ছন্নদৃষ্টি; অস্পষ্টতা।
মৰীচিকা, মৃগতৃষ্ণিকা, মৰুমায়া। অপেৰণ।
লুকুওৱা। গোপন। ঢকা। আঁৰল, আঁৰাল। আঁৰ, আঁৰ বেৰ। নিৰল।
[ অদৃশ্য হোৱাৰ বিদ্যা ] তিৰস্কৰণী, তিৰস্কাৰিণী।
বিণ. অদৃশ্য, অদৃষ্ট, অলক্ষ্য, নেদেখা, অদেখা, অলক্ষিত, অগোচৰ, অপ্ৰতীয়মান, অসমক্ষ, অপ্ৰত্যক্ষ, অচাক্ষুষ, অলোকিত, অপ্ৰেক্ষিত, অদৃষ্টিগোচৰ, তল-সুঁতীয়া, অপ্ৰত্যক্ষ; উধাও, অন্তৰালবৰ্ত্তী, অপ্ৰকাশিত, অফুট, অদৰ্শিত, অগোচৰিত, অনবলোকিত, অগোচৰীভূত, দৃষ্টিবহিভূত। অদৃষ্টপূৰ্ব্ব।
অপ্ৰকট, অস্পষ্ট। আফুলন, আফুটা, নুফুলা।
অদ্ৰষ্টব্য, অদৰ্শনীয়, অলক্ষ্য, অলোকনীয়, অপ্ৰেক্ষণীয়, দুৰ্লক্ষ্য, দুনিৰীক্ষ্য।
ক্ৰি-বিণ. অগোচৰে, আঁৰলে-নিৰলে, আঁৰে আঁৰে। তলেতলে, অলক্ষ্যে, অলক্ষিতে, অলক্ষিতভাৱে, অজ্ঞাতসাৰে, অসমক্ষে, অসাক্ষাতে, গোপনে, গমগতি নিদিয়াকৈ, গমগতি নোপোৱাকৈ, লুকাই চুৰকৈ, মনে মনে, গোপনে, সংগোপনে। সুত কৰে, সুৰুক কৰে।

**১০১ দৃষ্টিহীনতা**

বি. দৃষ্টিহীনতা, দৃষ্টিশূন্যতা, অন্ধত্ব, অন্ধতা, অদৃষ্টি। দৃষ্টিক্ষীণতা, নক্তান্ধতা, কুকুৰীকণা, কুকুৰীকাণী (স্ত্ৰী), বৰ্ণান্ধতা।
চকুত ছানি পৰা। দেখা নোপোৱা—, চকু দুটাৰ মূৰ খোৱা—।
অন্ধীকৰণ।
লেটেকুৰা।
বিণ. দৃষ্টিহীন, দৃষ্টিশূন্য, অন্ধ, অন্ধক, অন্ধলা; আন্ধলী; কণা, কাণী, বিগতদৃষ্টি; অচক্ষু, বিচক্ষু; চক্ষুহীন, গতাক্ষ। এচকুৱা, একচক্ষু।
জন্মান্ধ, জাতান্ধ, চিৰান্ধ; নক্তান্ধ, ৰাত্ৰ্যন্ধ; বৰ্ণান্ধ, ৰং কণা।
ক্ষীণদৃষ্টি, আন্ধি-কণা, ভেট-চকুৱা। দিন-কণা।
অন্ধীকৃত, অন্ধীভূত।

**১০২ সুদৃষ্টি**

বি. সুদৃষ্টি, সুনজৰ, শুভদৃষ্টি, সুনজৰে দেখা—, চোৱা; ভাল চকুৰে চোৱা—, নজৰত পৰা—, কৃপাদৃষ্টি, অনুকূলদৃষ্টি, অনুগ্ৰহদৃষ্টি, অনুকম্পা, অনুগ্ৰহ।
ক্ৰি.বিণ. ভাল চকুৰে, সুনজৰে, সুদৃষ্টিৰে, কৃপাদৃষ্টিৰে।

**১০৩ কুদৃষ্টি**

বি. কু দৃষ্টি, অশুভদৃষ্টি, বিষদৃষ্টি, বিষনয়ন; চকু লগা—, নজৰ লগা—। দুচকুৰে দেখিব নোৱৰা, কু-নজৰ, বিষ চক্ষু।
ক্ৰি.বিণ. বিষ দৃষ্টিৰে, কু-নজৰে।

**১০৪ শব্দ**

বি. শব্দ, আৱাজ, ধ্বনি, নাদ, অনুনাদ, নিনাদ, স্বন, আৰাও, আৰাব, ডাক; স্বনন, ৰণন, নিস্বান, ধ্বনি। তাল। আলাপ, মূৰ্চ্ছনা।
স্বৰ, ৰব, ৰোল, ঘোষ; নিৰ্ঘোষ। ঝঙ্কাৰ।
শব্দব্ৰহ্ম, ওঙ্কাৰ, ওম, প্ৰণব, ত্ৰ্যক্ষৰ, ওঁ।
মাত, কথা, মাত-কথা, ৰাই-ৰুই। সাৰ-সুৰ।
কণ্ঠস্বৰ, গলৰ আৱাজ, কণ্ঠধ্বনি, গলা, কণ্ঠ, কণ্ঠৰব, কণ্ঠৰোল, কুমৰধনি, সুস্বৰ, সুস্বন, কলকণ্ঠ, সুৰব, কলস্বৰ, কলস্বন, কলকল, কলকলনি, খলকনি, হেলেপনি, কাকলি, কলধ্বনি, কলনাদ; ডাক, কূজন। কুহুৰ, কুহৰণ। কণ (কপৌৰ, পাৰৰ)। উৰুলি; কুৰুলি।
মিঠা মাত, মৌ মাত, মইনামাত। মাত-বোল। কোঁ কা।
ফুচ্‌ফাচ। চিংকাৰ; গৰ্জ্জন; হুংকাৰ, আটাহ, অটহিয়াই থকা—।
ফুঙ্কৰি উগাৰ, উদগীৰণ, উগাৰণি। টকালি; গল-হেকাৰি, গল-খেকাৰি। প্ৰতিধ্বনি, অনুনাদ, অনুৰণন, প্ৰতিস্বৰ; প্ৰতিনাদ, প্ৰতিনিনাদ, প্ৰতিৰব, প্ৰতিশব্দ। আকাশীবচন।
নিক্কণ, কণ। তান।

টংকাৰ, ঝংকাৰ, ঝনংকাৰ। জনজননি।
অট্টনাদ, অট্টনিনাদ, অট্টৰোল, অট্টৰব, তাৰস্বৰ; কোলাহল, বিকটশব্দ। কাণতাল।
শব্দবাদ্য। উচ্চবাচ্য।
বাজনা। বজ্রনাদ।
তোপধ্বনি। শঙ্খধ্বনি, শঙ্খনাদ। উলুধ্বনি, উৰুলি, জোকাৰ।
চাইৰেন। ঘণ্টাধ্বনি। এলাৰ্ম।
ডবাৰ কোব।
শব্দকৰণ, ৰণন, স্বনন, ধ্বনন।
শব্দবিদ্যা, ধ্বনিবিজ্ঞান, স্বনবিদ্যা; একউষ্টিকছ, ধ্বনিগ্ৰহ, শব্দবিজ্ঞান। মাইক, মাইক্ৰোফোন, শব্দবিৱৰ্ধক। শব্দবিৱৰ্ধন, এমপ্লিফিকেশ্বন। মেগাফোন; লাউডস্পিকাৰ; এমপ্লিফায়াৰ।
শব্দধাৰণ, শব্দগ্ৰহণ, ৰেকৰ্ড কৰা—, ৰেকৰ্ডিং, ৰেকৰ্ড, গ্ৰামোফোন ৰেকৰ্ড। লং প্লেয়িং ৰেকৰ্ড; ষ্টেণ্ডাৰ্ড প্লে ৰেকৰ্ড।
গ্ৰামোফোন; কলগান; ফোনোগ্ৰাম।
ৰেকৰ্ড প্লেয়াৰ, টাৰ্ণ টেবল। ষ্টিৰিও প্লেয়াৰ; ষ্টিৰিও ৰেকৰ্ড; মনো ৰেকৰ্ড। ৰেডিওগ্ৰাম। টে'পৰেকৰ্ড; টে'পৰেকৰ্ডাৰ; টে'প; কেছেট।
ষ্টুডিঅ', ৰেকৰ্ডিং ষ্টুডিঅ'।
[শব্দ বৈভিন্ন্য] [প্ৰবাহ] ধক ধক; কুলকুল, কলকল, কুলু কুলু, চিৰচিৰ, চৰচৰ, জৰজৰ, জুৰজুৰ। [বতাহ] সোঁ সোঁ, হো হো। ৰিব ৰিব। ৰিবৰিবনি, সোঁ-সোঁৱনি, হো-হোৱনি। গুমগুমনি। [বৰষুণ] জিৰ জিৰ, হুৰ হুৰ, কেন কেন। [বিস্ফোৰণ] ধুম্, গুৰুম গুৰুম, ফট্‌ফট। [ভঙা] মৰক (কৈ); ঠনৰ ঠনৰ, ঠনঠননি। মটৰ (কৰে)। কেৰেক। জুনজুন, জুনজুননি, জনজননি। থেন থেন। কিটিং, কেটেং।
[ঘড়ি] টিকটিক। [ঘণ্টা] টং টং। ঢং ঢং। টুং টুং। টুং টাং, টিং টিং।
[মেঘ] গুৰু গুৰু, হিৰ হিৰ।
[পতন] ধুপুচ, ধেপেচ, ধুমুচ, ধুপুহ, থপৰ, ঠলৰ, ঠলঠল, ধমহ, গমহ।
গিৰিং। হৰুস, হৰুস-হাৰাস।
[চলন] গোঁ গোঁ, দুপদুপ, গোৰোহনি।
[ক্ৰন্দন] ভেঁ ভেঁ, পেন পেন, কেনকেন, কেপকেপ। টেঁৱা টেঁৱা। টেনটেন, টেনটেননি।
[হাঁহি] হাঃ হাঃ, হি হি, ফিকফিক, খিলখিল, খুকখুক। খিলখিলনি, খিটখিটনি; ঢেকঢেকনি। খিকিন্দালি।
[কাহ] কুহুৰ কুহুৰ, খেক খেক, খক খক। খেঁহনি।
[যন্ত্ৰ] ঘৰ্ঘৰ, ঝকঝক, ঘচঘচ, ভটভট, কোঁ কোঁ।
[খুন্দিওৱা] ঠক্ ঠক্, খট্‌খট্। চেপেট চেপেট। ঘটং, ঘেৰেঙ।
*[পশুপক্ষী]* টী চি। কুউ কুউ। কা কা। নিউ নিউ। টাট টাট, টেক্ টেক্। বৌ কথা ক। লাক পাকুৰ কুৰ। মই কেভেকু। কু কু। সখী ঔ; হেটুলুক হেটুলুক।
কাউৎ [ৰাজহাঁহ], কেঁক কেঁক [ৰাজহাঁহ]। ভুক ভুক। মিউমিউ, মেওমেও। হুৱা হোৱা, হোৱা হোৱা। ঘোঁত ঘোঁত। হাম্বা। হিচহিচ, ফোচ ফোচ। চী হি হি। টে টে। কেং কেং, কেং, কেঁকনি, কেং কেননি। গেণ্ডেৰি। খিংখিঙনি। টেঁৱা টেঁৱা।
টোহ টোহ, টোহ টোহনি। খিৰিং, খিৰিক. খিৰিক কৰে (ক্ৰি বিণ)।
[অন্যান্য] ৰুণুজুনু, জুনুক জানাক, খচখচ। খেৰখেৰ, খেৰঘেৰ। খচৰমচৰ। খলমল। ঘটং, কটং। ঘটৰ মটৰ। খিটিং খাটাং, টাং টিঙ, তুং তাং। খট খট। ঢক ঢক। খলখল. কলকল। চৌ চৌ, চৌ চৌৱনি। কেৰ কেৰ, ঘেৰ ঘেৰ, ঘৰ্ঘৰণি, ঘৰঘৰণি, ধুপ ধাপ, ধপধপ। খিতিং খাতাং, খুতুং-খাতাং, ঘেলেং ঘেটেং। ঘট ঘট, ঘট মট, ঘটং-মটং, ঘটমৰ্টনি। ঝিঁ-ঝিঁয়নি।
ঘোকোৰ, ঘোঁট ঘোঁট, খবং, ভো-ভোৱনি; গিৰিং, জপং, টিংখপ, টিলিংখপ, টোহ টোহ, টোহ টোহনি, টেনটেননি।

**ৰিণ.** শব্দিত, ধ্বনিত, উচ্চাৰিত, ৰণিত, নাদিত, অনুনাদী, অনুনাদক, নিনাদিত, স্বনিত, মন্দ্ৰিত, স্তনিত, ঘুষিত।
নৰ্দিত, স্বৰিত।
প্ৰতিধ্বনিত, অনুৰণিত, অনুনাদিত, কুহৰিত।
শিঞ্জিত, বাদিত, ঝংকৃত।
গৰ্জ্জিত, গৰ্জ্জমান।
সশব্দ, শব্দায়মান, শব্দময়, শব্দমুখৰ, শব্দমুখৰিত, কল-মুখৰিত।
ঘোষিত, আঘোষিত।
শব্দকাৰী, নাদী, নিনাদকাৰী, গৰ্জনকাৰী।
শাব্দ, শাব্দিক, ধ্বন্যাত্মক।
শব্দভেদী, শব্দবেধী। শব্দোত্তৰ, আলট্ৰাসনিক।
[কণ্ঠস্বৰ] উদাত্ত, অনুদাত্ত, স্বৰিত। উদাৰা, মুদাৰা, তাৰা। গম্ভীৰ, গভীৰ, গহীন, গলগলীয়া। ৰাসভনিন্দিত, গৰ্দভৰাগ।
কৰ্কশ, হটা, ডোঠৰ, পৰুষ, মোটা। পাতলা, কেনকেনিয়া।
চেৰচেৰীয়া। বদকণ্ঠ। টেংটেঙীয়া।
নাকীসুৰীয়া, গেনগেনীয়া, অনুনাসিক, সানুনাসিক।
টেটটেটীয়া; পেনপেনীয়া, খোনা, ফুচফুচীয়া।
মাতভগা।

**ৰি.** কাৰ্কশ্য, কৰ্কশতা, পৰুষতা, বাক্‌পাৰুষ্য। কু ৰৱ।

**ৰিণ.** সিংহনাদ, কাণফটা, কাণ তালমৰা, আকাশ ফটোৱা। উচ্চকণ্ঠ। ধীৰ, অনুচ্চ, মৃদু, মিহমিহীয়া, কোমল, তলসুৰীয়া; অব্যক্ত, অঘোষ, অস্ফুট; মিহি, ক্ষীণ, আধাফুটা, অৰ্ধস্ফুট; অৰ্ধোক্ত। সুকণ্ঠ, মধুকণ্ঠ। সুকণ্ঠি (স্ত্ৰী), মধুকণ্ঠি (স্ত্ৰী)।

**ক্ৰি.ৰিণ.** ৰিবৰিব কৰে, ৰিবৰিব কৈ; সোঁ সোঁৱাই, সোঁ সোঁ কৰে;

হো হোৱাই; হো হো কৰে; হৌ হৌ কৰে, হৌ হৌৱাই। ৰকহ ৰকহ কৰে।

**১০৫ শব্দহীনতা**

**বি.** শব্দহীনতা, ধ্বনিহীনতা, নৈঃশব্দ্য, নিঃশব্দতা, স্তব্ধতা, নিস্তব্ধতা, নীৰৱতা, মৌন, তূষ্ণীভাব, নিৰ্বচন, অৰব। নিজান, নিৰ্জ্জন, নিৰল। নিটল, নিটাল, টলকা, নিথৰ-থৰ। নিৰলা। চামোন নিবোকা চামোন। নিজম, নীৰৱ (হ)। চুপ কৰা—, মুখবন্ধ কৰা—।

**বিণ.** নিঃশব্দ, শব্দহীন, স্বৰহীন, ধ্বনিহীন, নিস্তব্ধ, স্তব্ধ, নিজম, নিসাৰ সাৰ; নিৰল, নিস্পন্দ, শাঁত, সমাহিত, নিথৰ, নিথৰ-থৰ। চুপ, নীৰৱ, অমাত, নিমাত, জিম, মৌনী, মূক, নিৰ্বাক, বোবা, নিঃস্বৰ, নিস্বৰ। নিবোকা, নিপয়। চামোন, নিবোকা-চামোন। নিজান, নিৰ্জ্জন, নিৰ্জান, নিজান-জান।

**ক্রি.বিণ.** নিঃশব্দে, নীৰৱে, চুপেচাপে, চুপ-চাপ, মনে মনে, বিনাবাক্যব্যয়ে। হাতত সাৰে ভৰিত সাৰে, নিৰলে, নিজানে-নিৰলে।

**১০৬ বচন**

**বি.** কোৱা—, কথা কোৱা—, কহন, কহন-বহন, কথন, কথন-মথন, ভাষণ, উচ্চাৰণ, উদীৰণ, উচ্চাৰ, উদ্‌গিৰণ, বোলা—, ব্যক্ত কৰা—, প্ৰকাশ কৰা—, কৈ দিয়া—, কৈ পেলোৱা—, বাক্যব্যয়, মুখ খোলা—, মুখ মেলা—, বাক্যস্ফূৰ্ত্তি, বাঙ্‌নিষ্পত্তি, কোৱাকুই, কোৱা মেলা, বকবক, বলক, বলকনি, বকবকনি, বখান, ইকাণ সিকাণ, কণাকণি, কাণ বাগৰা—, ইকাণ সিকাণ সহস্ৰ কাণ; বি-বি বা-বা কৰা, বু-বু বা-বা কৰা, বাক্যালাপ; বাগাড়ম্বৰ। মুখৰতা, বাঙ্ময়তা, মুখত আখৈ ফুটা। কথা চোবোৱা—। কথা হোৱা—। মুখ পতা—, মুখ বন্ধা, মুখ বজোৱা—, আওৰোৱা। বেতেৰী চোবোৱা। বাক্‌চাতুৰ্য্য। আস্ফালন, গৰ্জ্জন। ডাবি, ধমকি, ধমক, তৰ্জ্জন-গৰ্জ্জন, দাপণি। উল্লেখ, উল্লেখন। জাননী, জ্ঞাপন।

গুণগুণনি, গুঞ্জন, গুণগুণ, গুঞ্জৰণ, গুঞ্জৰ, অস্ফুটস্বৰ, অস্ফুটতা, কাণে কাণে কোৱা, গোজ গোজোৱা—, মোক মোকোৱা—, বিৰ বিৰোৱা, নাকী-সুৰ।

ফুচফুচোৱা—, ফুচফুচনি, ভুনভুননি, ফুচফুচ ফাচফাচ, স্বগতোক্তি, স্বগত ভাষণ। উক্তি। দ্বিৰুক্তি, পুনৰুক্তি, বেলবেলোৱা—, লেবলেবোৱা—, ফকফকনি, মোকমোকনি। কথাৰম্ভ, প্ৰসঙ্গ উত্থাপন।

পঠন, পঢ়া, পাঠ কৰা—; আবৃত্তি, আবৃত্তি কৰা—, পুনৰাবৃত্তি। কথা-বতৰা, কথা-বাৰ্ত্তা, কথোপকথন, আসঙ্গ-প্ৰসঙ্গ।

বাক্‌শক্তি, বাচনক্ষমতা, বাক্‌পটুতা, বাকপটুত্ব, বাক্যবাগীশতা। বাগ্‌বৈদগ্ধ্য, বাক-চাতুৰ্য্য, বাক-চতুৰতা, বাগ্মিতা।

বাক-ভঙ্গি, বচনভঙ্গি, বাক-ৰীতি, বাক-প্ৰণালী, বাক-শৈলী। উচ্চাৰণভঙ্গি, কথাৰ সুৰ।

স্পষ্টোচ্চাৰণ, শুদ্ধোচ্চাৰণ।

অস্পষ্টোচ্চাৰণ। লেব লেবোৱা—। লেবলেবনি।

স্পষ্টবাদিতা।

**বিণ./বি.** কথক, বক্তা, বাচক, কওঁতা, কওঁতী; কহনা। বিবৃতকাৰ, বৰ্ণনাকাৰী, বিৱৰক; ঘোষক, ভাষ্যকাৰ, ধাৰাভাষ্যকাৰ। মুখপাত্ৰ, মুখপাত, প্ৰবক্তা। পাঠক; আবৃত্তিকাৰ।

বাচাল। বহুভাষী। দোভাষী। বহুবক্তী।

বাগ্মী, বাকপটু, বাগীশ, বাকচতুৰ, বাক্‌পতি, বাচস্পতি, বাক্যবিশাৰদ, বাগ্‌বিদগ্ধ, বাক্যবাগীশ, বচনবাগীশ, মুখসৰ্বস্ব, কথা-চহকী, ভলভলীয়া। বাক্‌সিদ্ধ। সুবক্তা, সদ্বক্তা। স্পষ্টবাদী, স্পষ্টবক্তা, স্পষ্টভাষী, নিচাটু, খাৰাংখাচ। মুখচোকা, মুখ আগলিকা, মুখ চতুৰ, মুখাল, মুখবলী। চেলচেলীয়া, চেলবেলীয়া, চালপেনীয়া, চেলেপু, ফকফকীয়া। টেকটেকী, চেকচেকি (স্ত্ৰী), সতৰী (স্ত্ৰী)।

ভলভলীয়া, ভংভঙীয়া, হুৰহুৰীয়া।

**বিণ.** কথিত, উক্ত, বিবৃত, উচ্চাৰিত, ভাষিত, নিগদিত, দ্বিৰুক্ত, পুনৰুক্ত, সমীৰিত, প্ৰোক্ত। পৰিস্ফুট, প্ৰকাশিত, ব্যক্ত, জাহিৰ। গুঞ্জিত, গুঞ্জৰিত। মুখৰিত।

মৌখিক, বাচনিক।

কথ্য, কথনীয়, বাচ্য, বচনীয়, উচ্চাৰণীয়, কহতব্য, কহনীয়, ক'বলগীয়া; বৰ্ণনীয়, বৰ্ণনযোগ্য, বৰ্ণিতব্য, বৰ্ণ্যে, বিৱৰণীয়; ভাষণীয়, ভাষণযোগ্য, কথনযোগ্য। কাণ বাগৰা।

বাঙ্ময়, সবাক, মুখৰ, সৰৱ, মুখৰিত। বাচাল।

স্বৰযন্ত্ৰ, স্বৰতন্ত্ৰী, বাগযন্ত্ৰ।

বিবক্ষিত, বিবক্ষু।

হেনা-হুঁচা।

**ক্রি. বিণ.** কথায় কথায়, কথাইপতি। কথাৰ লাচতে, কথাৰ মোৰতে, কথা প্ৰসঙ্গত, প্ৰসঙ্গক্ৰমে, প্ৰাসঙ্গিকভাৱে, প্ৰসঙ্গতঃ। কথাৰ চলেৰে, কথাৰ চলতে, কথাৰ পাকত। কথাৰ মূৰত কথা।

উদিয়াই, খোলাকৈ, মুকলিকৈ।

দৃঢ়স্বৰে, টানকৈ, দৃঢ়তাৰে, জোৰেৰে, জোৰ দি, দীপ্তস্বৰে, চিঞৰি চিঞৰি।

অস্পষ্টভাৱে; কম্পিতস্বৰে, কম্পিত কণ্ঠে।

কঁপা কঁপা মাতেৰে, থোকাথুকি মাতেৰে। থেন থেনাই।

হেনাহুঁচাকৈ। কেঁকাই গোঁথাই।

ভুনভুনাই, ফুচফুচাই, গুজুপকৈ, গুজুৰ কৰে, গুজুৰকৈ, গুজুককৈ।

ঘুনুক-ঘানাককৈ,ঘানাক-ঘুনুককৈ।

**১০৭ উক্তি**

**বি.** উক্তি, কথা, বচন, বাক্য, বাণী, বাত, জবান, বয়ান, উচ্চাৰণ, ভাষা, বাক্, মুখৰ কথা, বুলি; প্ৰবচন, প্ৰবাদ; উচ্চবাচ্য।

বকনি, বকবকনি।
বিবৃতি, বক্তব্য, ক'বলগা কথা, ক'বলগীয়া কথা, বিবৰণ, বিবৰণী, বৰ্ণনা, বৰ্ণন; ধাৰাবৰ্ণন, ধাৰাবৰ্ণনা, ধাৰাবিবৰণী, ধাৰাভাষ্য। কমেণ্টৰি।
ভাষ্য, ব্যাখ্যান।
ভাষণ, বক্তৃতা, অভিভাষণ, সম্বোধন, ঘোষণা।
সংলাপ, কথোপকথন, দ্বিৰালাপ, ডায়ালগ।
স্বগতোক্তি, নিজকে নিজে কৈ থকা, আত্মমগ্ন সংলাপ, একোক্তি, মনোলগ।
নীতিকথা, নীতি-শিক্ষা, আপ্তবাক্য, উপদেশ, শিকনি, শিক্ষা, বুজনি।
ধৰ্ম্ম শিক্ষা।
বাক্‌শক্তি, বাগ্মিতা, বাক্‌চাতুৰ্য, বাক্‌চাতুৰী, বাক্‌পটুতা; বাক্যবাগীশতা, বাকবৈদগ্ধ্য।
বাগ্‌জাল, বাগাডম্বৰ, বাগ্‌বিস্তাৰ, বাক্‌প্ৰপঞ্চ।
কথাৰ ধাৰ, কথাৰ জোৰ, কথাৰ সুৰ, কথাৰ চাল, কথাৰ চল, কথাৰ ছেও, কথাৰ ঠেও, কথাৰ নাচ, কথাৰ লবজ, কথাৰ সুৰ,কথাৰ পেঁচ, কথাৰ পাক। ঘেন ঘেননি, পেনপেননি, ঘেন ঘেন, পেন পেন।
পুনৰুক্তি, একে কথাকে বাৰে বাৰে কোৱা—, পুনৰুল্লেখ, চৰ্বিতচৰ্বন, পুনৰাবৃত্তি; দ্বিৰুক্তি, দ্বিত্ব, ঘূৰাই কোৱা।
জবাব, উত্তৰ, প্ৰত্যুত্তৰ, প্ৰতিবাক্য, প্ৰতিবচন, প্ৰত্যুক্তি, বঢ়া-বঢ়ি। অনুকথন, পশ্চাদুক্তি, পশ্চাদ্‌ভাষণ। স্পষ্টকথা, লুক ঢাক নোহোৱা কথা, আঁৰ-বেৰ নোহোৱা কথা, খোলাখুলি কথা। খোলোচা (ছা) কথা, আদত কথা।
বিণ বৰ্ণিত, কথিত, উক্ত, বিবৃত, ব্যক্ত, ব্যাখ্যাত,বিবৰিত। আভাষিত, আভাষ্য, সম্বোধিত, সম্ভাষিত; সংলাপিত। পুনৰুক্ত, দ্বিৰুক্ত, পূৰ্বকথিত, পূৰ্বোক্ত, পূৰ্ব্বোল্লিখিত, প্ৰাগুক্ত, প্ৰথমোক্ত, পূৰ্ব্বদ্ধৃত।
বিণ /বি. কথক, ঘোষক। বক্তা। সম্ভাষক।
ক্রি. বিণ. মুখৰ কথাত, মুখ বয়ানে, মুখ জবানে।

**১০৮ কথোপকথন**

বি. গল্প কৰা—, গল্প গুজব কৰা—।
কথা-বতৰা পতা—, কথা-বাৰ্ত্তা হোৱা—, কথা পতা, কথা হোৱা, কথন-মথন, কহন-বহন।
কথা চোবোৱা—, কথা পাগোলা—, মালিহা মৰা—, কথা পেৰা—, লঘুভাষণ—। বিয়নি-মেল।
কথা প্ৰসঙ্গ। কথাৰ জেৰ।
কথোপকথন, আলাপ, সদালাপ, আলাপন; আলাপ-আলোচনা, বাক্যালাপ, বাক্যবিনিময়, জল্পনা-কল্পনা।
আড্ডা, হাঁহি-ধিকিন্দালি, চুপতা-চুপতি।
মতবিনিময়, মতামত বিচাৰ।
পৰনিন্দা, ৰটনা, পৰচৰ্চ্চা, কুৎসা, দোষখোঁচৰা—, কু-নাট।
জনৰব, কোবা-মেলা, গলাগোপা জনশ্ৰুতি, উৰাবাতৰি।
ধুপাচালি, ধুপাচালনি।
তৰ্ক, তৰ্কাতৰ্কি, বাচ্যা-বাচ্যি, উখনা-উখনি, বাগযুদ্ধ। বাগবিতণ্ডা।
সংলাপ, স্বগতোক্তি।
মজলিচ, মেহফিল, মিলনসভা। চ'ৰা ঘৰ, ড্ৰয়িংৰুম।
আলোচ্য বিষয়, কৰ্ম্মসূচী, এজেণ্ডা।
বিণ. আলোচ্য, আলোচিত।
বিণ /বি গল্পপ্ৰিয়, আড্ডাপ্ৰিয়, আড্ডাবাজ। আলাপী। সদালাপী। আলোচনাকাৰী।
বিণ কথোপকথন ৰত, গল্প ৰত, আলোচনা ৰত।
ক্রি বিণ কথায় কথায়, কথাৰ মূৰত কথা।

**১০৯ চীৎকাৰ**

বি চীৎকাৰ, চিঁঞৰ, চিঞৰ, চিঁঞৰ-বাখৰ, কোলাহল, হাই-উৰুমি, আৱাজ। চিঞৰণি, চিঁয়ঁৰণি, ৰমলিয়নি। হাই-উৰুমি, আটাহ, কিৰিলি, ফুৰুলি, উসমিস, গোলমাল, হাই, ধুমখুলি লোৱা—, কোহাল, ৰোল, হুলস্থূল, হৈ-চৈ, কেন্দেলি, গণ্ডগোল, হুলদিল, তোলপাৰ, ৰিঙা-ৰোৱা, কেলোঁ-মেলোঁ, কেলো-কেটোঁ, কেল মেলোৱা—, কেলমেলনি, কুমৰধ্বনি, কুমৰ্থোলি, কুমথালি, কুৰ্ম্মাস্থলি, কুৰ্মাস্থলি। ঘমঘণ্ট, হুই-হাই, ডেডাউৰি, উচ্চৰৱ, উচ্চৈস্বৰ, তাৰস্বৰ, তালফাল লগোৱা—, উচ্চৰোল, কলৰৱ, অট্টৰৱ, নিনাদ, অট্টনিনাদ, বজ্ৰনিনাদ, বজ্ৰঘোষ, হুঙ্কাৰ, সিংহনাদ, সিংহগৰ্জ্জন, হাওৰণি, গোঁজৰণি, গৰ্জ্জন, তৰ্জ্জন-গৰ্জ্জন, ভীমনাদ। হোঁৰুৰণি, ফোৰোহনি। টেঁটুফলা চিয়ঁৰ। হল্লা, কেচকেচনি, টেকটেকনি। ৰাও, আৰাও। তীৰ্কি, উকি।
চিঞৰত কণামাকটি সৰোৱা—, আৰ্তনাদ, আৰ্ত্তৰৱ, আৰ্ত্তস্বৰ। ঘমঘণ্ট লগা—, হুৰা-দুৰা লগা—, টেঁটুফালি, হুৰাও-ৰাওকৈ চিয়ঁৰা—, ডেডনি, ডেড়নি, চিয়ঁৰত গগন ফলা—, বিলাপ, মৰ কান্দোন কন্দা—, ৰাউচি, গগনভেদী চিয়ঁৰ। জয়ধ্বনি, বিজয়নিনাদ। ধ্বনি, শ্লোগান।
বিণ. নিনাদিত, গৰ্জ্জিত, ধ্বনিত, কোলাহলপূৰ্ণ, কলৰৱপূৰ্ণ। কাণ তাল মৰা, উচ্চকণ্ঠ, হুঙ্কাৰিত। বেমাজাকৃৰি।
বিণ./বি হল্লাকাৰী, গোলমালকাৰী।
ক্রি. বিণ. চিয়ঁৰি চিয়ঁৰি, চিঞৰি-বাখৰি, চিঞৰ-বাখৰ কৰি। সজোৰে, তাৰস্বৰে, উচ্চস্বৰে, টেঁটুফালি। হুৰাওৰাওকৈ, তালফাল লগাই।

**১১০ ভাল কথা**

বি. ভাল কথা, ভাল মুখৰ মাত, সুভাষ, সু বাক্য; সদালাপ, সু-কথা, সদ্বাক্য, সূক্তি, সুবচন, প্ৰিয়বচন, প্ৰিয় কথা, হিতবচন, হিতকথা, হিতোপদেশ; উপদেশ।
ধৰ্ম্মকথা; ব্ৰতকথা। গুৰুবাক্য, গুৰুবাণী।

ৰসালাপ, প্ৰেমালাপ, বিশ্ৰম্ভালাপ; কেলিকলহ।
ৰসিকতা; ৰং তামাচা, কৌতুক।
শ্ৰুতিমাধুৰ্য্য, ধ্বনিমাধুৰ্য্য।
মৃদুভাষণ, মৃদুভাষিতা।
মৌ-মাত, মিঠামাত, সুৰীয়া মাত, অমাতৰ মাত, সুবদি মাত।

**বিণ./বি.** মধুভাষী, মিষ্টভাষী, অমৃতভাষী, মঞ্জুভাষ; মিষ্টভাষিণী, সুভাষিণী, মধুৰভাষিণী, সুবচনী, মধুমুখী; সদালাপী, সদালাপকাৰী।
মৃদুভাষী, মৃদুভাষিণী; প্ৰিয়ংবদ, প্ৰিয়ংবদা, প্ৰিয়ভাষী, প্ৰিয়ভাষ, মধুৰভাষী, প্ৰিয়বাদী।
সুকণ্ঠী, কোকিলকণ্ঠী, সুধাকণ্ঠী, সুললিতকণ্ঠী, সুমধুৰকণ্ঠী।

**বিণ.** সুভাষিত। শ্ৰুতিমধুৰ, কোমল, তল-সুৰীয়া, লনি-দলি, মিহি, মৌ-বৰষা, মধুৰ, মুখত মৌ বৰষা, মৌসনা।

**ক্ৰি. বিণ.** তল-সুৰীয়াকৈ, সৰু সৰু কৈ, মিহিকৈ, মিহিমিহিকৈ, কোমলকৈ, নিম্নকণ্ঠে, নিম্নস্বৰে, নিম্নস্বৰত।

### ১১১ কু-কথা

**বি.** কু-কথা, কুবাদ, কু-বাক্য, কু-বচন, বেয়া কথা, বিবাণী, অকথা, আওকথা, অকথা-অবতৰা। অশ্লীল কথা, অশ্লীল মাত। অকথ্য কথা, অশালীন বাক্য, দুৰ্ব্বাক্য, অপশব্দ, ইতৰভাষা, অশিষ্ট বাক্য, কদুক্তি, কটূক্তি।
অশ্ৰাব্য কথা; দুৰুচ্চাৰ্য্য; দুৰুচ্চাৰ। বোল-মাত।
গালি, গালাগালি, গালিগালাজ। তিৰস্কাৰ। খিস্তিমাত। গেলামাত। কেটেৰ-জেঙেৰ, কেটেৰা জেঙেৰা, হিং হিং কিট কিট, গুৱাল-গালি।
অকথ্যকথন; অকথ্যতা, অনুচ্চাৰণীয়তা, অকথনীয়তা।
টিট্‌কাৰি, নিন্দা। খলোক্তি।
অবাক্য, অবচন, দুৰ্ব্বাক্য
অবচনকাৰী।

**বিণ.** অশ্লীল, অকথ্য, কুকথ্য, অনুচ্চাৰণীয়, অনুচ্চাৰ্য্য; অকথনীয়; অশ্ৰাব্য, অশ্ৰবনীয়, শুনিব নোপোৱা, অভাষ্য, অবৰ্ণনীয়, অবচনীয়, অনালোচ্য, অনালোচনীয়, অপ্ৰকাশ্য, অবাচ্য, ঠহঠহীয়া, উভং, লাজলগা। নিলাজ। আওকথীয়া।
কাণত আঙুলি দিব লগা। অবচনীয়।

**বিণ./বি.** অবাইচ, অভইচ, ওভতা।

### ১১২ তিৰস্কাৰ

**বি.** গালি, গালি-গালাজ, গলিয়া-গলি, শপনি, গালি-শপনি, তিৰস্কাৰ, গোৰ্হাল, গৰ্হাল, লগুটিকা, নেওচা, নেওচা-কেওচা, গৰিহণা, বাক-বিতণ্ডা, অপমান, ধমক, ধমকি, ডাবি, হুকি, টাউকি, ডাবুকি, ডাবি-হুকি, ভেকাহি, হেঁফনি, থেকেচনি, বকনি, বকাবকি, ভৰ্ৎসনা, ভৰ্ছনা, নিন্দা, ককৰ্থনা, নিন্দা-ককৰ্থনা বিকৰ্থনা, ছদকা, কদৰ্থনা, আউলু-আপচু, গঞ্জনা, নগুৰ বিতণ্ডা, ৰটনা, ৰটনি, দুৰ্ণাম, অপযশ, দুৰ্যশ, বদনাম।
শলামাত, বঢ়ামাত, ভকৰা মাত, টেঙা মাত, ৰঢ়া বচন, *ঠেহেৰা*, কেটেৰা, গেজেৰা, জেঙেৰা, কেটেৰা-জেঙেৰা, বেজেৰা-বেজেৰি, কেটেৰ-জেঙেৰ, কেটকেটোৱা—।
কটুতা, কটুকথা, কটুবচন, কটূক্তি, কটু কাটব্য, কুট বাক্য, কটুভাষ, কটুভাষিতা, বাকপাৰুষ্য, দুৰুক্তি, পৰিভৱ, কটুভাষণ, দুৰ্বচন, অপ্ৰিয়ভাষণ, বদজবান, জাজনা।
খেজেলনি, দপালনি, কেটকেটনি, কেচকেচনি, ঘেকঘেকি, খেচখেচনি, হেকহেকনি, জিংজিঙনি। এথেল-গেঁথেল; গেঁথেল-মেথেল।
গলা-বাজি, বাবতি, বাচ্যাবাচ্যি, উখনা-উখনি, বাদ-প্ৰতিবাদ, গলিয়া-গলি, বাকবিতণ্ডা, কাঁজিয়া-পেঁচাল, বাদানুবাদ, বিবাদ, ঝগড়া। হুকিয়া-হুকি, খকাখুন্দা, খৰিয়াল, দন্দ, দন-হাই, হাই-কাজিয়া, হাই-উৰুমি। কথা কটাকটি, ধপচালি পৰা—। ধুম-ধুপাল, ধুম-ধুপালনি, ধুপালনি পৰা—। ঠুকি দিয়া—। জোকৰ মুখত চুণ।
ব্যঙ্গ, বক্ৰোক্তি, ঠাট্টা, ঠাট্টা-মস্কৰা, মস্কৰা, উপহাস, উপহাস্যতা, ভেঙুচালি, পৰিহাস, ভেহনি, কটাক্ষ, শ্লেষ, বিদ্ৰূপ, হেকনি, হেকান, ব্যঙ্গোক্তি, পেংলাই, পেং চালি, হিংহিং কিটকিট, ইতিকিং, তুচ্ছ-তাচ্ছিল্য, অৱজ্ঞা, বাক্যবাণ, ধিক্কাৰ, কথা শুনোৱা—, মুখে মুখে জবাব (উত্তৰ) দিয়া—, তৰ্জ্জন-গৰ্জ্জন।
কেপকেপনি, বকবকনি, বলকনি, লেবলেবনি, ফকফকনি, টপটপনি। কেহটালি, কেহেটোলি।

**বিণ./বি.** তিৰস্কৃত, ভৰ্ৎসিত, খেচা-খোৱা, নিন্দিত। বিপ্ৰকৃত। কটুভাষী, কটুভাষিণী (স্ত্ৰী), দুৰ্ম্মুখ, দুৰালাপ, দুষ্টভাষী, অপ্ৰিয়ভাষী, অপ্ৰিয়বাদী।
কেটেৰা, কেটেৰীয়া, কেটেকেটীয়া, খিং খিঙীয়া, জিংজিঙীয়া, হিং হিঙীয়া, কেটাই-জেঙেৰীয়া, জেঙেৰা, কৰ্কশ, কটু, গেজনীয়া।
কটা-যোৱা, কটাৰ-পো।
তিৰস্কাৰক, ভৰ্ৎসক, ভৰ্ৎসনাকাৰী, তিৰস্কাৰকাৰী, নিন্দুক। কেচকেচী। শ্লেষাত্মক, শ্লেষপূৰ্ণ, বিদ্ৰূপাত্মক, উপহাস্য, পৰিহসনীয়।
কেচকেচীয়া, কেটকেটীয়া। চুৱা খোৱা, গেৰা খোৱা, খেকাৰ খোৱা, চুৱা-চেলেকা।
ছদকা খোৱা, নেওচা খোৱা, গৰিহণা খোৱা, গোৰ্হাল (গৰ্হাল) খোৱা, গেৰা খোৱা, কটাৰ পো, কটা-যোৱা, নষ্ট যোৱা, নষ্টযাতী, নষ্ট যোৱাৰ পো।

**ক্ৰি.বিণ.** *ঠেহেৰাই, ঠেহেৰ কৰে*, কেটেৰা মাৰি, গেজেৰা মাৰি, গেজেৰাই, খেচেৰাই, জেঙেৰা মাৰি, ডবিয়াই-হুকিয়াই।

### ১১৩ অভিশাপ

**বি.** শাপ, অভিশাপ, অভিসম্পাত, শাও, শাও-শপনি, শাওপাত। কু-নজৰ, বিষ-দৃষ্টি, মুখ লগা—। খোদাৰ গজপ।

বিণ./বি. অভিশপ্ত, শাপগ্ৰস্ত, অভিশাপগ্ৰস্ত।
শাপভ্ৰষ্ট। শাওখোৱা, ডেৰাখোৱা। শাওলগা। দাদৰি-খোৱা।
জহনীত যোৱা, জহনিত যাতী, হাইজাত যোৱা, মাউৰত মৰা, বাঘে-খোৱা, বাঘে-খাঁতী, হতশ্ৰী হোৱা, হতচিৰী হোৱা, হতশ্ৰীহঁতী, হতচিৰীহঁতী, মৰিবলৈ ধৰা, জহান্নামে যোৱা, সবংশে ধ্বংস হোৱা, একেখুন্দাই যোৱা, ডেকা কঢ়ে যোৱা, ভেটিত তিতা লাও গজা। পৈয়েৰৰ মূৰ খাতী; হতছিৰিহঁতী।
যমৰ বুকুত যোৱা, যমৰ বুকুত যাঁতী। পুত খোৱা, পুত্ৰ খোৱা; পুত খাঁতী (স্ত্ৰী), পুত মূৰ খোৱা, পুতমূৰ খাঁতী (স্ত্ৰী)। খাই মূৰা, খাইমূৰী (স্ত্ৰী), গজমূৰা, গজমূৰীয়া, গজমূৰী (স্ত্ৰী), গজমূৰীয়ানী, নিমুচ্যাহঁতী, মাকতিয়েক।
বিণ. অভিশাপাৰ্হ, শাওখাবলগীয়া।
[বিপ.] বিণ. শাপান্ত, শাপমোচন, শাপভঙ্গ।
শাপমুক্ত।

**১১৪ বাচালতা**

বি. বাচালতা, বৰ-কথা, অতিকথা, অতিকথন, বাগবাহুল্য, বাগবহুলতা, বাগাড়ম্বৰ, জল্প, বিজল্প, অমিতভাষণ, অমিতভাষিতা, বাগবিস্তাৰ, বাগজাল, বকবক, বকবকনি, বকনি; মুখত আখৈ ফুটা, অতিভাষণ, কথাৰ মালিহা মৰা—।
মহলা মৰা—, কথা চোবোৱা—।
প্ৰগলভতা, প্ৰাগলভ্য। লঘুভাষণ।
বাক্‌চাতুৰী, বাক্‌চাতুৰ্য্য।
ভণিতা, পাতনি।
লাগবান্ধ নোহোৱা কথা, আগগুৰি নোহোৱা কথা, অগ্ৰংবগ্ৰং, বান বাই থকা—।
অনৰ্গল কথা কোৱা, মুখৰ লেকাম নথকা, বেলবেলোৱা—।
আলজাল, অসম্বন্ধ কথা, প্ৰলাপ, প্ৰলাপোক্তি, প্ৰলাপ বাক্য, পাগলৰ প্ৰলাপ। ফেদফেদোৱা—, লপলপোৱা—, লপলপনি, চেলবেলোৱা—, লেকলেকোৱা—, বেলবেলোৱা—। বিং-বিঙনি, বী-বিয়নি, বঢ়াই কোৱা—, অত্যুক্তি।
টপটপনি, লেকলেকনি, ছাগলালি।
বাক্‌সৰ্ব্বস্বতা, মুখসৰ্ব্বস্বতা, বৰ বৰ কথা।
মুখেন মাৰিতং জগৎ। গগুপ, ফোঁপ-যহ, ডাংকোপ।
বিণ./বি. অতিবক্তা, অমিতভাষী। বহুভাষী, বহুবক্তা।
প্ৰগল্‌ভ, প্ৰগল্‌ভা (স্ত্ৰী), মুখৰ, মুখৰা (স্ত্ৰী)।
বাক্‌সৰ্ব্বস্ব, মুখসৰ্ব্বস্ব, কথাসৰ্ব্বস্ব, কথামাত্ৰসাৰ, কথকী, সতৰী; বাকপটু, অতিভাষী, বৰকথীয়া, বৰকথকী, বহুবকী, কথাবাহী। চটচটীয়া, কথা-চহকী, চালপেনীয়া, চেলবেলীয়া, চেলেপু। চালপেনীয়া, চেলবেলীয়া, চেলেপু। নানবানী (স্ত্ৰী)।
কুবক্তা, অবক্তা।
ফোঁপ-যহী, গগুপী।
ফেদফেদীয়া, ফকফকীয়া, বেলবেলীয়া, লপলপীয়া, অষ্টৌ-বাং, হুৰহুৰীয়া, লপাই-টুলুঙা।
মুখেন মাৰিতং জগত।

**১১৫ অনুক্তি**

বি. অনুক্তি, অকথন, অনুচ্চাৰণ, অভাষণ, নোকোৱা—. মনে মনে থকা- -, নিমাত, অমাত, মৌনতা, নিৰৱতা, শব্দ নকৰা—, অনালোচনা, চেপি ৰখা, চুপ কৰা, চুপ চাপ থকা—। তূষ্ণীভাব, মুকতা। নিস্তব্ধতা।
বাকসংযম, মিতভাষণ, মিতভাষিতা, স্বল্পভাষিতা, অল্পবাদিতা, অল্পভাষিতা, কম কথা, অলপ কথা, কমকথাৰ মানুহ, বাগবিমুখতা, বাক্যহীনতা, বাক্‌শক্তিহীনতা।
ক'বলৈ নিদিয়া, কণ্ঠৰোধ, বাক্‌ৰোধ, মুখ বন্ধ কৰা—, বাক্‌স্বাধীনতাত হস্তক্ষেপ। হঁা না একো নোকোৱা—।
কথা হেৰোৱা, কথা বিচাৰি নোপোৱা, মুখত কথা নুফুটা, সেমেনা সেমেনি কৰা—, ইতস্ততঃ কৰা—; অস্পষ্টোক্তি, অৰ্দ্ধোক্তি, আধা মুখত আধা পেটত।
অস্পষ্টতা, মৃদুতা।
বিণ. অকথিত, অনুক্ত, অবিবৃত, অবৰ্ণিত, অব্যক্ত, অনভিব্যক্ত, অধ্বনিত, অব্যাহৃত, অস্ফুট;অস্পষ্ট, গুজুৰীয়া; অব্যাখ্যাত, অনালোচিত; অনূদিত।
অকথনীয়, অকথ্য, অভাষণীয়, অবৰ্ণনীয়, অনালোচ্য, অনালোচনীয়, অনুচ্চাৰ্য্য, অনুচ্চাৰণীয়, অবাচ্য, অবক্তব্য, অবদ্য, অনিৰ্ব্বচনীয়, অবচনীয়, অনিৰ্বাচ্য, বৰ্ণনাতীত, ভাষাতীত, বাক্যাতীত, শব্দাতীত, বচনাতীত, বৰ্ণনাৰ অতীত।
অপ্ৰকাশ্য। উহ্য। অব্যক্ত। নোকোৱা। নিস্তব্ধ, নিথৰ-থৰ।
নিফুট, নিতাল। নিশ্চুপ।
নিমাত, নিমাতী (স্ত্ৰী), অমাত।
বিণ./বি. নিবোকা, চামোন, নিবোকা-চামোন, গৰুৱা গলা, গৰুৱাগালী (স্ত্ৰী), বোদবুদিয়া, নিৰ্বাক, বাক্যহাৰা, বাক্যহীন, ৰুদ্ধবাক্, হতবাক্, অনুচ্চাৰ, নিৰুচ্চাৰ, বাক্যৰহিত। মুখৰ কথা মুখতে হেৰোৱা। জব্দ।
নিৰুত্তৰ। অনুত্তৰ, থোহ-মোহ, মৌনী, তূষ্ণী, মৌনাবলম্বী, মৌনব্ৰতী, অবিবক্ষিত। নিৰৱ, নিৰল। মূক, বোবা, বাকশক্তিহীন।
অস্ফুটবাক, অস্ফুটকণ্ঠ। লেবা, বেঙা, বেঙেৰা, গোঙা।
মিতভাষী, অল্পভাষী, অল্পবাদী, স্বল্পভাষী, বাগবিমুখ, সংযতবাক।
ক্ৰি. বিণ. চুপে চাপে, চুপ মাৰি, নমতাকৈ, একো নোকোৱাকৈ, মনে মনে, নিঃশব্দে, নীৰবে, বোল বোল কৰে, খোৰ্থোৰ বাটি,

বিনাবাক্যব্যয়ে, কম কথাৰে। কম কথাত, কথা খৰচ নকৰি, মুখৰ ভিতৰতে, গুজুপকৈ, শুনা-নুশুনাকৈ।

**১১৬ শ্ৰুতি**

**বি.** শ্ৰৱণ, শ্ৰুতি, শুনিবলৈ পোৱা, কাণলৈ যোৱা— কাণত সোমোৱা—, কাণত পৰা—, কৰ্ণগোচৰ, কৰ্ণপাত, কৰ্ণগত হোৱা—, অৱধান। কাণপতা —।

শ্ৰাব্যতা, শ্ৰৱণীয়তা, শ্ৰুতিগম্যতা, শ্ৰৱণযোগ্যতা, শ্ৰুতি-গোচৰতা। কাণ দিয়া—, কাণ পতা—, কাণ খাৰা কৰা—।

ফুচফুচনি, ফুচফাচ।

কাণত পৰা, কাণত পেলোৱা, শুনোৱা, লগোৱা ভগোৱা।

কাণ উনুওৱা, কাণ উনিওৱা, কাণ পতা। কাণ থিয় কৰা—।

কাণ চোওৱা।

কাণ সৰালি, কাণ সাৰ, কটগদ।

কাণ-সঁহাৰি।

**বিণ.** শ্ৰুত, আকৰ্ণিত, শ্ৰাৱিত। অৰ্ধস্ফুট।

শ্ৰাব্য, শ্ৰব্য, শ্ৰৱণীয, শ্ৰোতব্য, শ্ৰৱণযোগ্য; শ্ৰুতিগম্য, শ্ৰুতিগোচৰ, শুনিব লগীয়া। কহতব্য।

উৎকৰ্ণ, শহাকণীয়া, পহু-কণীয়া, চৰাই-কণীয়া, থিয়-কণীয়া, শ্ৰৱণোন্মুখ; উদগ্ৰীৱ।

শ্ৰুতিমধুৰ, শ্ৰৱণমধুৰ, সুশ্ৰাব্য, সুখশ্ৰাব্য, শুনিবলৈ ভাল লগা, শ্ৰুতিসুখকৰ, শ্ৰুতিসুভগ, শ্ৰুতিৰঞ্জন, শ্ৰুতিৰঞ্জক।

কাণ-বাগৰা। কাণত পৰা।

শ্ৰুতিকঠোৰ, কৰ্ণকটু, শ্ৰুতিদুষ্ট।

**বিণ./বি.** শুনোতা, শ্ৰোতা, শ্ৰাৱক, শ্ৰৱণকাৰী; শ্ৰোতৃবৃন্দ, শ্ৰোতৃমণ্ডলী, শ্ৰোতৃগণ, শ্ৰোতাদৰ্শক।

**ক্ৰি. বিণ.** কাণে কাণে, ফুচফুচাই, মনে মনে।

**১১৭ অশ্ৰুতি**

**বি.** অশ্ৰুতি, অশ্ৰৱণ। বিড়বিড়নি; বোকবোকনি।

**বিণ.** অশ্ৰুত, অশ্ৰুতিগোচৰ; অশ্ৰুতপূৰ্ব।

অশ্ৰৱণীয়, অশ্ৰুতিগম্য, অস্ফুট।

অশ্ৰাব্য, অশ্ৰোতব্য। বিকট, আকাবিকা।

মৃদু, অনুচ্চ, ফুচফুচ।

নুশুনা; কাণত তাল লগা, কাণ গধুৰ হোৱা।

ফুচফুচীয়া। ফুচ-ফুচ-ফাচ ফাচ।

**১১৮ বধিৰতা**

**বি.** বধিৰতা, বধিৰত্ব, নুশুনা—, কাণেৰে কম শুনা—, কাণ গধুৰ, শ্ৰৱণশক্তিহীনতা, শ্ৰৱণহীনতা।

কাণত ঠিলা মৰা—, কাণত সোপা দিয়া—।

**বিণ./বি.** বধিৰ, কলা, ধুম কলা, শ্ৰুতিহীন, দবা-কলা, শ্ৰুতিশক্তিহীন, আধাকলা। বধিৰ, কাণ-গধুৰ।

**বিণ.** শ্ৰৱণশক্তিৰহিত, শ্ৰৱণৰহিত, শ্ৰুতিৰহিত, কৰ্ণহীন।

**১১৯ গোন্ধ**

**বি.** গন্ধ, গোন্ধ, ঘ্ৰাণ, বাচ। সুগন্ধ। দুৰ্গন্ধ।

শুঙা—, শুঙা-শুঙি।

ঘ্ৰাণ শক্তি। ম ময়া— (অক.ধা), মলমলাই থকা—।

সুগন্ধ, সুঘ্ৰাণ, সৌৰভ, সুবাস, সুৰভি, সুগন্ধ, সৌগন্ধ, সৌৰভ্য, পৰিমল, নিৰ্য্যাস।

সুগন্ধিকৰণ, অনুবাসন।

সুগন্ধি, গন্ধদ্ৰব্য, চেণ্ট, পাৰফিউম, ওডিকোলন; আঁতৰ, পুষ্পসাৰ; গোন্ধ তেল, ফুল তেল; গোলাপজল, চন্দন, অগৰু, আগৰবাতি, ধূপ, ধূপকাঠি, ধূপধুনা, ধুনা। কস্তুৰী, মৃগনাভি।

গন্ধবণিক।

গন্ধপাত্ৰ। চন্দনৰ খুৰি। আঁতৰদানি। ধূপদানি, ধুপাধাৰ, বঠি। ধুনুচি, ধুনামলা। ধূপীয়া।

দুৰ্গন্ধ, বদগন্ধ, পূতিগন্ধ, পূতি। টেঙা টেঙা গোন্ধ, বঁহীয়া বঁহীয়া গোন্ধ, অঁহীয়া অঁহীয়া গোন্ধ, আঁহীয়া আঁহীয়া গোন্ধ. পঁচা পঁচা গোন্ধ, অম্লগন্ধ।

গান্ধীপোক, গুবৰুৱা।

দুৰ্গন্ধযুক্ত, পূতিগন্ধময়, দুৰ্গন্ধী, খেৰেপা, ফেদেলা, ফেদেলী (স্ত্ৰী)। গেন্ধেলা, গেন্ধেলী।

**[বিপ.]** গন্ধহীনতা, গন্ধশূন্যতা।

**বিণ.** গোন্ধোৱা, গন্ধযুক্ত, গন্ধময়, গন্ধৱহ।

সুৰভিত, অম্লগন্ধী। সুবাসিত, সৌৰভান্বিত, সৌৰভময়, সুগন্ধি, সোন্দোৱা। আমোলমোল। মলমলোৱা, ফুৰ্ফুৰীয়া। মহমহীয়া, মলমলীয়া, সুগন্ধি। গন্ধহীন, নিৰ্গন্ধ। গন্ধনাশক, গোন্ধমৰা।

আঘ্ৰাত, সমাঘ্ৰাত, ঘ্ৰাতব্য। অঁকটা, আঁকটা। দুৰ্গন্ধি, দুৰ্গন্ধী। পূতিগন্ধী, কেচেমা-কেচেম, ভেকেটা-ভেকেট।

**[বিপ.]** অনাঘ্ৰাত।

**বিণ./বি.** ঘ্ৰাতা, আঘ্ৰাণকাৰী, আঘ্ৰায়ক, ঘ্ৰাণকাৰী।

**ক্ৰি.বি.** ফুৰ্ফুৰ কৰে।

**১২০ সোৱাদ**

**বি.** সোৱাদ, সাদ-সোৱাদ, স্বাদ, আস্বাদ।

স্বাদন, আস্বাদন। চাকি চোৱা—।

ৰসনা, জিভা, জিবা, জিহ্বা, ৰসনেন্দ্ৰিয, স্বাদযন্ত্ৰ।

স্বাদুতা, সুস্বাদুতা, সুমিষ্টতা।

আস্বাদক, আস্বাদনকাৰী, আস্বাদক।

**[বিপ.] বি.** স্বাদহীনতা, অস্বাদুতা, বিৰসতা। আকটা। অৰোচক।

**বিণ.** সেৰসেৰীয়া, সেৰেকা, স্বাদহীন, সোৱাদ নোহোৱা, বিৰস। আসোৱাদ, বিসোৱাদ, কটঙা।

বকহা-বকহ। নিকৰুৱা, বিসোৱাদ, নীৰস, কটৰীয়া, নিকটৰীয়া।

**বিণ.** মিঠা, স্বাদু, সুস্বাদু, মিষ্ট, সুমিষ্ট, স্বাদযুক্ত, স্বাদিষ্ঠ, মুখৰোচক,

মুখত লগা, জিভাত লগা, জুতিলগা, ৰুচিকৰ, ৰোচক, উপাদেয়, উপভোগ্য। আস্বাদিত, স্বাদিত।

ক্রি. বিণ. কটৰীয়াকৈ, নিকৰুৱাকৈ।

**১২১ স্বাদবৈভিন্ন্য**

বি. ষড়ৰস [ মিঠা, তিতা, কেহা, জলা, টেঙা, খাৰ ]

১২১.১ তিক্ততা, তিতাভাব, কটুৰস, তিক্তৰস, কটুতা, কটুত্ব। পঞ্চতিক্ত [ নিমৰ ছাল, পটলৰ মূল, বাহকৰ ছাল, আমৈলতা, আৰু কণ্টকাৰী ]

বিহকটি

পঞ্চনিম্ব [ (নিম গছৰ) শিপা; ছাল; পাত; ফুল; গুটি। ]

বিণ. তিতা, তিক্ত, তিতিকি তিতিকি, গকটা, কটু, সুতিক্ত।

১২১.২ অম্লতা, অম্লত্ব। অম্লীকৰণ।

বিণ./বি. টেঙা, টেঙাটেঙা, টেঙেচীয়া, অম্ল, অম্বল।

বিণ. অম্লাক্ত, অম্লযুক্ত, অম্লময়; অম্লধৰ্মী,অম্লাত্মক, আম্লিক। ঈষদম্ল, কাম্ল। ঠুমঠাম (টেঙা)।

১২১.৩ বি. মিষ্টত্ব, মিষ্টতা, সুমিষ্টতা, মধুৰতা, মধুৰত্ব, মধুৰিমা, মিষ্টৰস। চেনি, গুৰ, শৰ্কৰা, সিটা, শিটা, মৌ শিটা, ডাবৰি, খাজুৰৰ গুড়, নলেন গুড়, তালৰস, তাৰি, তালগুড়। মিচিৰি; চেকাৰিন; মধু, মৌ; আসব, ফুলৰ মৌ, কুসুমাসব, পুষ্পমধু, মকৰন্দ, পুষ্পৰস, পুষ্পনিৰ্যাস, পুষ্পসাৰ, পুষ্পস্বেদ, পুষ্পদ্ৰৱ, পুষ্পজ, মাক্ষিক। যষ্ঠিমধু।

মিষ্টান্ন, পায়স, পায়সান্ন, দুধভাত; পৰমান, পৰমান্ন, পোলাও, পলান্ন। ভোগ। মিঠাই, পিঠা, লাড়ু। ৰসগোল্লা; ৰসকৰা, সন্দেশ, অমৃতি; জিলাপি।

গুৰ, জুলীয়া গুৰ, লিকটিয়া গুৰ, মিছা।

অমৃত, সুধা, অমিয়, পীযুষ। পঞ্চামৃত [দধি, দুগ্ধ, ঘৃত, মধু চেনি ]।

বিণ. মিষ্ট, সুমিষ্ট, মিঠা, মৌ-মিঠা, মৌ-সনা। মধুৰ, সুধাময়, সুমধুৰ, অকটু। শাৰ্কৰ। চেকচেকীয়া, চেক চেক কৰে (মিঠা)।

১২১.৪ লোণ, নিমখ, লৱণ। নিমখপানী, চেলাইন ৱাটাৰ। নিমখমহল। সন্ধ্যক লোণ; ক'লা নিমখ। খালোন।

বিণ. লৱণাক্ত, নিমখীয়া, লৱণাত্মক, লোণা, লুণীয়া, লাৱণিক। লৱণাম্বু।

[বিপ.] লৱণহীন।

১২১.৫ জলকীয়া, ভোজনঠেলা, ভজলুক, মৰিচ, কেঁচা জলকীয়া, শুকান জলকীয়া, কণ জলকীয়া, বিহ জলকীয়া, ভোট জলকীয়া। পেপচিকাম। গোলমৰিচ, জালুক।

তেজপাত। লবঙ্গ, লং, জোয়ান, জনী।

জলকীয়া বটা।

বিণ. জলা, অতিজলা।

১২১.৬ খাৰ, ছাইখাৰ, কলখাৰ, কলাখাৰ। চ'দাখাৰ।

খাৰণি, খাৰণি ছটা। খাৰলি।

খাৰণি-সঁতা।

বিণ. খাৰুৱা। খাৰে ধৰা। খাৰ উঠা।

১২১.৭ বিণ. কেহা, কেহেটি, কেহেটা, কেহেপা; দেৰদেৰীয়া, কেহেটা-কেহেটে, কেহেপা-কেহেপ। কঁহকঁহীয়া।

**১২২ স্পৰ্শ**

বি. স্পৰ্শ, চোৱা —, চোৱা-গজা; পৰশ, পৰশন, আমৰ্শ, চাট, আমৰ্শন।

গাত হাত দিয়া—, চুই চোৱা —, ছুই, ধৰা—, ধৰা ধৰি।

গাত গা লগা , হাতেৰে ধৰা —।

অঙ্গস্পৰ্শ।

স্পৰ্শানুভূতি।

স্পৰ্শেন্দ্ৰিয়, স্পৰ্শনেন্দ্ৰিয়, ত্বগিন্দ্ৰিয়, ত্বক, চাল, চামৰা।

স্পৰ্শকাতৰতা। স্পৰ্শদোষ।

বিণ স্পৃষ্ট, সংস্পৃষ্ট, ঘৃষ্ট, স্পৰ্শজনিত। স্পৰ্শনীয়, স্পৃশ্য, অনুভৱ্য। স্পৰ্শেন্দ্ৰিয়গত।

সংক্ৰামক। সংক্ৰামিত, সংক্ৰমিত, সঞ্চাৰিত।

বিণ./বি. স্পৰ্শক, স্পৰ্শী।

[ বিপ. ] বি. অননুভৱ।

বিণ. অননুভৱনীয়। অস্পৃষ্ট।

অননুভূত, অননুভূতপূৰ্ব।

**১২৩ অস্তিত্ব**

**বি.** অস্তিত্ব, স্থিতি, সত্ত্ব, অৱস্থিতি, স্থায়িত্ব, অৱস্থান, স্থৈৰ্য্য, স্থিৰতা, অধ্যাসন, বিদ্যমানতা, সমৱৰ্তিতা, বৰ্ত্তমানতা, বিৰাজমানতা, স্থিততা, স্থিতত্ব, ভৱ, ভাব, অধিস্থান, বৰ্ত্তি থকা—, বিৰাজ, বিৰাজমানতা, তিষ্ঠি থকা—, ঠাৱৰা, ঠাৱৰিব পৰা—, টিকি থকা—, ঠাৱৰা—, উপস্থিতি, হাজিৰা, নিত্যতা। স্থিতিশীলতা, স্থায়িত্ব।

সৰ্বব্যাপিতা, সৰ্বব্যাপিত্ব, সৰ্ববিদ্যমানতা। সংস্থিতি।

অস্তিত্ববাদ।

অস্ত্যৰ্থ।

**বিণ.** বিদ্যমান, স্থিত, অৱস্থিত, আস্থিত, সমৱৰ্ত্তী, আসীন, সমাসীন, উপাসীন, বৰ্ত্তমান, বিৰাজমান, বিৰাজিত, সন্নিবিষ্ট, উপস্থিত, সন্নিবিষ্ট, সন্নিবেশিত, হাজিৰ, বহাল, অধিষ্ঠানকাৰী। স্থিতিশীল, সত্তাযুক্ত; অধিষ্ঠিত, সমাৰূঢ়।

অস্তিত্ববাচক, ধনাত্মক, সদৰ্থক, অস্ত্যৰ্থক।

সৰ্ব্বব্যাপী, সৰ্ব্বগত, সৰ্ব্বত্ৰস্থিত, সৰ্ব্বব্যাপক।

**১২৪ বাস্তৱতা**

**বি.** বাস্তৱতা, বাস্তৱত্ব, বাস্তৱিকতা, অস্তিত্ব, পাৰ্থিৱতা, পাৰ্থিৱত্ব, জাগতিকতা, প্ৰকৃতত্ব, সত্যতা, স্বাভাৱিকতা, বাস্তৱ, বস্তুসত্য, যাথাৰ্থ্য, যথাযথতা, প্ৰকৃততা।

অকল্পনা, অকাল্পনিকতা, বস্তুনিষ্ঠা, বাস্তৱবাদিতা। ঐহিকতা; বস্তুকেন্দ্ৰিকতা।

ইহলোক, ইহজগৎ, পাৰ্থিৱজগৎ, জগৎসংসাৰ, ইহসংসাৰ; ভৱপাৰাবাৰ, ভৱসমুদ্ৰ, ভৱসাগৰ, ভৱসিন্ধু, ভৱ, ভৱাৰ্ণব, সংসাৰসমুদ্ৰ, সংসাৰলীলা, ইহলীলা, পাৰ্থিৱজীৱন। পৃথিৱী।

বাস্তৱসত্য, প্ৰকৃতসত্য। বস্তুজগৎ, জড়জগৎ।

বস্তুতন্ত্ৰবাদ, বস্তুতান্ত্ৰিকতা; বস্তুতন্ত্ৰ; বাস্তৱবাদ, বস্তুবাদ।

প্ৰকৃতি, নিসৰ্গ।

**বিণ.** বাস্তৱ, বাস্তৱিক, পাৰ্থিৱ, অস্তিত্বশীল, অস্তিমান।

লৌকিক, প্ৰকৃত, যথাৰ্থ, অকল্পিত, সত্য, সত্তাযুক্ত, নিশ্চিত, অকৃত্ৰিম, বস্তুগত। আচল, সঁচা, আদত। স্বাভাৱিক, প্ৰাকৃতিক, প্ৰাকৃত, নৈসৰ্গিক।

প্ৰকট, প্ৰত্যক্ষ। সত্যভূত, অকাল্পনিক।

ঐহিক, জাগতিক, ইহলৌকিক।

বস্তুকেন্দ্ৰিক, বস্তুবাদী, বাস্তৱবাদী।

বস্তুধৰ্ম্মী, ইন্দ্ৰিয়গ্ৰাহ্য, ইন্দ্ৰিয়গোচৰ।

বিষয়মুখী, বস্তুতান্ত্ৰিক।

**ক্ৰি. বিণ.** বাস্তৱিকপক্ষে, বাস্তৱতে, বস্তুতঃ, প্ৰকৃততে, প্ৰকৃতপক্ষে, আচলতে, যথাৰ্থতে, সঁচা কথা ক'বলৈ হ'লে।

**১২৫ অবাস্তৱতা**

**বি.** অবাস্তৱতা, অস্বাভাৱিকতা, অসম্ভৱতা, অসম্ভাব্যতা, নোহোৱা, নোহোৱা নোপজা, নঘটা, অসম্ভাৱনা, অসম্ভাৱনীয়তা, অচিন্তনীয়তা, অবিশ্বাস্যতা, অবিশ্বসনীয়তা; অলৌকিকতা, অপাৰ্থিৱতা, অতি লৌকিকতা; অলৌকিক কাৰ্য্য; অতীন্দ্ৰিয়তা। অযাথাৰ্থ্য, অমূলকতা; কাল্পনিকতা; অযৌক্তিকতা; ভুল; বিভ্ৰম; মিথ্যা। মায়া। সমাজিক, সপোন।

আকাশ কুসুম, বালিঘৰ, অশ্বডিম্ব, পৰ্ব্বতত কাছৰ কণী।

আকাশত (আলাসত) চাং পতা—। পানীৰ মিঠৈ। উকমুকৰ পোৱালি। বাঁজীৰ পো। শহাৰ শিং, শিয়ালৰ শিং। পাং পতা—।

ভূত, অপচ্ছায়া, ছিদিৰ, অপদেৱতা, উপদেৱতা, উপদেৱ, দেও, দেৱযোনি; প্ৰেতযোনি, শিৱানুচৰ, ভূতযোনি, প্ৰেতজন্ম, ভূতপ্ৰেত, পিশাচ, ভূতাত্মা, প্ৰেতাত্মা; প্ৰেত, পেৰেত, প্ৰেতিনী (স্ত্ৰী), পিশাচ; পিশাচী, পিশাচিনী, শাসন-শালী, ফিচাহিনী, বাটোৱালী; ভূতুনী; জিগিনী। ব্ৰহ্মদৈত্য; বুঢ়া-দেৱতা, বুঢ়া-ডাঙৰীয়া; জলশাই, জলশাই-ডাঙৰীয়া, জলশাই-বলশাই, যখ, কন্ধ, আধামূৰী, কবন্ধ। তাল; বেতাল।

অশৰীৰী, দ'ত, দৈত্য, দানব। জিন; অসুৰ, ৰাক্ষস।

খেতৰ, খেতৰী (স্ত্ৰী)। বাঁক। যখ, যখিনী (স্ত্ৰী); ম'হযখ। ডাকিনী।

প্ৰেততত্ত্ব, প্ৰেততত্ত্ববিদ।

**বিণ.** অবাস্তৱ, অস্তিত্বহীন, অলীক, অসত্য, অলৌকিক, লোকাতীত, লোকোত্তৰ, অপাৰ্থিৱ, অপ্ৰকৃত, অনৈসৰ্গিক, অতিলৌকিক, অনিসৰ্গ, অপ্ৰাকৃত, অবাস্তৱিক; অস্বাভাৱিক, অতিস্বাভাৱিক, অসাধাৰণ, অসম্ভাবিত, অসম্ভৱ, অসম্ভৱপৰ, অসম্ভাৱনীয়, অসম্ভাব্য, নভাবী, অঘটনীয়; অদ্ভুত, বিস্ময়কৰ; সজা, মনে সজা, ইউটোপিয়ান। অমূলক, স্বপ্নৱৎ, ভিত্তিহীন, ভুৱা, অসত্য, মিথ্যাভূত, মিথ্যা; অকল্পনীয়, অচিন্তনীয়, অবিশ্বসনীয়; মায়াময়, সত্তাবিহীন, কাল্পনিক। অযৌক্তিক, অবিশ্বাস্য, বুদ্ধিৰ অগম্য।

ভৌতিক, অতিপ্ৰাকৃত, আধিদৈৱিক; পৈশাচিক।

কালিকা লগা, ভূতে পোৱা, ভূতে লম্ভা, ভূতাবিষ্ট, ছিদিৰীয়া, ভূতাচ্ছন্ন, জয়াৰ, জয়াল।

অপদেৱতাই পোৱা।

**১২৬ অৱস্থা**

**বি.** অৱস্থা, দশা, হাল, গতিক, হাৱভাৱ, চাল-চলন, দস্তুৰ, দা-

দস্তুৰ, ভাবভঙ্গি, ভাব, ধ্যান-ধাৰণা, ধৰণ।
পৰিস্থিতি, পৰিবেশ, প্ৰতিবেশ, আবহাওয়া, পৰিমণ্ডল, পৰ্য্যাবৰণ।
ঘটনাৰ গতি, ঘটনাক্ৰম, ঘটনাচক্ৰ, ঘটনাস্ৰোত, ঘটনাৱলি, ঘটনাপ্ৰবাহ, ঘটনা পৰম্পৰা।
পৰিপ্ৰেক্ষিত, পশ্চাৎপট, পটভূমি, পটভূমিকা।
অৱস্থান্তৰ, অৱস্থাভেদ, পৰিবৰ্ত্তিত পৰিস্থিতি।
পৰ্য্যায়, পৰ্ব।
অৱস্থা বুজি ব্যৱস্থা কৰা—, চল চাই চাপৰি বজোৱা—।
দেশ কাল। দেশ কাল পাত্ৰ, স্থান কাল পাত্ৰ।
পূৰ্বাবস্থা, আগৰ অৱস্থা, পূৰ্বদশা, স্থিতাৱস্থা। পুনৰ্মুষিকো ভৱ।
কামজ দশা [অভিলাষ; চিন্তা; স্মৃতি; গুণকথন; উদ্বেগ; প্ৰলাপ, উন্মাদ, ব্যাধি; জড়তা; মৰণ]।
শৰীৰজ দশা [গৰ্ভবাস; জন্ম; বাল্য; কৌমাৰ, পৌগণ্ড (কৈশোৰ); যৌৱন; স্থাবিৰ্য; জৰা; প্ৰাণৰোধ, বিনাশ]।
বিণ. অৱস্থাগত, অৱস্থাধীন, পৰিস্থিতিৰ অধীন, অৱস্থাসঙ্গত, দেশকালোচিত।
ক্ৰি. বিণ. অৱস্থাগতিকে, অৱস্থাহেতুকে, অৱস্থাবশতঃ, অৱস্থানুসৰি, অৱস্থানুসাৰে, অৱস্থানুযায়ী। অৱস্থা বুজি, ঘটনাক্ৰমে, ঘটনাচক্ৰত পৰি, ঘটনাসাপেক্ষে। এই অৱস্থাত, সেই অৱস্থাত। দৈৱাৎ, দৈৱক্ৰমে, দৈৱবশাৎ, দৈৱবশতঃ। বাধ্যত পৰি। উপায়ান্তৰ হৈ, নেপাই-নথৈ, উপায়বিহীন হৈ। বিবুধিত পৰি, নোৱৰাত, নোৱৰাত পৰি। দস্তুৰ মতে, দেশদস্তুৰ মতে।
সাতে পাচে, সাতে সতৰে, সাতে সোতৰই, পৰিস্থিতিবশতঃ।

**১২৭ অবিদ্যমানতা**

বি. অবিদ্যমানতা, অনস্তিত্ব, সত্তাহীনতা, অস্তিত্বহীনতা, অবৰ্ত্তমানতা, অবিৰাজমানতা। নথকা—।
অনুপস্থিতি, নহা, খতি কৰা—, গৰহাজিৰা।
অন্তৰ্দ্ধান, শূন্যতা, বিহীনতা, ৰিক্ততা, অভাৱ; লয়; দূৰীকৰণ।
বিণ. সত্তাহীন, অস্তিত্বহীন, সত্তাশূন্য; নিঃসত্ত্ব, অবিদ্যমান, অস্তিত্বৰহিত, অবিৰাজমান, অবৰ্ত্তমান; অনুপস্থিত, গৰহাজিৰ।
অলীক; অবাস্তৱ; ভিত্তিহীন।
শূন্য, খালি, নাই, নাস্তি, উহ্য; ৰিক্ত।
ক্ৰি.বিণ. অবিহনে, অবৰ্ত্তমানে, অবৰ্ত্তমানত, নথকাত; অনুপস্থিতিত।

**১২৮ সংৰক্ষণ**

বি. সংৰক্ষণ, ৰক্ষণ, ৰক্ষা, ৰখা—, সুৰক্ষা, সুৰক্ষণ।
ৰক্ষণাবেক্ষণ, তত্ত্বাবধান, তদাৰক, তদাৰকি, তত্ত্বাৱধাৰণ, চোৱাচিতা। খা-খবৰ ৰখা।
জীয়াই ৰখা—, জীপ দি ৰখা—। চিৰস্থায়ী বন্দোবস্ত।
প্ৰতিপালন। সঞ্চয়। প্ৰতিৰক্ষা।
জিম্মা, হেপাজত।
চকুৰে চকুৰে চাই ৰখা—, ৰেকৰ্ড, ধৰি ৰখা—। চাওঁতা-চিতোঁতা।
ৰক্ষণশীলতা, সংৰক্ষণশীলতা।
ৰক্ষণাগাৰ, সংৰক্ষণাগাৰ, মিউজিয়াম, যাদুঘৰ, পুৰাদ্ৰব্যাগাৰ, পুৰাদ্ৰব্যালয়, সংগ্ৰহালয়; আৰকাইভ্‌চ, যেতখানা, মহাফেজখানা।
মেৰ, মেড়, বাখৰ, ভাণ্ডাৰ, শস্যাগাৰ, পণ্যাগাৰ, শস্যভাণ্ডাৰ, ডুলি, ভঁৰাল, গুদাম, গুদামঘৰ; কোষ, কোষাগাৰ।
লকাৰ, চেফডিপোজিট ভল্ট; ভল্ট; চন্দুক, সোণাৰ চন্দুক।
বৰ পেৰা। আলমাৰী।
বান্ধ, ডাম।
বিণ. ৰক্ষিত, সংৰক্ষিত, সুৰক্ষিত, সঞ্চিত, গচ্ছিত, পৰিৰক্ষিত, ৰক্ষণীয়, সংৰক্ষণীয়।
বিণ./বি. সংৰক্ষণশীল, ৰক্ষণশীল।
সংৰক্ষণকাৰী, সংৰক্ষক, ৰক্ষক, ৰক্ষাকৰ্ত্তা; তত্ত্বাৱধায়ক, ৰক্ষণাবেক্ষণকাৰী।

**১২৯ দূৰীকৰণ**

বি. দূৰীকৰণ, বিদূৰণ, দূৰ কৰা—, দূৰীভৱন। আঁতৰ, নিলগ, মচা, মচি পেলোৱা—, মোচন, অপসৰণ, অপসাৰণ। নিবাৰণ।
উৎখাত, উচ্ছেদ, উচ্ছেদন, সমুচ্ছেদ, উচ্ছেদসাধন, উঠাই দিয়া—। ভিকাছন ভঙা—।
ঠুলি পেলোৱা—, মূলোচ্ছেদ, পুলিয়ে পোখাই উঘলা—, পুলিয়ে পোখাই উঠোৱা—, পুলিয়ে পোখাই তোলা—, শিপা উখলা—, সঁচ মৰা—, কণকঠীয়া মৰা—, নিৰ্মূলকৰণ, উচ্ছেদ।
বিতাড়ন, খেদোৱা—, গলত ধৰি বাহিৰ কৰা—, বাহিৰ কৰা, বহিষ্কাৰ, বহিষ্কৰণ, নিষ্কৰ্ষণ, নিষ্কাশন, নিষ্ক্ৰমন। নাম কটা—, নাম কাটি দিয়া—।
শূন্য কৰা—, খালি কৰা—।
স্থানচ্যুতি।
দেশত্যাগ, ভেটি মাটি উচ্ছেদ কৰা—।
বিলুপ্তি।
বিণ. দূৰীকৃত, বিদূৰিত, দূৰীভূত, অপসাৰিত, নিবাৰিত, উচ্ছেদিত, উৎসাহিত, উৎসন্ন, উচ্ছন্ন, উজাৰ। নিশ্চিহ্ন।
নিৰ্মূল, নিৰ্মূলিত, ছিন্নমূল, উন্মূলীকৃত, নিৰ্মূলীকৃত, মূলোচ্ছেদিত।
গৃহচ্যুত, গৃহত্যক্ত।
মূলোৎপাটিত, উচ্ছিন্ন, উচ্ছেদিত, সমুৎসাদিত।
বিতাড়িত, বহিষ্কৃত; নিষ্কাশিত, নিঃসাৰিত। উৎখাতিত।
উচ্ছিদ্যমান।
দূৰীকৰণযোগ্য, অপসাৰণীয়, উৎসাৰণীয়।

উচ্ছেদ্য, উচ্ছেদনীয়, অপনেয়, দূৰপনেয়, উৎসাদনীয়।
**বিণ./বি.** উচ্ছেদকাৰী, উচ্ছেদক, উচ্ছেত্তা; উৎসাৰক, নির্মূলক।
উন্মূলক, উন্মূলয়িতা, মূলোৎপাটক।
উদ্বাস্তু, বাস্তুহীন, বাস্তুত্যাগী, দেশত্যাগী, ভগনীয়া।

**১৩০ অৱলুপ্তি**

**বি.** অৱলুপ্তি, বিলুপ্তি, অৱলোপ, লোপ, বিলোপ, বিলোপসাধন, নিশ্চিহ্ন, নিশ্চিহ্নকৰণ।
বিনাশ, নাশ, বিনাশসাধন, নাশকতা, নাশক, নাশন, নাশোঁতা। ক্ষয়, ক্ষয় হোৱা—।
নিপাত, ধ্বংস, ধ্বংসসাধন, ছাৰখাৰ, ভঙা—, ভাঙি পেলোৱা, চূর্ণ কৰা—; ভাঙি ছিঙি গুড়ি কৰা—।
জহি যোৱা—, জাহ যোৱা—, গেলি পচি যোৱা—, মৰহি যোৱা, গেলিপমি যোৱা—। জীণ যোৱা—। পচন। বংশনাশ, বংশলোপ, বংশক্ষয়, কুলনাশ, কুলক্ষয়, বংশনাশন, বংশধ্বংস, কুলোচ্ছেদ, নির্বংশ, ধুমীয়া, মূলোচ্ছেদ, ভেটিত তিতা লাও গজা—, বংশত বাতি দিবলৈ কোনো নথকা হোৱা—, সবংশে ধ্বংস হোৱা—, উচ্ছন্ন হোৱা—, ছাৰখাৰ হোৱা—। এৰাবাৰী, পোৰা ভেটি। অৱসান, শেষ, নিঃশেষ। দিনাৱসান, দিনশেষ। ৰাত্রিশেষ। প্রলয়, মহাপ্রলয়, কল্পান্ত, কালান্তৰ, তাণ্ডৱ, প্রলয়াগ্নি, কালাগ্নি,কালানল, কেয়ামত, বিপর্য্যয়, সংবৰ্ত্ত। ধ্বংসলীলা, ধ্বংসন, নশ্বৰতা, ক্ষয়িষ্ণুতা, অনিত্যতা, অস্থায়িতা, অস্থায়িত্ব। কালগ্রাসত পৰা—, পঞ্চত্ব প্রাপ্তি, মৃত্যু। অন্তর্দ্ধান।
কালৰ সোঁতত উটি/উটি ভাহি যোৱা—, কাল সমুদ্রত/ সাগৰত হেৰাই যোৱা, মৰি ভূত হোৱা—, পঞ্চত্ব প্রাপ্তি, পৰলোক গমন, পৰলোক প্রাপ্তি, পৰলোকপ্রাপ্ত হোৱা—। হাড়ত বন গজা।
**বিণ.** অৱলুপ্ত, বিলুপ্ত, বিলীন, লোপ পোৱা, লুপ্ত, লীন, নিশ্চিহ্ন, অন্তৰ্হিত, লয়প্রাপ্ত; জাহ।
বিনাশশীল, নশ্বৰ, নাশশীল, অনিত্য, অশাশ্বত, অচিৰস্থায়ী, বিনাশধৰ্ম্মী, বিনাশী, ক্ষয়শীল, মৰণশীল, মৰ, বিনশ্বৰ।
ধ্বংসপ্রাপ্ত, বিধ্বস্ত, তহিলং, খাস্তাং, আকান্দেৰি, বুন্দামাৰ।
ধ্বংসক, ধ্বংসনীয়, বিধ্বংসী, ধ্বংসাত্মক, প্রালয়িক, সৰ্ব্বধ্বংসী।
প্রলয়ঙ্কৰ, প্রলয়ঙ্কৰী, কালান্তক, কালাপাহাড়ী, ক্ষয়প্রাপ্ত, নষ্ট, বিনষ্ট, উচ্ছন্ন, উপান্ত, উৎসন্ন, সসাংগ, নির্মূল, নিশ্চিহ্ন; তিৰোহিত, উজাৰ। নির্বংশ, নির্সঁচ, নিপাত, লুপ্তবংশ, বংশহীন, নিসন্ধি, ধুমীয়া, পিণ্ডলোপ। উবাৰ। আহৰি। মৃত। অন্তৰ্হিত। খতম।
সর্বগ্রাসী, সর্বধ্বংসী।
**বিণ./বি.** নাশক, বিনাশক, বিনাশী, ক্ষয়কাৰক, ক্ষয়ংকৰী, নাশিকা, নাশকৰী।
সর্বঘ্ন, ধ্বংসকাৰী, বিনাশকাৰী, কালাপাহাড়।
কুলনাশক, কুলনাশন।

**১৩১ পৰিব্যাপ্তি**

**বি.** পৰিব্যাপ্তি, বিস্তৃতি, পৰিকীর্ণতা, বিসাৰ, ব্যাপ্তি, প্রসাৰ, বিস্তাৰ, প্রসাৰণ।
বিচ্ছুৰণ, সৰ্বাত্মকতা, সৰ্ব্বব্যাপিতা, বিকিৰণ।
ছতিয়াই দিয়া—, সিঁচৰতি হৈ থকা—, ছাটিধৰা, ঢাকি ধৰা—, বিয়পি পৰা—, বিয়াপক্ত দিয়া—, বিয়াপক দিয়া—।
বিয়াপক, বিয়াপক্ত।
**বিণ.** পৰিব্যাপ্ত, বিস্তৃত, পৰিকীর্ণ, আকীর্ণ, সমাকীর্ণ; সংকুল, সমাকুল, কিলবিল।
লীন, আলীন।
বিক্ষিপ্ত, বিচ্ছুৰিত; খানখান।
বিস্তীর্ণ, প্রসাৰিত, বিস্তৃত।
সৰ্বাত্মক, সৰ্ব্বব্যাপী; সার্বিক।

# ৫ কাল-ধাতু-বয়স



**১৩২ সময়**

**বি** সময়, সময়ৰ কাটা, ঘৰীৰ কাটা, সময়ৰ টিকনি, সময়জ্ঞান, সময়নিষ্ঠা, কালনিষ্ঠা। টাইম, লগ্ন, ক্ষণ, পল, মুহূৰ্ত্ত, ডাঁৱ নিমিষ, নিমেষ, খন্তেক, লহমা। টলক চেগ। কাল, ত্ৰিকাল, কালপ্ৰবাহ, কালধৰ্ম্ম, কালপ্ৰভাব, কালমাহাত্ম্য, কালমহিমা, কালদোষ, কালবেলা, কালবাহ্য। কালশুদ্ধি। কালযাপন, কালক্ষেপ, কালনিৰ্ব্বাহ। কালবিলম্ব। কালগ্ৰাস। কালজ্ঞান, কালজ্ঞ, ত্ৰিকালজ্ঞ। কালচক্ৰ, কালগ্ৰন্থি। কালপূৰ্ণ। কালধৰ্ম্ম, যুগধৰ্ম্ম।

বেলি, বেলিকা, বেলা, বতৰ।

আমোল। তিথি। যথাকাল।

দিন, দিৱা, দিবস। প্ৰতিদিন, প্ৰত্যহ। সপ্তাহ। পক্ষ, পখ, পষেক। মাহ, মাস।

বছৰ, বৎসৰ, সংবৎসৰ। যুগ।

সাময়িকতা, সমসাময়িকতা, কালীনতা। কালানুযায়িতা। কালানুশ্ৰয়িতা, কালানুগমিতা, কালানুসাৰিতা, কালোপযোগিতা, সময়োপযোগিতা। সময়ানুবৰ্ত্তিতা, সময়ানুসাৰিতা, সময়-অসময়, কালাকাল, কালানুবৰ্ত্তিতা। যুগধৰ্ম্মিতা।

কালক্ৰম কালানুক্ৰম, কালসূত্ৰ কালানুসাৰ, সময়ানুসাৰ। কালানুক্ৰমিতা।

কালমান। কালক্ষেপ, কাল-যাপন। কালসীমা। হোৰাবিদ্যা।

ঘৰী, হাতঘৰী, ৰিষ্টওযাচ, জেপঘৰী।

দেৱালঘৰী, এলাৰ্ম ক্লক, টাইমপিচ। ক্ৰনোমিটাৰ, চানডায়াল, বালিঘৰী জলঘৰী শঙ্কু। কোৱাৰ্টজ ঘৰী। কাটা, ডায়েল।

কালনিৰ্ঘণ্ট, কালপঞ্জি, পঞ্জিকা, দিনপঞ্জি, বৰ্ষপঞ্জি, কেলেণ্ডাৰ, দেৱালপঞ্জি, টেবুলপঞ্জি।

ডায়েৰি, দিনলিপি, ৰোজনামচা।

টাইম টেবুল, সময় তালিকা, সময়সূচী।

চেকেণ্ড, মিনিট, ঘণ্টা।

দণ্ড, পলক, পল, বিপল, অনুপল।

পৰ, প্ৰহৰ, দ্বিপ্ৰহৰ। যাম, যামাৰ্দ্ধ, অৰ্দ্ধপ্ৰহৰ।

যুগসন্ধি, কালসন্ধি, কালগ্ৰন্থি।

অয়ণ, উত্তৰায়ণ, দক্ষিণায়ণ। অয়নান্ত।

**বিণ.** সাময়িক, কালীন, সময়োচিত, কালোপযোগী। কালানুসাৰী, কালানুযায়ী, কালানুবৰ্ত্তী। কালক্ৰমিক, কালানুক্ৰমিক, যথাকালীন, কালানুৰূপ।

[সাময়িক] দৈনিক, দৈনন্দিন, প্ৰাত্যহিক। সাপ্তাহিক। পষেকীয়া, পাক্ষিক। মাসিক, মাহেকীয়া, মাহিলি। দুমহীয়া, দ্বিমাসিক, তিনিমহীয়া, ত্ৰৈমাসিক। প্ৰাহৰিক। দ্বি-প্ৰাহৰিক।

সময়নিষ্ঠ, সময়সাপেক্ষ; কালনিষ্ঠ, কালসাপেক্ষ।

কালোচিত। যুগোচিত, যুগধৰ্ম্মী।

**ক্ৰি.বিণ** আজি, আজিলৈ। কালি। কাইলৈ, কালিলৈ। পৰহি। পৰহিলৈ। চ'থা দিনা। চ'থা দিনালৈ।

যোবাবাৰ, যোবাবেলি, যোবা বৈছা, যোবা বছৰ আৰু বেলি। আৰু তেওজ বেলি।

সময়মতে, সময়ত, সময়মতে, যথাসময়ত, যথাকালত, ঠিক সময়ত, যথা সময়ত, যথাকালত।

কাটাই কাটাই। আথে-পথে, আথে-পথে।

ওৰে দিন, ওৰে দিনটো, গোটেই দিনটো, দিনৰ দিনটো, ওৰে ৰাতি, ওৰে ৰাতিটো, ৰাতিৰ ৰাতিটো, গোটেই ৰাতিটো।

টলকতে, নিমিষতে, পলকতে, মুহূৰ্ত্ততে, খন্তেকতে। চেগ বুজি, চেগ চাই। ডাঁৱৰ বাতৰি ডাঁৱে।

**১৩৩ আৱহমানকাল**

**বি** আবহমানকাল, প্ৰবহমানকাল, কালপ্ৰবাহ, কালস্ৰোত, অনন্তকাল, অনাদিকাল, নিৰবধিকাল, অখণ্ডকাল, অক্ষয়কাল, মহাকাল, শাশ্বতকাল, চিৰন্তনকাল, সময়াতীতকাল, স্মৰণাতীত কাল, যুগযুগান্তৰ, যুগযুগান্ত, কোটিকল্প।

কালক্ৰম, কালচক্ৰ, কালগতি।

কালসিন্ধু, কালসমুদ্ৰ, কালাৰ্ণব।

চিৰকাল, যাউতিযুগ, বহুকাল, দীৰ্ঘকাল, সুদীৰ্ঘকাল, বহুদিন, বহুতদিন, বহুযুগ, চিৰদিন, জন্মজন্মান্তৰ, জনম জনম।

ত্ৰিকাল, কালত্ৰয় [ অতীত, ভূত, বৰ্ত্তমান, ভবিষ্যৎ]।

কালজ্ঞান, ত্ৰিকালজ্ঞান, কালত্ৰয়দৰ্শন।

**বিণ** চিৰকালীন, শাশ্বত, যুগমীয়া, যাউতিযুগীয়া, চিৰকলীয়া, চিৰযুগীয়া, চিৰদিনীয়া, বহুযুগীয়া।

**বিণ./বি** ত্ৰিকালজ্ঞ, ত্ৰিকালদৰ্শী।

**১৩৪ চিৰন্তনতা**

**বি** চিৰন্তনতা, চিৰন্তনীয়তা, চিৰস্থায়িত্ব, চিৰকালীনতা; নিত্যতা, ধ্ৰুৱতা, নিৰবচ্ছিন্নতা, অশেষত্ব, অন্তহীনতা, অনন্তত্ব; অবিনাশিতা, অব্যয়ত্ব, অক্ষয়ত্ব, চিৰত্ব।

অমৰতা, অমৰত্ব, অনশ্বৰতা, অবিনশ্বৰতা, ক্ষয়হীনতা, চিৰজীৱিতা, বিনাশহীনতা।

স্থায়িত্ব।

সৰ্ব্বকাল, সৰ্ব্বতিকাল, সদায়।

**বিণ.** অজৰ, অমৰ, অজৰ-অমৰ, অহেল-অজেল, চিৰস্থায়ী, নজহা-

নপমা, চিৰায়মান, চিৰায়ত, চিৰন্তন, চিৰকালীন। সাৰ্ব্বকালিক, সৰ্ব্বকালীন; আবহমান, শাশ্বত, কালাতীত, শাশ্বতী, শাশ্বতিক, ধ্রুপদী, ধ্রব; সনাতন, সদাতন, নিযত্য, নিয়ত। চিৰকালৰ, নিত্যকালৰ।

অশেষ, অনন্ত, অনিঃশেষ, নিৰৱশেষ, অন্তহীন, অনাদি, অনাদ্যন্ত, অসীম, অৱিচ্ছিন্ন; অভগন, অমৰণ-অভগন, অক্ষয়, অব্যয়, ক্ষয়হীন, নাশহীন, অবিনাশী, লয়হীন, অমৰ, অজৰামৰ, অৱিনশ্বৰ, মৃত্যুহীন, মৃত্যুঞ্জয়ী, মৃত্যুঞ্জয়; চিৰায়ু, চিৰায়ুষ্মান, চিৰজীৱী, চিৰঞ্জীৱ, চিৰঞ্জীৱী, স্থিৰায়ু। [দাৰ্শ] চিৰস্থায়ী, নিত্য, নিৰ্বিকাৰ, কূটস্থ [আকাশ; আত্মা; ঈশ্বৰ]। স্থায়ী, জৰাহীন, জৰাৰহিত, বাৰ্ধক্যহীন।

অপৰিৱৰ্ত্তনীয়।

ক্রি.বিণ. সৰ্ব্বতিকালে, নিয়ত, কাললৈ, চিৰকাললৈ।

**১৩৫ সৰ্ব্বদা**

ক্রি. বিণ. সৰ্ব্বদা, সদা, সদা-সৰ্ব্বদা, সদাই, প্রতি নিয়ত, নিত্য, নিয়ত, নিত নিত, নিতে, নিতে-নিতে, নিঁতৌ, নিতে-নিত, নিতু, দিনৌ, প্রতিদিনে, সৰ্ব্বক্ষণ, প্রতিক্ষণ, অনুক্ষণ, অহৰহ, নিৰন্তৰ, নিৰন্তৰে, নিৰৱধি, চিৰকাল, ওৰেও, বাৰেওতিকাল, বাৰেওকাল। ওৰে বছৰ, চিৰদিন, সৰ্ব্বকাল, অনন্তকাল, অন্তকালব্যাপী। অনবৰত, অনবৰতে, অথাকে, অনাবতে, অবিৰতভাৱে, অনৰ্গল, অথাকে, একেৰাহে অবিৰাম, লালী-নিছিগাকৈ, ধাৰাসাৰে, ছেদ-ভেদ নোহোৱাকৈ, জিৰণি নোহোৱাকৈ, অবিশ্রান্তভাৱে। একেৰাহে, একেলেথাৰিয়ে, ধৰাধৰ, একেলালিয়ে, লেলপেল নিছিগাকৈ, লেথে(থা)ৰি নিছিগাকৈ, একেলানিয়ে, বোম্বানলে। ওৰে দিন, ওৰে ৰাতি।

বাৰেওকাল, বাৰেওতিকালে, বাৰেওমাহে, বছৰজুৰি, ওৰেবছৰ।

শতেক দিনে, সৰ্ব্বতিকালে। সততে, সততাই।

বি. নিৰন্তৰতা, অৱিচ্ছিন্নতা, অনৱচ্ছিন্নতা, অবিৰতি, বিৰামবিহীনতা, ছেদহীনতা, অখণ্ডতা।

সদাকাল। সৰ্ব্বতিকাল।

বিণ. চিৰন্তন, চিৰকালীন, সৰ্ব্বকালীন। অবিৰত, অবিশ্রাম, অবিশ্রান্ত।

**১৩৬ পৌনঃপুনিকতা**

বি. পৌনঃপুনিকতা, পৌনঃপৌন্য, বাৰংবাৰতা; পৰ্য্যাবৃত্তি; ক্রম; পুনৰাবৃত্তি। ফ্রিকুয়েন্সি, কম্পনাংক।

একৰূপতা, সমানুৰূপতা। ব্যাপাৰভেদাভাৱ।

ৰুটিন, সময়সূচী; খেপ, পাল। চক্র।

পুনৰুত্থান, পুনৰুদ্ভৱ, পুনৰুৎপত্তি; পুনৰ্জীৱন।

দোবাৰ্ডাৰ।

বিণ. পৌনঃপুনিক, পুনৰাবৃত্ত, পৰ্য্যাবৃত্ত। পলীয়া।

ক্রি.বিণ. বাৰে বাৰে, পৈ পৈ কৈ, বাৰেপতি, বেলিয়ে পতি, ঘনাই, ঘনকৈ, ঘনে ঘনে, ঘনে পতি, ঘনাই ঘনাই, দফে দফে, পাকে পাকে, পাকে প্রতি, ঘূৰি ঘূৰি, উলটি-পালটি, ঘূৰাই ঘূৰাই, উবাই-ঘূৰাই, উপৰ্য্যপৰি, আৰু বাৰ, আৰু এবাৰ, বাৰম্বাৰ, আকৌ, পুনঃ, পুনঃ পুনঃ, দুনাই; পুনৰায়, দোহোৰাই, দোৱাই, পুনৰপি, পুনশ্চ, পুনৰ্বাৰ।

ক্ষণে ক্ষণে, ক্ষণে পতি, প্রতিক্ষণে, মুহুর্মুহুঃ।

কেতিয়াবা কেতিয়াবা, মাজে মাজে, মাজে সময়ে। আঠে-পষে। এবেলি।

বছৰে বছৰে, প্রতি বছৰে। মাহে মাহে, প্রতিমাহে।

দিনে দিনে, প্রতিদিনে।

আঠো পৰে, অষ্ট প্রহৰে।

**১৩৭ ধাৰাবাহিকতা**

বি. ধাৰাৱাহিকতা, পৰম্পৰা, পাৰম্পৰ্য্য, অনৱচ্ছেদ, ধাৰা, ধাৰানুযায়িতা। গতানুগতিকতা। ঐতিহ্যানুযায়িতা।

অৱিচ্ছিন্নতা, ক্রমিকতা।

ক্রম, অনুক্রম, যথাক্রম, ক্রমান্বয়, অনুক্রমিকতা। ক্রমানুসাৰিতা, ক্রমিকতা, ক্রমান্বয়তা, ক্রমাগম, ক্রমপৰ্য্যায়।

অনুপূৰ্ব, আনুপূৰ্ব, অনুলোম, আনুপূৰ্বিকতা। সূত্ৰ।

বিণ. ধাৰাবাহিক, ধাৰানুযায়ী, ধাৰানুসাৰী, ধাৰাবাহী। ক্রমিক, অনুক্রমিক, ক্রমানুসাৰী, ক্রমাগত, ক্রমানুযায়ী, আনুপূৰ্বিক, আগৰ পৰা গুৰিলৈ, আদিৰ পৰা অন্তলৈ, আদ্যোপান্ত, পৰম্পৰানুযায়ী, যথাক্রমিক, পূৰ্বাপৰ। চক্রাকাৰ। ঐতিহ্যানুযায়ী।

ক্রি. বিণ. ধাৰাবাহিকভাৱে, এটাৰ পিচত এটাকৈ, ইটোৰ পিচত সিটোকৈ, ক্রমাগত, ক্রমান্বয়ে, ক্রমে, একাদিক্রমে।

ক্রমশঃ, ক্রমে ক্রমে, উত্তৰোত্তৰ, কোবত কোবে, দোপত দোপে, তালকে তালকে, খাপত খাপে।

অব্য./ক্রি-বিণ. অতঃপৰ, ততঃপৰ, অনন্তৰ, তদনন্তৰ, তাৰ পিচত, ইয়াৰ পিচত।

বি. [পৰম্পৰা বৈভিন্ন্য] কালানুসাৰিতা, কালানুক্রমিকতা, কালানুবৰ্ত্তিতা। সংখ্যানুক্রম। বৰ্ণনানুক্রম, অক্ষৰানুক্রম।

বিণ. কালানুসৰি, কালানুযায়ী, কালানুক্রমিক, কালানুবৰ্ত্তী। বৰ্ণানুক্রমিক, অক্ষৰানুযায়ী। সংখ্যানুক্রমিক। একান্তৰ, এটাৰ পিচত এটাকৈ।

**১৩৮ প্রচলন**

বি. প্রচলন, চলন, চলন্ত, চলিত, ব্যৱহাৰ।

প্রচলিত ৰীতি।

বিণ. প্রচলিত, চলতি, চলিত, চালু; বহুপ্রচলিত, চিৰপ্রচলিত; চিৰাচৰিত, চিৰকালীন।

প্রচলনযোগ্য, চলনযোগ্য, প্রচাৰযোগ্য।

দস্তুৰমত, প্রথানুসৰি, প্রথামত।

বিণ./বি. প্ৰচালক।

**১৩৯ অপ্ৰচলন**

বি. অপ্ৰচলন। বিধৰণ।

ধোঁৱা চাঙত তোলা—, উঠাই দিয়া—, উঠি যোৱা—।

বিণ. অপ্ৰচলিত। অচল, অচলিত। অব্যৱহৃত। বাতিল, তামাদি, খাৰিজ। বিধাৰণ।

**১৪০ ক্ষিপ্ৰতা**

বি. ক্ষিপ্ৰতা, দ্ৰুততা, দ্ৰুতি, শীঘ্ৰতা, সত্বৰতা; ত্বৰায়ণ, ত্বৰণ, তৎপৰতা, তজবজনি। হুৰাহুৰি, লৰালৰি, লৰা-ঢপৰা, খৰখৰ, উথপথপ, কোব, বেগ, বেগা-বেগি, সোনকাল, খৰপোচ, খৰখেদা, খদমদম, ততাতৈয়া, ততাভুকুতা, তৰা-নৰা, তৰি-গৰি, হঁটাই-টাই, আটাই-টাই। হুৰমুৰ, উকচ্ কচ্, নাকে মুখে গোজা—, খকমক, খকা-মকা, সময়ৰ টনাটনি। খৰখোজ; কুকুৰ খোজ, কুকুৰ লৰ।

অবিলম্ব। উৰ্দ্ধশ্বাস।

দ্ৰুতবেগ, দ্ৰুতগতি, ক্ষিপ্ৰগতি, তড়িদগতি, নক্ষত্ৰগতি, বিজুলীসঞ্চাৰ, বিজুলী চমক, বিদ্যুদ্বেগ, বায়ুবেগ, মহাবেগ। পৱন সঞ্চাৰ, বায়ুসঞ্চাৰ।

বিণ. খৰ, দ্ৰুত, ক্ষিপ্ৰ, আশু, কোবাল, ত্বাৰিত, ত্বৰান্বিত, তুৰন্ত, অবিলম্বিত। অৱশাব্দিক, ইনুফ্ৰাচনিক। অতিশাব্দিক, চুপাৰচনিক।

বেগৱান, বেগী, বেগৱন্ত, বেগাল, জোৰালী, শীঘ্ৰগামী, দ্ৰুতগতি, দ্ৰুতগামী, দ্ৰুতগতি, দ্ৰুতচাৰী, ক্ষিপ্ৰগতি, ক্ষিপ্ৰগামী। পৱনগতি, বায়ুগামী, বায়ুবেগী, মহাবেগী।

খৰখুজীয়া, কুকুৰ খুজীয়া।

তত নোপোৱা, তত নিদিয়া, বাট নোচোৱা।

প্ৰত্যুৎপন্ন।

টপটপীয়া, ছটবটীয়া, ছটফটীয়া, তজবজীয়া, টপটলৌ।

আফৰী, খৰতকীয়া, খণ্ড-পুষ্প, টকটকীয়া। আস্ত-ব্যস্ত।

ক্ৰি. বিণ. লৰালৰিকৈ, তৰাতৰি, সোহাই, বেগেতে, বেগেতাই, বেগাবেগিকৈ, খৰতৰ, বেগাই, গিৰিসাই, গিৰিপ কৰে, ঘপৰাই, ঘপহাই, খপাখপ, কপাকপ, দৰদৰি, শীঘ্ৰে, সোনকালে, ততালিকে, টপৰাই, সটৰাই, গিৰিসাই, খচৰাই, পটাপট, খপ কৰে, ঘপ কৰে, ঘপহ কৰে, ঘপৰাই, ঘপাঘপ, টপাটপ, পটাপট, টপৰ টপৰ, পাকতে, নিমেষতে, চকুৰ পচাৰতে, টাপচকৈ, টিক টিককৈ, টিকটিকাই, ততাতৈয়াকৈ, ততাভুকুতাকৈ, তপতে তপতে, পলকতে, চকুৰ পলকতে, খৰকৈ, খৰখেদাকৈ, খপজপকৈ, খকমককৈ, লগে লগে, লৰা-ঢপৰাকৈ, খৰধৰ কৈ, হুৰমুৰকৈ, ধুমাধুমিকৈ, আস্তব্যস্তকৈ, ব্যস্ত-সমস্তকৈ, বেগাবেগিকৈ।

অচিৰে, অবিলম্বে, দ্ৰুতবেগে, দ্ৰুতগতিত, বিজুলী চমকে, বিজুলী সঞ্চাৰে, বিশ্বাশবদে, বিশ্বাদশবদে, পৱনবেগে, বায়ুবেগে, বায়ুসঞ্চাৰে, হিলদল ভাঙি, কোকানলে। তৰাতৰি, তিৰ তিৰকৈ, তৰানৰা ছিঙি, ৰুদ্ধশ্বাসে, ৰুদ্ধশ্বাসগতিৰে, উধাতু খাই, লৰা-ঢপৰা কৰি, লৰালৰিকৈ, লৰালৰি কৰি, দৌৰাদৌৰি কৰি। খৰখুজীয়াকৈ। দপাটকৈ, খকৰ মকৰকৈ, খকামকাকৈ, জটোপটোকৈ। কোবাকুবিকৈ, একে কোবে। একে তিলে, একে তিলতে, টিলিকিতে, তিনি টিলিকিতে। ফেঁটি সাপৰ মূৰ ছিঙা খোজেৰে, দক্ষিণা ল'বলৈ যোৱা বামুণৰ খোজেৰে, উজুটিত ওফৰাই নিয়াদি, সতকাই, সতৰাই, জটৰাই, চিধাই, চিধাচিধি, সাউৎ কৰে, বেগতে, একে চিপতে, একে চোঁচায়, একে শোহায়।

**১৪১ মন্থৰতা**

বি. মন্থৰতা, ধীৰতা, শ্লথতা, মন্দতা, মন্দত্ব।

মন্দগতি, ধীৰগতি, শ্লথগতি।

অলসগমন, ধীৰগমন, মন্দগামিতা, ধীৰগামিতা।

গজেন্দ্ৰগমন। ৰাজহংসগতি। কইনাবুলন।

আলম-বিলম, গহৰি। ঢিমা, ঢিমা-তেতেলা।

খোজটোত ৰোজটো কৰা—।

বিণ. মৃদু-মন্দ, লেহেম, মেনেকা, হেলেম-হেতেম, লেধা, লেধেম, গা-গধুৰ। মিহমিহীয়া, ওদা, মেদা, সালসী, গেধা, দগা, দগলা খোৱা।

ক্ৰি. বিণ. ধীৰে ধীৰে, ধীৰেৰে, লাহে লাহে, লাহেকৈ, আস্তে, আস্তে আস্তে, আস্তেকৈ, আলম বিলমকৈ। ধীৰে-শাঁতে, জুৰে শাঁতে, জুৰে জুৰে, লাহে-ধীৰে, মাৰোক-পানী কৈ, ধীৰে-সুস্থিৰে। লেংকুচ লেংকুচ কৰি, খোৰাই খোৰাই, লেকেচিয়াই লেকেচিয়াই। অলসভাৱে, মন্থৰগতিৰে, বৈ বৈ।

**১৪২ আৰম্ভ**

বি. আৰম্ভ, শুৰু, ছুৰু, সমাৰম্ভ, শুভাৰম্ভ, আৰম্ভণি, ওৰা, আড়ম্বৰ, সূচনা, সূত্ৰপাত, উপক্ৰম, প্ৰাৰম্ভ; অৱতাৰণা, অৱতৰণিকা, প্ৰস্তাৱনা, উত্থাপন, উপক্ৰমণিকা, ভূমিকা, মুখবন্ধ, পাতনি।

গোড়াপত্তন, প্ৰতিষ্ঠা, উপস্থাপন, পত্তন, প্ৰৱৰ্ত্তন, প্ৰৱৰ্ত্তনা, স্থাপনা, স্থাপন, ভিত্তিস্থাপন, ন-পাতন, নৱাৰম্ভ, উৎপত্তি, উদ্ভৱ, উদ্‌গম, সমুদ্ভৱ, উৎপতন, উদয়, সমুদয়, অভ্যুদয়, উত্থান, অভ্যুত্থান, সমুত্থান, উন্মেষণ, উন্মেষ, উন্মীলন, সমুদ্‌গম, সমুৎপত্তি, স্ফুটন, স্ফুৰণ।

উদ্ৰেক, সঞ্চাৰ। আবিৰ্ভাব, আবিষ্কাৰ। প্ৰবেশ, উদঘাটন, উদ্বোধন, দ্বাৰোদঘাটন, উন্মোচন, দ্বাৰোন্মোচন, দুৱাৰ মুকলি। বহনি।

প্ৰথমাবস্থা, প্ৰথম ধাপ, প্ৰাথমিক স্তৰ, প্ৰাথমিক অৱস্থা; অঙ্কুৰ, উষালগ্ন, উষাকাল, আদিমতা।

আদি, উৎস, মূল। ভিত্তি, বুনিয়াদ, মূলভিত্তি।

অ-আ ক-খ। প্ৰস্তুতি, প্ৰস্তুতি পৰ্ব্ব।

জন্ম, সৃষ্টি।

পুনৰাৰম্ভ, প্ৰত্যাৰম্ভ। ন-পাতন, নৱাৰম্ভ।

শুভসূচনা।

**বিণ.** পোনপ্ৰথম, **প্ৰথম**।

**আৰব্ধ, সমাৰব্ধ**, প্ৰাৰব্ধ, কৃতাৰম্ভ।

অভ্যুদিত, উদিত, উদ্‌গত, অভ্যুত্থিত। উদ্ভূত, সমুদ্‌গত, **উন্মেষিত, উন্মীলিত**, উৎপতিত, উৎপন্ন, উপক্ৰান্ত।

**স্থাপিত, প্ৰতিষ্ঠিত, প্ৰতিষ্ঠাপিত**, সংস্থাপিত, প্ৰবৰ্ত্তিত। লাগু।

**উদ্ভাৱিত, আবিষ্কৃত**।

আভ্যুদয়িক, উদীয়মান।

আদি, আদ্য, **আদিভূত**, আদিম, প্ৰথম, প্ৰাৰম্ভিক, আৰম্ভণী। **আৰম্ভণীয়, প্ৰাথমিক, প্ৰবেশিকা**। প্ৰাগৈতিহাসিক।

বুনিয়াদি।

**স্থাপনীয়**, স্থাপন কৰিবলগীয়া, উপস্থাপনীয়।

**বি./বিণ.** সূচনাকাৰী, সূত্ৰপাতকাৰী, সূচক, আৰম্ভকাৰী, আৰম্ভক, উপক্ৰমকাৰী।

প্ৰতিষ্ঠাকাৰী, প্ৰতিষ্ঠাতা, পত্তনকাৰী, প্ৰতিষ্ঠাপয়িতা, স্থাপক, স্থাপয়িতা, সংস্থাপক, সংস্থাপয়িতা, **প্ৰবৰ্ত্তনকাৰী, প্ৰবৰ্ত্তক, প্ৰবৰ্ত্তয়িতা**। সঞ্চাৰক, উদ্ৰেককাৰী। উদ্বোধক, উন্মোচক, উদ্বোধনকাৰী, উদ্‌ঘাটক, দ্বাৰোদ্‌ঘাটক, দ্বাৰোন্মোচক।

**[বিপ.]** অশুভসূচনা, কলিতে কেৰোণ। কলিতে মৰহা।

**[বিপ.]** আদিহীন, উৎপত্তিহীন, অনাদি; আত্মভূ, স্বয়ম্ভু; আদিঅন্তহীন, অনাদ্যন্ত, অপ্ৰতিষ্ঠিত।

**ক্ৰি. বিণ.** ৰমৰমিতে, পোনতে, পোনেই, আৰম্ভণিতে, প্ৰথমে, প্ৰথমতে, পোনপ্ৰথমে, আদিতে।

**১৪৩ সমাপ্তি**

**বি.** সমাপ্তি, শেষ, শেহ, শেহান্তৰ, পৰিসমাপ্তি, পৰিশেষ, ওৰ, অন্ত, অৱসান, ইতি, অৱধি, সমাপন, সমাধা, সম্পূৰ্ণ, নিষ্পাদন, যতি, সাং, খতম। আধ্যা **পৰা**—, আধ্যা পেলোৱা—, নাম থোৱা।

নিঃশেষ, নিবৃত্তি, ছেদ, অন্তিমতা, উপসংহাৰ, পৰিশিষ্ট।

যৱনিকা পতন।

সংক্ৰান্তি; মাহৰ শেষ, মাসান্ত। দিনান্ত। পক্ষান্ত। বৰ্ষান্ত। শেষাৱস্থা। ঢুকোৱা—।

**বিণ. সমাপ্ত, পৰিসমাপ্ত, সম্পন্ন, পূৰ্ণ, নিষ্পন্ন, সমাপিত, সম্পূৰ্ণ, সমাপন্ন।**

**শেষ, খতম, নিঃশেষিত, পৰালি পৰা—।**

**অস্তমিত, অস্তগত।**

**অন্তিম। সামৰণী।**

**অস্তায়মান, অস্তগামী, অস্তোন্মুখ।**

**মাসান্তিক, পক্ষান্তিক, বৰ্ষান্তিক।**

**সমাপ্য, সমাপনীয়, নিঃশেষণীয়।**

**শেহতীয়া, শেহুৱা, নুমলীয়া, পাচতীয়া।**

**বিণ./বি. নিষ্পাদক, সমাপক, সমাপিকা (স্ত্ৰী), সমাপনকাৰী।**

**ক্ৰি.বিণ. শেষত, শেহত, শেহান্তৰত, অৱশেষত, অন্তত, অৱসানত,** পৰিশেষত, সামৰণিত। মূৰত, মূৰকত, মূৰেকত, গৈ থৈ। শেহতীয়াকৈ, নুমলীয়াকৈ। পাচতীয়াকৈ।

**১৪৪ বিৰাম**

**বি.** বিৰাম, বিৰতি, ছেদ, ছেদ-ভেদ, খতিখন, খতিক্ষণ, ফাঁক, নিবৃত্তি। অৱসৰ, তত, তৰণি, অৱকাশ; জিৰণি; ক্ষান্তি, বিশ্ৰাম, চুৰ্ত্তি, তত-চুৰ্ত্তি। তৎ-ভৎ।

বিৰাম চিহ্ন, যতি চিহ্ন।

**বিণ.** বিৰত, ক্ষান্ত, নিবৃত্ত।

**ক্ৰি. বিণ.** জিৰাই শঁতাই, বৈ-মেলি, ধীৰে-শাঁতে, ধীৰে-শাঁতিৰে, আস্তে-সুস্থে। এৰা-ধৰাকৈ, এৰা-এৰিকৈ, এৰি-এৰি, মজামজিকৈ, মাজে মাজে। আধা-আধিকৈ, আধা-ডুখৰীয়াকৈ। ছেগা-চোৰোকাকৈ।

**১৪৫ পৰ্য্যন্ত**

**অব্য.** পৰ্য্যন্ত, লৈ, লৈকে, অৱধি, সমন্ধি, যেতিয়ালৈকে, তেতিয়ালৈকে।

**ক্ৰি. বিণ.** অতদিন, ততদিন, আজিও, অদ্যাপি, অদ্যাবধি, অদ্যপৰিমিত, এই পৰিমিত, আজি পৰ্য্যন্ত, অতদিন পৰ্য্যন্ত, আজিলৈকে, আজিকোপতি, এই পৰ্য্যন্ত, সেই পৰ্য্যন্ত, এতিয়াও, আজিও।

অতপৰ, অতবেলি, অতপৰে, এতেপৰে, ইমান পৰে, ইমান বেলি।

যতদিন, যদ্যপি, যদবধি, যেতিয়ালৈকে, যি পৰ্যন্ত, তেতিয়ালৈকে, সেই পৰ্যন্ত।

কতদিন, কতকাল। কেতকাল।

ততদিন, ততকাল।

যেতিয়া, যেতিয়াৰ **পৰা**,. তেতিয়াৰ পৰা। তাৰে পৰা।

কিমান দিনত, **কেইদিনত**; তিমান দিনত, সিমান দিনত।

এবাৰ, এবাৰতে, এককালীন।

**১৪৬ ম্যাদ**

**বি.** ম্যাদ, মিয়াদ, ধাৰ্য্যসময়, সময়সীমা, নিৰ্দ্দিষ্ট সময়, নিৰ্দ্ধাৰিত সময়, খঁতিৰা, কালসীমা, বন্ধাসময়।

**বিণ.** ম্যাদী; দীৰ্ঘম্যাদী; হ্ৰস্বম্যাদী; **স্বল্পম্যাদী**।

**পাঁচ বছৰীয়া; দহ বছৰীয়া।**

**ক্ৰি. বিণ. বহুদিন, ভালেদিন, অনেক দিন, বহুত বেলি, বহুত পৰ। অলপদিন। অলপ সময়, কিছুকাল, কিছুসময়, কেইদিনমান, কিছুদিন।**

**দীৰ্ঘদিন ধৰি, দীৰ্ঘকাল ধৰি, অনেকদিন ধৰি, বহুকালৰ পৰা, বহুদিনৰ পৰা, সুদীৰ্ঘকালৰ পৰা, চিৰকালৰ বাবে, চিৰদিনৰ বাবে। চিৰতৰে।**

**তেতিয়াৰ পৰা, তাহানিৰ পৰা, তাহানি কালৰ পৰা, সেইদিন ধৰি।**

**১৪৭ সময়ানুৱৰ্ত্তিতা**

বি. সময়ানুৱৰ্তিতা, সময়নিষ্ঠা, কালজ্ঞান, কালবোধ। নিৰ্ধাৰিত সময়, যথাসময়, ঠিকসময়, যথাকাল।

বিণ সময়ানুৱৰ্ত্তী, সময়নিষ্ঠ।

ক্ৰি. বিণ. যথাসময়ত, ঠিকসময়ত, সময়মতে, যথাকালত, তালে-ঘাতে, সময় অনুসৰি, কাটাই কাটাই।

**১৪৮ ইতিপূৰ্বে**

ক্ৰি.বিণ. ইতিপূৰ্বে, ইয়াৰ আগতে; আগতে, পূৰ্বতে, পূৰ্বে; প্ৰথমে, আগৰপৰা, আগে ভাগে।

অলপ আগতে, এইমাত্ৰ, অব্যৱহিত পূৰ্বে।

ইতিমধ্যে, ইত্যৱসৰে, ইয়াৰ মাজতে, মাজতে, কিছুদিন আগতে।

**১৪৯ পিছত**

ক্ৰি. বিণ. পিছত, শেষত, অৱশেষত, শেষকালত, পৰিশেষত।

কোনোদিনে, কোনোকালে, কোন কাহানি, কোন কাহানিয়েই, কোন কেতিয়াই, কেতিয়াবাতেই। কেতিয়াও।

তাৰ পিচত, তদন্তৰ, তদনন্তৰ।

কালক্ৰমত, কালে কালে।

তেতিয়া, তেতিয়াই, তৎক্ষণাতে, তদ্দণ্ডে, সেই সময়তে, আগতেই, পূৰ্বতেই।

**১৫০ বিলম্ব**

বি. বিলম্ব, পলম, গহৰি, আলম-বিলম, আটি-মুটি, দেৰি। বহুত পলম, বহুত দেৰি, অতি বিলম্ব, অতি পলম।

বহুত সময়, বহুক্ষণ, বহুযুগ, বহুকাল; সুদীৰ্ঘদিন, দীৰ্ঘকাল, দীৰ্ঘদিন; অনেক দিন, অনেক বছৰ, অনেক কাল।

কালক্ষেপণ, কালবিলম্ব। কালাতিপাত, কালক্ষয়, কালাত্যয়; দীৰ্ঘসূত্ৰতা। ইতস্ততঃ। আলম-বিলম। ক্ষণবিলম্ব, সামান্য দেৰি।

অপেক্ষা। মন্থৰতা। আলস্য। অচেষ্টা। জাড্য।

বিণ. বিলম্বিত, দেৰি, মন্থৰ।

মুলতুবী, স্থগিত।

বিণ./বি. বিলম্বী, বিলম্বকাৰী, দীৰ্ঘসূত্ৰ, দীৰ্ঘসূত্ৰী।

**১৫১ প্ৰতীক্ষা**

বি. প্ৰতীক্ষা, অপেক্ষা, বাট চাই ৰোৱা—, বাট চাই থকা—, দিন লেখি থকা—। পদূলিলৈ চাই থকা—। বৈ থকা—।

বোন্দাপৰ। চ(ছ)বুৰ।

অধীৰতা, উন্মুখতা।

আশা, প্ৰত্যাশা।

চোপনি, চোপলোৱা—, জোপ লোৱা—, খাপ, খাপপিটা—খাপদিয়া, খাপ লোৱা—।

অপেক্ষালয়, প্ৰতীক্ষালয়, ওৱেটিং ৰুম, বিশ্ৰামাগাৰ।

বিণ. প্ৰতীক্ষিত, বহুপ্ৰতীক্ষিত, অপেক্ষিত, প্ৰত্যাশিত।

বিণ./বি. অপেক্ষমাণ, অপেক্ষক, অপেক্ষাকাৰী, প্ৰতীক্ষমান, প্ৰতীক্ষাৰত, প্ৰতীক্ষী। প্ৰতীক্ষক।

উদগ্ৰীৱ, উৎসুক, উন্মুখ, প্ৰত্যাশী; ব্যাকুল।

সাজু, সষ্টম, ওলাই থকা—, প্ৰস্তুত।

[অনুজ্ঞাৰ্থক] ৰ'বা, ৰ'বাচোন, ৰ'বাচোন ৰবাঁ, ৰ'বা দেই, ৰোৱাচোন, ৰ'বি; ৰ'বদেই, ৰ'বচোন।

**১৫২ নতুনতা**

বি. নতুনতা, নতুনত্ব, নৱত্ব, নব্যত্ব, নব্যতা, নৱীনত্ব, নৱীনতা; অভিনৱত্ব, অভিনৱতা, অপূৰ্বতা; আধুনিকতা, অত্যাধুনিকতা; উগ্ৰ আধুনিকতা। অভূতপূৰ্বতা।

আধুনিকীকৰণ।

নৱীকৰণ, নৱীভৱন; জীৰ্ণোদ্ধাৰ, জীৰ্ণসংস্কাৰ।

বিণ. নতুন, নবীন, ন, অভিনৱ, অপূৰ্ব; আধুনিক, অত্যাধুনিক।

নৱ, নব্য।

অভূতপূৰ্ব, অধুনাতন, অৰ্বাচীন, সৰব-ন।

সতেজ; কেঁচা। তাজা, টাটকা।

নৱগঠিত, নৱনিৰ্মিত; নৱীভূত, পুনৰ্গঠিত।

নৱজাত, সদ্যোজাত। অনাঘ্ৰাত।

চিৰ নতুন, চিৰনবীন। নিৰ্জৰ।

বিপ. গেলা, লৰা (মাছত খাটে), গেলা-পচা, উৱলি যোৱা।

**১৫৩ বৰ্ত্তমান**

বি. বৰ্ত্তমান, বৰ্ত্তমান কাল, সাম্প্ৰতিক কাল, আজিকালি, আজি, অদ্য। ইবাই, ইবাৰ, এইবাৰ।

সাময়িকতা, সমসাময়িকতা, সমকালীনতা।

আধুনিক কাল, আধুনিক সময়। উপস্থিত কাল।

ক্ৰি. বিণ. আজিয়েই আজিতে, আজি-কালি কৰি। আজিকোপতি, আজিকো প্ৰভৃতি, আজিলৈকে, আজিপৰ্য্যন্ত, অদ্যাৱধি।

আজিধৰি।

আজি-কালিলৈ।

এতিয়া। এতিয়াই; এতিয়ামানে; এতিয়ালৈ, অথন; এতিয়াৰ পৰা; এই সময়ত, সম্প্ৰতি, এই মুহূৰ্ত্তত, বৰ্তমান কালত।

এইমাত্ৰ। এইবেলা। এখেন, এখোন, এচোন, অথন, সাম্প্ৰতিকে, সম্প্ৰতি।

**১৫৪ প্ৰাচীনতা**

বি. প্ৰাচীনতা, প্ৰাচীনত্ব; প্ৰাগৈতিহাসিকতা; আদিমতা; তৎকালীনতা।

অতীত, অতীতকাল, পুৰাকাল, পূৰ্ব, পুৰা, আদিকাল, প্ৰাচীনকাল, আদিযুগ, আদিমযুগ, উত্তীৰ্ণকাল, ভূতকাল, পুৰাকল্প, পূৰ্বকাল, পূৰ্বযুগ, বিগতকাল, বিগতদিন, বিগতযুগ, প্ৰাক্কাল; স্মৰণাতীত কাল, এৰি অহা দিন, আগৰ দিন, পুৰণি দিন, মনত নপৰা দিন।

মান্ধাতাৰ আমোল।

প্ৰাগৈতিহাসিক যুগ; অন্ধযুগ, অন্ধকাৰযুগ।
সত্যযুগ, দেৱযুগ, ধৰ্ম্মযুগ; ত্ৰেতাযুগ। দ্বাপৰযুগ।
প্ৰস্তৰ যুগ; নৱপ্ৰস্তৰ যুগ; তাম্ৰযুগ; নৱতাম্ৰযুগ; লৌহযুগ, কলিযুগ। মধ্যযুগ।
ইতিহাস, ইতিকথা, অতীতবৃত্তান্ত, ইতিবৃত্ত, পুৰাতত্ত্ব, পুৰাবৃত্ত, পুৰাকথা; কিংবদন্তি। পুৰাণ, প্ৰত্ন, প্ৰত্নতত্ত্ব, প্ৰত্নবিদ্যা।
পূৰ্বপুৰুষ।
ধ্বংসাৱশেষ। পুৰাতন স্থান।
বিণ. প্ৰাচীন, সু-প্ৰাচীন, প্ৰবীণ। পুৰাতন, পুৰাতনীয়া, পুৰণা, পুৰণি, নিগাজি, আওপুৰণি, আৰণি-পুৰণি, অনেক-কলীয়া, বহুদিনীয়া, বহুকলীয়া, চিৰন্তন, চিৰস্থায়ী। অতীত, বিগত, গত, অতিক্ৰান্ত, সমতীত, যাত।
তাহানি দিনৰ, তাহানিকলীয়া, পুৰণিকলীয়া, আগৰদিনীয়া, আগৰকলীয়া, তদানীন্তন, তৎকালীন, তাৎকালিক পূৰ্বকালীন, পূৰ্বকালৰ; প্ৰাচীনকালৰ, আগৰ যুগৰ, আগৰকালৰ, আজোককাৰ দিনৰ, পূৰ্ব্বপুৰুষৰ দিনৰ, পৌৰ্বিক, পুৰাগত, বহুকালৰ, বহুকলীয়া; মান্ধাতাৰ যুগৰ, মান্ধাতাযুগীয়া, মধ্যযুগীয়া। বোপা-কালৰ, চা (ছা) বেক। সাতামপুৰুষীয়া, কৌটিকলীয়া। পূৰ্বতন, প্ৰাক্তন, ভূতপূৰ্ব, পূৰ্ববৰ্ত্তী।
আদিম; প্ৰাগৈতিহাসিক; ঐতিহাসিক।
কিংবদন্তিমূলক।
বিণ./বি. অতীতবেত্তা; ঐতিহাসিক, ইতিহাসবিদ, বুৰঞ্জীবিদ; ইতিবৃত্তকাৰ; পুৰাতত্ত্বজ্ঞ, পুৰাতত্ত্ববিদ, পুৰাবিৎ, পুৰাতাত্ত্বিক; প্ৰত্নতাত্ত্বিক, প্ৰত্নতত্ত্ববিদ,প্ৰত্নতত্ত্বজ্ঞ, প্ৰত্নতত্ত্ববেত্তা, প্ৰত্নবিদ। প্ৰাচীনপন্থী, ৰক্ষণশীল।
ক্ৰি. বিণ. তেনেতে, তেতিয়া, তেতিয়াই, সেই সময়ত, সেই কালত, তেকালে, তেখনে। ইতিপূৰ্বে। এসময়ত, একালত, বহুতদিন আগতে, অনেকদিন আগত, আগতে, অতীতত, পূৰ্বে, সেইকালত।
কোন কেতিয়াই, কোন কেতিয়াবাই, কোন কাহানিবাই।
কাহানি; কাহানিকৈ। নিগাজিকৈ।
কালি, পৰহি।
সিবাই, সিবাৰ, সি-বৈছা, সিবছৰত, আৰু বেলি; তেওজ বেলি, আৰু তেওজ বেলি।
তাহানি, তাহানিতে, তাহানিখনতে, তাহানিকালতে। আনকালে, আনখন, আনদিন, আনদিনা, অন্যদিনা।

১৫৫ ভৱিষ্যৎ

বি. ভৱিষ্যৎ, ভাবীকাল, ভাবীযুগ, ভৱিষ্যতকাল, উত্তৰকাল, অনাগতযুগ, অনাগতকাল; আসন্নকাল, প্ৰত্যাসন্নকাল, অদূৰ ভৱিষ্যৎ। আহিব লগা দিন।
ভৱিতব্য, সম্ভাৱনা; অৱশ্যম্ভাবিতা।
পূৰ্বজ্ঞান।
পূৰ্বলক্ষণ, পূৰ্বাভাস। ভৱিষ্যদ্বাণী, ভাববাণী। পৰকাল, পৰজন্ম। পৰজীৱন।
বিণ. অনাগত, ভৱিষ্যতকালৰ, উত্তৰকালীন, ভাবী।
ভৱিতব্য। আহিল।
আসন্ন, সমাসন্ন, আগতপ্ৰায়, প্ৰত্যাসন্ন, সন্নিকট, অব্যৱহিত।
বিণ./বি. ভৱিষ্যদ্বেত্তা, ভৱিষ্যদ্বক্তা, ভৱিষ্যৎদ্ৰষ্টা, গণক, গণৎকাৰ। মঙলতি।
ক্ৰি. বিণ. আগলৈ, কালিলৈ, পৰহিলৈ। পাচদিনা, আনেকদিনা। পিচলৈ, পিছেপৰে, পাছে, পৰন্তে, ভৱিষ্যতে, কাললৈ। অনাগত কালত, আহিবলৈ ধৰা দিনবোৰত। অহা বছৰলৈ।

১৫৬ ক্ষণকাল

বি. ক্ষণকাল, ক্ষণ, খন্তেক, এখন্তেক, কিছুক্ষণ, অলপ সময়, তিলেক। খানিক, খানিকমান।
নিমেষ, নিমিষ, মুহূৰ্ত্ত, পলক, একদণ্ড, দুদণ্ড, ক্ষণমাত্ৰ, দণ্ড, লহমা, পল, অনুপল, বিপল, চেকেণ্ড। ক্ষণস্থায়িত্ব, ক্ষণিকতা, অস্থায়িতা, অস্থায়িত্ব, অচিৰস্থায়িতা, অচিৰস্থায়িত্ব।
ক্ষণকালীনতা।
বিণ. ক্ষণিক, ক্ষণকালিক, ক্ষণস্থায়ী, দেখ-নেদেখ, ছঁয়ামৰা, অচিৰস্থায়ী, অচিৰ, ক্ষণচাৰী, ক্ষণমাত্ৰচাৰী। কচুপাতৰ পানীৰ দৰে, পদুমপাতৰ পানীৰ দৰে।
ক্ৰি. বিণ. খন্তেকতে, মুহূৰ্ত্ততে, তৎমুহূৰ্ত্ততে, একমুহূৰ্ত্ততে, নিমিষতে, থিতাতে, থিতাদহে, থিতাদাহে, ততালিকে, তৎক্ষণাৎ, চমিকি, দপাটকৈ, তদণ্ডে। পাকতে, ঠাইতে। চকুৰ পচাৰতে, পলকতে, তিলেকতে। একেচোবে, একেকোবে, একেচিপে, একে আঁজোৰে। ফট্‌কে। ঘপ কৰে।
ছঁয়ামৰাকৈ, দেখ-নেদেখকৈ।
চাওঁতে চাওঁতেই, চাই থাকোঁতে চাই থাকোতেই, চকুৰ আগতে।

১৫৭ আকস্মিকতা

বি. আকস্মিকতা, অনিৰ্দিষ্টতা, অনিশ্চয়তা; অভাবনীয়তা, অপ্ৰত্যাশা।
বিনামেঘে বজ্ৰপাত; খন্তেকৰ ভোজ খাওঁতা নোহোৱা—।
বিণ. আকস্মিক, অপ্ৰত্যাশিত, নভবা নিচিন্তা, অনিৰ্ধাৰিত, অতৰ্কিত, অতৰ্ক্য,আচম্বিত।
ক্ৰি. বিণ. অকস্মাৎ, অকস্মাতে, হঠাৎ, হঠাতে, অতৰ্কিতে, চেৰেংকৰে, খপকৰে, আচম্বিতে, খচকৈ, খচকৰে। নভবা-নিচিন্তাকৈ। ভুটুকাই, ভুটুংকৰে, ভৰকাই। পোনছাটে, পোনদাহে।

১৫৮ অনিৰ্দিষ্টকাল

বি. অনিৰ্দিষ্টকাল, অনিৰ্ধাৰিত সময়।
কালান্তৰ; যুগান্তৰ; সময়ান্তৰ, অন্য সময়, অইন সময়।
ক্ৰি.বিণ. কেতিয়াবা, কোনোবা সময়ত। এদিন, এদিনা, এদিনাখন, এসময়ত, কোনোবা দিনা, কোনোবা কালত। কোনোদিনে,

কোনো কালে, কেতিয়াও। কাহানিও, কাহানিবা।
অন্যসময়ত, অইন সময়ত, কালান্তৰত।
দিনে দিনে, যুগে যুগে।
যেতিয়া।
কদাচিৎ, কেতিয়াবা, কেতিয়াবা কেতিয়াবা, মাজেমধ্যে; মাজে সময়ে, মাজে মাজে; আঠেপষে, আখে-পষে, দৈবাৎ; মাহেকে পষেকে; আঁউসীয়ে একাদশীয়ে, বিহুৱে সংক্ৰান্তিয়ে।
আনকাল, আনদিনা, আনখন, আনক্ষণ, আনদিনাখন।
কেতিয়াও, কোনোপধ্যেই, কোনোমতেই, কদাপিও। কস্মিন কালেও, একোটি কালে।

১৫৯ যুগ

বি. যুগ, দ্বাদশবৎসৰ, বাৰবছৰ, এযুগ, কল্প; শতাব্দী, শতবৰ্ষ, এশবছৰ।
[ পৌৰা.] চতুৰ্যুগ, চাৰিযুগ [ সত্য; ত্ৰেতা; দ্বাপৰ; কলি, কৰ্ম্মযুগ]।
যুগধৰ্ম, যুগলক্ষণ, যুগৰ বতাহ।
স্বৰ্ণযুগ। অন্ধকাৰ যুগ।
নৱযুগ।
লৌহযুগ; প্ৰস্তৰ যুগ।
যুগসন্ধি, যুগসন্ধিক্ষণ, যুগান্তৰ, কালান্তৰ, সময়ান্তৰ।
যুগান্ত, যুগাৱসান, যুগক্ষয়।
বিণ. যুগপযোগী, কালোপযোগী, যুগোচিত।
যুগোত্তীৰ্ণ।

১৬০ ঋতু

বি. ঋতু, বতৰ; বতৰকালি; কাল, সময়; উপযুক্তকাল।
ঋতুপৰ্যায়, ঋতুচক্ৰ, কালচক্ৰ, ঋতুপৰিৱৰ্ত্তন, ঋতুসন্ধি।
ষড়ঋতু, ছয়ঋতু।
বিণ. ঋতুগত, ঋতুকালীন, বতৰীয়া।
[ বিপ.] বি. আবতৰ।
বিণ. অবতৰুৱা, আবতৰীয়া।

১৬০.১ গ্ৰীষ্ম

বি. গ্ৰীষ্মকাল, গ্ৰীষ্ম, গৰমকাল, গৰমদিন, গৰমকালি, জহকাল, জহকালি, গ্ৰীষ্ম ঋতু, ঘামকাল, ঘামকালি, নিদাঘ; নিদাঘকাল; ব'হাগ-জেঠ।
উষ্ণাভিগম, উষ্ণাগম, উষ্ণোপগম। গৰম পৰা—, গেলা গৰম।
লু।
গ্ৰীষ্মাধিক্য, গ্ৰীষ্মাতিশয্য, প্ৰখৰ গ্ৰীষ্ম। তাপ প্ৰবাহ।
খৰাং বতৰ, খৰ।
বিণ. গ্ৰীষ্মকালীন, গ্ৰীষ্মপীড়িত. নিদাঘক্লিষ্ট, খৰাংপীড়িত। এহেকুৱা।

১৬০.২ বৰ্ষা

বি. বৰ্ষা, বৰ্ষাকাল, বাৰিষা, বান-বাৰিষা, বাৰিষাকাল, বাৰিষা বতৰ, বৰষুণৰ বতৰ, প্ৰাবৃষ, মেঘাগম। গেলা-ভাৱৰীয়া।
আহাৰ-শাওণ।
বৃষ্টি, বৰষুণ, বানপানী, বন্যা, প্লাৱন।
জাগন, জাগল।
বিণ. বৰ্ষাকালীন, বাৰিষা বতৰৰ, বাৰিষাবতৰীয়া।

১৬০.৩ শৰৎ

বি. শৰৎ, শৰত কাল, ঘনান্ত, বৰ্ষাত্যয়, জলাত্যয়, মেঘাত্যয়, ঘনাত্যয়, বৰ্ষাৱসান, কৌমুদ; ভাদ-আহিন।
শৰচ্চন্দ্ৰ, শৰদিন্দু, শৰৎশশী।
বিণ. শাৰদ, শাৰদীয়, শাৰদীয়া, শৰৎকালীন; শাৰদী।

১৬০.৪ হেমন্ত

বি. হেমন্ত, হেমন্তকাল, হিমঋতু; কাতি-আঘোণ, কাতি-আঘণ।
বিণ. হৈমন্ত, হৈমন্তিক, হেমন্তকালীন।
আঘণীয়া, আঘোণীয়া, আঘণা, আঘণী; আঘোণী।

১৬০.৫ শীত

বি. শীত, শীতকাল, হিমঋতু, জাৰ, জাৰকালি; পুহ-মাঘ।
শৈত্য; ঠাণ্ডা; শীতাধিক্য, শৈত্যাধিক্য।
শীতপ্ৰবাহ, জাৰ পৰা— ঠাণ্ডা পৰা—।
বিণ. শীতকালীন। শীতপ্ৰধান।

১৬০.৬ বসন্ত

বি. বসন্ত, বসন্তকাল, হিমান্ত, মধুমাস, মধুকাল, কামসখ, কুসুমাকৰ, কুসুমাগম, ঋতুপতি, ঋতুৰাজ; ফাগুন-চ'ত।
বসন্তবায়ু, পছোৱা।
বসন্তোৎসৱ, মদনোৎসৱ; হোলি, ফাকুৱা, ফাগুৱা, ফল্গুৎসৱ, দৌল।
বিণ. বসন্তকালীন, বাসন্তী, বাসন্তিক, বাসন্তিকা।

১৬১ শুভক্ষণ

বি. লগ্ন, শুভক্ষণ, শুভমুহূৰ্ত্ত, শুভলগ্ন, শুভলগন, শুভকাল, শুভসময়, পুণ্যকাল, কালশুদ্ধি।
প্ৰকৃষ্টসময়, প্ৰশস্তকাল, বিহিতকাল, বিহিত সময়।
মাহেন্দ্ৰক্ষণ, মাহেন্দ্ৰযোগ, অমৃতক্ষণ, অমৃতযোগ; শুভযোগ, পুণ্যযোগ।
বৃহস্পতিৰ দশা।
শুভদিন, ভাল দিনবাৰ, পুণ্যদিন, পুণ্যতিথি, পুণ্যাহ, পবিত্ৰদিন।
আনন্দৰ দিন, সুখৰ দিন।
সু-প্ৰভাত। শুভসন্ধ্যা। শুভৰাত্ৰি।

১৬২ অবিহিত কাল

বি. অবিহিত কাল, অপ্ৰশস্ত সময়, অপ্ৰকৃত সময়, অপ্ৰশস্ত কাল।
কু-ক্ষণ, কু-খেন, অসময়, 'বেপস্ত, আপৰ, অশুভক্ষণ, অশুভকাল, আওকাল, অশুভসময়, কু-লগ্ন।
কালবেলা, কালাশুদ্ধি, কালাসঙ্গতি। বাৰবেলা। কালৰাত্ৰি।
গ্ৰহদোষ, অশুভযোগ; শনিৰ দশা; ৰাহুৰ দশা।

কু-দিন, অশুভদিন; অশুভতিথি।
ত্ৰ্যহস্পৰ্শ, ত্ৰ্যহস্পৃক। দগ্ধা। মলমাস।
অকাল, অবেলা। তিনি গধূলি, কালসন্ধ্যা, কাল গধূলি।
অবতৰ।
**বিণ.** আবতৰীয়া, অবতৰুৱা।
**ক্ৰি. বিণ.** কুক্ষণত, অসময়ত, অবতৰত।

**১৬৩ দিন**

**বি.** দিন, দিনা, দিনাখন, দিৱস, অহ, অহ্ন, বাৰ, ৰোজ, বাসৰ।
অহোৰাত্ৰি, অহোৰাত্ৰ, দিৱাৰাত্ৰি, দিৱসৰজনী, চৌবিশ ঘণ্টা, অষ্টপ্ৰহৰ, আঠপৰ।
অষ্টকাল [ প্ৰাতঃ; পূৰ্বাহ্ন; মধ্যাহ্ন; সায়াহ্ন; অপৰাহ্ন; প্ৰদোষ; মধ্যৰাত্ৰি; নিশান্তক]।
সৌৰদিন।
দিৱাভাগ, দিনমান, দিন, দিনৰভাগ, দিৱালোক, বেলা।
এবেলা, আধাবেলা।
তাৰিখ, দিনসংখ্যা, দিনাঙ্ক।
বাৰ [সোম; মঙ্গল; বুধ; বৃহস্পতি, গুৰুবাৰ; শুক্ৰ; শনি; ৰবি, দেও]।
তিথি, চান্দ্ৰদিন
[প্ৰতিপদ; দ্বিতীয়া; তৃতীয়া; চতুৰ্থী; পঞ্চমী; ষষ্ঠী; সপ্তমী; অষ্টমী; নৱমী; দশমী; একাদশী; দ্বাদশী; ত্ৰয়োদশী; চতুৰ্দশী]; পূৰ্ণিমা; অমাৱস্যা।
ত্ৰ্যহস্পৰ্শ। দ্ব্যহ, দ্ব্যাহিক। অতি তিথি।
এদিন। সিদিনা, সিদিনাখন।
প্ৰাত্যাহিকতা; দৈনন্দিনতা; নিত্যকৰ্ম্ম।
**বিণ.** প্ৰাত্যহিক, দৈনিক, আহ্নিক; দৈনন্দিন, দিনগত, দিনতীয়া, ৰোজকাৰ, প্ৰতিদিৱসীয়। এবেলীয়া; আধাবেলীয়া।
**ক্ৰি. বিণ.** প্ৰতিদিনে, দিনেপতি, দিনৌ, নিতৌ। দিনে দিনে, দিনক দিনে, দৈনিক, প্ৰত্যহ, ৰোজ, হৰ ৰোজ, হৰদিন, দিনৰ পিচত দিন, ইদিন সিদিন, অনুদিন। সিদিনাখনেই, সেইদিনাই। দিনে, দিনান্তে। গোটেই দিন, সাৰাদিন, দিনভৰ, দিনমান, দিৱসব্যাপী, দিনতীয়াকৈ। আধাবেলীয়াকৈ, আধাদিনীয়াকৈ। দিনদিয়েক, দিনদেক।
দিবাৰাত্ৰ, অহৰ্নিশ, অহোৰাত্ৰ, দিনে নিশাই, দিনে ৰাতিয়ে, গোটেই দিনটো, দিনৰ দিনটো, ওৰে দিনটো, গোটেই বেলাটো, দিনে পোহৰে। বেলাই-পোহৰে, বেলি মাৰ নৌ যাওঁতেই, চগা পাতত বহাৰ আগতে, ৰান্ধনি বেলিৰ/ৰান্ধনি ৰ'দৰ পোহৰতে, ৰ'দ থাকোতেই, বেলি লহিয়াবলৈ লওঁতেই।

**১৬৪ দিনসমষ্টি**

**১৬৪.১ সপ্তাহ**

**বি.** সপ্তাহ, সাতদিন, সাদিন, এসপ্তাহ, সাপ্তাহিকী।
**বিণ.** সাপ্তাহিক। সাদিনীয়া।
**ক্ৰি. বিণ.** সপ্তাহে সপ্তাহে, প্ৰতি সপ্তাহে। সাদিনীয়াকৈ, সাতদিনীয়াকৈ।

**১৬৪.২ পক্ষ**

**বি.** পক্ষ, পষেক; শুক্লপক্ষ; কৃষ্ণপক্ষ।
**বিণ.** পাক্ষিক, পক্ষান্তিক। পষেকীয়া।

**১৬৪.৩ মাহ**

**বি.** মাহ, মাস, ত্ৰিশ দিন। সৌৰমাস। চান্দ্ৰমাস।
[অসমীয়া মাহ সমূহ] বহাগ; জেঠ; আহাৰ; শাওণ, শ্ৰাৱণ; ভাদ, ভাদ্ৰ; আহিন, আশ্বিন; কাতি, কাৰ্ত্তিক; আঘোণ, অগ্ৰহায়ণ; পুহ, পৌষ; মাঘ; ফাগুন, ফাল্গুন; চ'ত, চৈত্ৰ, মধুমাস।
[ ইংৰাজী মাহ] জানুৱাৰী; ফেব্ৰুৱাৰী; মাৰ্চ; এপ্ৰিল; মে'; জুন; জুলাই; আগষ্ট; ছেপ্তেম্বৰ; অক্টোবৰ; নৱেম্বৰ; ডিচেম্বৰ।
[ হিজৰি মাহ] মহৰম; শফৰ; ৰবিউল আউয়ল; ৰবিয়স সানি; জমাদিয়ল আউয়ল; জমাদিয়স সানি; ৰজব; শাবান; ৰমজান; ছওয়াল; জেলকদ; জেলহজ্জ।
মলমাস, অধিমাস।
সংক্ৰান্তি।
চৈত্ৰসংক্ৰান্তি, চড়কসংক্ৰান্তি; পৌষসংক্ৰান্তি, মকৰসংক্ৰান্তি; কাৰ্তিকসংক্ৰান্তি, জলবিষুব।
**বিণ.** মাহেকীয়া, মাসিক, মাহিলী।
বহাগী, বহগুৱা; জেঠুৱা; আহাৰুৱা, এহেৰুৱা, আহাৰীয়া; শাওণা; ভদীয়া, ভাদমহীয়া; আহিনীয়া; কতীয়া; আঘোণীয়া, আঘণীয়া, আঘোণা, আঘণা; পুহীয়া; মাঘী, মঘুৱা; ফাগুনীয়া; চৈত্ৰী, চ'তমহীয়া।
**ক্ৰি.বিণ.** মাহে মাহে, প্ৰতিমাহে, মাহে প্ৰতি, মাহেকীয়াকৈ।

**১৬৪.৪ বছৰ**

**বি.** বছৰ, বৈছা, বৎসৰ, বৰ্ষ, ঋতুবৃত্তি, সাল, চন, অব্দ, যুগাংশক; বাৰমাহ। খ্ৰিষ্টাব্দ; শকাব্দ; বিক্ৰমাব্দ; বঙ্গাব্দ; সংবৎ; হিজৰি।
খ্ৰিষ্টপূৰ্ব, খ্ৰিষ্টপূৰ্বাব্দ।
সৌৰ সংবৎসৰ।
নৱবৰ্ষ, নতুন বছৰ, নিউ ইয়াৰ; বছৰৰ প্ৰথম দিন; নওৰোজ।
বৰ্ষপূৰ্তি।
বৎসৰান্ত।
বাৰ্ষিকী; শতবাৰ্ষিকী। শতবৰ্ষ, শতাব্দী, শতক। যুগ।
বৰ্ষপঞ্চক [ সংবৎসৰ; পৰিবৎসৰ; ইদাবৎসৰ; উদাবৎসৰ; অনুবৎসৰ]।
**বিণ.** বছেৰেকীয়া, বাৰ্ষিক, বাৎসৰিক; সাংবৎসৰিক।
দ্বি-বাৰ্ষিক, দ্বৈবাৰ্ষিক। পঞ্চবাৰ্ষিক, পাঁচবছৰীয়া।
শতবাৰ্ষিক, এশবছৰীয়া।
**ক্ৰি. বিণ.** বছৰি বছৰি, বছৰে বছৰে, প্ৰতিবছৰে।
সিবৈছা, সিবছৰত, সিবাৰত।

**১৬৪.৫ সাময়িক [বিবিধ]**

**বিণ.** ছমহীয়া, ষাণ্মাষিক; তিনিমহীয়া, ত্ৰিমাসিক; দুমহীয়া,

দ্বিমাসিক। অৰ্ধসাপ্তাহিক।

**১৬৫ আগবেলা**

**বি.** আগবেলা, পুৱাবেলা, পুৱা, প্ৰভাত, প্ৰাতঃকাল, প্ৰাতঃ, প্ৰভাত বেলা, উষা, উষালগ্ন, উষাকাল, প্ৰত্যুষ, পুৱতি নিশা, শেষ নিশা, বোৱাৰী পুৱা, উপজি পুৱা, ৰাত্ৰিশেষ, ধলপুৱা, ধল-ফাঁট, বগাডাঁৰ, ফজিৰ, বিহান, ফজৰ, অৰুণোদয়, সূৰ্য্যোদয়কাল, পূৰ্বাহ্ন, প্ৰাহ্ন, ব্ৰাহ্মমুহূৰ্ত্ত, ৰাতি পুওৱা—, বেলি ওলোৱা, পোহৰ হোৱা, প্ৰভাত হোৱা, ভিতৰ আন্ধাৰ বাহিৰ পোহৰ, পুহৰি পুহৰি, কাহিলি পুৱা, ফেহুঁজালি, দোকমোকালি, ছটপোহৰ, প্ৰথম কুকুৰাৰ ডাক, বাজ পোহৰ হোৱা—।

প্ৰাতঃকৃত্য। প্ৰাতঃপ্ৰণাম; প্ৰাতঃসন্ধ্যা, পূৰ্বসন্ধ্যা।

প্ৰাতঃৰাগ।

বিণ. প্ৰভাতী, প্ৰাতঃকালীন, প্ৰাত্যুষ, কাহিলি কাহিলি। পৌৰ্বাহ্নিক, পূৰ্বাহ্নিক।

ক্ৰি, বিণ. আগবেলাতে, পুৱাতে, পুৱাবেলাতে, ৰাতি নৌ পুৱাওঁতেই, ফেহুঁজালি দিওঁতেই, কাউৰী কুকুৰ নৌ উঠোঁতেই, চৰাই চিৰিকতি নৌ উঠোতেই, বেলি উঠোতেই, বেলি নৌ উঠোঁতেই, বোৱাৰী পুৱাতে, ব্ৰাহ্মমুহূৰ্ত্ততে।

পুহৰি পুহৰি হওঁতেই, প্ৰথম কুকুৰাই ডাক দিওঁতেই, প্ৰথম কুকুৰাৰ ডাকতে, পুৱতি নিশাতে, কাহিলি পুৱাতে, উপজি পুৱাতে, বাজ পোহৰ ভিতৰ আন্ধাৰ হৈ থাকোঁতেই। বিহানে, ফেচু চিঁ চিঁয়াওঁতে, ফেহুজালিতে, কুকুৰা ডাকতে, কাউৰীয়ে কা কৰোঁতেই, ৰাতি পুৱাওঁ পুৱাওঁ হওঁতে।

**১৬৬ দুপৰীয়া**

বি. দুপৰীয়া, দুপৰ, দুপৰবেলা, ভৰ দুপৰ, ভৰ দুপৰীয়া, থিয় দুপৰীয়া। মধ্যাহ্ন, মধ্যাহ্নকাল, মধ্যাহ্নবেলা, দ্বিপ্ৰহৰ, দিন দুপৰ।

আগ-দুপৰ, আগ-দুপৰীয়া, কেঁৰা-দুপৰ।

বিণ. দ্বিপ্ৰাহৰিক, মধ্যাহ্নকালীন, মাধ্যাহ্নিক।

ক্ৰি. বিণ. দুপৰতে, দুপৰ বেলাতে, ভৰ দুপৰতে, দিন দুপৰতে, দুপৰীয়াতে, মধ্যাহ্ন বেলাতে।

আগ-দুপৰতে, কেঁৰা-দুপৰতে।

**১৬৭ আবেলি**

বি. আবেলি, পিছবেলা, ভাটিবেলা, অপৰাহ্ন, পৰাহ্ন।

মুনিচুনি বেলা।

বিণ. আপৰাহ্নিক, অপৰাহ্নকালীন।

ক্ৰি. বিণ. আবেলি, আবেলিলৈ; পিছবেলা, পাছবেলা, ভাটিবেলা। বেলি লহিয়ালে—। গাৰ ছাঁ দীঘল হওঁতে। মুনিচুনি বেলিকা।

**১৬৮ গধূলি**

বি. গধূলি, গোধূলি, গধূলা, গধূলি বেলা, গধুলি-বেলিকা, গধূলি-বেলিয়া, সাঁজ, সন্ধ্যা, সন্ধিয়া, সন্ধিয়া সময়, মগৰীব, গাৰ নোম নমনা হোৱা সময়, বাহিৰ পোহৰ ভিতৰ আন্ধাৰ, চগা পাতত বহাৰ সময়, দিনান্ত, দিনশেষ, প্ৰদোষ, সায়াহ্ন, দিৱাৱসান, সূৰ্য্যাস্তকাল, বেলিমাৰ, অস্তকাল, নিশাগম, দিনাত্যয়, দিৱসাত্যয়। ফুট গধূলি, তিনি গধূলি। তিনি সন্ধ্যা, সায়ংকাল। ৰান্ধনি বেলি, ৰান্ধনি ৰ'দ, মুনিচুনি; কালিমুনি; মুখ-আন্ধাৰি, চৰাই চিৰিকতি বাহলৈ ওভতাৰ সময়। নামঘৰত দবা কোবোৱাৰ সময। সাঁজ লগা —।

বিণ. সান্ধ্য, সায়ংকালীন, সন্ধ্যাকালীন, প্ৰাদোষিক।

ক্ৰি. বিণ. গধূলিতে, সন্ধ্যাতে, ফুট গধূলিতে, তিনি গধূলিতে, সন্ধিয়াতে, সাঁজ লাগোতেই, চকাপাতত বহোঁতেই, নামঘৰত দবাৰ কোব পৰোঁতেই, আন্ধাৰ/অন্ধকাৰ নামোতেই, গাৰ নোম নেদেখা হওঁতেই।

**১৬৯ ৰাতি**

বি. ৰাতি, ৰাত্ৰি, নিশা, নিশীথ, ৰজনী, যামিনী, শৰ্বৰী, বিভাৱৰী, নক্ত, নিশীথিনী, ত্ৰিযামা, তামসী।

ৰাতিদুপৰ, দুপৰ ৰাতি, দুপৰ নিশা, মহানিশা। শেষৰাত্ৰি, শেষ ৰাতি, শেহৰাতি। দোভাগ নিশা, দোভাগ ৰাতি।

মাজনিশা, মাজৰাতি, নিশুতি, ৰাত্ৰিশেষ, পুৱতি নিশা।

কালৰাত্ৰি, কালনিশা।

মহানিশা।

নিশিপালন, ৰাত্ৰিযাপন, ৰাত্ৰিবাস, ৰাতিটো কটোৱা—।

বিণ. নৈশ, নৈশিক, নৈশীথ। ৰাতি-বধ্বা।

বিণ./বি. নিশাচৰ, নিশাচৰী, ৰাত্ৰিচৰ, ৰাতিফুৰা, নক্তচৰ, নক্তচাৰী, নক্তঞ্চৰ।

ক্ৰি. বিণ. ওৰে ৰাতি, ওৰে নিশা, ৰাতিৰ ৰাতিটো, গোটেই ৰাতি, গোটেই নিশা। ৰাতাৰাতি।

**১৭০ বয়স**

বি. বয়স, বয়ঃক্ৰম, বয়ঃকাল।

তিনিকাল [ বাল্য; যৌৱন; প্ৰৌঢ় ]।

আয়ু, পৰমায়ু, আয়ুকাল, আয়ুস্কাল, আয়ুবেলি, জীৱনকাল, জীৱদ্দশা। ইহকাল, ইহজীৱন, ইহজন্ম, এই জন্ম। বয়স্য। দীৰ্ঘজীৱন, দীৰ্ঘজীৱিতা, দীৰ্ঘজীৱিত্ব, চিৰজীৱিত্ব, চিৰায়ুষ্মত্তা। হ্ৰস্বজীৱন, হ্ৰস্বজীৱিতা, অচিৰজীৱিতা; অচিৰজীৱিত্ব।

বয়োধৰ্ম, বয়োগুণ; বয়োদোষ; বয়সৰ দোষ।

বিণ. বয়সস্থ, বয়সীয়া, বয়সিয়াল।

প্ৰাপ্তবয়স্ক, বৰ্ষীয়। বয়সোচিত, বয়সোপযোগী।

আয়ুষ্মান, আয়ুষ্মতী, দীৰ্ঘায়ু, দীৰ্ঘায়ুসী (স্ত্ৰী); দীৰ্ঘজীৱী; চিৰজীৱী, পূৰ্ণজীৱী, পূৰ্ণায়ু, শতজীৱী, চিৰায়ু, শতায়ু, বহুজীৱী।

জনম-যুগীয়া।

অল্পায়ু, স্বল্পায়ু, স্বল্পজীৱী, ক্ষণজীৱী।

আয়ুঃপদ, আয়ুস্কৰ, আয়ুবৃদ্ধিকৰ।

বয়োজ্যেষ্ঠ, জ্যেষ্ঠ, বয়সত ডাঙৰ; অগ্ৰজাত, অগ্ৰজ, অগ্ৰজন্মা। অনুজ, কনিষ্ঠ, বয়ঃকনিষ্ঠ, সৰু-সক, বয়সত সৰু।

ক্রি. বিণ. আজন্ম, আজন্মকাল, ওৰে জীৱন, ওৰেটো জীৱন, গোটেই জীৱন, আজীৱন, জীৱনভৰ, জন্মাবধি, জন্মৰে পৰা, যাবজ্জীৱন।
জীৱনৰ শেষ দিনলৈকে, আমৃত্যু, আমৰণ।
বয়সত, জন্মত। বাপৰ জন্মতো।

**১৭১ শৈশৱ**

বি. শৈশৱ, শৈশৱকাল, ল'ৰালিকাল, ল'ৰাকাল, বাল্যাবস্থা, বাল্যকাল।
শিশুভাব; শৈশৱলীলা।
শিশু প্রকৃতি, শিশুস্বভাৱ, শিশুসুলভতা, কেঁচুৱালি, বালকত্ব, শিশু মন, শিশুহৃদয়। শৈশৱসঙ্গী, ল'ৰালিকালৰ লগ, বাল্যকালৰ সঙ্গী, শৈশৱকালৰ সখি, বাল্যবন্ধু।

বিণ. শিশুসুলভ, বাল্য।

বিণ./বি. শিশু, বালক, বাচ্চা, সৰু ল'ৰা, পেন্দুকণা, পেটুকণা, পোৱালি, ছানা, কেঁচুৱা; নৱজাত, নৱজাতক, সদ্যোজাত, ফুকলীয়া, দুগ্ধ পোষ্য, দুদকণ্ঠ, ওঁঠ টেপিলে গাখীৰ ওলোৱা, পিয়াহ খোৱা, কোলাৰ কেঁচুৱা।
বাছা, বাছাধন, পোনাকণ, শাবক, আমা-দ্বিমা, টিলৌটিপৌ।
চালুকীয়া।

ক্রি.বিণ. আশৈশৱ, ল'ৰাকালৰ পৰা, শৈশৱৰ পৰা, আজন্ম, বাল্যকালৰ পৰা, আবাল্য, বাল্যাৱধি। ল'ৰাকালতে, শৈশৱতে, ল'ৰালিকালতে।

**১৭২ বালক**

বি. বালক, বালিকা; ল'ৰা, আপা, ল'ৰা-মানুহ, কোৰা, চুকুৰী (স্ত্রী); কিশোৰ, কিশোৰী (স্ত্রী), পাটিগাভৰু; নাবালক, নাবালিকা (স্ত্রী), ল'ৰা-লুৰি, ল'ৰা-দামুৰি। বালখিল্য; মানৱক, কুমাৰ, কুমাৰী (স্ত্রী)।
বাল্য, বাল্যদশা, বাল্যাবস্থা, বাল্যকাল, ল'ৰাকাল, ল'ৰালি, চিঁৰিকালি।
কৈশোৰ, বয়ঃসন্ধি, বয়ঃসন্ধিকাল।

বিণ. শিশুসুলভ, বালসুলভ, বালকসুলভ, বালকোচিত, কিশোৰসুলভ। অবালচন্দ, অবালক, অপ্রাপ্তবয়স্ক।

বিণ./বি. অপ্রাপ্তবয়স্ক, অপ্রাপ্তবয়স্কা (স্ত্রী); অপ্রাপ্তযৌবনা, অনুদ্ভিন্ন যৌৱনা। ল'ৰা-মতীয়া।

**১৭৩ যৌৱন**

বি যৌৱন, ডেকা কাল, ডেকা বয়স, গাভৰু কাল, গাভৰু বয়স, যুৱাবস্থা, মৰদ-দাখিল, তাৰুণ্য, তৰুণিমা।
যৌৱনোদয়, যৌৱনসঞ্চাৰ, যৌৱনাৰম্ভ, বয়ঃসন্ধি, নৱ যৌৱন।
যৌৱনশ্রী, যৌৱনসম্পদ, যৌৱনভাৰ।
যৌৱন লক্ষণ, যৌৱন চাঞ্চল্য।
পুনৰ্যৌৱন। কায়কল্প।
যুৱসমাজ, যুৱসম্প্রদায়, যুৱক সম্প্রদায়, তৰুণ সম্প্রদায়।
যুৱমানস, তৰুণ মন। ডেকালি; ডেকা-ধনি।

বিণ. যৌৱনসুলভ, যৌৱনোচিত।

বিণ./বি. যুৱক, ডেকা, ডেকেৰী (স্ত্রী); ডেকা-ভুমা, তৰুণ, যুৱা, জোৱান, ন-জোৱান, নৱযুৱক, কিশোৰ।
যৌৱনসম্পন্ন; যৌৱনসম্পন্না (স্ত্রী); চিৰযৌৱনা (স্ত্রী), চেঙেৰা, চেঙ্গেৰা।
চেঙেলীয়া, পিলিঙা, খেচেৰা, প্রাপ্তবয়স্ক, বয়ঃপ্রাপ্ত, বয়স্থ, সাবালক, প্রাপ্ত যৌৱন, লায়ক, উঠন, ঋতুমতী।
যুৱতী, তৰুণী, নৱযুৱতী, কিশোৰী, পাতগাভৰু; গুৰি-যুৱত, গাভৰু।
যৌৱনৱতী, যৌৱনমতী, উদ্ভিন্ন যৌৱনা, প্রাপ্তবয়স্কা, বয়ঃপ্রাপ্তা, সাবালিকা।
টেকনীয়া। গজলীয়া, কেৰেহুৱা, কাঁটল-ফুটা। কঁহকঁহীয়া।
যৌৱন সুলভ, তাৰুণ্যপূৰ্ণ, যুৱজনোচিত।
যৌৱনমদমত্তা।
[চৰাই] ডেকেৰুৱা।

**১৭৪ প্রৌঢ়ত্ব**

বি. প্রৌঢ়ত্ব, প্রৌঢ়তা, প্রৌঢ়াবস্থা, মাজবয়স, আদবয়স, সোঁ-বয়স, আদহ।

বিণ. প্রৌঢ়, মাজবয়সীয়া, আদহীয়া, আদ্‌বয়সীয়া, আদ্‌বয়সী, আধাবয়সীয়া; মধ্যবয়স্ক, মধ্যবয়স্কা। অৰ্ধবয়স্কা। বিগত যৌৱন, বিগত যৌৱনা (স্ত্রী), গত যৌৱন, গত যৌৱনা (স্ত্রী), যৌৱনোত্তীৰ্ণ, যৌৱনোত্তীৰ্ণা (স্ত্রী)।
আধাবুঢ়া, আদবুঢ়া; আধাবুঢ়ী (স্ত্রী), আদবুঢ়ী (স্ত্রী)।
প্রৌঢ়োচিত, প্রৌঢ়জনোচিত।

**১৭৫ বাৰ্দ্ধক্য**

বাৰ্দ্ধক্য, বৃদ্ধদশা, বৃদ্ধত্ব, বৃদ্ধতা, বৃদ্ধাবস্থা, বৃদ্ধভাব, প্রবীণতা।
শেষ বয়স, পৰিণতবয়স, বৃদ্ধবয়স, বুঢ়া বয়স, ভাটি বয়স।
জৰা, জীৰ্ণাবস্থা; বয়স ভাটি দিয়া—।
স্থবিৰতা।
বলিৰেখা, গাৰ চাল সোতোৰা সোতোৰ হোৱা—, গাৰ চাল ওলমি পৰা—।

বিণ./বি. বৃদ্ধ, বয়োবৃদ্ধ, বুঢ়া, বুঢ়ালোক, বৰ্ষীয়ান, বয়স্থ, বয়সিয়াল। বয়সীয়া। বৰ্ষিষ্ঠ। বুঢ়া-মেথা। বুঢ়ামুৰা, বুঢ়ামুঈ (স্ত্রী)।
প্রবীণ, প্রবীণবয়স্ক, পৰিণতবয়স্ক।
অশীতিপৰ বৃদ্ধ, আলৰ বুঢ়া, আথৰুৱা, আলৰী (স্ত্রী)।
বাৰ্ধক্যপীড়িত, বাৰ্ধক্যজনিত, বাৰ্ধক্যজীৰ্ণ, জৰাগ্ৰস্ত, জৰাযুক্ত, জৰাতুৰ, জীৰ্ণদেহ, অথৰ্ব। স্থবিৰ। জৰদ্গৱ।
বৃদ্ধা, বুঢ়ী। ককা; আইতা। বুঢ়ী আই, আবু। প্রবীণা, বৰ্ষীয়সী, শেষবয়সী।
পক্বকেশ, পকামূৰীয়া। আথৰ, আলৰ, লৰলৰীয়া, লুৰলুৰীয়া। তিনিমূৰীয়া।

# ৬ স্থান-অধিষ্ঠান-আশ্ৰয়



**১৭৬ স্থান**

বি স্থান, ঠাই, জেগা, দেশ, ক্ষেত্ৰ, অঞ্চল, দেশাংশ, স্থল, ভূমি, ভূমি, গাঁও, মহল, চুবুৰী, চুবা, পাৰা, এলেকা, অঞ্চল, আউটি, মুলুক, তালুক। বস্তি।

ময়দান, পথাৰ, চক, পাৰ্ক। আলিমূৰ।

পৰিসৰ, ব্যাপ্তি, বিস্তাৰ। আয়তন। সীমা, পৰিসীমা।

বৰ্গক্ষেত্ৰ, আয়তক্ষেত্ৰ।

চতুৰ্দ্দিক, চৌদিশ। উপকণ্ঠ, সমীপবৰ্ত্তী অঞ্চল, ওচৰ পাঁজৰ, আশ-পাশ, দাঁতি-কাষৰ। চুক-কোণ। অধিষ্ঠান।

আঞ্চলিকতা, প্ৰাদেশিকতা।

**বিণ** আঞ্চলিক, স্থানীয়, থলুৱা, দেশীয়, দেশী, দেশজাত, দেশোৎপন্ন। উপকণ্ঠীয়।

দেশব্যাপী, দেশময়, দেশজোৰা। প্ৰাদেশিক।

**১৭৭ স্বদেশ**

বি স্বদেশ, মাতৃভূমি, জন্মভূমি, স্ব-ভূমি, পিতৃভূমি, স্ব-স্থান, স্বৰাজ্য, বাসভূমি, জন্মক্ষেত্ৰ, দেশ, নিজৰ দেশ, নিবাস, ওপজা ঠাই ওপজা মাটি।

দেশমাতা, দেশমাতৃকা, দেশজননী।

দেশপ্ৰেম, দেশভক্তি, দেশানুৰাগ, স্বদেশানুৰাগ, স্বদেশপ্ৰীতি, স্বদেশপ্ৰেম, স্বদেশানুৰক্তি, স্বদেশবাৎসল্য, দেশাত্মবোধ। দেশহিতৈষণা, দেশহিতব্ৰত, দেশসেৱা।

স্বাদেশিকতা, জাতীয়তাবাদ, স্বাজাত্য, স্বজাতীয়তা, স্বাজাত্যবোধ, স্বাজাতিকতা, স্বজাতিপ্ৰেম, স্বজাতিপ্ৰীতি, জাত্যানুৰাগ।

নাগৰিকতা, নাগৰিকত্ব। জাতি।

স্বদেশবাস, অপ্ৰবাস।

স্বদেশী আন্দোলন, স্বাধীনতা আন্দোলন,স্বৰাজ আন্দোলন, স্বাধীনতা সংগ্ৰাম।

**[বিপ.]** দেশদ্ৰোহিতা, দেশবৈৰিতা, দেশদ্ৰোহ, ৰাষ্ট্ৰদ্ৰোহ, ৰাষ্ট্ৰবৈৰিতা।

**বিণ** স্বদেশী, স্বদেশীয়, দেশীয়, দেশী, দেশজ, স্বাদেশিক, স্বাজাতিক।

ঘৰমচেৰা, খিলঞ্জীয়া, থলগিৰি।

**বিণ./বি.** স্বদেশবাসী, দেশবাসী, স্বজাতি, দেশৰ মানুহ।

**বিণ.** দেশাত্মবোধক। [বিপ] দেশদ্ৰোহমূলক।

**বিণ./বি.** দেশপ্ৰেমিক, দেশভক্ত, স্বদেশভক্ত, স্বদেশপ্ৰেমিক, স্বদেশবৎসল, দেশহিতৈষী, দেশহিতব্ৰতী, দেশপ্ৰিয়, দেশবন্ধু।

[বিপ] দেশদ্ৰোহী, ৰাষ্ট্ৰদ্ৰোহী, দেশবৈৰী, ৰাষ্ট্ৰবৈৰী, গুপ্তশত্ৰু, স্বদেশৰ শত্ৰু, ঘৰৰ শত্ৰু, ঘৰ বিভীষণ, মিৰজাফৰ, পঞ্চমবাহিনী, বিভীষণবাহিনী।

**১৭৮ বিদেশ**

বি বিদেশ, ভিন দেশ, অন্যদেশ, দেশান্তৰ, বাহ্যজগৎ, বহিৰ্বিশ্ব। পৰদেশ, পৰৰাষ্ট্ৰ, পৰভূমি, দূৰদেশ। পৰবাস, প্ৰবাস, খণ্ড প্ৰবাস।

দেশ বিদেশ, নানাদেশ, বিলাত, অজ্ঞাত মুলুক।

প্ৰবাস, বিদেশবাস।

দেশভ্ৰমণ, বিদেশযাত্ৰা, বিদেশগমন, ক'লাপানী পাৰ হোৱা।

সাতসমুদ্ৰ তেৰ নদী পাৰ হোৱা।

পাচপোৰ্ট, ভিছা, প্ৰবেশপত্ৰ।

**বিণ** বৈদেশিক, বিদেশী।

পৰদেশী, ভিনদেশী, ভিনদেশীয়, প্ৰবাসী, পৰবাসী, প্ৰাবাসিক।

**বিণ/বি** বিদেশবাসী, প্ৰবাসী, বিদেশস্থ, দেশান্তৰিত।

বিদেশাগত, বিদেশ প্ৰত্যাগত, বিলাত ফেৰত।

ভগনীয়া, উদ্বাস্তু। বহিৰাগত, অস্থানিক, অনাবাসী। নিৰ্বাসিত।

দেশত্যাগী, স্বদেশত্যাগী, দেশান্তৰী।

বি বৈদেশিক নীতি, বিদেশনীতি, পৰৰাষ্ট্ৰীয় নীতি। বৈদেশিক বাণিজ্য, পৰৰাষ্ট্ৰীয় লেনদেন। বৈদেশিক মুদ্ৰা, বিদেশী মুদ্ৰা।

**বিণ, বি** বিলাতী, ইংৰাজ। মাৰ্কিন, আমেৰিকান। চীনা, চৈনিক। জাপানী। ওলন্দাজ, ডাচ। ফৰাচী। ফিৰিঙ্গি। ৰুচ, ৰাচিয়ান। পৰ্তুগীজ। সিংহলী। বাংলাদেশী। নেপালী। পাকিস্তানী। ইৰানী। ম্যানমাৰী, বৰ্মীয়, ব্ৰহ্মদেশীয়। কোৰীয়। কোৰিয়ান। অষ্ট্ৰেলিয়, অষ্ট্ৰেলিয়ান। মিছৰীয়। কাফ্ৰি। ইউৰোপীয়, ইউৰোপীয়ান। এছিয়ান, এচীয়। আফ্ৰিকান।

**১৭৯ এই ঠাই**

বি এই ঠাই, এখে, এতদ্দেশ।

**ক্ৰি বিণ** ইয়াত, এইখিনিত, এই ঠাইত, এই জেগাত, অত্ৰ।

এখেলৈ, এখেৰ পৰা, এখেলেকে।

**বিণ** অত্ৰস্থ। এই ঠাইৰ, এখেৰ, এতদ্দেশীয়।

**১৮০ সেই ঠাই**

বি সেই ঠাই, অন্যস্থান, তেখেলৈ।

**ক্ৰি.বিণ.** তাত, সেই ঠাইত, তত্ৰ।
অন্যস্থানত, অন্যজেগাত, অন্যত্ৰ, স্থানান্তৰত।
স্থানভেদে।
য'ত, যত্ৰ, যি ঠাইত।
**বিণ.** সেই ঠাইৰ, সেই স্থানৰ, সেই জেগাৰ, তাৰ। তত্ৰস্থ।

**১৮১ সৰ্ব্বস্থান**

**বি.** সৰ্ব্বস্থান, সকলো ঠাই; দিগ্বিদিক, দিগদিগন্ত;
চাৰিও দিশ, চতুৰ্দ্দিশ, চতুস্পাৰ্শ। ভূ-ভাৰত।
দেশবিদেশ, দেশদেশান্ত, নানাস্থান।
ইফাল-সিফাল, ইকাতি-সিকাতি, ইমুখ-সিমুখ, ইভিতি-সিভিতি,
ইপিন-সিপিন, যেনি-তেনি, যেনি পায় তেনি।
**বিণ.** আসমুদ্ৰ হিমাচল।
সৰ্ব্বত্ৰগামী, সৰ্ব্বগ, সৰ্ব্বগামী, সৰ্ব্বব্যাপী, সৰ্ব্বত্ৰব্যাপী,
সাৰ্ব্বত্ৰিক।
**ক্ৰি. বিণ.** সৰ্ব্বত্ৰ, সকলো ঠাইতে, সৰ্ব্বস্থানত, সৰ্ব্বতঃ, সমন্ততঃ,
চাৰিওদিশে, চাৰিওপিনে, চতুৰ্দ্দিশে। তিনিও ভুবন ব্যাপী।
য'তে ত'তে, ইপিনে সিপিনে, অ'ত ত'ত, আগপিনে,
পাচপিনে, দিহিঙে দিপাঙে, যেনি তেনি; যেনিয়ে তেনিয়ে।
যেনি পায় তেনি। ছনে-বনে, অৰঙে-দৰঙে, ঐদহে-বৈদহে,
হাবিয়ে-বননিয়ে, ঘাটে-বাটে, ইপিনে-সিপিনে, যেনিয়ে-তেনিয়ে,
যেনিয়ে পায় তেনিয়ে, ইফালে সিফালে, সোঁতে-পাৰে, আধে-
উধে।

**১৮২ ক'ত**

**ক্ৰি. বিণ** ক'ত, ক'তবা, কোন ঠাইত, কোন জেগাত, কুত্ৰ,
কোন পিনে। ক'ৰবাৰ, ক'তবাও। ক'লৈ, ক'লৈ বা।

**১৮৩ অস্থান**

**বি.** অস্থান, কুস্থান; অস্থান-কুস্থান। অথল, বিথল।
অকুস্থল।
**ক্ৰি. বিণ.** অস্থানে কুস্থানে। থলে-অথলে।

**১৮৪ স্থান বৈভিন্ন্য**

**১৮৪.১** গোলাৰ্দ্ধ, উত্তৰ গোলাৰ্দ্ধ; দক্ষিণ-গোলাৰ্দ্ধ।
উষ্ণমণ্ডল, গ্ৰীষ্মমণ্ডল। হিম মণ্ডল। বাৰিমণ্ডল। অশ্মমণ্ডল।
জীৱমণ্ডল। নাতিশীতোষ্ণ অঞ্চল।
ভূমধ্যসাগৰীয় অঞ্চল।
মেৰু অঞ্চল। মেৰুবৃত্ত, উত্তৰমেৰু, সুমেৰু, ভূস্বৰ্গ, সুমেৰুবৃত্ত;
দক্ষিণমেৰু, কুমেৰু; কুমেৰুবৃত্ত।
নিৰক্ষমণ্ডল; নিৰক্ষৰেখা, ভূবিষুব ৰেখা।
তুন্দ্ৰা অঞ্চল। প্ৰেইৰি অঞ্চল।
সমভূমি, সমতলভূমি, সমতল। অৱবাহিকা।
মালভূমি, উন্নতক্ষেত্ৰ।
মৰুভূমি। জলাশয়। ময়দান, প্ৰান্তৰ।
মহাশূন্য, অন্তৰীক্ষ।
**১৮৪.২** মহাদেশ, উপমহাদেশ।
এচিয়া; ইউৰোপ; আফ্ৰিকা; উত্তৰ আমেৰিকা, দক্ষিণ
আমেৰিকা, অষ্ট্ৰেলিয়া, সুমেৰু; কুমেৰু।
**বিণ.** মহাদেশীয়; উপমহাদেশীয়।
**১৮৪.৩** প্ৰাচ্যদেশ, প্ৰাচী, পূৰ্ব্বদেশ; মধ্যপ্ৰাচ্য; দূৰপ্ৰাচ্য।
**বিণ.** প্ৰাচ্য, প্ৰাচ্যদেশীয়, পৌৰ্ব্ব।
**১৮৪.৪** প্ৰতীচী, পশ্চিমদেশ।
**বিণ.** পাশ্চাত্য, প্ৰতীচ্য। পশ্চিমাভিমুখ।
**১৮৪.৫** দেশ, ৰাষ্ট্ৰ, প্ৰদেশ, ৰাজ্য, সাম্ৰাজ্য, ৰাজত্ব, ৰাজ্যসীমা।
**বিণ.** দেশীয়; ৰাষ্ট্ৰীয়; প্ৰাদেশিক; ৰাজ্যিক।
**১৮৪.৬** জিলা, মহকুমা, ৰাজহচক্ৰ; থানা; বিভাগ; পঞ্চায়ত,
ব্লক, মৌজা। দাগ।
**১৮৪.৭** চহৰ, নগৰ, নগৰী, টাউন, মহানগৰ, মহানগৰী, চিটি, পুৰী,
পুৰ, উপনগৰ, নগৰোপান্ত।
পৌৰসভা, মিউনিচিপালিটি, পৌৰাধিকাৰ, নগৰসভা, নিগম,
পৌৰ নিগম, কৰপোৰেচন, মিউনিচিপাল কৰপোৰেচন।
সদৰ; মফস্বল, মহকুমা চহৰ। মেট্ৰোপলিটান চহৰ।
নাগৰিকতা, নগৰজীৱন।
পৌৰপতি, পৌৰপিতা, মেয়ৰ।
**বিণ.** চহৰীয়া, নগৰীয়া, নগৰস্থ।
**বিণ./বি.** নগৰবাসী, চহৰবাসী, পুৰবাসী, নাগৰিক।
**১৮৪.৮** গাঁও, গ্ৰাম, গাঁও-ভুঁই, গোলা-গঞা, খাহৰাজ। গ্ৰামাঞ্চল।
গাঁওবাসী, গ্ৰামবাসী, গাঁও-পৰিয়া।
গ্ৰাম্যতা।
গ্ৰাম্যজীৱন।
গাঁওবুঢ়া। গাঁওসভা, গ্ৰামসভা।
**বিণ** গাঁৱলীয়া, খাহৰজীয়া, গ্ৰামীণ, চহা, গঞা, গাঁয়া, গাৰ্য়া, গঞালি,
গাৰ্য়ালি।
**১৮৪.৯** পাৰা, মহল, এলেকা, পটি, পট্টি, অঞ্চল, কোঁঠ, চুবা,
চুপা।
**১৮৪.১০** সদৰ, কেন্দ্ৰ, কেন্দ্ৰীয় অঞ্চল, মূলকেন্দ্ৰ, প্ৰধান অঞ্চল,
পীঠ, প্ৰধানকেন্দ্ৰ।
ৰাজধানী।

**১৮৫ বসবাস**

**বি.** বাস, বসতি, বসবাস, থান-খিত।
থকা—, অধিষ্ঠান, স্থিতি, বিদ্যমানতা, বৰ্ত্তমানতা, অৱস্থান,

অবস্থিতি, ৰোৱা—, উপস্থিতি।

থিত, থিতাপি। বহা—; খলিপুতি বহা।

যাপন, কালকটোৱা—, কালাতিপাত, কালক্ষেপ, কালক্ষেপণ, কালযাপন।

দিনযাপন, দিনাতিপাত, দিনকটোৱা—, দিনগতপাপক্ষয়।

নিশিযাপন, ৰাত্ৰিযাপন, ৰাত্ৰিবাস।

বসতিস্থাপন, নগৰপত্তন, প্ৰতিষ্ঠা, উঁৰি আহ্ জুৰি বহা—।

পুনৰ্ব্বাসন, পুনৰ্ব্বসতি। ঘনবসতি, ঘনবাস।

লোকালয়, জনপদ, জনবসতি, লোকবসতি, বসতি, চাকিন/ছাকিন, ক'লনী। কেম্প। চহৰ। গাঁও। ঘাটি, চকি আস্তানা, কোঠ। শিবিৰ।

বাসস্থান, নিবাস, অধিষ্ঠান, আবাস, মোকাম, বস্তি। বাসগৃহ, বাসভৱন, থকা ঘৰ। আলয়, নিলয়; বাহ, নীড, ঘৰ, ঘৰ দুৱাৰ, গৃহ, বহা, বাহৰ, বাসৰ, ঘৰ-মাটি। গৃহ ভূমি সাতামপুৰুষীয়া, ভেটি, সাতামপুৰুষীয়া ভেটি মাটি, পিতৃপুৰুষৰ ভেটি। ক'লনি।

দেশ, স্বদেশ, মাতৃভূমি।

ঠিকনা, থকা ঠাই।

থকাৰ ইচ্ছা, বিবৎসা।

বিদেশবাস। স্বদেশবাস।

বিণ. অধ্যুষিত, বসতিপূৰ্ণ, অধিকৃত। ঘনবসতিপূৰ্ণ। বাসযোগ্য, বাসোপযোগী, বাসোপযুক্ত।

জানপদ, জনপদজাত।

বিণ/বি বাসিন্দা, বসবাসকাৰী, নিবাসী, অধিবাসী, বাস কৰোঁতা, আবাসিক। অধিষ্ঠাতা, অধিষ্ঠাত্ৰী (স্ত্ৰী)।

[বিপ.] অনাবাসিক।

প্ৰতিবেশী, প্ৰতিবাসী, চুবুৰীয়া, ওচৰচুবুৰীয়া। ন-ঘৰীয়া।

**১৮৬ আশ্ৰয়**

বি আশ্ৰয়, ডেউকাৰ আঁৰ, পাখিৰ আঁৰ, ছত্ৰছায়া, শৰণ, গতি, সহায়, সমাশ্ৰয়, ভৰসা, নিৰ্ভৰ, আলম, অৱলম্ব। অৱলম্বন, আলম্বন, সহায়-সম্বল, সহায়সাৰথি। বৰ্ণাৰ লাখুটি। ৰক্ষক।

থকাৰ ঠাই, মূৰ গোজাৰ ঠাই, ঘৰ।

পুনৰ্ব্বাসন, পুনৰ্ব্বসতি, ৰাজনৈতিক আশ্ৰয়।

আশ্ৰয় দান, পালন, চোৰাচিতা,

থাকিবলৈ দিয়া—, শৰণাৰ্থী শিবিৰ, আশ্ৰয় শিবিৰ। উদ্ধাৰাশ্ৰম।

বিণ. আশ্ৰিত, শৰণাগত, শৰণাপন্ন, আশ্ৰয়প্ৰাৰ্থী, আশ্ৰয়প্ৰাপ্ত, অধীন, অনুগত; আশ্ৰয়ী। পোষ্য, পোহনীয়া। আশ্ৰয়নীয়।

আশ্ৰয়দাতা, আশ্ৰিতবৎসল, আশ্ৰয়দানকাৰী।

**১৮৭ আশ্ৰয়হীনতা**

বি আশ্ৰয়হীনতা, নিৰাশ্ৰয়তা, আশ্ৰয়াভাৱ; অসহায়তা, নিঃসহায়তা। আচান, আচাং।

গছৰ তলত বাস, মূৰৰ ওপৰত চাল নোহোৱা; ভোজনং যত্ৰ তত্ৰ শয়নং হট্ট মন্দিৰে। হাতে বাতি ভাতে কাতি। আলৈ-আথৈ, আলৈ আথান, আলৈ-বিলৈ, আথানি (নী) আথানি(নী), এথানি(নী)-এবানি(নী), দলনি পোনা মেলা—। সান্দহ খোদা লোন ভল যোৱা—

বিণ/বি নিৰাশ্ৰয়, অনাশ্ৰয়, আশ্ৰয়হীন, আশ্ৰয়শূন্য, অপাশ্ৰয়, আশ্ৰয়াবহীন, অনাশ্ৰিত, নাজল-নাথল, জলালশলৌ। গৃহহীন, গৃহশূন্য, নিৰালয়; অনিকেত, সহায়সম্বলহীন, নিঃসহায়, নিঃসম্বল, নিৰালম্ব, ঠৈকছিগা, নিঠক, নিঠকৰা, নিৰুপায়, অগতি, অসহায়। বগৰা।

অপ্ৰতিষ্ঠ। অনাধাৰিত, আথানি (নী)।

বাটৰ কুকুৰ, পথৰ ভিক্ষাৰী, বাটৰ ভিকহু, চালচিগা ভিকহু। আশ্ৰয়প্ৰাৰ্থী।

ক্ৰি বিণ নিৰালম্বে।

**১৮৮ ঘৰ**

বি ঘৰ ঘৰ-দুৱাৰ, ঘৰ-সংসাৰ, গৃহাশ্ৰম, গৃহস্থালী, গৃহ, আবাসস্থান, ঘৰবাৰী, আলয়, নিলয়, বাটী, নিকেতন, অট্টালিকা, ইমাৰত, দালান, পকীঘৰ, হাভেলি, হাৰ্উলি ভিলা। ফ্লেট, এপাৰ্টমেন্ট, চুইট।

সৌধ, মঞ্জিল, হৰ্ম্য, ধাম, পুৰী, মহল।

প্ৰাসাদ, কাৰেং, ৰাজপুৰী, ৰাজধানী, ৰাজপ্ৰাসাদ, ৰাজবাটী।

ভৱন, সদন।

কুঠি, কোঠ, বঙলা, পাহ বঙলা।

কেঁচা ঘৰ, জুপুৰী, কুটীৰ, পঁজা, খুপৰি, খোক, টোকোৰা পঁজা, বহা, পৰ্ণকুটীৰ, পৰ্ণশালা, চালিঘৰ, খেৰীঘৰ, একচলীয়া চালিঘৰ, দুচলীয়া চালিঘৰ। টিঘৰ, টিনৰ ঘৰ। চাংঘৰ। টঙি ঘৰ।

পাতালকক্ষ, বেচমেণ্ট, ভূ গৰ্ভস্থ গৃহ।

জলগৃহ। লতাগৃহ। উদ্যানগৃহ। কুঞ্জবাটী।

শালা, শাল, পিঞ্জৰাপোল। গোহাৰ, বীহাৰ, পাউণ্ড। গো-গৃহ।

শিবিৰ, ছাউনি, সেনানিবাস, বেৰেক, কেম্প, লাইন্স।

ঢাবাঘৰ। বৃদ্ধনিবাস, বৃদ্ধাশ্ৰম।

ঘৰ সজা—, গৃহনিৰ্মাণ, প্লেন, নক্সা। পূৰ্ত, পূৰ্তবিভাগ। চিভিল ইঞ্জিনীয়াৰ, বাস্তুবিভাগ।

**বিণ.** গৃহপালিত; গৃহগত, গৃহগতপ্ৰাণ।
ঘৰচীয়া। ঘৰুৱা। ঘৰুৱালি।
**বিণ/বি.** গৃহী, গৃহস্থ, গৃহস্বামী, গিৰিহঁত, গৃহকৰ্ত্তা; গৃহিণী, ঘৈণী; গিৰিহঁতনী। গৃহকৰ্ত্ৰী, গৃহস্থনী। গৃহস্বামিনী। ঘৰোৱাহ। ঘৰোৱাহী, ঘৰুৱাহী। ঘৰগিৰী। গৃহস্বামী, ঘৰমালিক। ভাৰাঘৰীয়া।
গৃহাসক্ত, গৃহবন্দী, ঘৰগোনা, নিজ ঘৰ কাতৰুৱা।
ঘৰমুৱা, গৃহাভিমুখী।
**ক্ৰি.বিণ.** ঘৰে ঘৰে, ঘৰে পতি, ঘৰে প্ৰতি, গৃহে পতি, ঘৰমূৰি, প্ৰতি ঘৰে, ঘৰ নিৰন্তৰে।

**১৮৯ সাময়িক বাসস্থান**

**বি.** অতিথিশালা, অতিথি নিবাস; পান্থশালা, পান্থনিবাস, যাত্ৰী নিবাস, পথিকাবাস, পথিকালয়, চৰাইঘৰ, চৰাইখানা, খাঁজি-খোৱা, মুচাফিৰখানা, ধৰমশালা। বিহাৰ, মঠ; আশ্ৰম; ইমাম বাৰা। বাহৰ। হাউলি, ওৱাৰি, চাউনি, শিবিৰ। ধুৰাপতা—। বহা।
হোটেল; মোটেল; ইন; ৰেষ্টহাউচ; গেষ্টহাউচ; ডাক বঙলা; হলিডে হোম; ৰিটায়াৰিং ৰুম; ইউথহোষ্টেল; টুৰিষ্টলজ, যাত্ৰীনিবাস। বৃদ্ধনিবাস, বৃদ্ধাশ্ৰম।
মেচ, বোৰ্ডিং, বোৰ্ডিং হাউচ। ভাৰাঘৰ।
হোষ্টেল, ছাত্ৰাবাস, ছাত্ৰনিবাস; ডৰমিটাৰি।
ব্ৰহ্মচৰ্য্যাশ্ৰম; নানাৰি; মনাচ-টেৰি; কনভেণ্ট।
হাস্পতাল; চিকিৎসালয়; স্বাস্থ্য নিবাস, ৰোগীনিবাস, আতুৰাশ্ৰম; শিশুসদন; নাৰীসদন; চেনাটেৰিয়াম; নাৰ্চিংহোম, আৰোগ্য নিকেতন।
**বিণ./বি.** আশ্ৰমিক, আশ্ৰমবাসী। বোৰ্ডাৰ।

**১৯০ ঘৰ সম্পৰ্কীয়**

**১৯০.১** ঘৰ, কোঠা, কোঠালি, প্ৰকোষ্ঠ, কাম্‌ৰা, ৰুম, কক্ষ, কুঠৰী, কুঠলী, খোটালি, খোঁক, কেবিন, কিউবিকল্; চেম্বাৰ, এপাৰ্টমেণ্ট; হল, হলঘৰ, সভাঘৰ, সভাকক্ষ, সভাগৃহ।
শোৱনি-ঘৰ, শোৱাঘৰ, শয়নকক্ষ, বে'ড্‌ৰুম।
চ'ৰা ঘৰ, চ'ৰা, বহাকোঠা, বৈঠকখানা, ড্ৰইং ৰুম, পাৰ্লাৰ।
পাকঘৰ, ৰান্ধনিঘৰ, ৰান্ধনিশাল, চাংমাইশাল; কিচেন, পেণ্ট্ৰি।
ভঁৰাল, ভঁৰাল ঘৰ, ভাণ্ডাৰ, মেৰ, ডুলি। গুদামঘৰ, ষ্টোৰ।
গা ধোৱা ঘৰ, স্নানাগাৰ, বাথৰুম।
পায়খানা, শৌচাগাৰ, টয়লেট।
অধ্যয়ন কক্ষ, পঢ়াকোঠা, ষ্টাডি।
গাড়ীঘৰ, গেৰেজ।

**ঘৰ সজা দ্ৰব্য ঃ** টিনপাত, বগীতাম, খেৰ, চিমেণ্ট, লোহা, কুৱা, কামি, বেৰতা, দমৰা, মাৰলি, বহি খোৱা।
**১৯০.২** বাৰান্দা, বেলকনি, টেৰাস, অলিন্দ।
গাড়ী বাৰান্দা, পোৰ্টিকো।
**১৯০.৩** মজিয়া, ফ্লোৰ, ফ্লোৰিং, কেচা মজিয়া, পকা মজিয়া।
**১৯০.৪** কাৰ্নিচ; আতাল; ৰেলিং; প্লেটফৰ্ম্ম; বেদী, মঞ্চ, পেৰাপেট।
**১৯০.৫** ছাত; চাল, ৰুফ।
তম্বু, তামীঘৰা, বস্ত্ৰগৃহ, বস্ত্ৰাবাস, পটাবাস, টেণ্ট। ৰভা, ৰভা-পৰলা, পৰলি, চালি, চায়না। আগচালি।
পেণ্ডেল, চন্দ্ৰতাপ, চন্দোৱাৰ, শামিয়ানা, ছায়ামণ্ডপ।
**বিণ.** ছাতযুক্ত; আচ্ছাদিত।
**১৯০.৬** দুৱাৰ, দ্বাৰ, দৰজা, দৰ্জ্জা, কপাট, প্ৰবেশদ্বাৰ, প্ৰবেশপথ; গেট, জপনা। বহিৰ্দ্বাৰ; সিংহদ্বাৰ; গোপুৰ, খিৰিকি, অন্তৰ্দ্বাৰ, আগদুৱাৰ, পিচদুৱাৰ।
পাল্লা; শাটাৰ; চৌকাঠ; কজ্জা।
দুৱৰী, দ্বাৰপাল, দুৱাৰ-ৰখীয়া, দ্বাৰ-ৰক্ষী, দ্বাৰ-ৰক্ষক। নঙলা, থুলকনি; জপনা-মুখ, পদুলি, পদুলি-মুখ, চক, নঙলা মুখ, নলামুখ। বাটচ'ৰা। দুৱাৰডলি, দুৱাৰ গড়িয়া। দুৱাৰ-মুখ, ডেউৰী। দুৱাৰচুক। দুৱাৰ-ডাং, দুৱাৰ-হেঙাৰ।
**১৯০.৭** খিৰিকি, জানলা, জানালা, বাতায়ন, গৱাক্ষ, ভেণ্টিলেটাৰ, শিক; গ্ৰিল।
**১৯০.৮** অন্তঃপুৰ, অন্দৰমহল, ভিতৰমহল; অন্তৰ্গৃহ, গৃহাভ্যন্তৰ, অন্তৰ্বেশ্ম; হাৰেম।
অন্তঃপুৰিকা।
**১৯০.৯** দেৱাল, বেৰ, বেৰা, প্ৰাচীৰ, ওৱাল।
**১৯০.১০** চিৰি, খটখটি, সোপান। ঘড়াঞ্চি। জখলা, মৈটা।
**১৯০.১১** [ঘৰসজা বিষয়ৰ লগত জড়িত] ইটা, ইটাৰ ভাটা, ইটাখোলা; পাথৰ; পাথৰ কোয়েৰি, ষ্ট'নচিপ্‌চ।
চুণ; চুৰকি। বালি, বগাবালি, ৰঙাবালি।
চিমেণ্ট, বিলাতীমাটি।
লোহা, শিক, ৰড; বিম; জয়েণ্ট; কড়িকাঠ। গঁৰিলা, পথালিগড়। পিলাৰ, কলাম, পায়াৰ।
স্থপতি, আৰ্কিটেক্ট, নক্সা, ছক।
ৰাজমিস্ত্ৰী, যোগালী, কাঠমিস্ত্ৰী।
বাঁহ, ষ্কেফোল্ডিং।
ভিঠি, ভিঠা, ভেটি; পীৰি। গাঁথনি। ঢালাই, ছাদঢালাই।
লিণ্টেল, আৰ্চ।
প্লাটাৰিং। চেণ্টাৰিং। কংক্ৰিট, কংক্ৰিট মিক্সাৰ। প্লাষ্টাৰ, চুণকাম,

ডিছটেম্পাৰ, প্লাষ্টিক পেইণ্ট, আক্রিলিক পেইণ্ট, এনামেল পেইণ্ট, তেল ৰং। মোজেইক। টাইল। টালি। খাপৰি।

১৯০.১২ এমহলীয়া; দুমহলীয়া; তিনিমহলীয়া; চাৰিমহলীয়া, বহুমহলীয়া। হাইৰাইজ, মাল্টিষ্টোৰেড, স্কাইস্ক্রেপাৰ।

বেচমেণ্ট, ভূগৰ্ভস্থতল।

একতলা। দুতলা। তিনিতলা।

১৯১ প্ৰাঙ্গন

বি প্ৰাঙ্গন, চোতাল, আগচোতাল, অংগন, আঙ্গিনা, মুক্তাঙ্গন।

পাচ চোতাল, পিচ চোতাল।

ময়দান, প্ৰান্তৰ।

লন, কোৰ্ট।

চক, স্কোয়াৰ, পাৰ্ক, উদ্যান, বাগিচা, কানন।

ক্ষেত্ৰ।

১৯২ আচবাব

বি আচবাব, আচবাবপত্ৰ, ফাৰ্নিচাৰ, গৃহসজ্জা

চকী, কুৰ্চি, মাচিয়া, আৰামীচকী, বেঞ্চ, বেঁধি, মূঢা, চোফা, কাচ, চোফাচেট, বেতৰ চকী, পীৰা, চাৰ্কলি পীৰা, বৰপীৰা, গোমুলী-পীৰা, ডুখৰি পীৰা। টুল।

আসন, সুখাসন, তৃণাসন, কুশাসন, দৰ্ভাসন। পাটী, শীতলপাটী, ঢাৰি, ঢাৰি পাটী, পাটী দৈ, ঢৰা, মেৰ ঢৰা, খুটি ঢৰা, পাটী-ঢৰা, পাটী-ঢাৰি, কঠ।

দলিচা, কাৰ্পেট, সতৰঞ্চি, সতৰঞ্জি।

মেজ, টেবুল; ডেস্ক, চেক্রেটাৰিয়েট টেবুল।

খাট, খাটোলা, পালেং, পালঙ্ক, তক্তাপোচ, চালপীৰা; চাং।

খাটিয়া, চাৰপাই, চেৰপাই, বাঙ্ক, বাৰ্থ, ডিভান।

পায়া, খুৰা, হাতল।

বিছনা, ঢলা-বিছনা, শয্যা, ঢাৰি পাটী, শেতেলি, শোৱাপাটী।

তোচক, জাজিম, গদী।

সুখশয্যা, সুখশয়ন।

গাৰু বালিচ্ছ, উপাধান, তুলি, নিহালি (লী), খৰিয়া, লেপ কম্বল, কামলি, ৰেজাই। গাৰুপিলিপ, গাৰুচোলা, ওৱাৰ।

কুশ্বন, পিলো, এয়াৰ পিলো, হাৱা গাৰু, পিলো কভাৰ, গাৰু ঢকা।

বিচনা চাদৰ, শয্যাচ্ছাদন, বিচনা ঢকা।

মুৰ শিতান, ভৰি পথান।

আঠুৱা, মহৰি।

অয়েল ক্লথ, ৰবাৰ ক্লথ, পানীৰোপাৰ।

বিছনা পৰা, বিছনা তোলা, শয্যাৰচনা।

পা পোচ।

পৰ্দা, কাৰটেন।

আলমাৰী বৰপেৰা, পেৰা। খেলফ, থাক।

**১৯৩ দিক্**

**বি.** দিক্, দিশ, ফাল, ঢাল। দশোদিক, দশোদিশ, দশদিগন্ত।
দিগ্বিদিক। পাৰ্শ্ব, পাৰ্শ্বদেশ, কাতি।
অভিমুখ, অভিমুখীনতা; প্রতিমুখ।
দিক্‌চক্র, দিঙ্মণ্ডল, চক্রবাল, দিক্‌চক্রবাল; দিগন্ত, দিগ্‌বলয়;
দিগন্তৰেখা, ক্ষিতিজ ৰেখা।
দিক্‌জ্ঞান, অৱস্থানজ্ঞান।
দিগ্দৰ্শন, দিঙ্‌নির্ণয়; দিগ্‌দর্শী; দিঙ্‌নির্ণয়যন্ত্র, দিগ্‌দর্শনযন্ত্র,
কম্পাচ। ৰাডাৰ, ষ্টিয়াৰিং হুইল; হেংগুল।
দিগ্ভ্রম, দিগ্‌ভ্রান্তি, দিহ-মোহ। কণামুৰি লগা—।
দিগঙ্গনা, দিগ্বধূ, দিগ্বালা, দিগ্বালিকা।
[পৌৰা.] দিক্‌পাল, দিক্‌পতি [ইন্দ্র, অগ্নি; যম; নিঋতি; বৰুণ;
বায়ু; কুবেৰ; ঈশান (শিৱ); ব্রহ্মা; অনন্ত (নাৰায়ণ)]।
দিগ্‌গজ, দিগ্‌হস্তী। দিঙ্‌নাগ।
**বিণ./বি.** উত্তৰ, উদীচী, উত্তৰাশা, নর্থ।
দক্ষিণ, অবাচী, চাউথ।
পূৰ্ব্ব, পুব, পুৰব, প্রাচী, পূৰ্ব্বাশা, ঐন্দ্ৰ,
পশ্চিম, প্রতীচী, বাৰুণী, ওয়েষ্ট।
উত্তৰ-পূব, ঈশানকোণ।
উত্তৰ-পশ্চিম, বায়ুকোণ।
দক্ষিণ-পশ্চিম, নৈঋতকোণ।
উৰ্দ্ধ, ওপৰ।
অধঃ, তল। নামনি।
সোঁ, দক্ষিণ, বামেতৰ, ডাইন, ডাহিন।
বাওঁ, বাম, বামদিক।
এইদিশ, এইফাল; সেইদিশ, সেইফাল; অন্যদিশ, আনফাল;
দিগন্তৰ, ভিন্নদিশ। চৰ্তুদিশ, চাৰিওফাল; সৰ্ব্বদিশ,
সকলো ফাল।
এইপাৰ; সেইপাৰ।
**বিণ.** দিগন্তব্যাপী, দিগন্ত প্রসাৰী।
দিগ্‌ভ্রান্ত, দিগ্‌ভ্রম, পকৰাই পোৱা, দিশহাৰা; লক্ষ্যহীন।
দক্ষিণা, দক্ষিণী। দক্ষিণাভিমুখ, দক্ষিণীয়া।
পুবালি।
পশ্চিমা।
বাওঁপকীয়া। বাওঁফলীয়া। বাওঁহতীয়া, লেবেৰাহতীয়া।
কেন্দ্ৰাতিগ, কেন্দ্রাভিমুখ, কেন্দ্রবিমুখ।
অনুভূমিক, আনুভূমিক। অনুলম্ব, আলম্ব।
সব্য, সব্যসাচী।
অভিমুখী, প্রতিমুখী।
**ক্রি. বিণ.** পিনে, ফালে, এই পিনে, এনি, এই দিশে, এই ফালে,
সেই পিনে, সেই ফালে, তেনি; এই ঢালে, সেই ঢালে,
অভিমুখে, প্রতি।
দাঁতিয়েদি, এদাঁতি হৈ, কাষেৰে, একাষৰীয়া হৈ, ইফালে,
সিফালে, ইপাৰে, সিপাৰে, কাষৰে-পাঁজৰে, কাষে-পাঁজৰে।
ইফালে-সিফালে, ঘৰা-ঘৰি, ইপিনে সিপিনে, দিহা-দিহি,
সোঁৰে-বাঁৱে। আগে পিছে, আগে-গুৰিয়ে। সোঁৱে, সোঁপিনে,
দক্ষিণহাতে।
বাওঁহাতে, বাওঁপিনে। বাওঁপাকে।
এই মুখে, সেই মুখে; এই দিশে, সেই দিশে।
এপিনে, একাভিমুখী। নানাদিশে, সকলোপিনে, চৰ্তুদিশে,
চাৰিওপিনে।

**১৯৪ সম্মুখ**

**বি.** সম্মুখ, সমুখ, চমি, আগপিন, আগভাগ, আগফাল, আগছোৱা,
আগাৰি, আগ, অগ্র, পুৰঃ, সমক্ষ, অভিমুখ, প্রতিমুখ। আগলি।
পুৰোভাগ, অগ্রভাগ, মুখপাত।
পুৰোভূমি, প্রথমশাৰী, আগশাৰী।
প্রত্যক্ষতা।
সম্মুখগমন।
**বিণ.** আগফালৰ, সম্মুখৰ, আগৰ, সম্মুখৱৰ্ত্তী, সম্মুখস্থ, আগমুৱা,
আগলি, অগ্ৰবৰ্ত্তী, পূৰ্ববৰ্ত্তী, পুৰঃসৰ, পুৰোগামী।
সমুখা-সমুখি, আগাআগি। চিধা।
**ক্রি.বিণ.** আগে আগে, মুখামুখি। চিধাচিধি।
সম্মুখত, সম্মুখতে, সমীপত, আগত, মুখৰ আগতে, আগ
চামিলে, আগপিনে, আগমুৱাকৈ।

**১৯৫ পিছফাল**

**বি.** পিছ, পিছফাল, পিঠিফাল, পশ্চাৎ, পাছফাল। পৃষ্ঠ, পিঠি,
পৃষ্ঠদেশ, পশ্চাদ্ভূমি, পৃষ্ঠভাগ। পিছবাগি।
**বিণ.** পিছৰ, পিছফালৰ, পিঠিফালৰ, পশ্চাদবৰ্ত্তী, পশ্চাদগামী।

ক্ৰি বিণ. পিছে, পিছে পিছে। পিঠি পিনে। পিছবাগিয়ে।

**১৯৬ মাজ**

বি মধ্য, মাজ, মাজখিনি, মধ্যভাগ, মধ্যদেশ, মধ্যস্থল। ভিতৰ, অভ্যন্তৰ, অন্তঃ। মাজ-মূৰ। সোঁ-মাজ।

মধ্যবিন্দু, কেন্দ্ৰ, কেন্দ্ৰস্থল, মধ্যস্থল। ভাৰকেন্দ্ৰ, ভৰকেন্দ্ৰ।

মধ্যৰেখা, অক্ষ, মধ্যমা, বিষুব, বিষুবৰেখা।

সমদ্বিখণ্ডন।

মধ্যবৰ্ত্তিতা।

বিণ মাজতীয়া, মাজালী, মধ্যবৰ্ত্তী মধ্যস্থিত, মধ্যগত, মধ্যস্থ, মাজৰ, মধ্যগ, কেন্দ্ৰস্থ, কেন্দ্ৰগত, কেন্দ্ৰীভূত, কেন্দ্ৰীয়।

সমদূৰৱৰ্ত্তী, সমদ্বিখণ্ডক।

ক্ৰি বিণ মাজে মাজে, সোঁ-মাজতে, মাজ-মূৰত, মাজখিনিতে।

**১৯৭ কাষ**

বি কাষ কাষৰ কাষটি, কাণ, পাৰ্শ্ব, দাঁতি, লুটি, দাঁতৰি, বগল পাৰ্শ্বদেশ, তব, কিনাৰ, পাৰ। যুঁৱলি। সীমা, শেষ সীমা, সীমাৰেখা। পৰিসীমা, সীমামূৰ, চাৰিসীমা, আদাৰিয়া, দাঁতিকাষ।

বিণ কাষৰীয়া, দাঁতি কাষৰীয়া, দাঁতিষলীয়া, দাঁতিপৰীয়া, দাঁতিয়াল। সীমামূৰীয়া।

ক্ৰি বিণ দুই কাষে দুই দাঁতিয়ে, কাষে কাষে, দাঁতিয়ে দাঁতিয়ে, দাঁতিয়ে, দাঁতিয়েদি কাষৰে-পাঁজৰে কাষে-পাঁজৰে।

কাষৰিকৈ। কাষেদি, কাণেদি।

**১৯৮ ওপৰ**

বি ওপৰ, উপৰ চূড়া শীৰ্ষ, উপৰিভাগ, শিখৰ, শিখা, উৰ্দ্ধভাগ, শীৰ্ষ, শীৰ্ষস্থান, শীৰ্ষদেশ, শিৰোদেশ, শিৰোভাগ, শৃঙ্গ, টিং, শিৰ, মূৰ। শিতান।

উচ্চতা। কলটি।

ওপৰ মহল, ওপৰতলা।

মিনাৰ, টাওয়াৰ, গম্বুজ। খুটি, খুটা, পিলাৰ, পোষ্ট, স্তম্ভ, মাস্তুল, মাষ্ট।

বিণ ওপৰৰ, উৰ্দ্ধস্থ, শিখৰাস্থিত, শীৰ্ষস্থান, ওখ, উচ্চ। চিত।

ক্ৰি. বিণ ওপৰত, উৰ্দ্ধত, ওখত।

চিত হৈ, ওপৰ মূৰৈ, ওপৰমূৱাকৈ।

**১৯৯ উচ্চতা**

বি উচ্চতা, ওপৰ, মহত্ত্ব, তুঙ্গিমা।

টিং, চুড়, চূড়া, শৃঙ্গ, শিখৰ।

বিণ. উচ্চ, ওখ, ওখ-পাখ, লহঙা, লহঙী (স্ত্ৰী)। লেটেঙা, লেঙা, লেঙী। উত্তুঙ্গ, উন্নত, তুঙ্গ, তুঙ্গী, সুউচ্চ, অত্যুচ্চ, সমুন্নত, সুতুঙ্গ, প্ৰোন্নত, প্ৰোচ্চ, পীনোন্নত, আকাশ চোৱা, আকাশ লঙ্ঘা, গগনচুম্বি, গগনস্পৰ্শী, গগনচুম্বিত, আকাশলঙ্ঘী, আকাশচুম্বী, অভ্ৰভেদী, স্কাইস্ক্ৰেপাৰ।

উৰ্দ্ধগামী, উৰ্দ্ধমুখী। কাকিনী। পাত কটা দাঁৰ।

উচ্চস্থ, উচ্চস্থিত, শিখৰস্থিত।

লেং লেং কৰে।

**২০০ নিম্নতা।**

বি নিম্নতা, অধঃ। নিম্নাংশ, অধোভাগ, নামফাল, অধোদেশ, তলভাগ, পাদদেশ, নামদানী, পদাসন, পাদপীঠ, তলা, তল।

ক্ৰমনিম্নতা, নিম্নাঞ্চল। ঢাল।

ভৰিপথান, ঠেং-নামনি, ঠেংপাচা।

বিণ নিম্ন, তল, অধঃ, অধস্তন, তলতীয়া, নিম্নস্থ, অধস্থ, নিম্নস্থিত। অবনত, অনুন্নত। ক্ৰমাবনত।

ক্ৰি বিণ তলত, তলেদি।

**২০১ ওলমা**

বি লম্বন, আলম্বন, প্ৰলম্বন, দোলন, ঝুলন। ঝুলনা।

দোলা, দাং দোলা। ওলমা-বাদুলি।

ওলমা মণি।

শিকা শিকিয়া, একাজী।

বিণ ওলমা, ওলমি থকা, লম্বিত, প্ৰলম্বিত, আলম্বিত। লম্বমান।

**২০২ হেলান**

অ. ক্ৰি হেলান দে, কাতি হ, আউজ, অউজ। ঢল, ঢাল খা, ঢলি পৰ - ।

হালি পৰ—, হলি যা—।

বিণ ঢলনীয়া, সেওলা, হাওলা, হলা, হলি থকা, হামোকা, হঁকয়া, হকয়া, হৈয়া, কতীয়া, একতীয়া, এঢলীয়া, ঢালখোৱা, ঢালু, চাবল। হেকেলা, হেঁকেচা, হেঁকেৰা। ক্ৰমাবনত, আওগৰীয়া, আওঢলীয়া, হেৰে (বা) মগৰীয়া। চলঙা, চলঙুৱা, দুৱা-পিঠীয়া, কাছ-পিঠীয়া।

ক্ৰি বিণ. কধীয়াকৈ, হেলনীয়াকৈ।

**২০৩ দূৰত্ব**

বি দূৰত্ব, দূৰ, দূৰৈ, দূৰতা, ব্যৱধান, অসন্নিধান, অসন্নিকৰ্ষ, অন্তৰ, দূৰবৰ্ত্তিতা, দূৰণি।

দূৰান্তৰ, দূৰান্তৰ, দূৰ-দূৰান্তৰ।

বিণ/বি দূৰ, আঁতৰ, নিলগ। বিদূৰ।

বিণ. দূৰাগত, দূৰগামী, দূৰগামিনী। দূৰৱৰ্ত্তী; দূৰণিৰ, দূৰণিবটীয়া। দিকচৌ, দিগচৌ, দূৰস্থ, দূৰীকৃত; দূৰীভূত। বেলেগ, বেলেগটীয়া। নিলগ-নিজৰি। নিলগীয়া, আঁতৰা-আঁতৰি।

বিজে-ডাঙে নোপোৱা।

ক্ৰি. বিণ. নিলগে, নিলগে নিলগে, আঁতৰা-আঁতৰিকৈ, আঁতৰি,

আঁতৰে-আঁতৰে। বেলেগে-বেলেগে, বেলেগকৈ।

**২০৪ সান্নিধ্য**

**বি.** সান্নিধ্য, সন্নিধি, সামীপ্য, সমীপ, নিকট, গুৰি, নৈকট্য, নিকটতা, নিকটবৰ্ত্তিতা, অদূৰবৰ্ত্তিতা, অধিগম্যতা, সন্নিকট।
অদূৰ, সমীপ, ওচৰপাঁজৰ। ৰিংটোৰ দূৰ। এক ঢোলৰ বাট।
ওচৰ, কাষ, দাঁতি, পাৰ্শ্ব। চাট; কাটিহা।
ওচৰ-চুবুৰীয়া, ওচৰ-ঘৰীয়া।

**বিণ.** কাষৰীয়া, ওচৰৰ, পাৰ্শ্ববৰ্ত্তী, সমীপৱৰ্ত্তী, নিকটৱৰ্ত্তী, অদূৰৱৰ্ত্তী, অনতিদূৰৰ।
ওচৰা-উচৰি।

**ক্রি-বিণ.** ওচৰতে, কাষতে, সমীপতে, অদূৰতে গুৰিতে, ৰিং মাৰিলে শুনাতে।

**২০৫ সংলগ্নতা**

**বি.** সংলগ্নতা, সংযোগ, সংযুক্তি, যোগ, সংলিপ্ততা, সংলেপ, সংসক্তি, অঙ্গাঙ্গিতা, সংশ্লেষ; সংস্পৰ্শ, সংস্ৰব, সম্বন্ধ, সম্পৰ্ক, জেৰ, সমন্বয়, মিলন; আসক্তি; সংহতি।
সাবটা-সাবটি। অবিচ্ছেদ, অব্যৱধান, নৈকট্য, সন্নিহিতি, সন্নিধান, সামীপ্য।
সন্ধি, যোৰা, সাঁফি। লগালগি, গাত গা লগা, গায়ে গায়ে লগা, সনা পিঠা, লেপেত খাই ধৰা—, যোৰ পাতি থকা—।
সেঁতু; দলং,সাঁকো; পুল, কালভাৰ্ট। সাঁকো মাৰি, হাতা-মাৰি, হেতামাৰি।

**বিণ.** সংলগ্ন, সংযুক্ত, যুক্ত, সংলিপ্ত, অঙ্গাঙ্গী, সমন্বিত, মিলিত। আসক্ত, সংহত।
অবিচ্ছিন্ন, নিকট, সন্নিহিত, সমীপ। একাকাৰ, জড়িত, বিজড়িত; একত্ৰীকৃত, একত্ৰ; ঘনিষ্ঠ, লগা-লগি।

**ক্রি.বিণ.** লগা-লগিকৈ; একাকাৰকৈ, নিখুন্দকৈ; সাবটা-সাবটিকৈ।

**২০৬ অসংলগ্নতা**

**বি.** অসংলগ্নতা, অসংযুক্ততা, বিচ্ছিন্নতা, অসংযোগ, অসংস্ৰব, বিযুক্তি, অসম্পৃক্তি, অসংহতি, তফাত, পাৰ্থক্য, ব্যৱধান, দূৰত্ব। আঁতৰ। এৰা-এৰি। এৰণ, এৰণি।

**বিণ.** অসংলগ্ন, অসংযুত, খন্দা-ছিগা, পৃথক, অযুক্ত, বিযুক্ত, বিচ্ছিন্ন, অসংযুক্ত, অসংসক্ত, আলগ-নিলগ, নিলগীয়া, অসম্পৰ্কিত, সংযোগহীন, অযুগ্ম, বিভক্ত, ছিন্ন, মুক্ত, বিমুক্ত। বিচ্ছিন্ন। আলগ, আলগতীয়া, নিলগ। আতৰা-আতৰি, নিলগা-নিলগি। আলাদা, বেলেগ, বায়ং।
তেল-পানী (সম্বন্ধ), গাত গা নলগা। হোকা-পানী অসধ্যাৰ।
ত্ৰিশঙ্কু, শূন্যস্থিত।

**ক্রি. বিণ.** আঁতৰে-আঁতৰে, আঁতৰা-আঁতৰিকৈ, আলগ-নিলগকৈ, আলগে-নিলগে। আলগতে, বেলেগে, বেলেগে বেলেগে, বায়ঙে বায়ঙে, পৃথকে পৃথকে, পৃথকে, পৃথক কৈ।

**২০৭ ওলট্**

**অক. ধা.** ওভত; ঘূৰ; ফিৰ; লুটি খা।

**সক. ধা.** ওলটা, ওলোটা, ওভতা, ফিৰা। লুটিয়া।

**বি.** ওলটা-উলটি, ইলুটি সিলুটি, ওলট্-পালট্, তল-ওপৰ। ওলোটা-ওভতা।

**বিণ.** ওলোটা, ওভোতা, বিপৰীত।
উৰ্দ্ধমূল, বিপৰীতমুখী, অধঃশাখা।
উজান।

# ৮ মন-মনোভাব-মানসিকতা



**২০৮ মন**

**বি** মন, মতি, চিত্ত, চিত হৃদয়, অন্তৰ, মানস, হৃৎ, মৰ্ম্ম, অস্থি সন্ধি, মৰ্ম্মস্থল, হিয়া, দিল, আশয় সত, পৰাণ, অন্তকৰণ, মনুবা, মনাই, অন্তৰাত্মা, অন্তৰিন্দ্ৰিয়, অন্তস্তল, ধীন্দ্ৰিয় চিত্তক্ষেত্ৰ, হৃদযতন্ত্ৰী, হৃদয়গ্ৰন্থি, হৃদয়পট, চিত্তপট, হৃদাকাশ হৃদাসন, হৃদয়মন্দিৰ, মনোমন্দিৰ।

মানসলোক, মনোৰাজ্য, মনোজগৎ, অন্তৰ্জগত, অন্তঃৰাজ্য, ভাবজগৎ, কল্পলোক, কল্পজগৎ

মনোনিৱেশ।

বিবেক, বিবেকবুদ্ধি।

মানসিকতা, মনোভাব, মনোভাবনা, চিন্তন, অনুভৱন, মনোবৃত্তি, চিত্তবৃত্তি, হৃদয়বৃত্তি, হৃদবৃত্তি, হৃদয়বোধ মানসতা মনীষা। দৃষ্টিভঙ্গী, মতি, গতি, মতি-গতি, গতি-মতি, প্ৰকৃতি পৰাকিতি, পৰ্কিতি, হাৱভাৱ, ধাৰণা, চিন্তা ভাবনা ধ্যান জ্ঞান ধ্ৰুৱবিশ্বাস, দৃঢ়বিশ্বাস প্ৰৱণতা।

অন্তৰ্মাধুৰ্য। মনোৰঞ্জন। অন্তৰসম্পদ। মনশ্চক্ষু, অন্তৰ্দৃষ্টি, মননশীলতা।

অবচেতন মন। মনন।

মনোবিজ্ঞান চাইকোলজি মনস্তত্ত্ব, মনঃ সমীক্ষণ।

মনস্তাপ মনোবেদনা, মনঃপীড়া মনঃশূল, মনোবল মনোবাঞ্ছা।

**বিণ** মানসিক, মনোগত, আন্তৰ মানস মনস্থ, মনঃস্থ, হৃদগত হৃদয়গত, মৰ্ম্মস্থ মননশীল। অন্তৰস্থ আত্মভৱ, হৃদয়স্থ হৃদয়জ চৈত। মনোজ্ঞ, মনোহাৰী মনোমত, মনোমোহন, মনোলোভা, মনোৰম।

মনোময় মনোমত, মনোনীত। আন্তৰিক, হৃদ্য, হাৰ্দ্য, হাৰ্দিক হৃদ্যতাপূৰ্ণ, আন্তৰিকতাপূৰ্ণ। মনোৰঞ্জক।

প্ৰশস্তচিত্ত, উদাৰহৃদয়, উদাৰমনা।

মনঃপূত। মনস্বী, মনীষী।

মনান্তৰ।

মন-ডাঠ, দৃঢ়মনা, [বিপ] মন পাতল, অস্থিৰমনা, অস্থিৰ চিত্ত মনেগঢ়া, মনেছোৱা, মনেসজা, মনে পতা মনেপৰ্শা মনে পন্দা।

**বিণ /বি** মনোবিজ্ঞানী, মনস্তাত্ত্বিক, মনঃসমীক্ষক, চাইকলজিষ্ট চাইকিয়াট্ৰিষ্ট। চিত্তবিদ, চিত্তজ্ঞ, অন্তৰজ্ঞ, অন্তৰ্যামী।

**ক্ৰি বিণ** মনে-চিতে, মনে-মনে, মনে-মুখে।

**২০৯ স্বভাৱ**

**বি** স্বভাৱ, প্ৰকৃতি, আত্মভাৱ, ধৰ্ম্ম, গুণ, চৰিত্ৰ, ধাত, স্বৰূপ তত্ত্ব, স্বধৰ্ম্ম, স্বভাৱধৰ্ম্ম, স্বৰূপত্ব, স্বৰূপতা। মতি, মেজাজ অভ্যাস, গত, প্ৰবৃত্তি। প্ৰৱণতা।

প্ৰকৃতিগত প্ৰবৃত্তি, সহজক্ৰিয়া। মতি-বুদ্ধি, স্বভাৱ, আচৰণ, চলন-ফুৰণ, গতি-গোত্ৰ আলেখ-লেখ স্বভাৱ-চৰিত্ৰ, চালচলন, ধৰণ-কৰণ, ব্যৱহাৰ, হাৱভাৱ, গতি-মতি, ৰেহ-ৰূপ, গতি-বিধি।

লোকচৰিত্ৰ, মানৱচৰিত্ৰ, মানৱপ্ৰকৃতি, মনুষ্যচৰিত্ৰ, লোকব্যৱহাৰ।

ধৰ্ম্ম, বয়োধৰ্ম্ম, যুগধৰ্ম্ম কালধৰ্ম্ম।

ৰিপু ষড়ৰিপু [কাম, ক্ৰোধ, লোভ, মোহ মদ মাৎসৰ্য্য]।

নৈতিকচৰিত্ৰ নৈতিকতা।

স্বভাৱগুণ চৰিত্ৰগুণ, সৎস্বভাৱ, সজগুণ ভাল স্বভাৱ।

কদভ্যাস, বদভ্যাস, কু-অভ্যাস, স্বভাৱদোষ, চৰিত্ৰদোষ।

মুদ্ৰাদোষ।

**বিণ** স্বভাৱগত, প্ৰকৃতিগত চাৰিত্ৰিক, চৰিত্ৰগত, স্বভাৱজ, স্বভাৱজাত, সহজাত, স্বভাৱসিদ্ধ, স্বভাৱসুলভ, স্বভাৱ সজত, স্বভাৱগত, স্বভাৱসম্মত, প্ৰকৃতিসিদ্ধ, অভ্যাসগত।

মজ্জাগত, বদ্ধমূল, অভ্যস্ত, সাহজিক, চিৰাভ্যস্ত।

স্বাভাৱিক।

স্বতঃস্ফূৰ্ত, স্বতঃপ্ৰবৃত্ত।

**ক্ৰি বিণ** স্বভাৱতে, স্বভাৱতঃ, স্বভাৱবশতঃ, স্বভাৱগুণে, স্বাভাৱিকভাৱে। ভাবে, ৰূপে, স্বৰূপে, হিচাপে। আচৰণে বিচৰণে।

**২১০ আচাৰ-ব্যৱহাৰ**

**বি** আচাৰ-ব্যৱহাৰ, আচৰণ, চালচলন, ধৰণ-কৰণ, আদব-কায়দা, ৰেহ-ৰূপ।

ভাব-ভঙ্গী, ভাও-ভঙ্গী, ভাব, হাৱভাৱ, গতিমতি, ঠেও, ঠেও ধমক।

ৰীতি-নীতি, নীতি-নিয়ম, দেশাচাৰ, লোকাচাৰ, প্ৰথা, প্ৰথা, দস্তুৰ, নিত বাট।

সদাচাৰ।

কদাচাৰ।

**বিণ** সদাচাৰী। কদাচাৰী।

আচাৰনিষ্ঠ।

**ক্ৰি বিণ** দস্তুৰমতে।

**২১১ অন্তৰ্দৃষ্টি**

**বি** অন্তৰ্দৃষ্টি, অন্তৰ্দৰ্শন, আত্মদৃষ্টি, আত্মদৰ্শন, আত্মদৰ্শিতা, মানসচক্ষু, মানসদৃষ্টি। দিব্যদৃষ্টি।

আত্মসমীক্ষণ, আত্মসমীক্ষা, আত্মানুসন্ধান, আত্মাৱলোকন, আত্মচিন্তা, আত্মান্বেষণ, আত্মপৰীক্ষা, আত্ম-বিশ্লেষণ। আত্মজ্ঞান, আত্মতত্ত্ব, আত্মবুদ্ধি, আত্মজ্ঞতা, আত্মবেদিতা, আত্মতত্ত্বজ্ঞতা।

অন্তৰ্মুখিতা। অন্তৰ্মুখ।

**বিণ. অন্তমুখী, অন্তৰ্ব্বাহী**; আত্মানুসন্ধানী।

**বিণ./বি. আত্মদ্ৰষ্টা**, আত্মদৰ্শী, আত্মজ্ঞানী, আত্মবিদ, আত্মজ্ঞ, আত্মদৰ্শক, আত্মতত্ত্বজ্ঞ, আত্মবেদী, আত্মধী; আত্মান্বেষী, আত্মানুসন্ধানী, আত্মসমীক্ষক।

**২১২ অভিলাষ**

**বি.** অভিলাষ, আশা, ভাৰসা, আশা-ভাৰসা, আশা-দশা। আকাংক্ষা, আগ্ৰহ, মন, ইচ্ছা, আকুতি, অভিপ্ৰায়, সাধ, ছাধ, চখ, বাসনা, হাবিলাস, হাবিয়াহ, আকল, কামনা, বাঞ্ছা, স্পৃহা, ঈপ্সা, হেঁপাহ, হাউচ, অভীপ্সা। লোভ। অনুৰাগ, ধাউতি, লকলকনি। খেয়াল, খেয়াল-খুচি, মৰ্জি, মৰ্জ্জি।

মনোবাঞ্ছা, মনোবাসনা, মনস্কামনা, মনোভীষ্ট, মনোৰথ, হৃদয়বাসনা; ভাব, মনোভাব, আশয়, উদ্দেশ্য, মতলব। ইষ্টাৰ্থ।

চিৰবাসনা, চিৰাকাংক্ষা, চিৰাভিলাষ।

প্ৰত্যাশা, আকুলতা; আশা-পাশ। ব্যগ্ৰতা, ব্যাকুলতা, ঔৎসুক্য, উচাটন, তৃষ্ণা, পিপাসা। লিপ্সা, লালসা।

গা সাতখন-আঠখন কৰা—।

উচ্চাশা, উচ্চাভিলাষ, উচ্চাকাংক্ষা।

সুবাসনা, সদ্‌বাসনা।

দুৰাশা, দুৰাকাংক্ষা, দুৰাগ্ৰহ, কক্কি। আকাশকুসুম; দিবাস্বপ্ন, বালিঘৰ। আলাসত চাং পতা। পানীৰ মিঠৈ।

আশাপূৰণ, ইচ্ছাপূৰণ, আশাপূৰ্ণ, অভীষ্টসিদ্ধি।

**বিণ.** কাঙ্ক্ষিত, আকাঙ্ক্ষিত, অভিলষিত, বাঞ্ছিত, ঈপ্সিত, অভীপ্সিত, অভীষ্ট, অভিপ্ৰেত, প্ৰাৰ্থিত, উদ্দিষ্ট। ইষ্ট।

কাম্য, কামনীয়, বাসনীয়, এষণীয়, অভিলষণীয়, ঈপ্সনীয়, স্পৃহনীয়, বাঞ্ছনীয়, বাঞ্ছিতব্য, কাঙ্ক্ষণীয়, আকাঙ্ক্ষণীয়, অভিলষিতব্য। প্ৰাৰ্থনীয়, প্ৰাৰ্থনী।

চিৰবাঞ্ছিত, চিৰপ্ৰাৰ্থিত, চিৰাকাঙ্ক্ষিত।

ইচ্ছাত্মক, ইচ্ছায়ত্ত, ইচ্ছাধীন।

সস্পৃহ; সকাম, কামনাযুক্ত, আশাবদ্ধ, আশাধাৰী।

প্ৰিয়, মনোমত, প্ৰেয়।

আশাব্যঞ্জক, আশাপ্ৰদ, আশাজনক, আশাপূৰ্ণ।

আশান্বিত; স্পৃহান্বিত, জাতস্পৃহ।

আকুল, ব্যাকুল, উৎসুক, উৎকণ্ঠ, উদগ্ৰীব।

আগ্ৰহান্বিত।

অভীষ্টদায়ক, অভীষ্টপূৰক, কামদ, কামদা, কামপ্ৰদ; বাঞ্ছাকল্পতৰু।

**বিণ./বি.** অভিলাষী, আকাঙ্ক্ষী, ইচ্ছুক।

প্ৰত্যাশী। পদাকাঙ্ক্ষী।

আকাঙ্ক্ষীকাৰী, বাঞ্ছাকাৰী, লকলকীয়া, আকলুৱা, কাঙাল।

বাসনাসৰ্ব্বস্ব।

উচ্চাভিলাষী, উচ্চাকাঙ্ক্ষী।

দুৰাকাঙ্ক্ষী। কক্কীয়া।

পূৰ্ণকাম, সিদ্ধকাম, সিদ্ধমনোৰথ।

আশাবাদী।

**ক্ৰি. বিণ.** ইচ্ছামতে, ইচ্ছানুযায়ী, যদৃচ্ছা, যথেচ্ছা, যদৃচ্ছাক্ৰমে।

হেঁপাহ পুৰাই, হেঁপাহ পলুৱাই, সাধ মিটাই।

**২১৩ নিৰাশা**

**বি.** নিৰাশা, নৈৰাশ, নৈৰাশ্য, আশাশূন্যতা, হতাশা, আশাভঙ্গ, নিৰাশ, মোহভঙ্গ, মোহমুক্তি।

ভৰসাহীনতা, অভৰসা, অভাৰসা।

নিৰাশ্বাস।

দুৰাকাঙ্ক্ষা, দুৰাশা।

মিথ্যাশা, মায়া।

সোণৰ হৰিণ, মায়ামৃগ, স্বৰ্ণমৃগ; ছাঁ জুই; মৰীচিকা; আকাশকুসুম; পানীৰ মিঠৈ; আলাসত চাং পতা; বালিঘৰ; গছত কঠাল ওঁঠত তেল। অৰণ্যৰোদন।

আশাত চেঁচা পানী ঢলা—।

মন ভঙা—, নিৰাশ হোৱা—, মূৰে কপালে হাত দিয়া—।

নৈৰাশ্যবাদ; নৈৰাশ্যবাদিতা।

**বিণ./বি.** নিৰাশ, হতাশ, আশাহীন, আশাশূন্য, নিভাৰসা, ভগ্নাশা, ভগ্নমনা, ভগ্নমনোৰথ; ভগ্নোদ্যম, ভগ্নোৎসাহ, হতোদ্যম, হতোৎসাহ, কান্ধ পেলাই দিয়া—, হতাশ্বাস, হতাশাগ্ৰস্ত, উদ্যমহীন, ভগ্নহৃদয়, নিৰুদ্যম, নিৰুৎসাহ, নিৰুৎসুক, ভগ্নচেষ্ট, বীতস্পৃহ, নিস্পৃহ, গতস্পৃহ, বীগতস্পৃহ।

নৈৰাশ্যবাদী। কামনাশূন্য, বীতকাম, কামনাহীন, ব্যৰ্থবাসনা।

উচ্চাশাহীন।

**বিণ.** নৈৰাশ্যজনক, নৈৰাশ্যব্যঞ্জক, নৈৰাস্যসূচক, নিৰাশাজনক, নিৰাশাব্যঞ্জক, হতাশাব্যঞ্জক, হতাশাসূচক।

**২১৪ অনভিলাষ**

**বি.** অনভিলাষ, নিঃস্পৃহতা, অনীহা, অনীপ্সা; অৰুচি, অৰতি, অপ্ৰবৃত্তি, অনিচ্ছা, অনাসক্তি, অবাঞ্ছনা, অস্পৃহা, অনভিলাষিতা, অবাসনা, নিৰাকাঙ্ক্ষী, নিৰ্লোভ। অনভিপ্ৰায়, ঔদাসীন্য, উদাসীনতা, ঔদাস্য, অনাগ্ৰহ, অপ্ৰত্যাশা, অনাকাঙ্ক্ষা, নিৰ্লিপ্ততা।

নেযাওঁ নথওঁ কৰা—, খেৰো-গেৰো কৰা—, ঠাহাৰ-ঠুহৰ।

এৰাৰো, এৰাই দেখুউৱা—।

**বিণ.** অনভিলষিত, অকাম্য, অবাঞ্ছিত, অপ্ৰত্যাশিত, অনভিপ্ৰেত, অবাঞ্ছনীয়, অনীপ্সিত, অনভিলষণীয়; অপ্ৰাৰ্থিত।

যেনতেন, পালমৰা।

**বিণ./বি.** নিঃস্পৃহ, অনীহিত, স্পৃহাহীন, স্পৃহাশূন্য, অনভিলাষী, অনিচ্ছুক, অনাকাঙ্ক্ষী, নিৰাকাঙ্ক্ষী, নিখঁকুৱা, কামনাশূন্য, বাসনাহীন, বাসনাবিহীন।

অনাগ্ৰহী, উদাসী, উদাসীন, উদাস, নিৰ্লিপ্ত, গাত নলগা। কেৰলীয়া, লণ্ডাশ্ৰমী। অনাসক্ত, নিৰাসক্ত, নিৰ্লোভী, অলোভী,

নিৰ্লোভ।

নিৰ্মোহ, মোহহীন, মোহশূন্য।

ক্ৰি.বিণ. নেযাওঁ-নথওঁ কৈ। অনিচ্ছাৰে, এলেং-এথেংকৈ। যেনতেনকৈ, পাল মাৰি, লৌৰা-লপাকৈ।

২১৫ পছন্দ

বি পছন্দ, ৰুচি, অভিৰুচি, নিৰ্ব্বাচন, ভাললগা—, মনঃপূত হোৱা—, মনখোৱা—, মন ভুলোৱা—, মনে চিতে খোৱা—, মনে পিঠে খোৱা—, মনত ৰেখাপাত কৰা—, চকুত লগা—, দৃষ্টি আকৰ্ষণ, মনমোহা—, মনোনয়ন, নিৰ্ব্বাচন। অভিৰুচি।

বিণ মনোমত, পছন্দৰ, ইচ্ছানুৰূপ, মনঃপূত, অভিপ্ৰেত, আকাঙ্ক্ষিত। প্ৰিয়।

মনোলোভা, মনোহাৰী, চিত্তহাৰী, মনোজ্ঞ, চিত্তাকৰ্ষী, চিত্তাকৰ্ষক। মনোনীত, নিৰ্ব্বাচিত।

মনোভীষ্ট, মন খোৱা।

বিণ /বি. চৌখিন।

২১৬ অপছন্দ

বি অপছন্দ, অনীহা, অস্পৃহা।

প্ৰত্যাখ্যান, খাৰিজ।

ভাল নলগা—, মন নোখোৱা—, মনঃপূত নোহোৱা

নাক কোঁচোৱা—, গা বিজ বিজ কৰা —।

বিণ অমনোনীত, অনিৰ্ব্বাচিত।

২১৭ দ্বিধা

বি দ্বিধা, দোধা, দ্বৈধ, দ্বৈধীভাব কুণ্ঠা, সংকোচ, শঙ্কা, ইতস্ততঃ, কেৰোঁ ঘেঁহো কৰা—, কেৰ ঘেঁহোৱা—, কেৰঘেঁহনি, কেৰেঁহনি, খকজা, খোকোজা, খকা-খমকা, খকা-খৈয়া। দুই নাৱত দুই ভৰি, দোদুল্যমানতা, অস্থিৰচিত্ততা, দ্বন্দ্ব, সংশয়, সংশয়াচ্ছন্নতা, সন্দেহ, অনিশ্চয়তা। থতমত। লাকি-লুকা, চুচুক-চামাক, থোহ-মোহ, লুকা-ভুমুকা, কিংকৰ্ত্তব্যবিমূঢ়তা, খপজপনি, এভৰি আগলৈ এভৰি পিচলৈ, খপজপাই ফুৰা। কৰ্ও নকৰ্ও, যাওঁ নাযাওঁ, কৰোঁ নকৰোঁ, খাও নাখাওঁ। থেৰো-গেৰো, এৰা চৰা—, ঠাহাৰ-ঠুৰৰ, এন-গেন। ন যযৌ ন তস্থৌ। মনটো কোচ খাই থকা —, বেবুৰা লগোৱা—, চৌচেঁউীয়াত পেলোৱা—, চৌচেঁউীয়া কৰা—। আধামুৰী খোৱা—।

ঠেন-মেথেন, এটকেন-মেটকেন, এটকেন-মেঠকেন।

বিণ. দ্বিধাগ্ৰস্ত, দ্বিধাজড়িত, কুণ্ঠিত, কুণ্ঠাযুক্ত, সংকুচিত, সংশয়াকুল, সংশয়গ্ৰস্ত, সংশয়াচ্ছন্ন, দুইমনা। শংকিত। হতভম্ব, কিংকৰ্ত্তব্যবিমূঢ়, বিবুদ্ধি, তৰধৰণি (তৰ্দ্ধনি) হেৰোৱা—, তত হেৰোৱা—, হেহোঁ-নেহোঁ। ভতভত হেৰাই যোৱা—, তৰ ল বাম ল হোৱা—, পদাপাল দেখুওৱা—, বিতত, নিথতুৱা, অস্থিৰ। নিৰুপায়, হতবুদ্ধি।

ক্ৰি. বিণ. কৰ্ওঁ নকৰ্ওঁ কৈ; যাওঁ নাযাওঁ কৈ; খাওঁ নাখাওঁকৈ; শঙ্কিতভাৱে, থেৰো গেৰো কৈ।

২১৮ দ্বিধাহীনতা

বি. দ্বিধাহীনতা, কুণ্ঠাহীনতা, অকুণ্ঠচিত্ততা, অকুণ্ঠিত চিত্ততা। নিৰ্দ্বিধা। খোলামন।

বিণ./বি. অকুণ্ঠ, অকুণ্ঠিত, কুণ্ঠাহীন, অকুণ্ঠিতচিত্ত, দ্বিধাহীন, সংকোচহীন, সংকোচবিহীন, নিঃসংকোচ, অসংকোচ।

ক্ৰি. বিণ. নিৰ্দ্বিধাই, দ্বিধাহীনভাৱে, নিঃসঙ্কোচে, অসংকোচে, অকুণ্ঠিতচিত্তে, অকুণ্ঠিতভাৱে, অধিণকৈ খোলামনেৰে, মুকলিমনেৰে।

২১৯ মুগ্ধতা

বি মুগ্ধতা, মোহ যোৱা—, মায়া, সম্মোহ, মমতা, মৰম,অনুৰাগ, বিমুগ্ধতা, আসক্তি, অভিভূতি, আবেশ, ভাবাবেশ, ভাববিহ্বলতা, মোহপাশ, মোহজাল, মায়াজাল, মায়া প্ৰপঞ্চ। মায়া-কানন, মায়াপাশ। মায়াবাদ, মায়াবাদী।

মচগুল, মছগুল, তন্ময়। আপোন পাহৰা।

সম্মোহন, মুগ্ধকৰণ, বিমোহন মোহিনীবাণ। মোহিনী।

ভোল যোৱা—, বশীকৰণ। মোহনীয়তা।

চকুৰমণি, দেহ-লাউ, জীউ-লাউ।

বিণ মুগ্ধ, বিমুগ্ধ, মোহিত, তন্ময়, মচ (ছ) গুল, বিমোহিত, সম্মোহিত, অভিভূত, আত্মহাৰা, বিভোল, বিভোৰ, আবিষ্ট, ভাবাবিষ্ট, ভাবোন্মত্ত, মোহগ্ৰস্ত, মোহাচ্ছন্ন, মোহমুগ্ধ, মোহান্ধ, মোহাবিষ্ট, মোহবদ্ধ,মায়াবদ্ধ, মায়ামুগ্ধ, মায়াচ্ছন্ন, মায়াবন্দী, মায়াবিষ্ট, মন্ত্ৰমুগ্ধ। ভেলেকা লগা—, ভেলেঙা লগা—।

মোহময়, মোহজনক, মুগ্ধকৰ, মনোমুগ্ধকৰ, মোহময়ী, মোহিনী, বিমোহিনী, সম্মোহিনী।

মায়াবী, মায়াবিনী (স্ত্ৰী), মৰমী, মৰমী, মৰম লগা, মায়া লগা।

মায়াময়, মায়াপূৰ্ণ, মোহময়।

মোহনীয়, মোহনীয়া (স্ত্ৰী)।

ক্ৰি বিণ মুগ্ধ হৈ, মুগ্ধচিত্তে, মুগ্ধনয়নে।

২২০ বিৰূপতা

বি বিৰূপতা, বিৰাগ, বিতৃষ্ণা, উদাসীনতা, নিস্পৃহতা, অনাসক্তি। অসন্তুষ্টি, অতুষ্টি, অতুষ্টতা, অসন্তোষ; বিতুষ্টি; বিৰক্তি, বিৰক্তি, বিকাৰ, বিকাৰি।

বিৰ্কচনা, ঘৃণা, ঘিণ, ঘিণ-ধাণ, ঘৃণাকৰী, গা বিজ বিজ কৰা—।

আমনি, উভতি, অমুৰি, আমুৰি, ঠেহ, গপ।

ওফোন্দ, বোহ, খজিনা, ভেউৰ। খোকোচ।

খেচালত, খেচালনি, খেজালনি।

চকুৰ কুটা দাঁতৰ শূল হোৱা—, দেখিব নোৱৰা হোৱা—, নাম নুশুনা হোৱা—। তত চকু পৰা যেন কৰা—। হেয়জ্ঞান। শত্ৰুতা, শতুৰালি। শত্ৰু (শতুৰ) পতা—। গপাগপি।

**বিণ.** বিৰূপ, বীতৰাগ, ঘৃণাৰ্হ, ঘৃণ্য,ঘৃণাজনক, ঘৃণাযোগ্য, ঘৃণিত। ঘৃণনীয়, হেয়, ঘিণ লগা, গেন্ধেলা, বিক্চিনা লগা, ধকৰীয়া ঘেকেটা। চকু পাৰি দেখিব নোৱৰা—, চকুৰ কুটা দাঁতৰ শূল। অসন্তুষ্ট, বিতুষ্ট, অতুষ্ট, অপ্ৰসন্ন, বাম, অসন্তোষীয়া, গুগীয়া, শোগোনা, গুগুনী (স্ত্ৰী)।

বিৰক্তিকৰ, বিৰক্তিজনক, অপ্ৰীতিকৰ, অপ্ৰীতিজনক, অপ্ৰীতিপ্ৰদ।

হাৰাশাস্তি, হাইৰাণ, ব্যতিব্যস্ত, জলা-কলা।

খিটখিটিয়া; বেজেৰুৱা; গোঙোৰা।

আমনিদায়ক। ঠেহাল। মাকৰ বিয়া দেখুৱাই দিয়া—।

শত্ৰু, শতৰু, শতুৰু।

**২২১ সহনশীলতা**

**বি.** সহনশীলতা, সহিষ্ণুতা, সহ্যশক্তি, সহ্যগুণ, সহনীয়তা, কষ্টসহিষ্ণুতা, ক্ষান্তি। বৰদাস্ত।

সহ্য, সহি থকা—, সহন। ধৈৰ্য্য, চুৰ্ত্তি, চুৰ্তি। তত।

নীৰবে সহ্য কৰা, চকু মুদি থকা, উচ্চ-বাচ্য নকৰা—।

সহি-সামৰি থকা—।

**বি.** সহনীয়, সুসহ।

**বিণ./বি.** সহনশীল, সহনশীলা (স্ত্ৰী), সহিষ্ণু, সহনক্ষম, কষ্টসহিষ্ণু। সহ্যকাৰী সৰ্ব্বংসহ, সৰ্ব্বংসহা। সহনীয়, সহনীয়া।

**২২২ সংযম**

**বি.** সংযম, সংযমন।

মিতাচাৰ, মিতাচাৰিতা; ইচ্ছানিবৃত্তি, বাসনাৰ সংযম। পৰিমিতি, পৰিমিততা।

ইন্দ্ৰিয়জয়, ইন্দ্ৰিয়দমন, চিত্তসংযম, চিত্তস্থৈৰ্য।

আত্মদমন, আত্মসংযম, আত্মনিয়ন্ত্ৰণ, আত্মসংবৰণ।

**বিণ.** সংযত, সুসংযত, সংযমিত। আত্ম-সংযত, নিয়তাত্মা।

নিয়ন্ত্ৰিত, নিবৃত্ত, নিবাৰিত, মিত, পৰিমিত।

শান্ত, ধীৰ, ধীৰ-স্থিৰ; সুথিল, অবিচলিত, স্থিৰ; সুধীৰ, প্ৰশান্ত। জাতি; নিৰ্জু; মাটি-যেন।

**বিণ./বি.** সংযমী, সংযমকাৰী, কৃতসংযম, সংযমশীল, সংযতচিত্ত, সংযমপৰায়ণ, জিতেন্দ্ৰিয়, সংযতেন্দ্ৰিয়।

অপ্ৰমত্ত, মিতাচাৰী।

**২২৩ অসংযম**

**বি.** অসংযম, সংযমহীনতা, অজিতেন্দ্ৰিয়তা, অনিয়ন্ত্ৰণ,উদ্দামতা, উচ্ছ্বাস, অধীৰতা, ধৈৰ্যাভাব, অস্থিৰতা, চঞ্চলতা, ছটফটনি, ছটবটনি।

অসহন, তিহবিহ।

উচ্ছৃঙ্খলতা, উত্তগুলি, অমিতাচাৰ, অমিতচাৰিতা।

আত্মপ্ৰশ্ৰয়, ইন্দ্ৰিয়পৰায়ণতা। ব্যভিচাৰ।

ওভত সোৰে নচা—, উভতি নচা—। মূৰে ভৰি কৰা—। তয়নাচ মৰা—।

**বিণ.** অসংযমী, অসংযত, অনিয়ত, অনিয়ন্ত্ৰিত। উদণ্ড, তেজেতীয়া। অধীৰ, অস্থিৰ, অধৈৰ্য; উদ্দাম। অসহিষ্ণু, অবৈয়াল। লটং-পটং।

মাত্ৰাজ্ঞানহীন, মাত্ৰাজ্ঞানৰহিত, অমিতাচাৰী, ব্যভিচাৰী, চঞ্চল, তৰ্তৰীয়া, চলবলীয়া, চলক টো, উচ্ছৃঙ্খল, অমিতাচাৰী।

**২২৪ আনন্দ**

**বি.** আনন্দ, প্ৰফুল্লতা, প্ৰসন্নতা, আহ্লাদ, খুচ (ছ), স্ফূৰ্ত্তি, ৰং-তামাচা, ৰগৰ, আহ্লাদ, স্ফূৰ্ত্তি-তামাচা, হৰ্ষ, হৰিষ, উল্লাস, উলাহ, উলহ-মালহ, উৰুক-মুৰুক, পুলক, লাহ-বিলাহ, উলাহ-বিলাহ, উচল-পাচল, হৰষ-দৰষ। খুচি, খুছ মেজাজ, ৰংমন, চিত্ত প্ৰসন্নতা।

মহানন্দ, পৰমানন্দ, তুৰীয়ানন্দ। হৃদয়ানন্দ, প্ৰাণাৰাম। তৃপ্তি, সন্তোষ, পৰিতোষ, পৰিতৃপ্তি, পৰিতুষ্টি।

ভাল লগা—, মন ভাল লগা—।

ৰং, ৰং-তামাচা, ৰৈ ৰমলি, হাঁহি খিকিন্দালি। ৰং-ধেমালি, ৰং-ৰূপ, লচ-পচনি, ৰং-ঢং। আমোদ, আমোদ-প্ৰমোদ। ভেৰাকুটি। আনন্দ-আৱেগ; আনন্দ-পদ, আনন্দ-মূৰ্ত্তি, আনন্দ-ৰস। সুখ, সুখানুভূতি, সুখানুভৱ, সুখোপলব্ধি, সুখস্পৰ্শ, সুখোদয়, সুখবোধ, সুখোৎপত্তি, সুখান্বেষণ, সুখাশা; সুখস্মৃতি, সুখস্বপ্ন, সুখসাগৰ, সুখসিন্ধু, সুখসমুদ্ৰ; সুখশান্তি, সুখস্বাচ্ছন্দ্য। সুখৰ মুখ দেখা—।

সুখ-ভাগী। সুখাৰ্থী, সুখাৰ্থিনী (স্ত্ৰী)।

উচ্ছ্বাস, আনন্দোচ্ছ্বাস।

পঞ্চানন্দ [ভোগানন্দ; ভজনানন্দ; যোগানন্দ; জ্ঞানানন্দ; প্ৰেমানন্দ] আনন্দালোক, আনন্দ-পদ।

আনন্দ দান, বিনোদন, চিত্তবিনোদন, মনোৰঞ্জন, চিত্তৰঞ্জন, মন যোগোৱা—, তৃপ্তিসাধন।

প্ৰমোদভৱন, প্ৰমোদগৃহ, প্ৰমোদকক্ষ, প্ৰমোদভূমি, ৰঙ্গভূমি, আনন্দভৱন, সুখধাম, আনন্দধাম; কেলিকুঞ্জ, কেলিভূমি, কেলিক্ষেত্ৰ। লীলাক্ষেত্ৰ, লীলাভূমি; বিলাসসৌধ, বিলাসভৱন, বিলাসগৃহ, বিলাসকক্ষ। প্ৰমোদকানন, প্ৰমোদ উদ্যান, প্ৰমোদবন, আনন্দকানন, আনন্দভূমি, লীলাবন, লীলাকানন, লীলোদ্যান।

আনন্দধ্বনি, হৰ্ষধ্বনি, উল্লাসধ্বনি; জয়ধ্বনি, জয়নাদ, জয়নিনাদ। আনন্দাশ্ৰু, আনন্দ লোতক।

এনেই বুঢ়ী নাচনী তাতে নাতিনীয়েকৰ বিয়া।

**বিণ.** আনন্দিত, আনন্দময়, আনন্দময়ী, প্ৰফুল্ল, প্ৰফুল্লিত, প্ৰসন্ন, সন্তুষ্ট, উত্ৰাৱল, উল্লসিত, উৰুলিকৃত, উৎফুল্ল, উৎফুল্লিত, আহ্লাদিত, হৃষ্ট, আনন্দ বিহ্বল।

উলাহী, ৰাংঢালী, ৰৈ-ৰমলি, লচপচী, লচপচীয়া, বতাহী। ৰঙিয়াল, ৰঙুৱাল।

ৰহৰহী, ধেমেলীয়া, স্ফূৰ্ত্তিবাজ, টেটকুটীয়া।

ফুচুং, ফুচুৰি, ধেমেলীয়া। ৰগৰী।
দিলখোচ, দিলবাহাৰা, দিলদাৰ, দিলদৰিয়া।
সহৰ্ষ, হৰ্ষিত, হৰিষিত, হৰষিত, হৰ্ষান্বিত আহ্লাদিত খুচি, উচ্ছ্বসিত, মচ (ছ) গুল, উচল পাচল। উলাহৰ মন্দলি। সুখী, চিৰসুখী, সদানন্দ, হৃষ্টচিত্ত, হৃষ্টমনা, প্ৰহৃষ্ট সদাপ্ৰসন্ন প্ৰসন্নচিত্ত, প্ৰসন্নমনা। আত্মাৰাম, আত্মসন্তুষ্ট।
তৃপ্ত, পৰিতৃপ্ত, পৰিতুষ্ট সুপ্ৰীত, প্ৰীত সন্তুষ্ট। আনন্দ দায়ক, আনন্দবৰ্দ্ধক, আনন্দপ্ৰদ, আনন্দজনক, আনন্দকৰ সুখদায়ক সুখকৰ, সুখময় সুখকাৰক, সুখপ্ৰদ, সুখজনক, তৃপ্তিদায়ক তৃপ্তিজনক, তৃপ্তিকৰ।
আমোদজনক, আমোদদায়ক। আমোদিত, হৰষিত। প্ৰিয়, প্ৰীতিপদ, প্ৰীতিকৰ, প্ৰীতিজনক প্ৰীতিদায়ক, তৃপ্তিময়। আনন্দজাত, আনন্দোত্তৰ।

ক্ৰি বিণ মহানন্দে, আনন্দেৰে, ৰঙ্গে ঢলে, ৰংমনে। হাঁহি মাত ফূৰ্ত্তি-তামাচা কৰি, সোল্লাসে, প্ৰফুল্লচিত্তে হৃষ্টচিত্তে, হৃষ্টমনে প্ৰসন্নমনে, প্ৰসন্ন চিত্তে, প্ৰীতিৰে।
হাঁহি-খিকিন্দালি কৰি, লাখৰ বাখৰ কৰি লাহ-বিলাহ কৰি ৰংমনেৰে, উল্লসিত মনেৰে, উল্লসিত হৈ, উচল-পাচল কৰি লচ পচকৈ, লচ পচ কৰে, উৎফুল্লে। টকালি টকালি তপালি তপালি (খোৱা কাৰ্য্যৰ বিশেষণ)।

২২৫ হাঁহি

বি হাঁহি, হাসা হসন, হাঁইন হাঁহোন কলহাসা হাস্যৰোল হাঁহিৰ ৰোল, হাস্যৰব হাস্যধ্বনি, হাঁহিৰ জাউৰি, হাঁহিৰ খলকনি হাঁহিৰ খলক, হাঁহিৰ খিলখিলনি খিটখিটনি, খিকখিকনি কৌতুক ৰং ধেমালি, হাঁহি-কৌতুক, টেটকুটি
স্মিতহাস, স্মিতহাস্য মিচিকিয়া হাঁহি, মৃদু হাঁহি মৃদু হাঁস খিলখিল হাঁহি। খিকিন্দালি, তামাচা (ছা), হাঁহি-তামাচা (ছা), ৰং তামাচা (ছা)।
উচ্চ হাস্য, হো হোৱাই হঁহা —, ঢেক ঢেকাই হঁহা ঢেকঢেকনি।
মুখটিপি হঁহা—, খুকখুককৈ হঁহা খিকখিককৈ হঁহা খেকখেকাই হঁহা।
হাঁহি দিয়া—, বত্ৰিছ দাঁত বাহিৰ কৰা—
এমুখ হাঁহি। হাস্যালাপ, হাঁহি খিকিন্দালি হাঁহি-ধেমালি।
হাঁহিমুখ, প্ৰফুল্ল বদন, স্মিতানন। হাঁহি মাত।
কৌতুক, পৰিহাস, বিদ্ৰূপ, ৰসিকতা।
ইতিকিং, খেনি।
ফাজলামি, চুপতি, মুখ চুপতি, পহাৰী চুপতি, ফুচুৰি, চলুৱালি।
উভতি, আমনি, দুষ্টালি।

বিণ. হাঁহিমুখীয়া, সহাস্য, হাস্যোজ্জ্বল, হাস্যময়, হাঁহিলা।
খিলখিলীয়া।
সুস্মিত, সুস্মিতা (স্ত্ৰী), সুহাস।
সুহাসিনী, শুচিস্মিতা।
হাস্যাস্পদ হাস্যোদ্ৰেককাৰী, হাস্যোদ্দীপক, হাস্যৰসাত্মক।
চলুং।
খুজতীয়া খুচ(ছ)তীয়া ফুচুং, টেটকুটীয়া, হাঁহি উঠা কৌতুকীয়া।

বিণ /বি হাস্যৰসিক।

ক্ৰি বিণ হাঁহি মুখে কৌতুকে, সহাস্যে, সহাস্যবদনে, হাঁহি হাঁহি, হাঁহি মাতি হাঁহিমুখীয়াকৈ। খিট খিট কৰে ঢেক ঢেক কৰে, হো হো কৰে।

২২৬ প্ৰাণপ্ৰাচুৰ্য্য

বি প্ৰাণপ্ৰাচুৰ্য্য প্ৰাণচাঞ্চল্য, প্ৰাণোচ্ছ্বাস প্ৰাণোচ্ছলতা প্ৰাণময়তা, প্ৰাণাবেগ, প্ৰাণবন্ততা, উদ্দামতা, উচ্ছ্বাস।
প্ৰাণশক্তি, জীৱনীশক্তি সজীৱতা।

বিণ প্ৰাণবন্ত, সজীৱ, প্ৰাণশক্তিপূৰ্ণ প্ৰাণবান প্ৰাণবন্ত প্ৰাণোচ্ছল, প্ৰাণচঞ্চল। প্ৰাণময় তেজোময়। তেজাল, তেজী তেজস্বী। সতেজ। উচ্ছল উচ্ছ্বসিত সপ্ৰতিভ।

২২৭ নিৰ্জীৱতা

বি নিৰ্জীৱতা প্ৰাণশক্তিহীনতা নিষ্প্ৰাণতা উদ্যমহীনতা।

বিণ নিৰ্জীৱ নিধড়ুৱা, প্ৰাণহীন, প্ৰাণশক্তিহীন নিষ্প্ৰাণ, উদ্যমহীন। মৰা মৃত প্ৰায়, মৰা মুছা মৰা মুৰা, চেঁচেৰা পৰা। কাহিল, দুৰ্ব্বল, নিস্তেজ নিশকতীয়া নিৰ্বীৰ্য্য। নিথৰ। কেটেঙা কেটেংমেটেং। শুকান, শুকান টুবান।

২২৮ দুঃখ

বি দুঃখ কষ্ট, ক্লেশ, যন্ত্ৰণা, দুখ যাতনা, ব্যথা, বেদনা, আপদহ, অসুখ বেজাৰ, বেজাই অসহ্য তাপ, সন্তাপ, উপতাপ, শোক, শোগ পীড়া, নিকাৰ, জীয়াতু। বিষণ্ণতা, বিষাদ, অৱসাদ-বিষাদ বিমৰ্ষতা বিষাদময়তা, বিষাদমগ্নতা, তকলিফ। আপচোচ।
অন্তৰ্বেদনা, মনোবেদনা, মৰ্ম্মবেদনা, মৰ্ম্মপীড়া, হৃদয়বেদনা হৃদয়যন্ত্ৰণা, মনোব্যথা, মনোকষ্ট, মৰ্ম্মব্যথা, মৰ্ম্মযন্ত্ৰণা, মনঃপীড়া, মনস্তাপ, সন্তাপ, হিয়াৰ পোৰণি, অন্তৰ্দাহ।
অনুতাপ অনুশোচনা আক্ষেপ পৰিতাপ। হুমুনিয়াহ, হুমুনিয়াহ হা কপাল, হায়, হায়, হায় ঔ-বিঔ, খেদ, বিলাপ। হোনা হোৱা, তৌনা তৌনা। তিনি টেলেঙনি খোৱা—, বিৰস বদন, শুকান মুখ। তিনি ধূৰ্ম্মতি খোৱা—, তিনি ভুবন দেখা—।
আত্মগ্লানি, আত্মনিন্দা। আত্মলঘিমা
জুলুকা লগা—।
শোক-তাপ, দুঃখকষ্ট, দুঃখযন্ত্ৰণা, ব্যথা, সন্তাপ, ত্ৰিতাপ।
আকুলতা ব্যাকুলতা। অশান্তি, অশান্তি।
স্বজনবিয়োগ, প্ৰিয়বিয়োগ।
শোকসাগৰত ডাঁহি যোৱা—, শোক সাগৰত নিমজ্জিত হোৱা—। বিৰহ, বিৰহযন্ত্ৰণা। বিৰহবেদনা, বিৰহযাতনা, বিৰহব্যথা। বিয়োগ ব্যথা।

কপাল ঠুকা, কপাল চপৰিওৱা, হিয়া ঢাকুৰা—, হিয়া ভুকুওৱা—, মূৰ খুন্দিওৱা—, মূৰে কপালে হাত দিয়া—।

**বিণ./বি.** দুঃখজনক, দুঃখদায়ক, দুঃখকৰ, দুঃখদায়ী, দুঃখপ্ৰদ, দুঃখকাৰক, অসুখদায়ক, অসুখদায়ী, অসুখাবহ, কষ্টকৰ। পীড়াকৰ, পীড়াদায়ক, পীড়াজনক, কষ্টদায়ক; ক্লেশকৰ, ক্লেশদায়ক, ক্লেশাবহ, ক্লেশজনক; বেদনাদায়ক, বেদনাজনক, বেদনাহত, বেদনাতুৰ, বেদনাকাৰক; কৰুণ, সকৰুণ, নিকৰুণ, মৰ্ম্মন্তুদ, মৰ্ম্মান্তিক, মৰ্ম্মঘাতী, মৰ্ম্মভেদী, মৰ্ম্মস্পৰ্শী; গাজত লগা, হৃদয়বিদাৰক, হৃদয়ভেদী, হৃদয়স্পৰ্শী; শোকজনক, শোকদায়ক; বুকুফটা, অৰুন্তুদ। শোচনীয়, আক্ষেপজনক, অনুশোচনীয়। শোকসূচক, শোকব্যঞ্জক।

হিয়াভঙা—, মনভঙা—, বুকুভাগি যোৱা—, হিয়া বিদীৰ্ণ হোৱা—, হিয়া মুচৰি পেলোৱা—। কষ্ট দিয়া—, মনত আঘাত দিয়া—। মন বেয়া লগা, মন বেযা কৰা—, মনগধুৰ।

বিষাদময়, বিষণ্ণ, বিষাদাচ্ছন্ন, বিষাদপূৰ্ণ। অপ্ৰফুল্ল। অসন্তোষীয়া, শোগোনা, শুগাৱা, শুগুনী (স্ত্ৰী), শোগ-ৰুগীয়া। দুঃখিত, সন্তপ্ত, বেদনাৰ্ত্ত, বিচেষ্ট, বিষণ্ণ, ব্যথিত, নিকাৰী, বিমৰ্ষিত। বিমৰিষ, বিমৰ্ষ, আমন-জিমন, মনমৰা, মৰামুৱা, ম্ৰিয়মাণ, বিমন, বিষাদগ্ৰস্ত, নিৰানন্দ, চিন্তাগ্ৰস্ত, চিন্তাযুক্ত, দুঃখাৰ্ত্ত, জঞ্জলিত, জৰ্জ্জৰিত, জৰ্জ্জৰ-মৰ্ম্মৰ, ক্লিষ্ট, বিষাদক্লিষ্ট, মৰ্মাহত, দুঃখগ্ৰস্ত, ব্যথাক্লিষ্ট, ব্যথাতুৰ, তাপী, তাপিনী (স্ত্ৰী), তাপিত, সন্তাপিত, বিধুৰ, বিধুৰা (স্ত্ৰী), দুঃখভাৰাক্ৰান্ত, বেদনাভাৰাতুৰ; অসুখী, বিষাদিত, ভাৰাক্ৰান্ত।

দুঃখী। দুঃখাৰ্ত্ত, জঞ্জলিত, জৰ্জ্জৰিত, জৰ্জ্জৰ-মৰ্ম্মৰ, জলকা, জুলুকা। কাতৰ, মুহ্যমান, নিৰানন্দ।

শোকাৰ্ত্ত, শোকাকুল, শোকাচ্ছন্ন, কালিন্দী, শোকাতুৰ, শোকসন্তপ্ত, শোকবিহ্বল, শোকগ্ৰস্ত, শোকজীৰ্ণ, শোকজ্জৰ্জৰিত, শোকদগ্ধ, শোকজৰ্জ্জৰ, শোকব্যাকুল; শোকোন্মাদ।

ক্ষুব্ধ, ক্ষোভিত, ক্ষুণ্ণ, অশান্ত, অশাঁত, ব্যাকুল, ব্যাকুলিত। উৎকণ্ঠিত।

ভগ্নচিত্ত, ভগ্নহৃদয়; ক্ষুণ্ণমন।

অনুতপ্ত, অনুশোচিত, পৰিতপ্ত।

বিৰহী; বিৰহকাতৰ, বিৰহাতুৰ, বিৰহব্যাকুল, বিৰহোৎকণ্ঠিত; বিৰহিণী; বিয়োগবিধুৰ, বিয়োগকাতৰ, বিচ্ছেদকাতৰ, বিচ্ছেদক্লিষ্ট।

**বি.** সান্ত্বনা, সুতনি, বুজনি, বুজনি-সুজনি, বুজনি-সুন্তনি, চেঁচনি, চেঁচনি-বুজনি, প্ৰবোধ, প্ৰবোধবাক্য, সান্ত্বনাবচন, সান্ত্বনাবাণী, সান্ত্বনাৰ ভাষা; সহানুভূতি, সমবেদনা, সমব্যথা, অনুকম্পা, দৰদ। মন তাপৰি থকা—, মন পতিওৱা—।

**বিণ.** সান্ত্বনাদায়ক, প্ৰবোধদায়ী।

**বিণ./বি.** সান্ত্বনাপ্ৰাপ্ত, প্ৰবোধিত।

সহানুভূতিশীল, সমব্যথী, সহানুভূতিপ্ৰবণ; প্ৰবোধক, সান্ত্বনাদানকাৰী।

**ক্ৰি. বিণ.** দুঃখেৰে; কৰুণভাৱে, সকাতৰে, মুখ ক'লা কৰি, সখেদে, মন মাৰি, আমন-জিমনকৈ, আউলী-বাউলী হৈ, হিয়ালি-জিয়ালিকৈ।

**২২৯ কান্দোন**

**বি.** কান্দোন, কান্দন, কান্দনি, ক্ৰন্দন, উচুপনি, বিলাপ, বিননি, ৰোদন, কন্দাকটা, চকুপানী টোকা—, অশ্ৰুপাত, অশ্ৰুবৰ্ষণ, অশ্ৰুত্যাগ, অশ্ৰুমোচন, অশ্ৰুবিমোচন, অশ্ৰুবিসৰ্জ্জন (দে), চকু চলচলীয়া কৰা—, চকুৰ পানীৰে বাট নেদেখা হোৱা—, চকু লোৰে বাট নেদেখা হোৱা—, চকুৰ পানীয়ে নাকৰ পানীয়ে একাকাৰ হোৱা—।

উচুপি উচুপি কন্দা—, থুনথুননি, জেউৰ, ইননি বিননি, পেনপেননি, কেনকেননি, সোঁতসোঁতনি, ইননি বিননি জোৰা—, হিয়ালি জিয়ালিকৈ কন্দা—, ৰাউচি (জোৰ), ৰাওচালি, ৰাউচি জুৰি কন্দা—, হিয়া ঢাকুৰিয়াই কন্দা—, হিয়া ভুকুৱাই কন্দা, ভেঁ কৰা—, চেৰেউ ফেৰেউ, ফেকুৰি ফেকুৰি কন্দা—; হায়ঔ-বিঔ লগা—। মৰ ৰাউচি কঢ়া—, হাও হাও কৰি কন্দা—। সোঁতসোঁতোৱা—।

আনন্দাশ্ৰু, পুলকাশ্ৰু, আনন্দলোতক।

ক্ৰন্দনধ্বনি, ক্ৰন্দনৰব, কান্দোনৰ বোল; আৰ্ত্তনাদ, আৰ্ত্তস্বৰ, কাতৰোক্তি, আৰ্ত্তৰব, শোকধ্বনি।

অশ্ৰু, অশ্ৰুজল, অশ্ৰুধাৰা, অশ্ৰুবাৰি, অশ্ৰুপ্ৰৱাহ, নেত্ৰবাৰি, নয়নাশ্ৰু, নয়নজল, নয়নধাৰা, অক্ষিজল, লোতক, চকুলো, চকুপানী, অশ্ৰুবিন্দু, অশ্ৰুকণা, অশ্ৰুভাৰ, নেত্ৰাম্বু, নয়নাম্বু। কান্দন্তা, কান্দোতা। কান্দুৰা, কান্দুৰী।

**বিণ.** কান্দি থকা, ক্ৰন্দনৰত, ক্ৰন্দনশীল, ৰোদনকাৰী, কান্দো কান্দো হোৱা, কন্দনা, ক্ৰন্দনোদ্যত। কন্দুৰা, কান্দুৰা, কান্দুৰী; অশ্ৰুমান, অশ্ৰুমতী, অশ্ৰুমুখী, বিলাপৰত।

কেনেৰীয়া, কেনকেনীয়া, পেনেৰা, পেনেৰীয়া।

অশ্ৰুপূৰ্ণ, অশ্ৰুৰুদ্ধ, অশ্ৰুসজল, বাষ্পাকুল, অশ্ৰুভৰা, অশ্ৰুকাতৰ, অশ্ৰুযুক্ত, অশ্ৰুময়, গলদশ্ৰু, অশ্ৰুসিক্ত, চলচল, চলচলীয়া, ঢুলঢুলীয়া, কন্দনামুৱা।

[ **অব্য.**] হায়! হায় হায়! হায় ঔ! আয়ে দেহি! দেহি ঐ। তোবা তোৱা, তৌবা তৌবা। আস্, আহ্।

**২৩০ ক্ৰোধ**

**বি.** ক্ৰোধ, খং, খং-ৰাগ, খং-জুই, গোছা, ৰাগ, ৰোষ, ৰোষ-কোপ, কোপ, কোপানল, কোপাগ্নি, ক্ৰোধানল, ক্ৰোধাগ্নি, ৰোষানল, ৰোষ-বহ্নি, অমৰ্ষ, অমৰ্ষণ, ক্ৰোধন, দ্বিতীয় ৰিপু, তেজ, তক, জঁক, জঁকি, ভমক, জমক, ফাই। জাঁই।

জাত-ক্ৰোধ, সঞ্চিত ক্ৰোধ, উমি উমি জ্বলি থকা খং।

তৰ্জ্জন-গৰ্জ্জন, ভেকোহি, হুকি, ডাবিহুকি, ঘৃতাহুতি, অগ্নিশৰ্ম্মা, অগ্নিমূৰ্ত্তি ধাৰণ, খাওঁ খাওঁ মূৰ্ত্তি, ৰুদ্ৰমূৰ্ত্তি, উগ্ৰমূৰ্ত্তি, খণ্ডত জ্বলি উঠা—, খণ্ডত জ্বলি-পকি উঠা—, খণ্ডত যমদগ্নি হোৱা—,

অগ্নিশৰ্ম্মা হোৱা—, খঙে মূৰৰ চুলি পোৱা—, খঙত একো নাই হোৱা—, টিকনিৰ আগত খং, টিক্‌চি উঠা—, টিক্‌চি বিক্‌চি উঠা—, জাঙুল খাই উঠা—, তিন-নাচ মৰা—, ঠেঙেৰা মৰা—, কেটেৰা মৰা—, গেজেৰা মৰা—, কেটেৰা-জেঙেৰা কৰা—, ৰণচণ্ডী মূৰ্ত্তি ধাৰণ, মেজাজ গৰম কৰা—, টিঙিৰি তুলা, ফোঁচ কৰি উঠা—, ফেপেৰি, ফোঁপাউৰি, ফোকাৰণি, ফোৰোহনি, গোঁজৰণি, ৰঙা চকু দেখুউৱা— লাল চকু দেখুউৱা—, জাঙুৰ খাই উঠা—, মূৰ গৰম কৰা— মাথা গৰম। ভ্ৰূকুটি, ক্ৰোধ দৃষ্টি, ক্ৰুদ্ধ দৃষ্টি, কোপদৃষ্টি, হেঁফনি, ক্ষোভ, উষ্মা, দাঁত কৰচনি, দাঁত কৰচা—, হিং হিং কিট্‌ কিট, জিং জিঙোৰা—, জিং জিঙোৰা—, জিং-জিঙনি, টেকিটেকনি খিং-খিঙনি, বদ মেজাজ, গজৰ, গৰম মেজাজ, মেজাজ দেখুউৱা—। এথেল-গেঁথেল।

ধুম-ধুপাল, ধুম-ধুপালনি, ডাবি-ধঁকি, ধমকি, তমতমি। বৃথাৰাগ, আস্ফাল, তৰ্জ্জন গৰ্জ্জন, আস্ফালন, তিহাতিহাই উঠা—, টিহটিহনি, তিহতিহনি, জিকজিকাই উঠা—, বেজবেজাই উঠা—, বিজবিজাই উঠা—, উগ্ৰমূৰ্ত্তি ধৰা—, ৰুদ্ৰমূৰ্ত্তি ধৰা—।

বিণ ক্ৰুদ্ধ, কষ্ট, কুপিত, কোপিত, কোপান্বিত, কোপাবিষ্ট কোপন, ৰাগান্বিত, ক্ৰোধান্বিত ক্ৰোধাবিষ্ট, ক্ৰোধিত, খঙাল, কংসাল কোদোৱা, গোঙোৰা, ৰাগান্ধ, ক্ৰোধান্ধ, ক্ৰোধোন্মত্ত, ক্ৰোধপৰ, ক্ৰোধপৰবশ ক্ৰোধবশ, ক্ৰোধযুক্ত, ক্ৰোধী, উখট কথাৰি ৰাগী ক্ৰোধোদ্দীপক। উগ্ৰ, জায়া-খোৱা, চণ্ড, খৰ্গহস্ত। বদৰাগী, বদমেজাজী। কিৰ্টকিটীয়া, টিকটিকীয়া, টেং-টেঙীয়া, খিং খিঙীয়া, কুকুৰ-তেকীয়া, উখৰা, উচটুৱা, উখা-মুখা, খং মুৱা, খং মুই (স্ত্ৰী), গোমোঠা, গেথোৰা-মুৱা, গোথোৰা গোথোৰ হিংহিঙীয়া। ক্ৰোধপৰায়ণ, ক্ৰোধপ্ৰবণ, ক্ৰোধৰ্মতি, তৰঙ্গনি, উগ্ৰচণ্ডা, ভ্ৰূকুটি-কুটিল।

বিণ /বি. দুৰ্ব্বাসা মুনি।

ক্ৰি বিণ. খঙেৰে, খং-মুৱাকৈ, খঙত, খঙৰ ভমকত, তৰ্জ্জন-গৰ্জ্জন কৰি, জ্বলি-পকি উঠি, কোপমনে, উগ্ৰমূৰ্ত্তি ধৰি, ক্ৰুদ্ধ দৃষ্টিৰে, পোদোৰাকৈ, পোন্দোৰাকৈ। উখা-মুখাকৈ। টেলেকাকৈ, টেলেকা-টেলেকি কৰি, চকু ঘোপ কৰি, চকুৰ গাঠি খুপ পুৰাই। গোথোৰা-গোথোৰাকৈ, ঠেহেৰাই, ঠেহেৰ কৰে, গেজেৰাই। ডাবি-ধঁকি দি। কষ্ট হৈ।

**২৩১ অক্ৰোধ**

বি অক্ৰোধ, অৰোষ, অক্ৰুদ্ধতা, ৰাগহীনতা, ক্ৰোধাভাৱ, ক্ৰোধহীনতা, ৰোষহীনতা। শান্ততা।

বিণ. অক্ৰুদ্ধ, অক্ৰোধিত, শান্ত, অকোপন, অকষ্ট; মাটিৰ মানুহ, নিৰ্ব্বিকাৰ, কূটস্থ, নিৰ্লিপ্ত। নিৰ্লেপ। কৈত-কুতকে নকৰা।

বিণ./বি. অক্ৰোধী; জিতক্ৰোধ।

ক্ৰি.বিণ. শান্তমনে।

**২৩২ জেদ**

বি জেদ, ডেমাক, ডেমাকি, মঠ, ঠেহ, নাছোড়বান্দাভাব, জেদাজেদি, কচৰ-কামোৰ, নিজৰ কথাৰ পৰা লৰচৰ নকৰা—, বেতেৰি চোবোৱা—, অনমনীয়তা। মইমত, মইমতালি, আমঠালি, জোক লগাদি লগা—। বজ্ৰলেপ। চোকা-টেকেলা। দুৰ্দ্দমনীয়তা। ঠহ মণৰামি গোৱাৰামি।

বিণ /বি জেদী, ডেমাকী, অঁৰিয়াল, গাঁৱাৰ, গোঁৱাৰ গোবিন্দ, নাছোড়বান্দা, অনমনীয়, দুৰ্দ্দমনীয়। আগালি-কটা। একৰুখীয়া। একথীয়া। একাচেকা, অচাটুৱা। অনুক্ৰম, অমখ, অমখ আঁ গাল উখৰা উদণ্ড, কৈচাশাল, আমঠ অমখৰীয়া, মইমত, মহমতীয়া, আচটিয়া, ডাকু, অগৰুৱা, এৰালছিঙা। নাছোৰবান্দা, নোৰাপানি, অভং, অভং-ভাংৰা, মুচং ভতেৰী (স্ত্ৰী)।

আবৰী, অবৈয়া, আকোৰ গোহা, উভীয়া। খুঁজৰ কুকুৰ। বেতেৰা বৰ্ঙীয়া।

**২৩৩ সাহসিকতা**

বি সাহ সাহস হাংজা পিত সাহসিকতা, নিৰ্ভীকতা, অকুতোভয়তা, নিঃশঙ্কতা, নিৰ্ভয়তা সাহসিকত্ব, ভয়শূন্যতা, ভয়হীনতা শঙ্কাহীনতা, নিৰ্ভাবনা। কলিজা, পিত, ডিঙা, সাহ-পিত। দুঃসাহস, দুঃসাহসিকতা। মৰ সাহ, মৰ-সাহস, মৰ-জাহ, মৰ-কামোৰ, অসমসাহস, অসমসাহসিকতা। বেপৰোৱাভাব।

সৎসাহস, মনৰ জোৰ, হিম্মত। আত্মবিশ্বাস আত্মপ্ৰত্যয়, আত্মনিৰ্ভৰতা, ইচ্ছাশক্তি। তেজ, শৌৰ্য্য, বীৰ্য্য, বীৰত্ব, বিক্ৰম, পৰাক্ৰম। অকাতৰ। নিৰুদ্বেগ, উদ্বেগশূন্যতা, উদ্বেগহীনতা, নিৰুদ্বিগ্নতা নিশ্চিন্ততা, নিৰ্ভাবনা।

বিণ সাহসী, বুকু ডাঠ, সাহসিয়াল, ডাঠৰা, খামি-ডাঠ, পিতাল, বাঘৰ আগতেজ খোৱা, বাঘ তেলে খোৱা, দুঃসাহসী, মৰ সাহসী, মৰ সাহিয়াল, টিঙত-কোবোৱা। অভয়দ, অভয়প্ৰদ।

নিৰ্ভীক, ভয়শূন্য, ভয়হীন, নিৰ্ভয়, অশঙ্ক, অশঙ্কিত, ভয়ৰহিত, শঙ্কাশূন্য, ভীতিহীন, ভীতিশূন্য, তেজীমনা, অকুতোভয়, নে পৰোৱা। কলিজা থকা, ভয়ভীত নোহোৱা, ভয়-ডৰ নোহোৱা—, বাঘৰ আগতেজ খোৱা—, বাঘৰ নেজেৰে কাণ খজুওৱা (খৰিকিওৱা)—।

ক্ৰি বিণ সাহসেৰে, নিঃশঙ্কচিত্তে, খামিপুতি। মৰ-জাহ দি, অকাতৰে, অক্লেশে, দপদপাই, দং দংকৰে, বে-ফিকিৰ, বাহুত-বাহুতকৈ।

**২৩৪ ভয়**

বি ভয়, ভীতি, ভয়-ভীত, ভয়-ডৰ, ডৰ, ভঁৰি, ভয়-সংশয়, ভয়-ভ্ৰান্তি, ত্ৰোচ, পৰোৱা, পমোৱাই, আতঙ্ক, আতং-বিতং, আশঙ্কা, শঙ্কা, বিভীষিকা, বুকু ধপ ধপ কৰা—, তামাৰ্ঙাহা দেখুউৱা—, গাৰ নোম শিয়ঁৰি উঠা—, বাঘ মুই ধৰা—।

বুকু কঁপা—, হৃৎকম্প, থৰহৰি কম্পমান।
বাপ বাপ সোঁৱৰা—।
ভীতিপ্ৰদৰ্শন, ভাবুকি, হুমিওৱা—, ধমক, ধমকি, হুমকি, ডাবি।
তৰ্জ্জন-গৰ্জ্জন, ত্ৰাস-সঞ্চাৰ, ভীতিসঞ্চাৰ।
উচপিচ, উচপিচনি, ধপধপ কৰা—, ধপধপনি, ধিপধিপনি।
উদ্বেগ, উৎকণ্ঠা, দুৰ্ভাৱনা, দুশ্চিন্তা।
ভাবনা, ভাবনি, খুদুৱনি, উগুল-থুগুল (লাগ), চিন্তা, চিন্তা-ভাবনা, অন্তৰ্ভাবনা, বিহ্বলতা, ধৰফৰণি, তাই-ফাই, চটফটনি, ডেওপাৰণি, ধী-ধিয়নি।
আতং-বিতং, আতংক।
ভয়াবহতা, ভয়বিহ্বলতা, ভীতিবিহ্বলতা। উদ্বিগ্নতা। ভীষণতা, ভয়ানকতা, ভীতিবিহ্বলতা, ভয়াচ্ছন্নতা।
ডৰোঁতা,ডৰাওঁতা (স্ত্ৰী),ডৰঁতী, ডৰাঁতী। সন্ত্ৰাস, সন্ত্ৰাসবাদ। ভীৰুতা, ভীৰুত্ব; কাপুৰুষত্ব, কাপুৰুষালি।
বিণ. ভয়ংকৰ, শঙ্কাজনক, ভয়ানক, ডাকল, ভীষণ, ভয়াবহ, ঘোৰতৰ, ভয়লগা, ভীতি-জনক, ভঁৰিয়াল, বিকট, কৰাল, কৰালী (স্ত্ৰী)। ভীতিপ্ৰদ, ভয়প্ৰদ, শংকাপূৰ্ণ, ভয়জনক। আতচিত, আতভীত। বিভীষিকাপূৰ্ণ, ৰোমহৰ্ষক, লোমহৰ্ষক, আসুৰিক। ভীৰু, কাপুৰুষ। অমানুহ, অমনুষ্য, নপুংসক।
বিণ/বি. ভীত, ত্ৰস্ত, তৰস্ত, ত্ৰাসিত, অলপ-ধতুৱা, তিৰীমতি, ভয়াৰ্ত্ত, আতঙ্কিত, আতঙ্কগ্ৰস্ত, ভয়গ্ৰস্ত, ভয়াতুৰ, ভয়াল, অসাহসিক, উচপিচীয়া, ভীতি বিহ্বল, শঙ্কিত, সশঙ্কিত, আশঙ্কিত, ত্ৰাসান্বিত, সভয়, ভয়ত্ৰস্ত, সন্ত্ৰস্ত, সন্ত্ৰাসিত, চকিত, সচকিত,থৰহৰি কম্পমান হোৱা; পেপুৱা লগা, ভয়তে মূচকচ যোৱা—, থৰ কাছুটি এৰা, থৰ যুগুতি এৰা।
চিন্তিত, চিন্তান্বিত, চিন্তাযুক্ত, চিন্তাক্লিষ্ট, ভাবিত, উদ্বিগ্ন। উধাতু, নিধাতু, বিচেষ্টা, বিতত, নিষ্কম্পাস, উদ্বাউল।
থৰথৰিমান, পেপুৱা, কানিযে কাছুটিয়ে যোৱা—, ত্ৰাহি হৰি/মধুসূদন সোঁৱৰা, অত্ৰাহি হোৱা, বুকু টিপলিং টিপলিং কৰা—, বুকু ঢক ঢক কৰা—, ভয়ত লেতু সেতু হোৱা, ভয়ত কাও মাও কৰা, বাপ বাপ সোঁৱৰা—, ভয়ঙ্কৰ; ভয়পাদুৰা; ভয়পাদুৰী (স্ত্ৰী)। ভয়াতুৰ, ভয়াৰ্ত্ত, ভয়ানক, ভয়াবহ, ভয়াল। ভয়হাৰক, ভয়হাৰী।
সন্ত্ৰাসবাদী। আশঙ্কাজনক, উদ্বেগজনক, সংকটজনক। চুলিয়ে ধাতু যোৱা—, চুলিৰ আগেদি জীৱ যোৱা—।
ক্ৰি. বিণ. ভয়ে ভয়ে, সভয়ে, ত্ৰস্তভাৱে, সন্তৰ্পণে। থৰহৰি। চুচুক চামাক কৰি—, চুচুক চামাক কৈ।
চুলিৰ আগত জীৱ বান্ধি—।
আতচিত কৈ, আতভীত কৈ, আতং-বিতং কৈ।

**২৩৫ চপলতা**

বি. চপলতা, চাপল্য, চঞ্চলতা, চটুলতা, লঘুচিত্ততা, তৰলমতিত্ব, অস্থিৰচিত্ততা, অস্থিৰমতিত্ব, প্ৰগলভতা, তৰলতা, তাৰল্য, লঘুতা, পাতলালি, ফাজলামি।
চিত্তচাঞ্চল্য, চিত্তবিভ্ৰম, চিত্ৰবিক্ষেপ, মনচাঞ্চল্য, চিত্তভ্ৰংশ, চিত্তবিকাৰ।
ল'ৰালি, চিৰিকালি। চতবতনি, চতটতনি।
লচপচ, লচপচনি।
টকচালি, টিকচালি, দুষ্টালি, এছালি-এমালি, ওভাচালি।
বিণ./বি. চতবতীয়া, টকটকীয়া, চতফতীয়া, খটখটীয়া, কচকচীয়া, খচখুচীয়া। ছটৰ-বটৰ, চতৰী(স্ত্ৰী), উতল-পাতল, চপল, চঞ্চল, পাতল, উতনুৱা, তৰল, তৰলমতি, তৰলমতীয়া, পিলিঙা, লঘু, লঘুচিত্ত, লঘুচেতা, লঘুচিতীয়া, লঘু প্ৰকৃতি, চঞ্চলচিত্ত, চঞ্চল, চলবলীয়া, উলুং-পাতলা, চলক-ভলক, চঞ্চলমতি, চঞ্চলস্বভাব, চপলচিত্ত, অস্থিৰ, অথিৰ, উত্ৰাৱল, উৰুলিপুঙা, বিচেষ্ট, অস্থিৰচিত্ত, অস্থিৰমতি, তৰলপ্ৰকৃতি, তৰ্তৰীয়া, লঘুস্বভাৱ, ফাজিল, অবৈয়াল। ফক্কৰ, চেলেপু, ধূৰ্ত্ত।
বতাহী, তিতপখিলী, উৰি যাওঁ উৰি যাওঁ, গা নচুৱাই ফুৰা, গা ঘেলোৱা, গা জোকাৰি ফুৰা, টকচালি মৰা, আলিবাটত চালি ধৰা।
লচপচী, লচপচীয়া। লটপটী, লটপটীয়া। ৰহৰহী, ৰাংঢালী।
তলমল, টুলবুল।
গাত গোঁসাই নথকা হোৱা—, তৎনোহোৱা হোৱা—, পোকে কামোৰা—, উকহে খোৱা—।
ক্ৰি.বিণ. হালিজালি, গা নচুৱাই, গা ঘেলাই, আলি বাটত চালি ধৰি, টকচালিকৈ, টকচালি মাৰি।

**২৩৬ গাম্ভীৰ্য্য**

বি. গাম্ভীৰ্য, গম্ভীৰতা, গম্ভীৰভাব, অচাপল্য, অচপলতা, গহীনালি, গধুৰালি, অচাঞ্চল্য, গহীন-গম্ভীৰ ভাব।
ব্যক্তিত্ব।
গভীৰতা, প্ৰগাঢ়তা; স্থিৰতা, ধীৰতা, শাঁতি, শাঁতি-শুৰ্ত্তি।
অন্তৰ্মুখিতা।
বিণ. গম্ভীৰ, সুগম্ভীৰ, ধীৰ, স্থিৰ, অচপল, গুৰুগম্ভীৰ, গহীন, গপচ, গহীন-গম্ভীৰ। থিৰ-জুৰ, নিৰ্জ্জু।
গমগমীয়া, থমথমীয়া।
ব্যক্তিত্বসম্পন্ন, ব্যক্তিত্বপূৰ্ণ।
অন্তৰ্মুখী; অন্তৰ্মনা।
ক্ৰি. বিণ. থিৰে-জুৰে। থমথম কৰে।

**২৩৭ আবেগ**

আবেগ, আৱেগ, ভাব, ভাবাবেগ, ভাবাবেশ, হৃদয়াবেগ, সংবেগ, উচ্ছ্বাস, হৃদয়োচ্ছ্বাস, উন্মাদনা; আবেশ, মানসিক বিক্ষোভ; উৎসাদ, উদ্দীপনা; আলোড়ন, ৰোমাঞ্চ, পুলক, শিহৰণ, উত্তেজনা।
অনুভূতি, হৃদয়ানুভূতি; ভাব বিহ্বলতা, ভাবোন্মত্ততা,

ভাবোচ্ছ্বাস। চিত্তচাঞ্চল্য, ব্যাকুলতা, আকুলতা, অস্থিৰতা, চঞ্চলতা, উৎকণ্ঠা, তোল পাৰ। হেন্দোলনি, আলোড়ন।

ভাবান্তৰ, ভাবপ্ৰবণতা, আবেগময়তা। আবেগপ্ৰবণতা, আবেগসৰ্ব্বস্বতা, অনুভূতিপ্ৰবণতা।

বিণ উচ্ছ্বসিত, উদ্বেল, উদ্বেলিত, উখল-মাখল, উচ্ছল, উদ্দীপিত, আলোড়িত, উত্তেজিত। থৌকি-বাথৌ, থৌ-বাথৌ।

ভাবাভিভূত, ভাবাবিষ্ট, ভাবোন্মত্ত, ভাবোন্মাদ, ভাববিহ্বল আবেগ বিহ্বল, আবিষ্ট, আকুল, ব্যাকুল অনুভূতিশীল, অনুভূতি প্ৰবণ, আনুভূতিক, আবেগময়, আবেগপ্ৰবণ, আবেগসৰ্ব্বস্ব, আবেগবান, আবেগপূৰ্ণ, ভাবাবেগপূৰ্ণ, আবেগজড়িত, আবেগস্পন্দিত, আবেগিক ভাবোদ্দীপক, আবেগসঞ্চাৰক, আবেগসঞ্চাৰী আবেগসঞ্চাৰকাৰী।

২৩৮ উদাৰতা

বি উদাৰতা, ঔদাৰ্য্য, উদাৰচিত্ততা, মুক্তমন, খোলা অন্তৰ খোলামন।

মহদাশয়ত্ব মহানুভবতা, বদান্যতা, অকৃপণতা, দয়া, দাক্ষিণ্য, অনুগ্ৰহ।

সদাশয়তা, দানশীলতা।

উদাৰনীতি, উদাৰপন্থা উদাৰ মত।

বসুধৈৱ কুটুম্বকম্। বহুজন সুখায় বহুজন হিতায়।

বিণ উদাৰ, উদাৰ মনা, উদাৰমতি, উদাৰ-চিন্তীয়া, উদাৰচিত্ত, উদাৰচেতা, অকপট, খোলা, খোলামনৰ মনে মুখে এক পেটেমুখে এক, মুকলিমনৰ, মহানুভব মহাপ্ৰাণ মহাশয় মহদাশয়, মহামনা, মহামতি উদাৰচৰিত্ৰ, উদাৰহৃদয়, উদাৰ প্ৰকৃতি, উদাৰমতি, উদাৰমনা উদাৰস্বভাৱ, উচ্চমনা ওখ মনৰ প্ৰশস্তচিত্ত, প্ৰশস্তহৃদয়, দিলদাৰ দিলদৰিয়া, দৰদী, ভোলানাথ বমভোলা। উদাৰনীতিক, উদাৰনৈতিক, উদাৰপন্থী।

২৩৯ অনুগ্ৰহ

বি অনুগ্ৰহ, পুতৌ, অনুকম্পা, ভূত-দয়া, কৃপা, দয়া, প্ৰসাদ, দাক্ষিণ্য দয়াদাক্ষিণ্য, মেহেৰবানি।

খাটনি, খাটনি-লোটনি।

কৰুণা, কাৰুণ্য।

সমানুভূতি, সহানুভূতি, সমবেদনা, অন্তৰ্দৃষ্টি।

বদান্যতা, দয়াশীলতা, সদাশয়তা, দয়ালুতা। প্ৰশ্ৰয়, লাই দয়াধৰ্ম্ম, দানশীলতা।

উপকাৰ, সহায়, উদ্ধাৰ, ধন্য। এপাহ, আপাহ

কৰুণাসাগৰ।

বিণ অনুগ্ৰাহক, অনুগ্ৰাহী, পৰানুগ্ৰাহী, অনুগ্ৰহকাৰী। অনুগৃহীত, অনুগ্ৰহপ্ৰাপ্ত, অনুগ্ৰহভাজন, বাধিত,

অনুগ্ৰহযোগ্য। কৃপাপ্ৰাপ্ত, কৃপাধন্য, কৃপাভাজন। বপুৰা, বেচেৰা।

সহায়ক, সাহায্যকাৰী, সহায়কাৰী; সাহায্যপ্ৰাপ্ত।

উপকাৰী, উপকাৰক, উপকৃত।

দয়াপৰবশ।

দয়াময়, কৃপাময়, কৃপাশীল, কৃপালু, দয়ালু, দয়নু, দয়াশীল, দয়াশীলা (স্ত্ৰী), কাৰুণিক। কৰুণাময়। সদাশয়, সহানুভূতিশীল, দানশীল।

ক্ৰি বিণ অনুগ্ৰহপূৰ্ব্বক অনুগ্ৰহ কৰি, দয়া কৰি, দয়াপৰবশ হৈ।

২৪০ ক্ষমা

বি ক্ষমা, মাফ, মাৰ্জ্জনা, দোষমৰ্ষণ, খেমা। ত্ৰুটী মাৰ্জ্জনা। মৰ্ষণ, মৰ্ষণ।

ক্ষমাগুণ ক্ষমাধৰ্ম্ম ক্ষমাশীলতা, ক্ষমাপৰায়ণতা।

ক্ষমাভিক্ষা ক্ষমা মগা--, ক্ষমাপ্ৰাৰ্থনা মাৰ্জ্জনাভিক্ষা, ক্ষমা বিচৰা—, হাতযোৰ কৰা—।

অন্যায়স্বীকাৰ, দোষস্বীকাৰ অন্যায় কবুল। সাতখুন মাফ।

বিণ ক্ষমাশীল, ক্ষমাবান, ক্ষমাবন্ত, ক্ষমাপৰায়ণ, ক্ষমাপৰ, ক্ষমাপূৰ্ণ। ক্ষমাৰ্হ ক্ষমনীয়, ক্ষমাযোগ্য, ক্ষম্য, ক্ষন্তব্য, মাৰ্জ্জনীয়।

বিণ বি ক্ষমাপ্ৰাৰ্থী, ক্ষমাভিক্ষু, ক্ষমাভিক্ষাৰী, ক্ষমা প্ৰাৰ্থনাকাৰী, মাৰ্জ্জনাপ্ৰাৰ্থী, মাৰ্জ্জনা ভিক্ষাকাৰী।

ক্ষমাপ্ৰাপ্ত।

ক্ষমাকাৰী, ক্ষমাদাতা, মাৰ্জ্জনাকাৰী।

ক্ৰি বিণ কৰপুটে, হাতযোৰ কৰি, কৰযোৰে।

২৪১ ক্ষমাহীনতা

বি ক্ষমাহীনতা, ক্ষমাশূন্যতা, নিৰ্ম্মমতা, হৃদয়হীনতা।

আক্ৰোশ, প্ৰতিহিংসাপৰায়ণতা, প্ৰতিশোধ, হোৰ, পোটক, প্ৰতিফল। আক্ৰোশ পৰায়ণতা বা পুহি ৰখা - চোটোকা, দাঁতকটা কচুপাত, এসেকা দিয়া—। সেকা।

বিণ ক্ষমাহীন, ক্ষমাশূন্য, নিৰ্ম্মম হৃদয়হীন, দয়া মায়াহীন, নিমৰমিয়াল। প্ৰতিহিংসাপৰায়ণ, প্ৰতিশোধপৰায়ণ, আক্ৰোশপৰায়ণ। অমাৰ্জ্জনীয়, অক্ষমনীয়।

২৪২ নিষ্ঠুৰতা

বি নিষ্ঠুৰতা, নিৰ্দ্দয়তা, নিৰ্ম্মমতা, নিৰ্ম্মমত্ব, নিষ্ঠুৰত্ব, নৃশংসত্ব, নিৰ্দ্দয়তা, নিষ্ঠুৰাচৰণ, মমতাহীনতা, মমত্বশূন্যতা, দয়াহীনতা, কৰুণাহীনতা, হৃদয়হীনতা, দয়ামায়া নথকা—। হিয়াহীনতা।

কাঠোৰতা, কঠোৰত্ব, কাঠিন্য।

ক্ৰুৰতা হিংসা, হিংস্ৰতা, হিংসাপ্ৰিয়তা। প্ৰতিহিংসা, অসূয়া, দ্বেষ, বিদ্বেষ।

নিগ্ৰহ, উৎপীড়ন, নিপীড়ন, জুলুম, অত্যাচাৰ। কাঠ-বুকু, কাঠচিত্ত।

বিণ. নিষ্ঠুৰ, নিঠুৰ, নিৰ্দ্দয়, নিদয়া, নিৰ্ম্মম, নৃশংস।

অকৰুণ, দয়াহীন, মায়াহীন, হিয়াহীন, অনুভূতিহীন, মমতাহীন, হৃদয়হীন, নিকৰুণ, কৃপাহীন, হৃদয়শূন্য, দয়াশূন্য, দয়ামায়াহীন, অদয়, নিষ্কৰুণ; পাষাণ, পাষাণহৃদয়।

কঠোৰ, কঠুৱা, অনুখৰ, টান, হঁটা, কালনজীয়া, কৰ্কশ, ডাঠৰ, কৰুণাহীন, কঠিন, নিমৰমিয়াল।

হিংসাশ্ৰয়ী, হিংসাত্মক।

ক্ৰূৰ, ক্ৰূৰমতি। উগ্ৰকৰ্মা, উখৰা।

কাঠচিতীয়া, কাঠবুকুৱা, কাঠৰ-কঠুৱা, কাঠ-কঠুৱা, কাঠ-কঠিন, পাশৱিক, বৰ্ব্বৰ, অমানৱিক, অমানুষিক, অমানৱোচিত, বৰ্ব্বৰোচিত, পৈশাচিক।

দাৰুণ, নিদাৰুণ, মৰ্ম্মবিদাৰক, মৰ্ম্মস্পৰ্শী।

**বিণ/বি.** হিংসাপৰায়ণ, হিংস্ৰ, হিংসুক, কচাই। ৰক্তপিপাসু, তেজপিয়া; **ৰক্তপিশাচ, ৰক্ত** লোলুপ। উগ্ৰকৰ্ম্মা, উগ্ৰপ্ৰকৃতি। ক্ৰূৰ, ক্ৰূৰকৰ্ম্মা।

**ক্ৰি.বিণ.** উধাই-মুধাই, উধা-মুধাকৈ, উৰাই-ঘূৰাই, নিৰ্ম্মমভাৱে, নিষ্ঠুৰভাৱে, অতিয়া মতিয়াকৈ।

**২৪৩ গৰ্ব্ব**

**বি. গৰ্ব্ব,** অহংকাৰ, দৰ্প, গৰ্ব্ব, অৱগৰ্ব্ব, মতগৰ্ব্ব, দম্ভ, দম্ভালি, মতমতনি, তমতমি, বৰমতা, বৰমতালি, বৰাই, গপ, গপ-ভেম, গপাগপি, ভেম, তায়া, টকচালি, ডাক্টোপ, ভৰক, ভৰকনি, ফিতাহি, ফাতিহা, ফৰমাহি, ফৰ্মাহি, গোলাপ, ফুটনি, ফকফকনি, অহমিকা, ফোপ-যহ, তমতমি, অহংভাব, অস্মিতা, দাম্ভিকতা, গৰ্ব্বভাব, হুমঠালি, ভেৰ্ম্মেঠ, ভেৰ্ম্মেঠালি, মইমতালি, গোমঠালি, গণ্ডপ, মহত, মহতালি, কেৰামত, কেৰামতালি, ওফাইডাং, ওৱাই ডাং, টিংখোপ।

ধৃষ্টতা, বেয়াদপি, **গহ**।

দাপ, মদ, মনোমদ, স্পৰ্দ্ধা, গপ-দৰপ, ভৰক, ভৰকনি, ভৰকালি।

ৰোহ, খোপ, মান, ওফোন্দ, দোঁকোহ। ঠেহ, পেঁচ, ঠেহ-পেঁচ, ঘোকোচ।

ঔদ্ধত্য, আস্পৰ্দ্ধা, আত্মম্ভ, মদগৰ্ব্ব। দম্ভোক্তি, গৰ্ব্বোক্তি, জমজমনি, ডেমাক, ডেমাকি, জাজৰ্ৱাণ; বৰকথা, গণ্ডপ, বৰাই, আস্ফালন, পায়তাৰা।

উন্নাসিকতা, অহংকাৰোক্তি, আত্মম্ভৰিতা, মইবৰভাব, ফোঁপযহ। অতিমান, অতিদৰ্প, অতিগৰ্ব্ব। বাহাদুৰি।

অভিমান, পৃথিবীত পাও নিদিয়া—, উজুটিতে ওফৰাই নিব খোজা—, ডাণ্ডৰ-সৰু গণিতা নকৰা—, ডাণ্ডৰ-সৰু নমনা—, ডাণ্ডৰ-সৰু বাচ-বিচাৰ নকৰা—। তেল বঢ়া—, তেল ফটা—।

**বিণ.** মইবৰ, হামবৰা, মইমত্ত, গৰ্ব্বী, গৰ্হীয়া, গণ্ডাটোপ, ওফোন্দাই গঙ্গাটোপ, দম্ভী, ভেমাল, দাম্ভিক, ভৰকাল, মদমত্ত, উদ্ধত, আধৈতা, উধতুৱা, উতনুৱা, ডেমাকী, আত্মম্ভৰি, বৰকথীয়া, আকাশ-তেলীয়া, ফোঁপ-যহী, ফোঁপ-ডাং, আপোন-যহী, গণ্ডপী, পানী-চালি, অতিমানী, অতিদৰ্পী, অতিগৰ্ব্বী, মহাদৰ্পী। নপতা-ফুকন, পাবত গজা।

ডাক্টোপীয়া, গপাল, গয়াল, উঠলু, একাত্মৰী, মইবৰ। অভিমানী, দৰ্পী, দৰ্পিষ্ঠ।

দৰ্পহাৰী, দৰ্পহাৰিণী (স্ত্ৰী), দৰ্পহাৰক, দৰ্পচূৰ্ণকাৰক। সগৰ্ব্ব, সদৰ্প, সগৰ্ব্ব, সাহংকাৰ, দৰ্পযুক্ত। ঔদ্ধত্যপূৰ্ণ।

**বিণ/বি.** দাম্ভিক, দম্ভী, তংকাৰী, গৰ্ব্বোদ্ধত, মদোদ্ধত, গোনা-**মত্তা, উদ্ধতমনা,** উন্নাসিক। অবিনয়ী, উদ্ধত, অবিনীত, আত্মম্ভৰী, অভিমানী, অহংকাৰী, অৱগৰ্ব্বী, বৰকথীয়া, গণ্ডপী, ভেমাল, গয়াল, অবুজন, কেঁচাশাল, অভং, অভং-ভতৰা, ফটং-গিৰী।

**ক্ৰি. বিণ.** সগৰ্ব্বে, সদৰ্পে, সদম্ভে, দম্ভালি মাৰি, দৰ্পভৰে, ফিতাহি মাৰি, ফুটনি কৰি। বাহাদুৰি দেখুৱাই। গৰ্ব্বভৰে, গৰ্ব্ব কৰি।

**২৪৪ বিনয়**

**বি.** বিনয়, বিনতি, নম্ৰতা, নম্ৰভাৱ, নম্ৰস্বভাৱ, নমনীয়তা। নমনশীলতা, শিষ্টতা, সৌজন্য, ভদ্ৰতা, অহংকাৰশূন্যতা। অমায়িকতা। অনভিমান; ভাৰস্তি।

**বিণ./বি.** বিনয়ী, নম্ৰ, বিনম্ৰ, বিনয়নম্ৰ, বিনীতচিত্ত, সুবিনীত; অমায়িক, নিৰহংকাৰ, নিৰ্ম্মদ, নিৰহংকাৰী, নিৰ্মদ, অনভিমানী, নিৰভিমান, মৃদুস্বভাৱ, শান্তশিষ্ট, বিনীত, বিনয়াৱনত, বিনত। বিনম্ৰহৃদয়, বিনীতাত্মা, বিনয়শীল; অনুদ্ধত।

ভকতীয়া বিনয়।

**বিণ.** বিনযযুক্ত, বিনীত, সবিনয়; ভদ্ৰোচিত, ভদ্ৰতাপূৰ্ণ। নমনীয়।

**ক্ৰি.বিণ.** সবিনয়ে, বিনীতভাৱে, বিনয়সহকাৰে, নম্ৰভাৱে, নতশিৰে, ভাৰস্তিৰে।

**২৪৫ লজ্জা**

বি. লজ্জা, লাজ, চন্দুৱালি, ব্ৰীড়া, হ্ৰী; সঙ্কোচ, কুণ্ঠা, দ্বিধা; লাজ-চৰম, লাজ-কাজ, লাজ-মান, লাজ-অপমান। থোহ-মোহ। ধক।

লজ্জাশীলতা, লাজুক লাজুক ভাব, সলজ্জভাব, লজ্জাবত্তা, লজ্জাবোধ, কুণ্ঠাবোধ, সংকোচবোধ।

লাজত তল মুৰ কৰা—, লাজত অধোবদন হোৱা—, লাজত মুৰ দাঙিব নোৱৰা হোৱা—, নখে মাটি লেখা—, লাজত গালমুখ ৰঙা পৰা—, লাজতে মুছ-কঁছ যোৱা—, লাজতে মৰহি যোৱা—। জঁই পৰা—।

চুচুক-চমাক, জুলুক-জালাক, সেমেনা-সেমেনি, সেমেনা-সেমেন।

চক্ষুলজ্জা, মুখলজ্জা, লজ্জাদৃষ্টি, লাজলাজ চাৱনি।

লাজত পেলোৱা—, লাজত পৰা—।

লাজমাত, লাজকথা।

**বিণ. লজ্জাকৰ, লজ্জাজনক, লাজ লগা; ব্ৰীড়াজনক। সলজ্জ।**

**বিণ./বি. লাজকুৰীয়া, লাজুক, লজুৱা; লাজুকী; মেহুৰা, লজ্জিত, লজ্জাপ্ৰাপ্ত, চুণৰীয়া, সংকুচিত, অপ্ৰতিভ, অপ্ৰস্তুত, বিব্ৰত,**

ব্ৰীডানত, ব্ৰীডাৱনত, লজ্জাৱনত, লজ্জানত, চন্দুৰা পৰা।
লজ্জাশীল, লজ্জাবতী, লাজৱন্তী, লাজুকীলতা, লজ্জাশীলা।
লজ্জিতা।

ক্ৰি **বিণ** লজ্জাবশতঃ, সলজ্জভাৱে, লাজ লাজ কৈ, চুচুক চামাককৈ, লাজকুৰীয়াভাৱে, লাজুক লাজুক কৈ, লাজুকভাৱে। সেমেনা-সেমেনকৈ, সেমেনা-সেমেনি কৈ, ঠোঁট-মুখ চেলেকি, ওঁঠ-মুখ চেলেকি, অপ্ৰস্তুত হৈ, লাজত তলমু(ৰ)কৈ। লাজে ওভতে, লাজে-অভইচে।

**২৪৬ নিৰ্লজ্জতা**

বি নিৰ্লজ্জতা, লজ্জাহীনতা, নিৰ্গতালি, নিধকালি, লাজৰ মুৰ খোৱা—, লাজ-বীজৰ মুৰ খোৱা—, লাজ-মান নোহোৱা—, লাজৰ বাহিৰ হোৱা—।

বিণ লজ্জাহীন, নিৰ্লজ্জ, নিলাজ, নিলাজী, নিৰ্গত, নিৰ্গতী (স্ত্ৰী), লাজকাজ নোহোৱা—, বে চৰম, লজ্জাশূন্য। ঘেকেটো খোৱা কাণ কটা, ঘেকেটি খোৱা। কাণ কটী (স্ত্ৰী)। নাক কটা নাক কাটী (স্ত্ৰী), আধাকটা, এধাকটা। নিধক, নিধকী (স্ত্ৰী) ধৈয়াল, আঁকোচা।

ক্ৰি বিণ নিৰ্লজ্জভাৱে, অসংকোচে, লাজ-কাজ বাদ দি, লাজ মান বাদ দি, লাজ-মান কাতি কৰি থৈ, লাজৰ মুৰ খাই লজ্জাহীনভাৱে নিঃসঙ্কোচে।

**২৪৭ কৃতজ্ঞতা**

বি কৃতজ্ঞতা, শলাগ, উপকাৰ স্বীকাৰ, উপকাৰ স্মৰণ, উপকাৰীৰ উপকাৰ স্মৰণ, ঋণ স্বীকাৰ, বিশ্বস্ততা গুণজ্ঞান, অকৃতঘ্নতা, অকৃতঘ্নত্ব। ধন্যবাদ (জনা), গুণ গোৱা। গুণগ্ৰাহিতা। কৃতজ্ঞতাবোধ। গুণ-গ্ৰহণ।
গুণগ্ৰাহক, গুণজ্ঞাতা।

বিণ কৃতজ্ঞ, কৃতজ্ঞতাবদ্ধ, কৃতজ্ঞ, বাধিত ধন্য, কৃতাৰ্থ।
কৃতজ্ঞচিত্ত, কৃতজ্ঞ মন। গুণগ্ৰাহী।
ধন্যবাদাই, স্নেহধন্য, কৃপাধন্য।

ক্ৰি বিণ কৃতজ্ঞতাৰে, কৃতজ্ঞচিত্তে, কৃতজ্ঞ মনে।

**২৪৮ অকৃতজ্ঞতা**

বি অকৃতজ্ঞতা, অগুণকাৰিতা, অশলাগ, কৃতঘ্নতা, বেইমানি, নিমকহাৰামি, উপকাৰীক অজগৰে খোৱা—, কৌৰৱৰ চাউল খাই পাণ্ডৱৰ গুণ গোৱা—, বিশ্বাসঘাতকতা গছত তুলি গুৰি কটা—। পাৰ পালে ইপাৰ, পাৰ পালে সিফাল হোৱা—। যাৰ যহত শাঁখ সেন্দুৰ তাকে পাতে ভোকোৱা এন্দুৰ।

বিণ অকৃতজ্ঞ, অগুণকাৰী, অশলাগী, আভজনী, অগুণগ্ৰাহী, কৃতঘ্ন বেইমান, নিমকহাৰাম, বিশ্বাসঘাতক, বিশ্বাসঘাতী, বিশ্বাসহন্তা।
খাই পাত ফলা, খাই ঠোঁট এছৰা।
মিৰজাফৰ, বিভীষণ, ঘৰবিভীষণ, কুইসলিং, গৃহশত্ৰু।

**২৪৯ ঈৰ্ষা**

বি. ঈৰ্ষা, হিংসা, পৰশ্ৰীকাতৰতা, খিয়াল, খিয়লা-খিয়লি, অসূয়া, বিদ্বেষ, কন্দা, আখেজ, বুকুৰ পোৰণি, অন্তৰ্দাহ, মাৎসৰ্য্য, পৰহিংসা, ঈৰ্ষানল, ঈৰ্ষাপৰায়ণতা, ঈৰ্ষাকাতৰতা, বিদ্বেষপৰায়ণতা, চকু পোৰা স্বভাৱ।

বিণ চকুচৰহা, চকু পোৰা, ঈৰ্ষালু, ঈৰ্ষী, ৰাইলা, খিয়লীয়া, হিংসুক, পৰশ্ৰীকাতৰ।
ঈৰ্ষণীয়, হিংসনীয়,ঈৰ্ষাউদ্ৰেকাৰী।
ঈৰ্ষামূলক, ঈৰ্ষাপ্ৰসূত, বিদ্বেষপ্ৰসূত, ঈৰ্ষাযুক্ত,বিদ্বেষযুক্ত।
ঈৰ্ষান্বিত, ঈৰ্ষাপৰায়ণ।
মৎসৰী, পৰদ্বেষী। জীয়া-ভূত।

**২৫০ ঈৰ্ষাহীনতা**

বি ঈৰ্ষাহীনতা ঈৰ্ষাশূন্যতা, দ্বেষশূন্যতা, বিদ্বেষাভাৱ, অবিদ্বেষ।

বিণ ঈৰ্ষাহীন, ঈৰ্ষাশূন্য, দ্বেষশূন্য অবিদ্বেষী।

**২৫১ স্বাৰ্থপৰতা**

বি স্বাৰ্থপৰতা স্বাৰ্থপৰায়ণতা স্বাৰ্থান্বেষিতা, আত্মপৰায়ণতা, আত্মকেন্দ্ৰিকতা, আত্মগ্ৰাহিতা, আত্মসৰ্বস্বতা।
স্বাৰ্থ, আত্মোপকাৰ আত্মপ্ৰেম, আত্মপূজা, আত্মচিন্তা, আত্মচিন্তন, আত্মপ্ৰীতি। স্বাৰ্থচিন্তা, স্বাৰ্থন্বেষণ, স্বাৰ্থান্ধতা, আত্মহিতচিন্তা। স্বাৰ্থপূৰণ, স্বাৰ্থসিদ্ধি। স্বাৰ্থৰক্ষা, স্বাৰ্থসাধন, স্বজনপোষণ, স্বজনতোষণ, স্বজনপ্ৰিয়তা, স্বজনপ্ৰীতি, সুযোগসন্ধান, সুবিধাবাদ, চল চাই চাপৰি বজোৱা—।
আপোন পেটালি।
আপোন হাত জগন্নাথ। গাই গোটা পেটে উৰাল।

বিণ স্বাৰ্থপ্ৰণোদিত।

বিণ/বি স্বাৰ্থপৰ, স্বাৰ্থপৰায়ণ, স্বাৰ্থান্বেষী, আত্মপৰায়ণ, আত্মকেন্দ্ৰিক, আত্মগ্ৰাহী, আত্মসৰ্বস্ব।
আত্মপ্ৰেমী, স্বাৰ্থান্ধ, সুযোগসন্ধানী, সুবিধাবাদী। আপোন পেটা, আপোন পেটায়া। গাইগোটা, অকলকটীয়া।

ক্ৰি বিণ স্বাৰ্থত। নিজৰ স্বাৰ্থত।

**২৫২ স্বাৰ্থহীনতা**

বি স্বাৰ্থহীনতা, স্বাৰ্থশূন্যতা, নিঃস্বাৰ্থতা, স্বাৰ্থত্যাগ, স্বাৰ্থবিসৰ্জ্জন, আত্মত্যাগ, আত্মবিসৰ্জ্জন, আত্মবলিদান, আত্মদান, আত্মোৎসৰ্গ, আত্মনিবেদন, আত্মাহুতি। উদাৰতা, পৰাৰ্থপৰতা।
পৰহিতৈষণা, লোকহিতৈষণা, পৰহিত, পৰোপকাৰ, পৰাৰ্থপৰতা, পৰাৰ্থবাদ, পৰাৰ্থিতা, পৰৰ উপকাৰ, লোকহিত, লোকহিতৈষণা, জনহিত, জনকল্যাণ, সমাজকল্যাণ, সমাজহিত, সমাজমঙ্গল, সমাজসেৱা, ৰাজহি-তত হি মৰা —, ৰাজহ-তত হ মৰা। পৰহিতব্ৰত, পৰহিতাকাঙ্ক্ষা, পৰোপকাৰেচ্ছা, লোকহিতব্ৰত, লোকব্ৰত।

বিণ নিঃস্বাৰ্থ, স্বাৰ্থহীন, স্বাৰ্থশূন্য,স্বাৰ্থত্যাগী, আত্মত্যাগী, স্বাৰ্থৰহিত, আপোন-ভোলা।
আত্মচিন্তাৰহিত, পৰাৰ্থপৰ।

ক্ৰি বিণ নিঃস্বাৰ্থভাৱে, স্বাৰ্থহীনভাৱে, স্বাৰ্থশূন্যভাৱে, নিজৰ কথা চিন্তা নকৰাকৈ।

**২৫৩ সম্পৰ্ক**

বি. সম্পৰ্ক, সম্পৰ্কস্থাপন, সু-সম্পৰ্ক সম্বন্ধ, সম্বন্ধ, সমধ, যোগ, যোগাযোগ, সংযোগ, সংস্রৱ, সাহচৰ্য্য, সংস্পৰ্শ, সংশ্লেষ, একাত্মতা, অবিচ্ছিন্নতা, অবিচ্ছেদ্যতা, অনুষঙ্গ, সংযুক্তি, সংশ্লিষ্টতা, সংলগ্নতা।

যোগসূত্ৰ, বান্ধন। মোটক।

সঙ্গ, সংসৰ্গ, আসঙ্গ, সান্নিধ্য।

আত্মীয়তা। একাত্মতা। মিত্ৰতা, কুটুম্বিতা।

হাট-বাট, হটালি-বটালি, হাইচ-লাইচ, আহ-যাহ, অহা-যোৱা, আদান-প্ৰদান, খোৱা-লোৱা, দিয়া-খোৱা, আহাৰ-ব্যৱহাৰ, মিতিৰ-কুটুম, মিলাপ্ৰীতি, মিলা-মিচা, অনা-নিয়া, ছোৱা-ছুই।

লতা-পতা, লেতা-পেতা, লগা-ভগা।

বিণ. সম্পৰ্কিত, সম্বন্ধযুক্ত, সম্বন্ধিত। যুক্ত, সংযুক্ত, সংশ্লিষ্ট, সংস্রৱযুক্ত, জড়িত, বিজড়িত, লিপ্ত, সংলগ্ন। একাত্ম, অবিচ্ছিন্ন। সম্পৰ্কীয়, সম্বন্ধীয়া, সমন্ধীয়া, সম্বন্ধী; লগা-ভগা।

লগা-লগি, সংযোগী।

সহিত, সমেত, সহ।

বিষয়ক, সংক্ৰান্ত, জনিত।

ক্ৰি. বিণ. সম্বন্ধে, সম্পৰ্কে, বিষয়ে, সংক্ৰান্তত।

**২৫৪ পক্ষ**

বি. পক্ষ, দিক, দিশ, তৰফ, পক্ষ লোৱা—, ফাল।

পক্ষপাতিত্ব, পক্ষপাত, অনিৰপেক্ষতা, একদেশদৰ্শিতা, পক্ষানুৰাগ, পক্ষপাতিতা, সপক্ষতা, বিপক্ষতা, পক্ষাৱলম্বন।

দলাদলি।

সপক্ষ। বিপক্ষ।

ফালৰি মৰা—, ফালৰি কটা— ।

বিণ. একপক্ষীয়, এক-তৰফা, একতৰ্ফা; পক্ষপাতদুষ্ট, পক্ষপাতমূলক, পক্ষপাতদোষদুষ্ট, পক্ষপাতযুক্ত, পক্ষভুক্ত, দলীয়, পক্ষীয়, উভয়পক্ষীয়। ফলীয়া, এই ফলীয়া, সেই ফলীয়া।

পক্ষপাতী, অনিৰপেক্ষ, একদেশদৰ্শী, এচকুৱা, পক্ষাৱলম্বী।

পক্ষানুৰাগী, অসমদৰ্শী, পক্ষগ্ৰাহী, নিৰপেক্ষতাহীন।

**২৫৫ নিৰপেক্ষতা**

বি. নিৰপেক্ষতা, সমদৰ্শিতা, সমদৰ্শন, অপক্ষপাত, অপক্ষপাতিতা, পক্ষপাতশূন্যতা, অপক্ষপাতিত্ব, সমদৃষ্টি, নৈৰপেক্ষ্য; ব্যক্তিনিৰপেক্ষতা।

যথাৰ্থবাদ, সদ্বিচাৰ, ন্যায়বিচাৰ, সুবিচাৰ; ন্যায়কাৰিতা।

বিণ./বি. নিৰপেক্ষ, সমদৰ্শী, অপক্ষপাতী, পক্ষপাতহীন, ভেদজ্ঞানৰহিত, সমদৰ্শনকামী, সমদৃষ্টিসম্পন্ন, পক্ষপাতশূন্য; দলাদলিহীন।

ব্যক্তিনিৰপেক্ষ।

ক্ৰি.বিণ. নিৰপেক্ষভাৱে, জাতিধৰ্ম্ম নিৰ্ব্বিশেষে, পক্ষপাতিত্ব নকৰাকৈ।

**২৫৬ মৌলিকতা**

বি. মৌলিকতা, মৌলিকত্ব; স্বকীয়তা, স্বকীয়ত্ব; নিজত্ব, নিজস্বতা, অনন্যতা, অদ্বিতীয়তা। অপূৰ্ব্বতা, অভিনৱত্ব। মূল, আদি, নিদান।

মূলপদাৰ্থ, মৌল, মূল্যাংশ।

বিণ. মৌলিক, স্বকীয়, স্বীয়, নিজ, নিজস্ব, মৌল, মূলগত, জতুৱা, মূল্যোৎপন্ন। অভিনৱ, ন, নবীন, অনন্য, অবিকল্প, অদ্বিতীয়, অপূৰ্ব্ব, অনন্যপূৰ্ব্ব; অপ্ৰতিৰূপ। মূলজ।

**২৫৭ অনুকৰণ**

বি. অনুকৰণ, নকল, অনুসৰণ, সাদৃশীকৰণ, সদৃশকৰণ, অনুবিধান।

অনুকৃতি, অনুকৰ্ম্ম, অনুক্ৰিয়া, অনুকাৰ, অনুবৃত্তি।

পুনৰ্বৃত্তি, ছাঁ।

পদাঙ্ক অনুসৰণ।

প্ৰতিমূৰ্ত্তি, প্ৰতিৰূপ, প্ৰতিকৃতি, প্ৰতিমা, প্ৰতিচ্ছবি, প্ৰতিবিম্ব, প্ৰতিলিপি, অনুলিপি। অনুনেলখন; কপি, ট্ৰেচিং। ডুপ্লিকেচন, ডুপ্লিকেট কৰা—, জেৰক্স কৰা—, জেৰক্স কপি, প্ৰতিচিত্ৰ। প্ৰত্যয়িত নকল, এটেষ্টেড কপি।

কেৰিকেচাৰ।

অনুচিকীৰ্ষা, অনুকৰণপ্ৰিয়তা; অনুকৰণবৃত্তি, অনুকৰণস্পৃহা, অনুকৰণপ্ৰবৃত্তি।

নকল-নবিছ। নকল-নবিছী।

অনুকল্প।

বিণ. অনুকৃত, অনুসাৰী; নকল, জাল, কৃত্ৰিম।

সদৃশ, সাইলাখ।

অনুকৰণীয়, অনুকাৰ্য্য।

অবিকল, অবিকৃত, হুবহু, আখৰে আখৰে মিলা, একদম একে, একেবাৰে একে। তদনুসাৰী, তদনুগামী, তদনুগ, তদনুবৰ্ত্তী, তদনুযায়ী, তদ্রুপ।

বিণ.বি. অনুকৰণকাৰী, অনুকাৰী; অনুকাৰক, অনুকৰ্ত্তা। অনুকৰণপ্রিয়; অনুকৰণক্ষম, অনুকৰণশীল।
মাখিমৰা কেৰাণী। যথা দৃষ্টং তথা লিখিতং।
অনুকাৰী; অনুকাৰক, অনুকৰ্তা। অনুকৰণপ্রিয়; অনুকৰণক্ষম, অনুকৰণশীল।

ক্রি. বিণ. অনুকৰণত, অনুসৰণত, অনুকৰণ কৰি, অনুসৰণ কৰি, ছায়াৱলম্বনত, অনুসাৰী, অনুযায়ী; চাই চাই; সেইমতে, তদনুসাৰে।

২৫৮ সাদৃশ্য

বি. সাদৃশ্য, মিল, সদৃশতা, তুল্যতা, সৌসাদৃশ্য, আনুৰূপ্য, একৰূপতা, সমৰূপত্ব, অনুৰূপতা, সাযুজ্য, সমানয়ন, সৰূপতা, সমানতা, সমকক্ষতা, সমৰূপতা, সাৰূপ্য, সমভাব, সামঞ্জস্য। সমাৰ্থকতা।
সদৃশলক্ষণ, অভিলক্ষণ।
ছায়া, আভাস।
সাদৃশীকৰণ।
উনৈশ-বিশ।

বিণ. সদৃশ, অনুৰূপ, সাইলাখ, একে, এই প্রকাৰ, সেই প্রকাৰ, তুল্য, সমতুল, সমতুল্য, প্রতিম, সংকাশ, সন্মিত, সমৰূপী; অভিন্ন, অভিন, তদ্রূপ; সমকক্ষ; লায়ক, লায়েক; ধৰণৰ।
অবিকল, হুবহু। তালযুৰীয়া, কাণ সমনীয়া। ৰজিতাখোৱা; খেওখোৱা, সমাকৃতি, সমজাতীয়, সমগোত্রীয়, সমপ্রকৃতি, একেপ্রাপ্তি; একে জাতীয়, সমধৰ্ম্মী, একধৰ্ম্মী, একধৰ্ম্মা, সমানধৰ্ম্মা।
যেন-তেন, যহ-তহ, যহন-তহন; ইফাল-সিফাল।
সমপদস্থ; সমশ্রেণীভুক্ত।
একেই; এই প্রকাৰ, সেই প্রকাৰ, এই ৰকম, সেই ৰকম।
এনে তেনে।
একাৰ্থক, সমাৰ্থক, সমাৰ্থ, একাৰ্থ বোধক।

ক্রি. বিণ. আখৰে আখৰে, ঠিক ঠিক।
যেন তেনকৈ, যেনে তেনে।
যৈচন, যৈছন, যেনে, যেনেকুৱা। তৈচন, তৈছন, তেনেকুৱা। যৈচে, যৈছে। যেনেকৈ, যি প্রকাৰে, যিমতে, যিদৰে, যি ধৰণে, তৈচে তৈছে, তেনেকৈ, সেইমতে, সেই ধৰণে।

অব্য. লেখিয়া, প্রায়, নিচিনা, যেন।

২৫৯ বৈসাদৃশ্য

বি. বৈসাদৃশ্য, অসাদৃশ্য, ভিন্নৰূপতা, অন্যৰূপতা, অসমৰূপতা, সাদৃশ্যহীনতা, অমিল, অসমতা, অসামঞ্জস্য, ভেদ, প্রভেদ, পাৰ্থক্য; বৈষম্য, বিষমতা, বিষমত্ব; অসমতা, অসমত্ব; বিৰোধ, বৈপৰীতা, ভিন্নতা, গৰমিল, তফাৎ।
তেল-পানী। হংসমধ্যে বকো যথা; ক'লা কাউৰীৰ মাজত বগা কাউৰী। স্বৰ্গ-মৰ্ত্ত্য, আকাশ-পাতাল।

বিণ. অসদৃশ, বিসদৃশ, সাদৃশ্যহীন, ভিন্ন, পৃথক, অন্য প্রকাৰ, মিল নথকা, অমিল, সতিনীয়াহ; বিষম, অসম, বিপৰীত, ভিন্ন, বিজাতীয়; ভিন্নৰূপী, সামঞ্জস্যহীন, অসমঞ্জস। বিজোখ।

২৬০ তুলনা

বি. তুলনা, পাটন, সাদৃশ্য নিৰূপণ, ৰিজনি, উপমা, সাদৃশ্য, মিল, অনুৰূপতা, তুল্যতা, তদ্রূপতা, সমৰূপতা। সমকক্ষতা।
উপমিতি, সাদৃশ্যজ্ঞান; সমীকৰণ (ক)।
নজিৰ, দৃষ্টান্ত, নিদৰ্শন; উপমান, প্রতিমান, প্রতীক।
তুলনীয়তা।
মিলোৱা—, ৰিজোৱা—; ৰিজাই চোৱা—।
জোৰেমোৰে পৰা—, কাঠে কাঠে পৰা—।

বিণ. তুলনীয়, উপমেয়, উপামুৱা; তুল্য, তত্তুল্য, সমতুল, সমতুল্য, অনুৰূপ, অনুৰূপীয়া, আতুৰূপীয়া, মিল থকা, মিলা, তদ্রূপ, সমকক্ষ, ৰজিতাখোৱা।
তুলনামূলক, তুলনাত্মক।
উপমিত, তুল্য।
সমান, সমান সমান।
এনেকুৱা, তেনেকুৱা, তেনেধৰণৰ, সেইৰকমৰ; এই নিচিনা, সেই নিচিনা, এই ৰকম, সেই ৰকম।
যেনে, যেনেকুৱা; তেনে, তেনেকুৱা।
তদ্রূপ, সাইলাখ।
জোৰে জোৰে, জোৰায়-জোখায়।

ক্রি. বিণ. সমানে সমানে, জোৰে জোৰে, জোৰায় জোখায়, কাঠে কাঠে। লেখেজোখে। তুলনামূলকভাৱে।

২৬১ পাৰ্থক্য

বি. পাৰ্থক্য, ভিন্নতা, প্রভেদ, ৰকম-ফেৰ, ভেদ, ভেদাভেদ, বিভেদ, তফাৎ, নিলগা-নিলগি, আন্তৰা-আন্তৰি, আঁতৰা-আঁতৰি। এৰা-এৰি, ছিগা-ছিগি। ফাৰাক, আঁতৰ, বিচ্ছেদ, পৃথকত্ব, অন্যত্ব, অন্যতা।
বিভিন্নতা, বৈভিন্ন্য, বৈচিত্র্য।
হেৰফেৰ, উনৈশ-বিছ, নাম-নাচ, তাৰতম্য, অসামঞ্জস্য।
পৃথক্‌কৰণ, বিচ্ছিন্ন কৰণ।

ভেদজ্ঞান, ভেদবুদ্ধি।

মতপাৰ্থক্য, মতান্তৰ।

**বিণ.** পৃথক, আলাদা, বেলেগ, সুকীয়া, ভিন্ন, ভিন, বিভগ।

আন, পৰ। আলগ, আলগতীয়া। আলগ্-বিলগ। নিলগ, নিলগীয়া।

অন্যবিধ, অন্যৰকম, অন্যান্য।

অসমঞ্জস, নিমিলা, অমিল, তেল পানী, অৰি-ষড়ষ্টক।

সাদৃশ্যৰহিত। অসমক্ষ, অসমান। আঁহফলা।

**বিণ./বি.** পৃথককাৰী, প্ৰভেদকৰ্ত্তা, বিভেদক।

**ক্ৰি. বিণ.** আলগে, নিলগে। অন্তৰা-অন্তৰিকৈ, আঁতৰা-আঁতৰিকৈ, নিলগা-নিলগিকৈ। সুকীয়াকৈ, বেলেগকৈ, বেলেগে, বেলেগে বেলেগে, বিভগে, বায়ঙ্গে, বায়ঙ্গে বায়ঙ্গে।

**অব্য.** ইয়াৰ বাহিৰে; মাত্ৰ, কেৱল, কেৱলমাত্ৰ, একমাত্ৰ; বাদে, বিনা, বাহিৰে, অথবা, বা, নতুবা, নচেৎ।

তদ্ব্যতীত, তদ্ভিন্ন, তদন্য।

**২৬২ একত্ব**

**বি.** একত্ব, অভিন্নতা, অভিন্নত্ব, অভেদ, ভেদৰাহিত্য, অবিকল্পতা, বিকল্পহীনতা, একতা, ঐক্য, অদ্বিতীয়ত্ব, অপাৰ্থক্য, অবিচ্ছেদ্যতা, অবিচ্ছিন্নতা, অপৃথকতা।

সমতা, সামঞ্জস্য।

একীকৰণ, একত্ৰীকৰণ। ঐক্যসাধন, একত্ৰবিধান।

**বিণ.** এক, অভিন্ন, অপৃথক, ভেদৰহিত; তদভিন্ন, নিৰ্ব্বিভেদ; অবিচ্ছেদ্য, অবিচ্ছিন্ন।

একীভূত।

**২৬৩ বৈচিত্ৰ্য**

**বি.** বৈচিত্ৰ্য, বিচিত্ৰতা, বিভিন্নতা, বৈভিন্ন্য, নানাৰূপতা, বহুৰূপতা, বহুবাকাৰ; ৰকম, ধৰণ, প্ৰকাৰ।

নতুনত্ব, অভিনৱত্ব।

মতভেদ, মতপাৰ্থক্য, মতবৈভিন্ন্য।

তৰহ, প্ৰকাৰ, বিধ।

**বিণ.** বিচিত্ৰ, বিভিন্ন, নানাপ্ৰকাৰ, হৰেকৰকম, নানাতৰহ, বিবিধ, বহুবিধ, বিবিধপ্ৰকাৰ, কত কি, অনেক ৰকম, অনেক প্ৰকাৰ, না না, নানান, নানাবিধ, নানা ৰকম, অনেকবিধ, অনেক প্ৰকাৰ, নানা প্ৰকাৰ, অনেক ৰকম, বহু প্ৰকাৰ, বহু ৰকম, কত প্ৰকাৰ, কত ৰকম, নানা ৰূপ, অনেক ৰূপ।

সৰ্ব্ববিধ, সৰ্ব্বপ্ৰকাৰ; অশেষ প্ৰকাৰ, অশেষবিধ।

**ক্ৰি. বিণ.** বিধে বিধে, তৰহে তৰহে, ৰকমে, ৰকমে ৰকমে।

**২৬৪ বৈচিত্ৰ্যহীনতা**

**বি.** বৈচিত্ৰ্যহীনতা, গতানুগতিকতা, নতুনত্বহীনতা।

**বিণ.** বৈচিত্ৰ্যহীন, গতীভূত, ঘানীত ঘূৰা, গতানুগতিক, নতুনত্বহীন, নতুনত্ববৰ্জ্জিত, চিৰাচৰিত, পুৰণিকলীয়া, পুৰাতন, পুৰণি।

বিৰক্তিকৰ, আমনি লগা, আমনিদায়ক।

**২৬৫ ক্ৰম**

**বি.** ক্ৰম, অনুক্ৰম, পৰম্পৰা, আনুপূৰ্ব্ব, পাৰম্পৰ্য্য, ধাৰা, পৰ্য্যায়, ধাৰাবাহিকতা।

পদ্ধতি, শৃংখলা।

সূচী, সূচীপত্ৰ, অনুক্ৰমণিকা, নিৰ্ঘণ্ট।

তালিকা, ফৰ্দ। তফচিল, স্কিডিউল।

আগ-গুৰি, আধ্যা-পাধ্যা।

ক্ৰমানুসাৰিতা, ক্ৰমিকতা, আনুপূৰ্বিকতা; যথাক্ৰম।

শাৰী, পংক্তি, লাইন। ধাৰি।

পৰম্পৰা, ঘৰানা। বংশানুক্ৰম। ধাৰি।

**বিণ.** ক্ৰমিক, ধাৰাবাহিক, পৰম্পৰাগত, ক্ৰমানুসাৰী, অনুক্ৰমিক, আনুপূৰ্ব্বিক। ক্ৰমায়াত। বংশানুক্ৰমিক।

অগা-পিচা, অগা-পিছা।

**ক্ৰি. বিণ.** ক্ৰমানুযায়ী, ক্ৰমানুসৰি, ক্ৰমানুসাৰে, পৰ্য্যায়ক্ৰমে, ধাৰাবাহিকভাৱে; যথাক্ৰমে, আনুপূৰ্ব্বিকভাৱে, অনুক্ৰমিকভাৱে; একাদিক্ৰমে, ক্ৰমান্বয়ে, এটাৰ পিছত আন এটা কৈ, তালিকানুযায়ী আগা-আগিকৈ, প্ৰতিপ্ৰতিকৈ।

**বি.** বৰ্ণনানুক্ৰম, অকাৰাদিক্ৰম; সংখ্যানুক্ৰম, মানানুসাৰ।

**বিণ.** বৰ্ণনানুক্ৰমিক; মানানুসাৰী, সংখ্যানুক্ৰমিক।

**ক্ৰি.বিণ.** মানানুসাৰে, সংখ্যানুক্ৰমে। অকাৰাদিক্ৰমে।

**[ বিপ. ]** উৎক্ৰম, ক্ৰমভঙ্গ, বিপৰীতক্ৰম।

**২৬৬ পৰিবৰ্ত্তন**

**বি.** পৰিবৰ্ত্তন, সলনি, লৰ, বদলি। বদল, বদ-বদল, সালসলনি, বদলাবদলি, অদল-বদল, সলাই লোৱা—, অৱস্থান্তৰ, অৱস্থাভেদ।

বিবৰ্ত্তন, ক্ৰমপৰিবৰ্ত্তন, ক্ৰমবিবৰ্ত্তন, ক্ৰমবিকাশ, ধাৰাবিকাশ, ক্ৰমোন্নতি।

উত্থান পতন, বঢ়া-টুটা, হ্ৰাসবৃদ্ধি।

ভাবান্তৰ; ভাববিকাৰ, ভাববৈলক্ষণ্য, বিকাৰ; গুণান্তৰ।

পৰিবৰ্ত্তনশীলতা, পৰিবৰ্ত্তনীয়তা।

বিবৰ্ত্তনবাদ, অভিব্যক্তিবাদ।

প্ৰগতিশীলতা।

পৰিবৰ্ত্তনৰ সময়, সান্ধ্যক্ষণ, যুগসন্ধি।

**বিণ.** পৰিবৰ্ত্তনশীল, অস্থিৰ, বিকাৰী, অনিশ্চিত, অনিৰ্দ্দিষ্ট, ৰূপান্তৰশীল। পৰিবৰ্ত্তনীয়।

পৰিবৰ্ত্তিত, অৱস্থান্তৰিত, ৰূপান্তৰিত।

বিকল্প, অনুকল্প।
বিকৃত।
বিণ/বি. পৰিৱৰ্ত্তনকাৰী, পৰিৱৰ্ত্তক।
প্ৰগতিশীল, পৰিৱৰ্ত্তনপন্থী।

**২৬৭ অপৰিৱৰ্ত্তন**

বি. অপৰিৱৰ্ত্তন, অক্ষুণ্ণতা, বলবৎ, বাহাল। অপৰিৱৰ্ত্তনীয়তা, ধ্ৰুবতা, ধ্ৰুবত্ব, অটলতা, সংস্থিতি, নিত্যতা, অচঞ্চলতা; অবিকৃতি, বিকাৰৰাহিত্য; চিৰস্থায়িত্ব, চিৰস্থায়িতা। পূৰ্ব্বাবস্থা, তদৱস্থা।
ৰক্ষণশীলতা, গোড়ামি, সংস্কাৰ বিমুখতা, পৰিৱৰ্ত্তন বিমুখতা। স্থিতাৱস্থা, স্থিতিশীলতা।
অবিকাৰ, নিৰ্বিকাৰ।
বিণ অপৰিৱৰ্ত্তিত, বাহাল, অক্ষুণ্ণ, ধ্ৰুব, অটল, অচঞ্চল, অবিকৃত, নিকাৰহীন, অবিকাৰী, অবিকৃত।
পূৰ্ব্ববৎ, যথাপূৰ্ব্ব, পূৰ্ব্বানুগ; তথৈব, তথৈবচ।
আগৰ নিচিনা, যেনে আছিল তেনে, হেৰফেৰ নোহোৱা—।
লৰচৰ নোহোৱা—।
স্থিতিশীল।
ধ্ৰুব, অপৰিৱৰ্ত্তনীয়, অপৰিৱৰ্ত্তনশীল, স্থিৰ, অটল, স্থাণু, অবিচল; নিত্য, চিৰস্থায়ী।
মজ্জাগত, অস্থিগত,. জন্মগত, বদ্ধমূল, সাৰোগত, দৃঢ়বদ্ধ, অবিচ্ছেদ্য। অসংশোধনীয়, অপ্ৰতিবিধেয়, অপ্ৰতিকাৰ্য্য, অপ্ৰতিকৰণীয়।
বিণ./বি. ৰক্ষণশীল, গোঁড়া; অপ্ৰগতিশীল, প্ৰাচীনপন্থী, তাহানিকলীয়া, পুৰণিকলীয়া, মান্ধাতাযুগৰ।
ক্ৰি. বিণ. সাঁচে-কাটে। একেকালে, একে অৱস্থাতে।

**২৬৮ আকৰ্ষণ**

বি. আকৰ্ষণ, টান, স্নেহ, মৰম, ভালপোৱা, অনুৰাগ, প্ৰীতি। ওচৰলৈ টনা—, ওচৰ চপোৱা—।
মাধ্যাকৰ্ষণ, মহাকৰ্ষ, অভিকৰ্ষ।
আকৰ্ষণীশক্তি; আকৰ্ষণীয়তা।
প্ৰৱণতা।
আঁজোৰ। আঁকুহি, হাকুটি।
বিণ. আকৰ্ষণী, আকৰ্ষক; আকৰ্ষণীয়। চকুত পৰা, চকুত লগা, জাকত জিলিকা।
আকৃষ্ট, আকৰ্ষিত, সময়কৃষ্ট; আকৰ্ষী, সমাকৰ্ষী; আকৃষ্যমান।
কেন্দ্ৰাভিগ, অভিকেন্দ্ৰ।

**২৬৯ বিকৰ্ষণ**

বি. বিকৰ্ষণ, বিপ্ৰকৰ্ষ, বিপ্ৰকৰ্ষণ, দূৰলৈ ঠেলা—।
দূৰীকৰণ।
বিকেন্দ্ৰন, বিকেন্দ্ৰীকৰণ।
বিণ. বিপ্ৰকৃষ্ট, বিকৰ্ষী।
বিকৰ্ষক, বিকৰ্ষণকাৰী।
বিকেন্দ্ৰিত, বিকেন্দ্ৰীকৃত, বিকেন্দ্ৰীভূত।
কেন্দ্ৰাতিগ, অপকেন্দ্ৰিক, বহিৰ্মুখী।

**২৭০ নিৰ্ভৰতা**

বি. নিৰ্ভৰতা, নিৰ্ভৰ, অৱলম্বন, সহায়, ভাৰসা, আশ্ৰয়।
আস্থা, বিশ্বাস, নিৰাপত্তা, নিশ্চয়তা, স্থিৰতা। ৰক্ষণাবেক্ষণ, ৰাখন। নিৰ্ভৰযোগ্যতা, বিশ্বাসযোগ্যতা।
কণাৰ লাখুটি।
আলম, অৱলম্বন। সহায়, সাহায্য।
বিণ. নিৰ্ভৰযোগ্য, বিশ্বাসযোগ্য; চিৰনিৰ্ভৰ, আশ্ৰিত। সাপেক্ষ।
বিণ./বি. অৱলম্বী, আলম্বী, অৱলম্বনকাৰী; আস্থাবান, বিশ্বাসী। সাহায্যকাৰী।

**২৭১ পৰনিৰ্ভৰতা**

বি. পৰনিৰ্ভৰতা, পৰমুখাপেক্ষিতা, মুখাপেক্ষিতা, পৰনিৰ্ভৰশীলতা, নিৰ্ভৰশীলতা।
বশ্যতা, পৰাধীনতা, অধীনতা, পৰৱশতা। পৰানুগ্ৰহ।
পৰাশ্ৰয়, পৰাশ্ৰয়িতা। পৰজীৱী, ৰঘুমলা।
পৰজীৱিতা, পৰাশ্ৰয়িতা। পৰানুগ্ৰহিতা।
পৰৰ মুখলৈ চাই থকা—।
পৰত আশ, বনত বাস। নেগুৰ ওলমা দিয়া—।
বিণ. পৰনিৰ্ভৰ, পৰমুখাপেক্ষী, পৰনিৰ্ভৰশীল; পৰজীৱী, পৰাশ্ৰিত, পৰাশ্ৰয়ী। পৰানুগ্ৰহী, পৰপিণ্ডাশী।
কেলপনীয়া, কেলেহুৱা।

**২৭২ অনিৰ্ভৰতা**

বি. অনিৰ্ভৰতা, স্বয়ংসম্পূৰ্ণতা, অনন্যপৰতা, অনন্যনিৰ্ভৰতা, আত্মনিৰ্ভৰতা, স্ব-নিৰ্ভৰতা; স্বাৱলম্বিতা, স্বাৱলম্বন।
আত্মনিৰ্ভৰশীলতা, আত্মাশ্ৰয়িতা, আত্মাশ্ৰয়, আত্মসহায়তা, অনন্যমুখাপেক্ষিতা।
আত্মশক্তি, আত্মক্ষমতা।
নিজৰ ভৰিত থিয় দিয়া—। আত্মবলেই পৰম বল।
আত্মশক্তি, আত্মক্ষমতা, আত্মবল।
স্বতন্ত্ৰতা।
বিণ./বি. আত্মনিৰ্ভৰ, আত্মাশ্ৰয়ী, স্ব-নিৰ্ভৰ, স্বৱশ, স্বতন্ত্ৰ, স্বতন্ত্ৰৰ, স্বতন্ত্ৰবীয়া; স্বয়ংসম্পূৰ্ণ, অনন্যপৰ, অনন্য সাপেক্ষ, অনন্য

নির্ভৰ, স্বাৱলম্বী, আত্মনির্ভৰশীল, আপোন-নামা।
অনির্ভৰ। আত্মসহায়। স্বাধীনচিতীয়া।
বিণ. স্বতঃপ্রবৃত্ত, স্বতঃপ্রণোদিত।

**২৭৩ নিষেধ**

বি. নিষেধ, বাধা, বাৰণ, হাক, হাক-বচন, হকা-বাধা, মানা, নামঞ্জুৰ, অগ্রাহ্য, বাধা-নিষেধ, আৰোপ, নিৱাৰণ, মানাহি। নিষেধাজ্ঞা জাৰি। হুকুমনামা, ইনজাংশন। না পদ।
বিণ. নিষিদ্ধ, বাধাপ্রাপ্ত, নিৰস্ত, নিবাৰিত।
নিষেধ্য, বাৰণযোগ্য।
বিণ./বি. নিষেধকাৰী, হকাবধা কৰোঁতা, বাধক, বাধন্তা, নিষেধক, নিৱাৰক, নিবাৰোঁতা; নিৱাৰতী (স্ত্রী)।

**২৭৪ পালন**

বি. পালন, নিষ্পাদন, আদেশ পালন, হুকুম তামিল, আজ্ঞানুবর্ত্তিতা। মানন। খিদমত, খেচমত, খেদমত। আখৰে আখৰে পালন কৰা—, মানি চলা—, শিৰোধাৰ্য্য কৰি লোৱা—।
বাধ্যবাধকতা, দায়বদ্ধতা, বন্ধাবন্ধি।
প্রতিজ্ঞাপালন, কথা ৰখা—, পালয়িতা; পালয়িত্রী (স্ত্রী), সেৱক, সেৱিকা (স্ত্রী), সেৱকী (স্ত্রী), সেৱকিনী (স্ত্রী), পৰিচাৰক; পৰিচাৰিকা (স্ত্রী); খিদমতগাৰ।
পালক।
বিণ. পালিত, অৱশ্যপালনীয়; শিৰোধাৰ্য্য।
সুৰসুৰীয়া। বহতীয়া, সেৱকীয়া।
বিণ./বি. পালনকাৰী, আজ্ঞাবহ, আজ্ঞাবাহী, আজ্ঞাধীন, আজ্ঞাপৰ, আজ্ঞানুবৰ্ত্তী, আজ্ঞাপালক, আদেশপালক।
যথা আজ্ঞা। দায়বদ্ধ।
ক্রি. বিণ. অনুসাৰে, অনুসৰি, অনুযায়ী; আজ্ঞানুসাৰে, মতে, আজ্ঞানুযায়ী, মোতাবেক।

**২৭৫ অবাধ্যতা**

বি. অবাধ্যতা, উপলঙ্ঘা, ডেমাক, ডেমাকি, তুৰি-মুৰি। আদেশ অমান্য, নিষেধ নমনা—, নিষেধ অমান্য, আজ্ঞা লঙ্ঘন, কথা নুশুনা—, হুকুম নমনা—, হাকবচন নমনা—, অন্যাচাৰণ, অন্যথাচাৰণ, আজ্ঞাবিঘাত, আজ্ঞাভঙ্গ, আদেশ লঙ্ঘন। বিৰুদ্ধাচৰণ। লঙ্ঘন, উলঙ্ঘন, গ্রাহ্য নকৰা—, বুঢ়া আঙুলি দেখুওৱা—।
অৱমাননা, অৱজ্ঞা।
বিণ. অবাধ্য, অবশ, আবৰী, অমান্যকাৰী, অন্যথাকাৰী, লঙ্ঘনকাৰী, মতচঙ্গী।

**২৭৬ প্রতিবাদ**

বি. প্রতিবাদ, দোষ ধৰা—, বাদ ধৰা—, উভঁহা, আসোঁৱাহ, সাত জাপ মৰা—, আপত্তি, বাধা, প্রতিকূলবচন, প্রতিকূলতা, প্রতিকূলাচৰণ, বিক্ষোভ, উচ্চবাচ্য। আন্দোলন। ধৰ্ম্মঘট।
বিৰোধিতা, বিৰুদ্ধাচাৰ, বিৰুদ্ধাচৰণ, ক'লা পতাকা দেখুওৱা—, তৃণপুত্তলিকা দাহ। তুৰি-মুৰি।
বিণ. প্রতিবাদমূলক, আপত্তিমূলক।
বিণ./বি. প্রতিবাদী, প্রতিবাদকাৰী; বিৰোধিতাকাৰী, বিৰোধী, বিৰুদ্ধবাদী, প্রতিকূলাচাৰী, বিৰুদ্ধাচাৰী।
বিক্ষোভকাৰী; আন্দোলনকাৰী।

**২৭৭ অভিযোগ**

বি. অভিযোগ, অনুযোগ, নালিছ, দোষ, আপ্দাহ, দোষাৰোপ, দোষাৰোপণ, লেঠিয়া-লেঠি, ঠেলিয়া-ঠেলি, দোষী কৰা—, দাযী কৰা—, দায় ধৰা—, হেকান পৰা—, দোষ ধৰা—, অপবাদ, চুক্‌লি, টুটকীয়ালি, লগনীযা কথা, লগোৱা-ভগোৱা—, দায় ধৰা, দোষী সাব্যস্ত। বদনাম, ৰটনা, ৰটন, ৰটনি।
ৰিপোর্ট; অভিযোগপত্র, চাৰ্জশ্বিট, এজাহাৰ, গোচৰ।
ওলোটা অভিযোগ, প্রত্যভিযোগ। জবাবদিহি।
যত দোষ নন্দ ঘোষ।
লগনিয়াৰ।
বিণ. অভিযোগ্য, অনুযোগ্য, নালিছযোগ্য।
বিণ./বি. অভিযোগকাৰী, অভিযোগকৰ্ত্তা, বাদী, বদিয়াৰ, গুচৰীয়া, ফৰিয়াদী; অনুযোগকাৰী। টুটকীয়া, কুটস্থ, লগনীয়া।
অভিযুক্ত,বদীয়া, বদীয়ানী (স্ত্রী), আচামী, প্রত্যর্থী, বিবাদী, প্রতিবাদী।

**২৭৮ অসহযোগিতা**

বি. অসহযোগিতা, অসহযোগ, প্রতিকূল আচৰণ, বিৰুদ্ধাচাৰণ, বিৰোধিতা; বিপক্ষতা; প্রতিবন্ধকতা; ব্যাঘাত; অসুবিধা কৰা—, বিধিপথালি দিয়া—, মূৰ পোলোকা মৰা—, গা এৰা দিয়া—, লেজুত ধৰি বল নিদিয়া, ফালৰি কটা—, অগা-ভেটা, দায়সৰা ভাব—।
বিণ./বি. অসহযোগী, বিৰুদ্ধাচাৰী, প্রতিবন্ধকী।

**২৭৯ সম্মতি**

বি. সম্মতি, সৰ্ব্বসম্মতি, মত, অনুমতি, অনুমোদন, চুপাৰিছ, সমৰ্থন, মূৰ দুপিওৱা—, হয়ভৰ, মঞ্জুৰ, মান্তি। সমৰ্থন, সৈমান, ৰাজী, ভকতীয়া বান্ধ, স্বীকৃতি, ঐক্যমত, মতৈক্য, পক্ষ, কবুল, তথাস্তু, ওঁ বোলা—, মতৰ মিল হোৱা—, নীৰব সমৰ্থন, মৌন সম্মতি, মৌনং সম্মতি লক্ষণম্, একমত, সহমত, সমস্বৰ। অনুজ্ঞা, স্বীকাৰ, স্বীকৃতি, সৈ, মানি লোৱা—। কোমল কটা—, আপোচ, বুজাপৰা, মোকাবিলা, মোকামেলা,

মকাবিলা, মকামিলা, বুজা-পৰা, বুজাবুজি, মিতমাত। সন্ধি, মীমাংসা, চুক্তি। সম্মতি পত্ৰ, ৰাজীনামা, অনুমতিপত্ৰ, অনুজ্ঞাপত্ৰ, কবুলতি, কবুলত, হলফনামা। এগ্ৰিমেণ্ট। গিৰ্মিট। পাছপোৰ্ট, ভিছা; টিকট; পাৰমিট; লাইচেঞ্চ।

আঁহে আঁহে অহা। পোষকতা, পৰিপোষকতা।

**বিণ.** সম্মত, মান্তি, ৰাজি।

সমৰ্থিত, অনুমোদিত, অনুজ্ঞাত, অনুমত, স্বীকৃত, অনুমোদনপ্ৰাপ্ত। সম্মতিসূচক, মঞ্জুৰ; সৰ্ব্বসম্মত।

বিণ./বি. একমত, সমমতাৱলম্বী, অনন্য মত।

অনুমতিদাতা, অনুমন্তা, অনুমোদনকাৰী, অনুমোদক; আজ্ঞাকৰ্ত্তা, আজ্ঞাদানকাৰী।

ক্ৰি. বিণ. অনুমতিক্ৰমে, সম্মতিসাপেক্ষে; সৰ্ব্বসম্মতিক্ৰমে, একমুখে।

অব্য. অঁতো, ওঁ, হয়, হয়তো, হয়তোন, এৰা, বাৰু, অৱশ্যে, হওতে, নিশ্চয়, হ'ব বাৰু, ঠিক আছে। অলবৎ।

**২৮০ অসম্মতি**

বি অসম্মতি, অমত, দ্বিমত, অমান্তি, অনিচ্ছা, নিষেধ, বাধা নিষেধ, আপত্তি, মানা, পেৰ পেৰোৱা—, ৰাজি নোহোৱা— , সম্মতি নিদিয়া—, বাগতি, নামঞ্জুৰ, অসমৰ্থন, অননুমোদন, প্ৰত্যাখ্যান, অগ্ৰাহ্য।

অমান্য, অন্যথাচৰণ, নাকচ।

মত পৰিৱৰ্ত্তন, কথা লৰোৱা—, কথা সলনি কৰা—, মেৰপাক, মেৰপেচ, অনুৰোধ অস্বীকাৰ, ভিন্নমত পোষণ, মতপাৰ্থক্য, মতৰ অমিল হোৱা—, মতবিৰোধ, মতান্তৰ, মতানৈক্য, মতদ্বৈধ, দ্বিমত-পোষণ, নহ'ব বুলি কোৱা—।

অস্বীকাৰ, অস্বীকৃতি। নাথুকাৰ, নাই-নুই। বাধা, বাধাদান। বিৰোধিতা, বিৰুদ্ধাচৰণ, বিৰুদ্ধবাদিতা।

আওখটি, আখটি, আখুটি, গপ, জেউৰ, ঠেহ। ঠেহ-পেচ, গপ-ভেম। থোঁহ থোঁহনি, থেনথেননি, কোঁহ-কোঁহনি, টৌহটৌহনি, ঠোহ-ঠোহনি, ভোট ভোটনি, ভোৰভোৰণি, বোৰবোৰণি, পেৰপেৰণি, খজিনা, ৰোহ।

বিণ. অসমৰ্থিত, অননুমোদিত, অস্বীকৃত, প্ৰত্যাখ্যাত, অমান্তি, আপত্তিজনক, আপত্তিকৰ। আখটিয়া, আওখটিয়া।

**বিণ./বি.** অসম্মত, নাৰাজ, অমনস্থ, গৰৰাজী, পেৰপেৰীয়া। অসমৰ্থক, বিৰোধী, প্ৰত্যাখ্যানকাৰী, অগ্ৰাহ্যকাৰী, অন্যথাচাৰী। অস্বীকৃত, ভিন্নমতাবলম্বী।

**ক্ৰি. বিণ.** অমতে, অমতত; বিনানুমতিত, কুটুহাই।

**অব্য.** ওঁহোঁ, ওঁহ-ওঁহা।

**২৮১ নিৰ্দ্দেশ**

**বি.** নিৰ্দ্দেশ, আদেশ, দিহা, দিহা-পোহা, দিহা-যুগুতি, আজ্ঞা, অনুজ্ঞা, দেশনা, নিৰ্দ্দেশনা, ফৰমাচ, হুকুম, ফৰমান, জাননী, বিজ্ঞপ্তি, এতলা, বিজ্ঞাপন।

হুকুমনামা, নিৰ্দ্দেশনামা, আদেশপত্ৰ, ফতোৱা, ফতোৱা-জাৰি।

অৰ্ডিনান্স, আজ্ঞাপত্ৰ, আজ্ঞালিপি।

ৰায়; বিধান, অনুশাসন। দোহাই।

পৰোৱানা, চমন, ওৱাৰেণ্ট, গ্ৰেপ্তাৰি পৰোৱানা। হুকুমনামা।

দৈৱবাণী, দৈৱাদেশ, প্ৰত্যাদেশ, আকাশবাণী।

বিণ. উপদিষ্ট, আদেশপ্ৰাপ্ত, অনুজ্ঞাপ্ৰাপ্ত, নিৰ্দ্দেশিত, আজ্ঞাপিত, নিৰ্দ্দেশপ্ৰাপ্ত।

ফৰমাইচি।

নিৰ্দ্দেশাত্মক, আদেশাত্মক।

বিণ./বি. আজ্ঞাকাৰী, নিৰ্দ্দেশক, নিৰ্দ্দেষ্টা, আদেশক, হুকুমদাৰ, ফৰমানদাৰ, আদেশকৰ্ত্তা, আদেশদাতা। দিহা দিওঁতা।

আজ্ঞাবহ, আজ্ঞানুগত, আজ্ঞানুবৰ্ত্তী, আজ্ঞাধীন, আজ্ঞাবন্দী।

ক্ৰি.বিণ. নিৰ্দ্দেশানুসাৰে, নিৰ্দ্দেশানুসৰি, আদেশানুযায়ী। দোহাই দি. নাম কৈ।

**২৮২ অনুৰোধ**

বি. অনুৰোধ, অনুনয়, অনুনয় বিনয়, কাকুতি-মিনতি, কাতৰি, মিনতি, কাকুতি, বিনতি, জয়দেউ-কাকুতি, উপৰোধ, অনুৰোধ-উপৰোধ, সনিৰ্বন্ধ অনুৰোধ, কাও(উ) বাও(উ), উপাসা, উপাসা-ভাৰসা, বিনীত অনুৰোধ, কাতৰোক্তি, খাটনি, খাটনি-লোটনি, প্ৰাৰ্থনা, অনুনাথনা, মোনাজাত, নিৱেদন, হাতে ভৰিয়ে ধৰা—, ভৰিয়ে হাতে ধৰা—, আৱেদন, আৱেদন নিৱেদন, পেৰি থকা—, লাগি থকা—, গাই বাই চোবা—, কাবৌ, কাবৌ-কাকুতি, কাবৌ-কোকালি।

পেঘেনিয়াই থকা—, ৰেপি থকা—, ভৰিত ধৰা—, ভৰি-তলুৱা কামোৰা—, ভৰিত তেল ঘঁহা—, গোৰোহা কামোৰা—, পদ-মৰ্দ্দন, পদ লেহন।

তলুৱাৰ ছাল ছিঙা; ভৰি-তলুৱাৰ ছাল ছিঙা, কুটুৰি থকা—, খাই মৰা—। খোচামতি, খোছামতি, খাতিৰ, খাতিৰ-খোছামতি, খোছামোদ, তোষামোদ। মুৰ খুন্দিওৱা—, চাটু, চাটুকথা, চাটূক্তি।

দৰখাস্ত, আপিল, আৱেদন পত্ৰ, আৰজ, আৰ্জী।

বিণ. অনুৰুদ্ধ।

সানুনয়, সনিৰ্ব্বন্ধ।

বিণ./বি. গলবস্ত্ৰ। অনুৰোধকাৰী, অনুনয়কাৰী।

আবেদক, নিবেদক, নিবেদনকাৰী, আবেদনকাৰী, দৰখাস্তকাৰী। আৰ্জ্জী-মহৰী।

উমেদাৰ, অৰ্থী, প্ৰাৰ্থী, চটুৱা, চাটুৱা, চাটুকাৰ, চাটুকাৰী। খোচামোদকাৰী, তোষামোদকাৰী, পদলেহী, গোৰোহা চেলেকা। লেমটো। কাতৰ।

মো-চাহেব, হয়-হজুৰ, ধামাধৰা। স্তাবক।

ক্ৰি. বিণ. লুটি-সুতি, খাটি-লুটি, হাতে ভৰিয়ে ধৰি, কাবৌ-কোকালি কৰি, আও ধৰি, আও ধাৰি, কাবৌকৈ, অনুনয়-বিনয় কৰি, সানুনয়ে, কাতৰ কৰি, কাকুতি-মিনতি কৰি, কাও-বাও কৰি, কাউ-বাউ কৰি, লুটি-সুটি। তুতি-ভক্তি কৰি। উপাসা-ভাৰসা কৰি।

কুন্থলিয়াই কুন্থলিয়াই, পেৰি পেৰি, পেঘেনিয়াই পেঘেনিয়াই। সনিৰ্ব্বন্ধে। সাধ্য-সাধনা কৰি। জয়দেউ-কাকুতি কৰি, দেউতা আধ্যা দি।

**২৮৩ উপদেশ**

ৰি. উপদেশ, দিহা, দিহ্। পৰামৰ্শ, মোচা-বিদা, দিহা-পৰামৰ্শ, গলা-গোপা কৰা—, সলা-পৰামৰ্শ, দিহা-যুগুতি, দিহা-পোহা, আলচ, আলচ-বিলচ, মন্ত্ৰণা, বুদ্ধি।

শিকনি, শিক্ষা, বুজনি।

ধৰ্ম্মশিক্ষা, নীতিশিক্ষা, ধৰ্ম্মোপদেশ, হিতোপদেশ, নীতিকথা, নীতিবচন, নীতিবাক্য, অনুশাসন।

সদুপদেশ, সুমন্ত্ৰণা, সুপৰামৰ্শ, সুবুদ্ধি।

[ বিপ.] অসদুপদেশ, কুবুদ্ধি, দুৰ্বুদ্ধি, কুপৰামৰ্শ, অপাকৰণ, মতগুা, দুষ্টবুদ্ধি, কুমন্ত্ৰণা, ফন্দ, ফন্দি। কুচৰ্চুত-কপট।

প্ৰৰোচনা, উচটনি। দুষ্টবুদ্ধি, কুৰ্ব্বধি।

অভিসন্ধি। ভো-চক্ৰ। ফোহ ফোহ ফাহ ফাহ, ফুচফুচ-ফাচফাচ।

ৰিণ. উপদেশমূলক, উপদেশাত্মক, পৰামৰ্শমূলক, উপদেশপূৰ্ণ। ঔপদেশিক, আনুশাসনিক।

উপদেশ্য, উপদেষ্টব্য, উপদেশযোগ্য, মন্ত্ৰণাযোগ্য। উচটীয়া। প্ৰৰোচিত।

ৰিণ./ৰি. উপদেষ্টা, উপদেশক, পৰামৰ্শদাতা, মন্ত্ৰণাদাতা, মন্ত্ৰণাদানকাৰী, উপদেশদাতা। উপদিষ্ট, উপদেশপ্ৰাপ্ত। মন্ত্ৰণাপটু, মন্ত্ৰণাকুশল।

[বিপ.] কুবুদ্ধিদাতা, কুচক্ৰী, কুৰ্চ্চুটীয়া, কুবুধীয়া, ফন্দিয়ক, ফন্দিয়াৰ, দুবুধীয়া, ফন্দী, ফন্দিবাজ। টেঙৰ, ধূৰ্ত্ত। প্ৰৰোচক, প্ৰৰোচনাকাৰী, অপাকাৰক, ফেটাই দিওঁতা, কূটশাল, টুটকীয়া, টুটকীয়া নাৰদ।

উচটনিমূলক। প্ৰৰোচনামূলক।

ক্ৰি. বিণ. ফন্দে-ফান্দে।

**২৮৪ অঙ্গীকাৰ**

ৰি. অঙ্গীকাৰ, প্ৰতিজ্ঞা, কক্ষা, সংকল্প, পণ, শপথ, শপত, কিৰা, কিৰিয়া, ডাব কাট—(অ.ক্ৰি.), প্ৰতিশ্ৰুতি, সত্য কৰা—, তিনি সইত খোৱা—।

কথা দিয়া—, জবান দিয়া—। বাক্‌দান দিয়া—।

প্ৰতিজ্ঞাবন্ধন, প্ৰতিজ্ঞাপাশ, প্ৰতিজ্ঞা ৰক্ষা, প্ৰতিজ্ঞাপালন। পণৰক্ষা। সত্যৰক্ষা।

হলফ, কসম, মুচুলুকা।

এক কথা, একবাক্য।

ভীষ্মৰ প্ৰতিজ্ঞা, বজ্ৰবাক্য।

চৰ্ত্ত, চুক্তি; গেৰ-এন-টী, জামিন।

প্ৰতিজ্ঞাপত্ৰ, অংগীকাৰ পত্ৰ, শপতনামা, হলফনামা, এফিডেভিট; জামিন নামা।

[ বিপ.] প্ৰতিজ্ঞাভংগ, অনিবন্ধে (ক্ৰি. বিণ.), জবান-চুৰ। চোৰৰ শপত, মিছাশপত।

ৰিণ./ৰি. প্ৰতিজ্ঞাকাৰী, অঙ্গীকাৰকাৰী। একেকথীয়া। বাঙ্‌নিষ্ঠ, সত্যনিষ্ঠ। দৃঢ়ব্ৰত। দৃঢ়ব্ৰতী।

অঙ্গীকৃত, অঙ্গীকাৰ বদ্ধ, প্ৰতিশ্ৰুত, আহিত, সংকল্পিত, চুক্তিবদ্ধ।

ক্ৰি. বিণ. প্ৰাণপণ কৰি, প্ৰাণপণে, প্ৰাণটাকি, কায়মনোবাক্যে, মনেপ্ৰাণে। মৰো জীওঁ সোঁ আধিকৈ, মৰি-পৰি, মৰি-মুজি।

# ১০ গতি-প্ৰবাহ-পৰিবহণ



**২৮৫ গতি**

**বি.** গতি, জঙ্গমতা, অস্থবিৰতা। গতিময়তা, গতিশীলতা, গমনশীলতা, বেগ দিয়া—, বেগা-বেগি, খৰ-খেদা, খৰ-ধৰ, লৰা-লৰি, বেগৱন্তা; গতিশক্তি, চলৎশক্তি, চালিকাশক্তি।
চলা—, চলন, লৰচৰ কৰা—, লৰ-চৰ, লৰ-ফৰ, লৰ-ধৰ, লৰা-ঢাপৰা, প্ৰসৰণ, গমন, যোৱা—, পৰিবহন, ভ্ৰমণ, পৰিভ্ৰমণ; বিচৰণ; সঞ্চৰণ। চলা—। ওলোৱা-সোমোৱা—।
চলা-ফিৰা, লৰা-ফুৰা, অহা-যোৱা, যোৱা-অহা, আহ-যাহ, গমনাগমন, যাতায়াত, গতায়াত, অহা-যোৱা, চলন-ফিৰণ, গমনা-গমন। ঘূৰা-ফুৰা, ঘূৰা-পকা। ভ্ৰমণ, পৰিভ্ৰমণ, পৰিক্ৰমণ, পৰিক্ৰমা। চলনশীলতা,
চলমানতা, চলিষ্ণুতা, চলনধৰ্ম্ম।
প্ৰগতি, অগ্ৰগতি, আগুৱাই যোৱা—, আগবাঢ়ি যোৱা—।
গতিবেগ, ভেলোচিটি।
গতিপথ, চলনপথ, কক্ষ, কক্ষপথ, সঞ্চাৰপথ, পটি।
গতিবিদ্যা, গতিবিজ্ঞান, ডিনামিক্‌চ।

**ৰিণ.** গতিশীল, জঙ্গম, অস্থবিৰ।
চলমান, চলন্ত, চলিষ্ণু, চলনশীল, চৰিষ্ণু, গমনশীল, সঞ্চৰণশীল, অস্থিৰ, সঞ্চৰণমান, গমনৰত, গম্যমান।
গতিময়, বেগৱান, বেগৱন্ত, ধাবমান, ধাবিত, গতিযুক্ত, দ্ৰুতগামী।
চলনযোগ্য, চলনক্ষম।
গমনকাৰী।

**ক্ৰি. ৰিণ.** বেগাই, খৰকৈ, বেগাবেগিকৈ, গুমাই। কাওঁ কাওঁ কৰে, বেগেৰে।
লৰি-চৰি, লৰ-চৰ কৰি, লৰি-ঢাপৰি, লৰা-ঢপৰা কৰি।
সোঁহাই।
টলৌ টলৌ কৈ।

**২৮৬ সঞ্চালন ঃ কম্পন**

**বি** সঞ্চালন, লৰচৰ।
আন্দোলন, আলোড়ন, জোকাৰণি, ঢোলোকনি, হেন্দোলনি।
দোলন, হিন্দোল, হিল্লোল. দোদুল্যমানতা।
দোলক, পেণ্ডুলাম। দোলন; দোলনা।
ঢৌ, তৰঙ্গ।
কম্পন, কঁপনি; স্পন্দন, শিহৰণ, ধিপধিপনি। থৰহৰি. থৰথৰিমান, থৰ্থৰি, থৰ্থৰিমান, থৰে থৰ।
থৰফৰ, থৰফৰি, থৰফৰণি, ছটফটনি, চেং লৌ ভেকলৌ।
লুটিয়া-লুটি, ইলুটি-সিলুটি, লুটি-বাগৰ, লোটা-লুটি, বগৰা-বাগৰি, দবৰা-দবৰি, জোঁটা-পুটি, জোঁটা-পোটা। লৰা-ঢপৰা, উথপথপ,
লৰা-চৰা, লৰা-ফৰা, উদুলি-মুদুলি, উখল-পাখল, উথল-পাথল, তোলপাৰ, উখল-মাখল, উহল-মাহল, উথল-পাতল, দল-দোপ, হেন্দোল-দোপ।
উঠা-নমা, কাতি-কুতা, ইদাঁতি-সিদাঁতি, ইকাতি-সিকাতি, ইফাল-সিফাল, তল-ওপৰ, ইমুখ-সিমুখ, ইভিতি-সিভিতি, টলবল, টলং ভটং, টুলুং-ভুটুং, লৰচৰ, উজাৰ-পিজাৰ, জোকাৰ-পোকাৰ, লৰফৰ, টলবলনি, টগবগনি, টলমল, উতল।
কম্পনীয়তা।

**ৰিণ.** আন্দোলিত, আলোড়িত।
হিল্লোলিত; উত্তাল, অশান্ত।
উদ্বেলিত, কম্পিত, কম্পমান, আকম্পিত, শিহৰিত।
স্পন্দিত, স্পন্দনশীল, স্পন্দনময়।
দোদুল্যমান, দলদুপীয়া। থৌকি-বাথৌ, থৌ-বাথৌ।
থৰ্থৰিমান, থৰহৰিকম্পমান।
থৰক-বৰক, লৰক-ফৰক, লকৰ-থকৰ, থকৰ-বকৰ, থৰ-বৰ।
ঢলং-পলং, হেঁকেৰ-পেকেৰ।

**ক্ৰি. ৰিণ.** থৰহৰি, থৰথৰ কৰে, কঁপি কঁপি, কঁপি-জপি, টলং-ভটং কৈ, ঢলং-পলং কৈ, হেঁকেৰ-পেকেৰ কৈ, থৰকবৰক কৈ।
লৰিচৰি, লৰি-ঢাপৰি, লৰি-ফুৰি. লৰা-ঢপৰা কৰি।

**২৮৭ অকম্পন**

**বি.** অকম্পন, স্থিৰতা, কম্পনহীনতা, কম্পনশূন্যতা, স্পদনহীনতা, স্পন্দনশূন্যতা।

**ৰিণ** কম্পনহীন, কম্পনশূন্য, নিথৰ, অকম্পিত, কম্পনৰহিত।
অস্পন্দিত, স্পন্দনহীন; শান্ত, স্থিৰ।
অনালোড়িত, অনান্দোলিত।
অকম্পনীয়।

**২৮৮ গতিহীনতা**

**বি.** গতিহীনতা, গতিশূন্যতা, গতিৰাহিত্য, বেগহীনতা, নিশ্চলতা, নিশ্চলত্ব, অচলতা, অচলত্ব, অচঞ্চলতা, অচঞ্চলত্ব, অচাঞ্চল্য। স্থিৰভাব, স্থিৰতা, স্থিতিশীলতা, স্থৈৰ্য্য, স্থিৰত্ব, স্থিতাবস্থা, অটলতা, অটলত্ব; জড়তা, জড়ত্ব, জাড্য। দৰক। থমকি ৰোৱা—, বৈ থকা—, বৈ যোৱা—, থিত লগা—, গতিৰোধ। যথা স্থিয় সদাশিৱ।

**ৰিণ.** গতিহীন, গতিশূন্য, গতিৰহিত, নিশ্চল, স্থাণু, অচৰ, ঠৰ, অচল, অলৰ, অলৰ-অচৰ, অচঞ্চল, স্থিৰ, স্থিতিশীল, অটল, জড়, বেগহীন, বেগশূন্য, নিথৰ।
ৰুদ্ধগতি, গতিৰুদ্ধ, ৰুদ্ধবেগ, জোল।

জড়, স্থবিৰ।
আবদ্ধ, বদ্ধ।
স্ৰোতহীন।
**বিণ./বি.** গতিৰোধকাৰী, গতি নিয়ন্ত্ৰক, গতিৰোধক। থিৰ।
**ক্ৰি. বিণ.** থিৰে, থিৰেৰে, অলৰৰূপে। থমকি থমকি, সেপ ঢুকি ঢুকি, বৈ বৈ।

**২৮৯ মন্থন**

**বি.** মন্থন, মথন, ঘাঁটন, ঘোঁটন। মিক্সি।
ঘোঁটনা, মন্থনপাত্ৰ; মথনী, ঘোঁটনি, ঘোঁটামাৰি, মন্থনদণ্ড।
**বিণ.** মথিত, উন্মথিত; মথ্যমান।
কেন্দ্ৰাতিগ, অপকেন্দ্ৰ।
কেন্দ্ৰাভিগ, অভিকেন্দ্ৰ।

**২৯০ গমন**

**বি.** গমন, যোৱা—, গুচি যোৱা—, ৰাওনা, ৰাৱনা, পয়ান, প্ৰস্থান, স্থানত্যাগ, স্থানান্তৰ, গৃহত্যাগ, বিদায়, মেলানি, মেলানি মগা—, যাত্ৰা, গাত্ৰোত্থান, বহিৰ্গমন, ঠেং দাঙি থকা—, সাজি কাচি ওলোৱা—, সাজিপাৰি ওলোৱা—। ওলোৱা—। যাওঁ যাওঁ কৰা—। প্ৰব্ৰজন। পলায়ন, পলাই যোৱা—, চম্পট, ভগা—, দেশান্তৰী, দেশত্যাগী হোৱা—, নিৰ্ব্বাসন।
পৃষ্ঠ-প্ৰদৰ্শন, পৃষ্ঠভঙ্গ। ফৰিং ছিটিকা দিয়া—, ফাহি ছিটিকা দিয়া—, অন্তৰ্ধান, অদৃশ্য, নিৰুদ্দেশ, হেৰোৱা—, হেৰাই যোৱা—।
অজ্ঞাতবাস।
বহিৰ্গমন।
**বিণ.** গত, বিগত।
বিদায়কালীন।
বহিৰ্গত, নিৰ্গত, নিস্ক্ৰান্ত।
**বিণ./বি.** প্ৰস্থানোদ্যত, গমনোদ্যত, ঠেং দঙা—, যাবলৈ ওলোৱা—, প্ৰস্থানোন্মুখ, গমনোন্মুখ, গমনোৎসুক, প্ৰস্থানকাৰী, গমনৰত; অপস্ৰিয়মান; যাবলৈ ওলোৱা—, বিদায়ী।
উধাও, ফেৰাৰ, নিৰুদ্দেশ। নিৰুদ্দিষ্ট। নিখোজ।
পলাতক, পলায়িত, পলায়নকাৰী, পলৰীয়া, পলাউৰী (স্ত্ৰী), ফেৰাৰ। ৰণ-ভগনীয়া, ৰণ-পলৰীয়া।
**ক্ৰি. বিণ.** উৰ্দ্ধশ্বাসে; নেজপেলাই, তৰানৰা চিঙি। কোবাকুবিকৈ।

**২৯১ ভ্ৰমণ**

**বি.** ভ্ৰমণ, ফুৰণ, ফুৰা, ঘূৰি ফুৰা—, ঘূৰা-ঘূৰি, পৰিভ্ৰমণ, ব্ৰজন, প্ৰাতঃভ্ৰমণ, সান্ধ্যভ্ৰমণ, নৈশভ্ৰমণ। চফৰ, ছফৰ। মুছাফিৰ। পৰ্যটন, পৰিক্ৰমণ, পৰিক্ৰমা, প্ৰদক্ষিণ, দেশভ্ৰমণ। অনাই-বনাই ফুৰা, টিঘিল ঘিলোৱা—, ঘূৰি পকি ফুৰা—। টহল দিয়া—। বিশ্বভ্ৰমণ, বিশ্বপৰ্যটন, বিশ্বপৰিক্ৰমা, ভূ-পৰিক্ৰমা, পৃথিবীভ্ৰমণ।
অভিযান, পৰ্ব্বতাভিযান। সমুদ্ৰাভিযান। মেৰু অভিযান, মেৰু যাত্ৰা। মহাকাশযাত্ৰা।
প্ৰমোদভ্ৰমণ, বিলাসভ্ৰমণ, ভ্ৰমণবিলাস।
মধুচন্দ্ৰিকা।
পান্থশালা, অতিথিশালা, চৰাই ঘৰ, চৰাইখানা, মুছাফিৰখানা।
ভ্ৰমণেচ্ছা।
**বিণ./বি.** ভ্ৰমণকাৰী, পৰিব্ৰাজক, যাত্ৰী, পৰিভ্ৰমণকাৰী, প্ৰদক্ষিণকাৰী,
অভিযাত্ৰী, মুছাফিৰ। বন-বৰাগী, বগৰা, অভিযাত্ৰিক, অভিযানকাৰী।
পৰ্য্যটক, ভূ-পৰ্য্যটক, ভূ-পৰ্য্যটনকাৰী, বিশ্বপৰ্য্যটক।
পথিক, পান্থ, বাটৰুৱা, পথুক।
ভ্ৰমণবিলাসী, ভ্ৰমণপ্ৰিয়, ভ্ৰমণৰসিক।
পৰ্ব্বতাৰোহী। সমুদ্ৰাভিযাত্ৰী, নাৱিক। মহাকাশচাৰী, মহাকাশযাত্ৰী, কছমোনট।
ঘূৰি-ফুৰা, ফুৰি-ফুৰা, অনাই-বনাই ফুৰা, পং পঙাই ফুৰা, বতহিয়া।
ভ্ৰমণৰত, চফৰৰত, ভ্ৰাম্যমান, ভ্ৰমণশীল। পৰিক্ৰমনীয়।
**ক্ৰি. বিণ.** বিয়াদান দি, পকাই ফুৰি, পকাই-জকাই।

**২৯২ আগমন**

**বি.** আগমন, অহা—, অভ্যাগম, অভ্যাগমন। পদাৰ্পণ, উপস্থিতি, সমাগম, ভিৰ। আহোতা। অভ্যাসত, আলহী, অতিথি, ওফৰা জেং। প্ৰত্যাগমন, ফিৰি অহা—, ঘূৰি-অহা, পৰাৱৰ্ত্তন, পৰাবৃত্তি, পুনঃ প্ৰবেশ, পুনৰাগমন, ঘূৰি অহা—। প্ৰতিপ্ৰয়াণ, দ্বিৰাগমন।
অহা-যোৱা, ভুমুক মৰা—, ভুমুকি মৰা—। সোঁ শৰীৰে হাজিৰ হোৱা—।
পদধুলা দিয়া—, দেখা দিয়া—, প্ৰবেশ, পুনঃ প্ৰবেশ।
অনুপ্ৰবেশ—।
প্ৰবেশ পথ, প্ৰবেশ দ্বাৰ।
আগন্তুক, অতিথি, আলহী, অথিতি, আলহী-দুলহী, অতিথি-অভ্যাসত, আলহী-অতিথি। অভ্যাগত, মেহমান, ওফৰাজেং।
অনুপ্ৰবেশকাৰী।
**বিণ./বি.** আগত, উপস্থিত, হাজিৰ, উপাগত, সমবেত। ফিৰত অহা—। অহা।
প্ৰত্যাগত, পুনৰাগত। অভ্যাগত।
আগমনী।
আগতপ্ৰায়, সমাসন্ন, আসন্ন, আসন্ন প্ৰায়।
গৃহাগত, নিমন্ত্ৰিত, আমন্ত্ৰিত।
দূৰাগত। বহিৰাগত।
প্ৰবেশকাৰী, প্ৰবেশক, অনুপ্ৰবেশক। অনুপ্ৰবেশকাৰী।
প্ৰত্যাবৰ্ত্তনকাৰী।
নৱাগত, সদ্যাগত।

**২৯৩ অগমন**

**বি.** অগমন, নহা—।

অনাগমন, অনাগম—, অনুপস্থিতি, অবিদ্যমানতা; গৰহাজিৰি।
ভৰি নিদিয়া—, ভৰি দিবলৈকো নোযোৱা—।
ছাঁটোও নগচকা—, ছাঁটোও দেখিবলৈ নোহোৱা—।
বিণ. অনাগত; অনুপস্থিত, গৰহাজিৰ; অবিদ্যমান.
অনুপগত। নহা।

২৯৪ অগ্ৰগমন

বি. অগ্ৰগমন, সম্মুখগমন, পুৰোগমন, পুৰোযাত্ৰা, অগ্ৰযাত্ৰা।
আগে আগে যোৱা—, বাট দেখুৱাই নিয়া—, পথ প্ৰদৰ্শন।
অগ্ৰসৰ, অগ্ৰসৰণ, আগুৱান, অগ্ৰসৰতা।
আগুৱাই যোৱা, আগবঢ়া—, অগ্ৰগতি।
বিণ. অগ্ৰগামী, সম্মুখগামী, পুৰোবৰ্ত্তী, পুৰোগামী, অগ্ৰগমনকাৰী, পুৰোযাত্ৰী, অগ্ৰবৰ্ত্তী, অগ্ৰসৰ, অগ্ৰগত।
পূৰ্ব্বগামী, পথপ্ৰদৰ্শক, পথিকৃত, বাট দেখুৱাওতা, বাটকটীয়া।

২৯৫ অনুসৰণ

বি. অনুসৰণ, অনুগমন, অনুক্ৰমণ, অনুবৰ্ত্তন, অনুধাৱন।
পিছ লোৱা—, পিছে পিছে যোৱা—,
পশ্চাদগমন, পশ্চাদনুসৰণ।
অনুগতি, অনুযাত্ৰা,।
পদানুসৰণ, পদাঙ্ক অনুসৰণ।
খোজত খোজ মিলোৱা—।
বিণ./বি. পদানুসাৰী, পদাঙ্কানুসাৰী, পদানুবৰ্ত্তী। অনুসৰণকাৰী, অনুগমনকাৰী। অনুযাত্ৰী। গড্ডলিকা প্ৰবাহ।
বিণ. অনুসৃত।
ক্ৰি. বিণ. পিছে পিছে, খোজত খোজ মিলাই।

২৯৬ সহযাত্ৰা

বি. সহযাত্ৰা, সহগমন, সহচাৰণ।
একেলগে যোৱা—। সমদল যাত্ৰা, হুজ-যাত্ৰা। মিছিল, শোভাযাত্ৰা; পদযাত্ৰা।
বিণ./বি. সহগমনকাৰী, সহযাত্ৰী, সহচৰ, সহচৰী, সহগামী, অনুষঙ্গী, সঙ্গযাত্ৰী; সহানুগামী। সমদলযাত্ৰাকাৰী। লগৰীয়া, সঙ্গী।
লগ, সঙ্গ, লগ-সঙ্গ, লগ-ভাগ।
শোভাযাত্ৰাকাৰী, শোভাযাত্ৰী, হুজযাত্ৰী।
বিণ. সঙ্গপ্ৰিয়।
ক্ৰি. বিণ. লগে লগে; পদে পদে, একেলগে। সৈতে, সহিতে, সমে, সমেত। লগে-ভাগে, লগে-সঙ্গে। সমভিব্যাহাৰে।

২৯৭ পশ্চাদগতি

বি. পশ্চাদগতি, পশ্চাদপসৰণ, পশ্চাৎমুখিতা, পিচুৱাই অহা—, পাচপৰা, পাচ হোঁহকা, পিচ হোঁহকা মৰা—, পাচমুখ, পিঠি দিয়া—।
ৰণভঙ্গ দিয়া, পৃষ্ঠ-প্ৰদৰ্শন, পৃষ্ঠ-ভঙ্গ, ভিৰাই লৰ মৰা—।
নেগুৰ পেলাই লৰ মৰা—।
বিণ. পশ্চাৎ-পদ, পশ্চাদ্বৰ্ত্তী; পশ্চাৎমুখী।

২৯৮ অতিক্ৰম

বি. অতিক্ৰম, অতিক্ৰমণ, পাৰ হোৱা—, পাৰ পোৱা—, উল্লঙ্ঘন।
উলঙঘন, অন্যথাকৰণ।
অতিক্ৰম্যতা, অতিক্ৰমণীয়তা, উল্লঙ্ঘনীয়তা।
বিণ. অতিক্ৰান্ত, অতিক্ৰমিত, লঙ্ঘিত; উল্লঙ্ঘিত।
অতিক্ৰমণীয়, উল্লঙ্ঘনীয়।
বিণ./বি. অতিক্ৰমকাৰী, অতিক্ৰমণকাৰী, লঙ্ঘনকাৰী। উত্তীৰ্ণ, পাৰপোৱা।

২৯৯ পদচালন

বি. পদচালন, খোজকঢ়া—, বুলন, পদযাত্ৰা, পদব্ৰজ, পদব্ৰজন, পদচাৰণ, পদচাৰণা, ভৰি দিয়া—, খোজ দিয়া—, টহল, পায়চাৰি, খোজ পেলোৱা—, খোজ ধৰা— পদক্ষেপ, পদক্ষেপণ, পদন্যাস, পদবিন্যাস, পদসঞ্চালন, চলাফুৰা কৰা—।
বটিখোৱা, পেং, পেং-লাখুটি।
কুচকাৱাজ, মাৰ্চ্চ, পেৰেড।
গজেন্দ্ৰগমন, গজ-গতি, গজ-গমন। ৰাজহংসগতি।
কইনা বুলন। ধীৰ গতি, দ্ৰুতগতি, ক্ষিপ্ৰগতি। নিঃশব্দচাৰণ।
ঢকা কোবোৱা—, ঘণ্টা কোবোৱা—।
কদম; প্লুত, দুলকি।
টহলদাৰ।
গিৰিপনি, গোৰোহনি।
বিণ./বি পদব্ৰজী, পদযাত্ৰী, পথচাৰী।
পথিক। ভ্ৰমণকাৰী।
নিঃশব্দচাৰী।
মেকুৰী-খুজীয়া। কুকুৰ-খুজীয়া। কইনাখুজীয়া।
টহলদাৰী।
ক্ৰি.বিণ. এখোজ দুখোজকৈ, হাতত সাৰে ভৰিত সাৰে; ঢলং পলংকৈ। গিৰিপ গিৰিপকৈ।

৩০০ দৌৰ

বি. দৌৰ, লৰ, ঢাপলি, ছুটি, চেঁকুৰ।
দ্ৰুতগমন, দৌৰাদৌৰি।
ঘোঁৰ-দৌৰ, হাতী দৌৰ।
দৌৰ-খেল, দৌৰ-প্ৰতিযোগিতা। ৰে'চ; মাৰাথন দৌৰ।
ৰান, স্প্ৰিণ্ট, ডেশ্। জগিং।
ৰানাৰ, স্প্ৰিণ্টাৰ।
বিণ. ধাৱমান; ধাবিত; ধাবক।
দৌৰনিপুণ, দৌৰবীৰ।
ক্ৰি. বিণ. উৰ্দ্ধশ্বাসে, মৰো জীওঁ সো আধিকৈ; নেজ দাঙি, নেজ তুলি, প্ৰাণপণে, প্ৰাণটাকি; বায়ুবেগে।

৩০১ চোঁচৰা

বি. বুকু চোঁচৰা, জানুগতি, আঁঠু চোঁচৰা, আঁঠুৰে আঁঠুৰে চোঁচৰা—।

বিণ. চুঁচৰি ফুৰা, বহা-চোঁচৰা।

৩০২ জাঁপ

বি. জাঁপ, জাঁপি, লাফ, ডেও, লম্ফ-জম্ফ, জপিওৱা-জপি, লাফ-জাঁপ, জঁপিয়াই পৰা—।
দৌৰ জাঁপ; থিয় জাঁপ; ভেকুলী জাঁপ, হাইজাম্প; লংজাম্প; ট্ৰিপল জাম্প। চমাৰছল্ট; ভল্ট; পোলভল্ট।

ক্ৰি. বিণ. একে জাঁপে, একে জাঁপতে, জাঁপত জাঁপে, জঁপিয়াই জঁপিয়াই, ডেও দি দি, টিক্‌লৌ টিক্‌লৌ কৈ।

৩০৩ সাঁতোৰ

বি. সাঁতৰ, সাঁতোৰ, নাদোৰ (অ.ক্ৰি), সাঁতোৰ মেলা—; সন্তৰণ, প্লৱন, প্লৱনশক্তি। ভাহি থকা—, ওপঙি থকা—, উটি যোৱা—।
চিলনী-সাঁতোৰ, থিয়-সাঁতোৰ।
লাইফ বেল্ট, লাইফ জেকেট; লাইফ বোট।
চুইমিং পুল। চুইমিং ক্লাব।

বিণ. ভাসমান, ভাসন্ত, প্লৱমান। ওপঙা,ওপঙি থকা—।

বিণ./বি. সন্তৰণবিদ, সাঁতোৰজনা, সাঁতুৰিব জনা।

ক্ৰি.বিণ. সাঁতুৰি-নাদুৰি।

৩০৪ ডুবন

বি. ডুব মৰা—, বুৰ মৰা, তল যোৱা—, ডুবন, নিমজ্জন।
কক্‌বকোৱা—, কক্‌বকনি।
উটি-বুৰি যোৱা—, উটি-ভাহি যোৱা—।
বিসৰ্জ্জন দিয়া—, ভাহাই দিয়া—। ভাটিয়নি।
ডুবাওঁতা।
সলিল সমাধি। নাও দুৰ্ঘটনা।
ডুবুৰি, ডাইভাৰ, ফ্ৰগমেন।
ডুবি, ঘুলি, কুচ়, ঘোপ। ঘুলুঙীয়া।

বিণ. নিমজ্জিত, জলমগ্ন, প্লাবিত।
নিমজ্জমান, নিলীয়মান, ডুবো ডুবো।

৩০৫ উৰণ

বি. উৰণ, উড়ণ, উৰা মৰা—, উড়াব, উড্ডয়ন; উৰি যোৱা—, নভোগতি। আকাশ বিহাৰ, আকাশভ্ৰমণ, নভশ্চাৰণ, আকাশযাত্ৰা, ব্যোমযাত্ৰা।
বেলুন; পেৰাচুট; বিমান।

বিণ. উড়ন্ত, উড্ডীন, উড্ডীয়মান, সমুড্ডীন।
উড়নীয়া, উৰণীয়া।

বিণ./বি. আকাশচাৰী, আকাশগামী, গগনচাৰী, আকাশবিহাৰী, গগনবিহাৰী, নভশ্চৰ, নভশ্চাৰী।
খেচৰ, গগনচৰ, আকাশচৰ।

ক্ৰি.বিণ. ভুৰুং কৰে; ভুৰুঙাই, ভুটুংকৰে, ভুৰুকাই।

৩০৬ উঠন

বি. উঠন, উত্থান, উঠা—, উন্নয়ন, উন্নতি, উৰ্দ্ধগতি, উৰ্দ্ধগমন, সমুন্নয়ন, উদ্গমন, উদগতি। উৰ্দ্ধগামিতা। আৰোহণ, চৰ—, অধিৰোহণ।
তোলা—, উঠোৱা—, উত্তোলন, উত্থাপন, উৰ্দ্ধীকৰণ।
দঙা—, দাঙন।
খটখটি, জখলা, মৈটা, সোপান; চিৰি। ঘোঁৰা, ঘৰাঙ্খি।
লিফ্‌ট, এলিভেটৰ, এস্‌কেলেটৰ। ক্ৰেন।

বিণ. উত্থিত, উন্নীত; উৰ্দ্ধগত। উঠাই থোৱা—।
উৰ্দ্ধগামী।
উত্তোলিত; উত্থাপিত।
উত্তোলনীয়, উত্তোলনযোগ্য।

বিণ./বি. আৰোহী, আৰোহণকাৰী; উৰ্দ্ধাৰোহী, অধিৰোহণকাৰী।
উত্তোলক, উঠাওঁতা, উন্নেতা; উত্থাপক।
দাঙোতা, দাঙতী।

৩০৭ অৱতৰণ

বি. অৱৰোহণ, অৱতৰণ, অধোগমন, অধোগতি, তললৈ নমা—, নমোৱা—, নমাই অনা—, নিম্নগামিতা, অৱনমন, অৱনতি, নিম্নগমন, অধঃপতন; নিম্নগতি।
দোঁ খোৱা—, দোঁ লোৱা—, দোঁৱাই অনা—।
পৰা—, পতন, |তং, সৰি পৰা—, খহি পৰা—, খহনীয়া।
দোঁৱাওতা, দোঁৱাতী; নমাওতা। হাঁকুটি, আকুঁহি।

বিণ. অধোগত, নিম্নগত, অধোনমিত, আপতিত, সৰি পৰা, খহি পৰা। অৱনত।
নিম্নগামী, অধোগামী, অধোমুখী, অধশ্চৰ। পতনশীল, পতনোদ্যত, পতনোন্মুখ।

বিণ./বি. অৱৰোহণকাৰী, অৱতৰণকাৰী।

ক্ৰি.বিণ. হুৰ-মুৰকৈ, থল থল কৈ। ধুপ কৰে, ধুপুহ কৰে, ধুপুৰাই।

৩০৮ অলঙ্ঘন

বি. অলঙ্ঘন, অনতিক্ৰমণ।

বিণ. অলঙ্ঘনীয়, অলঙ্ঘ্য; অনতিক্ৰম্য, অনতিক্ৰমনীয়। অনতিক্ৰান্ত, অলঙ্ঘিত।

৩০৯ অনা-নিয়া

বি. অনা-নিয়া, লৈ যোৱা—, লৈ অহা—, নিয়া—, অনোৱা—, নিওৱা—। ঘূৰাই অনা—, ঘূৰাই দিয়া—। আনয়ন, আমদানি। সৰবৰাহ। বহন কৰা—, পৰিবহন। দোলা। দোলাভাৰী। সাঙ্গী, সাঙ্গীভাৰ। কান্ধমাৰি, বাঁওকা, বিৰিয়া, হোলোঙা। শিকা, শিকিয়া, জলয়া।

বিণ. নীত; পৰিবাহিত। নীয়মান।

বিণ./বি. আনোতা, আনয়নকাৰী, বহনকাৰী।

৩১০ অপসাৰণ

বি. অপসাৰণ, স্থানচ্যুতি, দূৰীকৰণ, আঁতৰ কৰা—, দূৰ কৰা—, আঁতৰাই ৰখা—, নিলগ কৰা—, গুচোৱা—,

পৃথককৰণ, আঁতৰা-আঁতৰি, নিলগা-নিলগি। দূৰতে বিদুৰ কৰা—, বিসৰ্জ্জন, জলাঞ্জলি।
বিণ. অপসাৰিত, অপসৃত, দূৰীভূত, দূৰীকৃত, স্থানচ্যুত, স্থানান্তৰিত। অপসাৰণীয়, দূৰীকৰণীয়।
বিণ./বি. গুচাওঁতা।

৩১১ নিক্ষেপ

বি. নিক্ষেপ, নিক্ষেপণ, দলি, দলিয়াই দিয়া—, দলিয়া-দলি, ক্ষেপণ, প্ৰক্ষেপ, প্ৰক্ষেপণ এৰা—, উৎক্ষেপ, উৎক্ষেপণ, উৰ্দ্ধক্ষেপ, উৰ্দ্ধক্ষেপণ, অবক্ষেপ, অবক্ষেপণ; অধঃক্ষেপণ।
আছাৰ মৰা—।
ছটিওৱা—, ছাটি মাৰি দিয়া—।
কাড় মৰা—, কাড় এৰা—।
শৰ নিক্ষেপ।
বিণ নিক্ষিপ্ত, নিক্ষেপিত।
অবক্ষিপ্ত, অধঃক্ষিপ্ত।
ক্ষেপণীয়, নিক্ষেপণীয়, প্ৰক্ষেপণীয়, উৎক্ষেপণীয়।
বিণ./বি. নিক্ষেপক, ক্ষেপণকাৰী, নিক্ষেপকাৰী, উৎক্ষেপক, প্ৰক্ষেপক, প্ৰক্ষেপণকাৰী।
ছটিয়াওঁতা, ছটিয়াঁতী (স্ত্ৰী), দলিয়াওঁতা, দলিয়াঁতী (স্ত্ৰী)।

৩১২ প্ৰবাহ

বি. প্ৰবাহ, ধাৰা, প্ৰবহণ, সোঁত, তলসোঁত, স্ৰোত, স্ৰোতধাৰা। স্ৰোতস্বিনী, স্ৰোতস্বতী, সুঁতি, তলসুঁতি, সোঁতা। স্ৰবণ, প্ৰস্ৰবণ। প্ৰপাত, জলপ্ৰপাত। জান, জুৰি, নৈ, নদ, নিজৰা, নদী। প্ৰবহমানতা, আবহমানতা।
অন্তঃপ্ৰবাহ, তল-সোঁত।
বিণ. প্ৰবাহিত, প্ৰবহমান, আবহমান, খৰস্ৰোতা, খৰসোঁতা, বোৱঁতী।

৩১৩ পথ

বি. পথ, বাট, বাট-পথ, ৰাস্তা-ঘাট, আলি, আলিবাট, ৰাস্তা, বৰ্ত্ম, মাৰ্গ; পথঘাট; হাট-বাট; সুৰুঙা, জলঙা।
জলপথ। থলপথ; স্থলপথ। আকাশীপথ, আকাশমাৰ্গ।
চড়ক। ৰাধা-পতি বাট, শ(স)ৰণি,
এভিনিউ, ৰাজপথ, ৰাজবাট, ৰাজ আলি, ৰাজবৰ্ত্ম; সদৰ ৰাস্তা, ৰাষ্ট্ৰীয় ঘাইপথ; ঘাই আলি।
পকা ৰাস্তা, পিচ দিয়া ৰাস্তা; কেঁচা ৰাস্তা। আলি, আলিবাট। পটি, লিক, গৰুবাট, গো-বাট, বঙিয়া; সৰফলা, গলি, অলি-গলি, গলি ৰাস্তা। লে'ন, বাইলে'ন। ফুটপাথ, পেভমেণ্ট, চাইড ওৱাক; উপপথ।
ৰেলপথ, ৰেল লাইন, লাইন।
বনপথ, বনবীথি, বনবৰ্ত্ম।
মৰুপথ। কুৰুং গিৰিপথ, গিৰিসংকট, গিৰিদ্বাৰ, গিৰিখাত, পাচ। পাহাৰী ৰাস্তা, পাৰ্ব্বত্যপথ।
পোনবাট, সু-বাট, সোঁ-বাট, পোন ৰাস্তা। ঠেক ৰাস্তা, সুৰুকীয়া বাট।
কক্ষ, কক্ষপথ, পৰিভ্ৰমণ পথ, সঞ্চাৰ পথ, অৰ্বিট, লোকাচ।
তিনি আলি, তিনি মুনি বাট, তেবাটা; চাৰি আলি; পাঁচ আলি।
আলি-কেঁকুৰি, ক্ৰসিং, জংশন।
দলং, সাঁকো, পুল, সেঁতু, কালভাৰ্ট।
পাথেয়। পান্থশালা [ দ্ৰঃ ১৮৯ ]।
বিণ./বি. পথচাৰী, বাটৰুৱা, বাটৰুৱা, পথিক; মুচাফিৰ, যাত্ৰী।
ক্ৰি. বিণ. মাজপথত, মাজবাটত; বাটৰ মাজতে, বাটতে।
হাটে-বাটে, পথে-ঘাটে, বাটে-পথে, মেলে-হাটে।
ওৰবাটে, ওৰেবাট।

৩১৪ বিপথ

বি. বিপথ, ভুল পথ, ভুল বাট, কু-পথ, ভুল ৰাস্তা, বেঁকা ৰাস্তা।
অসৎপথ, মন্দপথ, বেয়া বাট, আওবাট।
বিপথচাৰিতা, বিপথগামিতা; কুপথগামিতা।
পথভ্ৰান্তি।
বিণ. বিপথচাৰী, বিপথগামী, উন্মাৰ্গগামী, কু-পথগামী। পথভ্ৰষ্ট, পথভ্ৰান্ত, পথহাৰা, পথচ্যুত।
কক্ষচ্যুত, কক্ষভ্ৰষ্ট।
পৰুৱাই পোৱা।
ক্ৰি বিণ. পথে-বিপথে, আওবাটে, বিপথে।

৩১৫ সুগম

বিণ সুগম, সুচল, সহজ, উজু; পোণ, সোজা, চিধা, বাধাহীন, অবাধ, বাধাৰহিত, সুকলম।
সহজগম্য, অনায়াসগম্য, সুগম্য, চহল, ছহল।
মসৃণ; নিমজ; কুসুমাস্তীৰ্ণ।
বি. সুগমতা, সহজগম্যতা, অনায়াসগম্যতা, বাধাৰাহিত্য।
ক্ৰি. বিণ. সহজে, সুকলমে, অক্লেশে, অবলীলাক্ৰমে, অবাধে।

৩১৬ দুৰ্গম

বি. দুৰ্গমতা, দুৰধিগম্যতা; দুৰতিক্ৰম্যতা, দুৰতিক্ৰমনীয়তা, দুৰ্লঙ্ঘনীয়তা, অনতিক্ৰম্যতা, অনতিক্ৰমনীয়তা।
বন্ধুৰতা; দুস্তৰতা; দুৰ্ভেদ্যতা; বাধা, বিঘিনি, বিপত্তি, বিঘাত, বিঘ্ন। কান্তাৰ, দুৰ্গমপথ, বন্ধুৰপথ, অহিন-কোণা। সান্দি, সাত-সান্দি, সাতসন্ধি, চেপ, সন্ধি, জাঁজ।
পথকষ্ট, পথক্লেশ, পথক্লান্তি, পথশ্ৰম।
বিণ. দুৰ্গম, দুৰধিগম্য; দুৰতিক্ৰম্য, দুৰতিক্ৰমনীয়, অনতিক্ৰম্য, অনতিক্ৰমনীয়; দুস্তৰ; সুদুস্তৰ, অগম্য। খোঁকেঁট, খোঁকট, আওহতীয়া, আওচৰীয়া। পাণ্ডৱ-বৰ্জ্জিত।
বিপদসঙ্কুল।
ওখোৰা-মোখোৰা, খলা-বমা, খলা-খপা, ওখ-চাপৰ, দ-বাম, অসমান, বন্ধুৰ, হাবিতলীয়া, অকল্যাসঙ্কুল।

পৰ্ব্বতীয়া। মৰুময়। কণ্টকাকীৰ্ণ। কৰ্দ্দমাসিক্ত।
পিছল; বোকাময়, পঙ্কময়, পঙ্কাকুল, পঙ্কিল।

**৩১৭ পৰিবহণ**

**বি. পৰিবহণ, পৰিবহ, প্ৰবহন, বহন।**
পথ পৰিবহন; নৌ পৰিবহন; বিমান পৰিবহন।
যান, যানবাহন, বাহন।
গাড়ী, শকট।
চক্ৰযান; দুচকীয়া গাড়ী, দ্বিচক্ৰযান; ত্ৰিচক্ৰযান, তিনিচকীয়া গাড়ী; চাৰিচকীয়া গাড়ী।
কলৰ গাড়ী। বাষ্পীয়যান, বাষ্পযান।
স্থলযান; জলযান; আকাশযান, অন্তৰীক্ষ যান, ব্যোমযান, স্পেচক্ৰাফ্‌ট।
যাত্ৰী, আৰোহী, চো(ছো)ৱাৰ, চো(ছো)ৱাৰী। ভ্ৰমণকাৰী।
ৰথ, সাৰথি, ৰথী, অধিৰথ।
ৰথাৰোহী, ৰথাৰূঢ়।
পাল্কি; শিবিকা, দোলা; চতুৰ্দ্দোল, চৌদোল, চৌদোলা; তাঞ্জাম।
দোলাভাৰী, দোলাকাষৰীয়া, দুলীয়া। বেঁহেৰা, পাল্কিবাহক।
দোলামাৰি।
ষ্ট্ৰেচাৰ।
ঘোঁৰাগাড়ী, অশ্বযান, ফিটন; হেক্‌নি কেৰেজ; এক্কাগাড়ী, টমটম।
চহিচ, কোচমেন, কচোৱান।
গৰুগাড়ী, গো যান; ম'হৰ গাড়ী।
গাৰোৱান। চিপিয়া, কেপেয়া, পেং-লাখুটি। চৈ।
ঠেলাগাড়ী, ঠেলা। ঠেলাৱালা।
চাইকেল, বাইচাইকেল, বাইক; ট্ৰাই চাইকেল; মটৰ চাইকেল, মটৰ বাইক; মোপেড; স্কুটাৰ; ৰিক্সা, চাইকেল ৰিক্সা; টনা ৰিক্সা; অটোৰিক্সা, অটো। ৰিক্সাচালক, ৰিক্সাৱালা। চাইকেল আৰোহী। অটোৰিক্সাচালক। মটৰগাড়ী,মটৰকাৰ, হাৱাগাড়ী, মটৰযান, অটোমবাইল। বাছ, মিনিবাছ; চি(ছি)টি বাছ, ডাবল ডেকাৰ; লৰী, ট্ৰাক; ট্ৰেলাৰ; ট্ৰেক্টৰ; টেম্পো; টেক্সি; কেব; এম্বুলেঞ্চ; ভান, পিক আপ ভান; জীপ; ষ্টেচন ওয়াগন।
চালক, ড্ৰাইভাৰ, চোফাৰ; বাছ চালক, বাছ ড্ৰাইভাৰ; কণ্ডাক্টৰ, বাছ কণ্ডাক্টৰ।
বাছষ্টপ, বাছ ষ্টেণ্ড, বাছ টাৰ্মিনাচ, বাছ ষ্টেচন।
টেক্সিচালক, টেক্সিৱালা, টেক্সি ড্ৰাইভাৰ; টেক্সিষ্টেণ্ড।
ৰেল, ৰে'ল, ৰেলগাড়ী, ট্ৰেন; যাত্ৰীবাহী ৰেল; মালগাড়ী, মালবাহী ৰেল; লোকেল ট্ৰেন, লোকেল; ডাকগাড়ী, মেইলট্ৰেন; এক্সপ্ৰেচ ট্ৰেন। ৰেললাইন, লাইন, ৰেল।
ফিশ্বপ্লেট; স্লিপাৰ। পাতাল ৰেল, ভূগৰ্ভ ৰেল, টিউব ৰেল, মেট্ৰো। ৰেল ইঞ্জিন, লোকোমেটিভ; ইলেকট্ৰিক ইঞ্জিন; বাষ্পীয় ইঞ্জিন, ষ্টিম ইঞ্জিন; ডিজেল ইঞ্জিন। কামৰা, কম্পাৰ্টমেণ্ট; কোচ, বগি, ডবা; কুপে, বাঙ্ক,বাৰ্থ। ৰেলযাত্ৰী। ষ্টেচন, ৰেলষ্টেচন; প্লেটফৰ্ম্ম; ওভাৰব্ৰিজ। গাৰ্ড; ড্ৰাইভাৰ। টিকট পৰীক্ষক। ওয়াগন। ব্ৰেকভান।
ট্ৰাম, ট্ৰামগাড়ি; ট্ৰামলাইন; ট্ৰাম কণ্ডাক্টৰ।
নাও, নৌকা, তৰী, তৰণী, ডিঙা, পাঞ্চে, পান চৈ, ডিৰাই, দুয়েৰি, ভেল, ভেলা, ভুৰ। বজৰা, খেয়া, খেয়াতৰী; বুট-নাও, টুলুঙা নাও, চেলেঙী নাও, গুলৈয়া নাও। ডাঁৰ,বঠা, নৌদণ্ড; গালিয়াপাট; গুৰি বঠা। বাও-বাঁহ, বাৰ। কৰ্ণাল। কাণ্ডাৰ, কাণ্ডাৰী, নাৱৰীয়া, চাহিয়াল, মাজি, বাইটা, বৈচা, বাইচা, নৌকাবাহক, নাৱিক, নৌকাচালক, আগেলী, আগোৱাল; মাস্তুল, পাল। টিং, গালিয়া, গলৈ, ঢাপৰ, চৰঠ। গুৰি, গুৰা, পীৰি, কুন্ধি, পানীকুন্ধি। গড়-মুচি। পাৰাপাৰ। পাৰঘাট।
ঘাটে, ঘাটোৱাল, ঘাটুৱৈ, পাৰোৱাই। নৌকাজীৱী।
নৌকাযাত্ৰী, নৌকাৰোহী।
নৌবহৰ।
নৌকাবিহাৰ, নৌকাবিলাস, নাৱাই, নৌকাভ্ৰমণ, জলভ্ৰমণ, নাওখেল। ষ্টিমাৰ; লঞ্চ; ভটভটি।
জাহাজ, সমুদ্ৰযান, সিন্ধুৰথ।
পেচেঞ্জাৰ লাইন; টেঙ্কাৰ, অয়েল টেঙ্কাৰ; কাৰগোশ্বিপ, হোভাৰক্ৰাফট। বন্দৰ, পোতাশ্ৰয়, পোৰ্ট; জাহাজঘাট, ষ্টিমাৰঘাট। ডক, ড্ৰাই ডক। নাৱিক; সাৰেং; খালাচি; লস্কৰ, লহকৰ; কেপ্তেইন, পোতাধ্যক্ষ।
বিমান, প্লে'ন, এৰোপ্লে'ন, উৰাজাহাজ, বিমান পোত, বিমান কোঠ। আকাশীযান; বেলুন; গ্লাইডাৰ; মহাকাশযান, স্পেশশিপ; ৰকেট। বিমানবন্দৰ; এয়াৰপোৰ্ট, এৰোড্ৰম, এয়াৰফিল্ড; ৰানওৱে। হেলিকপ্টাৰ; হেলিপেড। বৈমানিক, বিমানচালক; পাইলট, কেপ্তেইন। বিমানসেৱক, বিমানসেৱিকা। মহাকাশচাৰী, এষ্ট্ৰনট।

[পৌৰা.] বাহন ঃ শিৱ-ষাঁড়; কাৰ্ত্তিক-ময়ূৰ; গণেশ-এন্দুৰ; লক্ষ্মী-ফেঁচা; সৰস্বতী-ৰাজহাঁহ; দুৰ্গা-সিংহ; নাৰায়ণ-গৰুড়; নাৰদ-ঢেঁকি; ইন্দ্ৰ-মেষ, হাতী; ষষ্ঠী-মেকুৰী; শীতলা-গাধ; বিশ্বকৰ্ম্মা-হাতী; যম-মহিষ।

**৩১৮ বক্ৰগতি**

বি. বক্ৰগতি, তিৰ্য্যকগতি, তিৰ্য্যকগমন, সৰ্পিলগতি, কেৰমেৰ, কেৰমেৰণি, একাবেকা বাটেদি যোৱা—। বেঁকা পথ, একাবেকা পথ, একাবেক বাট। আবৰ্ত্তন।
পাকখোৱা—, মেৰখোৱা—, কুণ্ডলী পকোৱা—, চাক্‌নৈয়া। ঘূৰ্ণিবায়ু, ঘূৰ্ণবায়ু, বা-মৰলী। অক্ষ, মেৰু, এক্সিছ।

বিণ. সংসৰ্পী, সৰ্পিল; একাবেঁকা। আৱৰ্ত্তমান, ঘূৰ্ণমান, ঘূৰ্ণায়মান।
প্ৰদক্ষিণকাৰী।
আবৰ্ত্তিত, ঘূৰ্ণিত।
বক্ৰগামী, কুটিলগামী।

**৩১৯ কৰ্ম্ম**

**বি** কৰ্ম্ম, কৰ্ত্তব্য, কাম, কাজ, বন, দহবন, কাজ-কৰ্ম্ম, কাম-কাজ, কাম-বন, খাটনি, বন-বাৰি, ওৱা-বন, বাহীবন, কাৰ্য্য, কাৰ্য্যকাৰণ, ক্ৰিয়া, ক্ৰিয়াকাণ্ড, কৃতি, ক্ৰিয়াকলাপ, ক্ৰিয়াকৰ্ম্ম, কৰ্ত্তব্যকৰ্ম্ম।

কৰ্ম্মকাণ্ড। কৰ্ম্মযজ্ঞ। কাণ্ডকাৰখানা, কাণ্ড, ব্যাপাৰ।

হাতৰ কাম।

কৰ্ম্মকৰ্ত্তা। কাৰ্য্যকলাপ, ক্ৰিয়াকলাপ, চৰিত, আচৰণ, কৃতকৰ্ম্ম।

কাৰ্য্যবিধি, ক্ৰিয়াবিধি, কৰ্ম্মধাৰা, কৰ্ম্মপদ্ধতি, কাৰ্য্যপদ্ধতি, প্ৰক্ৰিয়া, প্ৰকৰণ, বিক্ৰিয়া, প্ৰতিক্ৰিয়া।

কৰ্ম্মণ্যতা, কৰ্ম্মনৈপুণ্য, দক্ষতা।

কাৰ্য্যকাৰিতা, উপযোগিতা, উপযুক্ততা, কাৰ্য্যকৰতা, কৰ্ত্তব্যতা।

কৰ্ম্মপৰায়ণতা, কৰ্ত্তব্যপৰায়ণতা, কৰ্ম্মনিষ্ঠা, কৰ্ম্মশীলতা, কৰ্ত্তব্যনিষ্ঠা, কৰ্ত্তব্যবোধ। ক্ৰিয়াসক্তি, কৰ্ম্মতৎপৰতা। কৰ্ত্তব্যপালন, কৰ্ত্তব্যসম্পাদন।

কৰ্ম্মক্ষমতা, কাৰ্য্যক্ষমতা, কৰ্ম্মপৰতা, পাৰগতা, পাৰংগমতা, সাধ্যতা, ক্ষমতা, শক্তি, সামৰ্থ্য, সাধ্য।

কৰ্ম্মক্ষেত্ৰ, কৰ্ম্মস্থল, কৰ্ম্মস্থান, কৰ্ম্মভূমি। কাৰ্য্যালয়, অফিচ।

কৰ্ম্মাকৰ্ম্ম, কাজ-অকাজ, কৰ্ত্তব্যাকৰ্ত্তব্য, কাৰ্য্যাকাৰ্য্য। কৰ্ম্মবাদ। কৰ্ম্মদোষ।

পৰিকল্পনা, প্ৰকল্প, প্ৰজেক্ট, কৰ্ম্মক্ৰম, কাৰ্য্যক্ৰম, কৰ্ম্মসূচী, কৰ্ম্মপৰম্পৰা, কৰ্ম্মধাৰা, কাৰ্য্যধাৰা, কাৰ্য্যপ্ৰণালী, কৰ্ম্মপদ্ধতি, কাৰ্য্যবিধি, সেজা।

**বিণ./বি.** কৰ্ম্মশীল, কৰ্ম্মনিষ্ঠ, কৰ্ম্মপৰায়ণ, কৰ্ত্তব্যপৰায়ণ, কৰ্ম্মী, কৰ্ম্মশীল, কৰ্ম্মঠ, কাজুৱা, দক্ষ, কৰ্ম্মদক্ষ, ওস্তাদ।

কৰ্ম্মক্ষম, কাৰ্য্যক্ষম, কৰ্ত্তব্যনিষ্ঠ, কৰ্ত্তব্যপৰায়ণ, কৰ্ত্তব্যপৰ।

কাজী, আফৰী, খৰতকীয়া, আপিট, পটু।

কৰ্ম্মৰত, ক্ৰিয়াশীল, ক্ৰিয়ান্বিত, ক্ৰিয়াবান, কৰ্ম্মশীল, কৰ্ম্মবশ।

কৰ্ম্মঠ, কৰ্ম্মণ্য, কামিলা, কৰ্ম্মবীৰ। ভীমকৰ্ম্মা, সিংহপুৰুষ।

কৰ্ম্মগত। কাৰ্য্যাত্মক, কৰ্ম্মাত্মক।

কৰিতকৰ্ম্মা, কৰ্ম্মক্ষম। অক্লান্তকৰ্ম্মী, কৰ্ম্মদক্ষ, কৰ্ম্মকুশল, কৰ্ম্মনিপুণ, কুশলী।

কৰ্ম্মবাদী।

**ক্ৰি বিণ** কৰ্ম্মানুসৰি, কাৰ্য্যতঃ, কাৰ্য্যোপলক্ষে, কৰ্ম্মবশতঃ।

চলি-কৰি, ইফাল-সিফাল কৰি, হাত-ভৰি লৰাই। কামে-কাজে।

**৩২০ সৎকৰ্ম্ম**

সৎকৰ্ম্ম সজকাম, পুণ্যকৰ্ম্ম, ভালকাম, সুকৃতি সদাচৰণ, সদাচাৰ, সৎকাৰ্য্য, ইষ্টকৰ্ম্ম, সুবৃত্তি।

কৰ্ত্তব্যকৰ্ম্ম।

**বিণ/বি** সজকাম কৰোঁতা, সৎকৰ্ম্মকাৰী, সুকৰ্ম্মা, সদাচাৰী।

**৩২১ অকৰ্ম্ম**

**বি** অকৰ্ম্ম, দুষ্কৰ্ম্ম, দুষ্কাৰ্য্য, দুষ্কৃতি, অকৃত্য, অকৰণীয়, বেয়া কাম, অসৎকাৰ্য্য, অকাজ, কু-কৰ্ম্ম, কু-কাজ, কু-বৃত্তি, দুৰাচাৰ।

**বিণ/বি** দুষ্কৃতিকাৰী, দুষ্কাৰ্য্যকাৰী, দুষ্কৰ্ম্মকাৰী, কু-কৰ্ম্মকাৰী, দুৰাচাৰী।

**৩২২ সংঘটন**

**বি** সংঘটন, ঘটোৱা—, কৰ্ম্মানুষ্ঠান, কৰা—, কৰোৱা—, সম্পাদন, অনুষ্ঠান, নিষ্পাদন, নিৰ্ব্বাহ, প্ৰয়োজনা।

ঘটা—, ঘটি যোৱা—, ঘটন, হওন, হোৱা—, হোওৱা—।

কাৰ্য্যোদ্ধাৰ, কাজ নিষ্পত্তি, কাৰ্য্যনিষ্পত্তি, কাৰ্য্যসম্পাদন, সমাধা, সমাপন, পূৰণ, সুসমাপন, সুসম্পন্ন।

কৰ্ম্মাৰম্ভ, কাৰ্য্যাৰম্ভ, কামত হাত দিয়া—, কামত লাগি যোৱা—, কাম কৰোৱা—, কাম আদায় কৰা—।

জড়িত হোৱা—, নিজকে জড়িত কৰা—।

ঘটনা, ঘটন।

**বিণ** কৃত, সম্পন্ন, সাধিত, বিহিত, সংঘটিত, সম্পাদিত, অনুষ্ঠিত, নিষ্পন্ন।

সমাপ্ত, সম্পূৰ্ণ।

সিদ্ধ, সাধিত, সুসিদ্ধ, সু-সাঙ্গ।

হাচিল, হাছিল।

সম্ভাব্য, সম্ভাবনীয়, সম্ভাবিত।

কৰ্ম্মচঞ্চল, কৰ্ম্মমুখৰ, উদুলি-মুদুলি, তোলপাৰ, জলমূল, গুলজাৰ।

**বিণ./বি.** সংঘটক, কৰোঁতা, কৰ্ত্তা, কাৰক, অনুষ্ঠানকাৰী, অনুষ্ঠাতা। প্ৰযোজক, নিৰ্ব্বাহক, সম্পাদনকাৰী, সমাপনকাৰী।

**৩২৩ নিষ্ক্ৰিয়তা**

**বি** নিষ্ক্ৰিয়তা, নিষ্ক্ৰিয়া, অক্ৰিয়া, অক্ৰিয়তা, নৈষ্কৰ্ম্য। অপ্ৰয়াস,

অচেষ্টা।
হাত সাবটি বহি থকা—, হাত নলৰোৱা—, এগছ কুটা দুগছ নকৰা—, কামত হাত নিদিয়া—।
বিৰাম, বিৰতি, থাম—। আয়ম-বিয়ম।
অলসতা, আলস্য, ঘোঁৰাৰ ঘাঁহ কটা—।
কৰ্ম্মবিমুখতা, কৰ্ত্তব্যবিমুখতা, কৰ্ম্মবৈমুখ্য।
কৰ্ম্মহীনতা, ক্রিয়াহীনতা, কৰ্ম্মশূন্যতা, কৰ্ম্মাভাব। মেলামোৰ।
খতিকৰা—, কামলৈ নোযোৱা—, গৰহাজিৰ, অনুপস্থিত থকা, ছুটি, ছুটি লোৱা—।
গা এৰা দিয়া—, ফাঁকি দিয়া—।
**বিণ.** নিষ্ক্ৰিৰ্ম্মা, অক্রিয়, ক্রিয়াহীন; আবনুৱা, নিবনুৱা।
অকৃত, অননুষ্ঠিত, অসম্পাদিত, অনিষ্পন্ন, অসাধিত, অসম্পন্ন, অসমাপ্ত, অসমাপিত, অসংঘটিত।
**বিণ./বি.** নিষ্কৰ্মা; অপ্রয়াসী, অচেষ্ট, নিঃচেষ্ট, নিৰুদ্যম, কৰ্ম্মবিমুখ পৰাঙ্মুখ, পিচ হোঁহকা মৰা—। অকামিলা, অকৰ্ম্মণ্য, অকাজ-ভাগী, আলাবাদু, অবাল-চন্দ। গড়-লায়ৰ। মেহমন, মেহমেহীয়া, মাহিমুহা, মিজিং-মাজাং, লেধা, কেলেপা, ঠনঠন, ঠনঠনীয়া, গৰীয়া, দগা, দগলা খোৱা। এসাজী, অসাজী। অকামিলা, ফপুৰা।
অপ্রবৃত্ত, অনিয়োজিত, অব্ৰতী।
অসমাপক, অনিষ্পাদক।
গড়হাজিৰ, অনুপস্থিত।
জড়ভৰত।

**৩২৪ ধৰ্ম্মঘট**

**বি.** ধৰ্ম্মঘট, হৰতাল বন্ধ; পিকেটিং।
কৰ্ম্মবিৰতি; কলমবন্ধ, সমূহীয়া ছুটী, গণ ছুটী। অনশন ধৰ্ম্মঘট; অনশন, আমৰণ অনশন, ৰিলে অনশন।
গ'শ্ল, ওয়াৰ্ক টু ৰুল।
বৰ্জ্জন, বয়কট।
আইন অমান্য, গ্ৰেপ্তাৰ বৰণ; অসহযোগ, অসহযোগ আন্দোলন; সত্যাগ্ৰহ; ধৰনা। ঘেৰাও; অৱস্থান ধৰ্ম্মঘট, চিট ইন ষ্ট্ৰাইক।
লক আউট, তলাবন্ধ।
**বিণ./বি.** ধৰ্ম্মঘটকাৰী।
সত্যাগ্ৰহী; আইন অমান্যকাৰী, অসহযোগী।
ধৰনাদাৰ।
ঘেৰাওকাৰী, অৱস্থানৰত।
অনশনকাৰী, অনশনব্ৰতী।

**৩২৫ পৰিশ্ৰম**

**বি.** পৰিশ্ৰম, খাটনি, আয়াস, কাজ, কামৰ বোজা, কামৰ হেঁচা। শ্ৰম, মেহনত।
হাড়ভঙা খাটনি, হাড়ভঙা পৰিশ্ৰম; মূৰৰ ঘাম ভৰিত পেলোৱা—, তেজক পানী কৰা—, প্ৰাণপাত, হাবাথুৰি খোৱা—।
কৃচ্ছ্ৰ, কৃচ্ছ্ৰ সাধনা, উঠি পৰি লগা—। পুৰুষাৰ্থ. অহো-পুৰুষাৰ্থ।
কায়িকশ্ৰম, দৈহিক শ্ৰম, দৈহিক পৰিশ্ৰম, শাৰীৰিক পৰিশ্ৰম, কায়ক্লেশ, ক্লান্তি, দেহাৰ খাটনি, শৰীৰ পাত , দেহামৰা—।
হেঁকো-জেঁকো, হেপোৰ-তেপোৰ, টনা-আঁজোৰা।
মানসিক শ্ৰম, মূৰৰ খাটনি, মগজুৰ শ্ৰম। খটোৱা—।
দাসত্ব, গোলামি, দাসবৃত্তি, বেটী-বন, দাস্যবৃত্তি, দাস্য, কেৰাৰী, কেৰাৰ, গেবাৰি, দাসখত, বান্দাগিৰি; খিদমত।
দাসপ্ৰথা, ক্ৰীতদাসপ্ৰথা; দাসব্যৱসায়।
পৰিচাৰক, পৰিচাৰিকা।
চৰণসেৱা, পদসেৱা।
শ্ৰমিক সংগঠন, ট্ৰেড ইউনিয়ন, মজদুৰ ইউনিয়ন, শ্ৰমিক, সংঘ, বনুৱা সংস্থা, বনুৱা সংগঠন।
**বিণ.** শ্ৰমসাধ্য, আয়াসসাধ্য, আয়াসসাপেক্ষ, পৰিশ্ৰমসাধ্য, শ্ৰমসাপেক্ষ, পৰিশ্ৰমসাপেক্ষ, কষ্টসাপেক্ষ, কষ্টজনক, কষ্টকৰ, সশ্ৰম, কঠিন, দুৰূহ, হাড়ভঙা, ক্লান্তিকৰ, শ্ৰান্তিকৰ; শ্ৰমলব্ধ, কষ্টাৰ্জ্জিত। ঘেঁকেটীয়া।
পৰিশ্ৰান্ত, বে দম, ক্লান্ত। লালকাল।
**[বিপ.]** অক্লান্ত, ক্লান্তিহীন।
**বিণ./বি.** পৰিশ্ৰমী, কৰীয়া, খাটিখোৱা, শ্ৰমশীল, কৰ্ম্মশীল, শ্ৰমকাৰী, খাটনীয়া, মেহনতী, মেহনতকাৰী, আয়াসী।
অনলস, আলস্যবিহীন, নিৰলস।
শ্ৰমজীৱী, শ্ৰমিক, মজদুৰ, মজুৰ, শ্ৰমোপজীৱী, কামলা, কুলী-মালী। বনুৱা। হালোৱা, হজুৱা, হালোৱা-হজুৱা, হজুৱানী (স্ত্ৰী), হজুৱালি, ভাৰবাহী, ভাৰবাহক, মালবাহী, মালবাহক, মুটিয়া, পোৰ্টাৰ।
লগুৱা-লিক্‌চৌ, লিগিৰা, লা-লিগিৰা।
ভৃত্য, লগুৱা, আলধৰা, পাঁচনি, চাকৰ, দাস, গোলাম, গেবাৰ, গেবাৰ বন্দী, বান্দা; বেগাৰ, চাকৰবাকৰ, চাকৰনাকৰ, টেকেলা-বেঙেনা, দাসদাসী, বন্ধা; বন্ধুৱা; অনুচৰ; লেমটৌ; পাৰ্শ্বচৰ, আজ্ঞাবহ, খিদমদগাৰ, আজ্ঞাবাহক; সেৱক, পৰিচাৰক।
দাসী, পৰিচাৰিকা, বাই, বান্দী, বেটী, চাকৰণী, চাকৰণী-বাকৰণী। লিটিকা, লিটিকাই, লিটিকৰি।
ক্ৰীতদাস, দাস, ক্ৰীতদাসী; চিৰদাস, নিকিনা গোলাম।

বেহেৰা, অৰডাৰলি।

পৰাশ্ৰয়ী, পৰান্নজীৱী, পৰান্নভোজী।

ক্ৰি.বিণ. টনা-আঁজোৰাকৈ, হেঁকো-জেঁকোকৈ, হেপোৰ-তেপোৰকৈ।

৩২৬ নিয়োগ

বি. নিয়োগ, নিয়োজন, নিযুক্তি,

নিযুক্ত কৰা—, কামত লগোৱা।

দায়িত্ব দিয়া—, ভাৰ দিয়া—।

নিয়োগ পত্ৰ, মনোনয়ন পত্ৰ।

চাকৰি হোৱা—, চাকৰি পোৱা—।

বিণ নিযুক্ত, নিয়োজিত, প্ৰযুক্ত, মোতায়েন।

ভাৰপ্ৰাপ্ত, দায়িত্বপ্ৰাপ্ত, ক্ষমতাপ্ৰাপ্ত।

বিণ./বি. নিয়োজক, নিয়োগকৰ্ত্তা, নিয়োজয়িতা, নিযোজনকাৰী।

নিয়োগপ্ৰাৰ্থী, চাকৰিপ্ৰাৰ্থী, কৰ্ম্মান্বেষী।

৩২৭ কৰ্ম্মচ্যুতি

বি. কৰ্ম্মচ্যুতি, পদচ্যুতি, চাকৰি যোৱা—।

বৰখাস্ত, অপসাৰণ, আঁতৰোৱা—, খাৰিজ কৰা—, পদত্যাগ, কৰ্ম্মত্যাগ, ইস্তফা, অব্যাহতি, অৱসৰ, বাধ্যতামূলক অৱসৰ। নিলম্বন।

পদত্যাগপত্ৰ, ইস্তফাদিওঁতা। পদচ্যুতিপত্ৰ।

বিণ./বি. কৰ্ম্মচ্যুত, পদচ্যুত, বৰখাস্ত, অপসাৰিত, খেদাখোৱা।

পদত্যাগী, ইস্তফা দিওঁতা।

অৱসৰপ্ৰাপ্ত, নিলম্বিত।

৩২৮ প্ৰয়োগ

বি. প্ৰয়োগ, নিয়োজন, কামত লগোৱা—, কামত খটোৱা, ব্যৱহাৰ, উপযোগ, উপযোগিতা, প্ৰয়োজন, নিয়োগ। প্ৰযুক্তি, প্ৰযুজ্যতা।

প্ৰয়োগবিধি, ব্যৱহাৰবিধি।

প্ৰযুক্তিবিদ্যা, প্ৰযুক্তিবিজ্ঞান, টেক্‌নোলজি।

বিণ. প্ৰযোজ্য, প্ৰযুক্ত, নিয়োজিত, ব্যৱহৃত। ব্যৱহাৰিক, প্ৰায়োগিক; কাৰ্য্যকৰ, কৰ্ম্মোপযোগী। উপযোগী, প্ৰয়োজনসাধক, প্ৰয়োজনীয়, কামত অহা—। লাগতিয়াল।

ব্যৱহাৰ্য্য, ব্যৱহৰ্তব্য, ব্যৱহাৰ যোগ্য।

বাহতুৰা, বাৰে বাহতুৰা, উদা-পদুমা।

বিণ./বি. প্ৰয়োগকৰ্ত্তা, প্ৰয়োজক, প্ৰযোজক, প্ৰয়োগকাৰী, প্ৰযোক্তা, নিয়োগকাৰী, ব্যৱহাৰকাৰী।

৩২৯ অপপ্ৰয়োগ

বি. অপপ্ৰয়োগ, অপব্যৱহাৰ, ভুলপ্ৰয়োগ, অপচয়, অপব্যয়, আধানাৰ্জ্জি।

অব্যৱহাৰ, অপ্ৰয়োগ, কামত নলগোৱা—, ব্যৱহাৰ নকৰা—; অপ্ৰচলন; অপ্ৰযুক্ততা, অপ্ৰযোজ্যতা, ব্যৱহাৰাসঙ্গতি, অসঙ্গতি; অপ্ৰয়োজন। অনুপযোগিতা।

গৰুৰ আগত টোকাৰী বোৱা—।

বিণ. অপব্যৱহৃত, অপচায়িত, অপব্যয়িত। আধলিক আধানাৰ্জ্জী, আদনাৰ্জ্জী। অব্যৱহৃত, অপ্ৰযুক্ত, অনিযুক্ত।

অনুপযোগী, অকাৰ্য্যকৰ, অকামিলা, কামত নহা, অব্যৱহাৰ্য্য, বুঢ়ী, পেলনীয়া। অপ্ৰয়োজনীয় অপ্ৰযোজ্য।

অচল, অপ্ৰচলিত।

৩৩০ ব্যৱস্থা

বি. ব্যৱস্থা, কাৰ্য্য-ব্যৱস্থা, সু-ব্যৱস্থা, সু-বন্দবস্ত, ব্যৱস্থাপনা, বন্দবস্ত, আয়োজন, যা-যোগাৰ, যোগাৰ; যোগাৰ-পাতি, প্ৰস্তুতি, যো-জা, যুগুত কৰা—।

পদক্ষেপ, দৃঢ় পদক্ষেপ। সাজু হৈ থকা।

বিণ ব্যৱস্থিত, ব্যৱস্থাযুক্ত, আয়োজিত।

বিণ./বি. ব্যৱস্থাপক, আয়োজক, আয়োজনকাৰী, প্ৰযোজক, উদ্যোক্তা, উদ্যোগী। উদ্‌যোগী; সংস্থাপক; সন্টম, সান্টাম, নিয়ামক, নিয়ন্ত্ৰক।

ক্ৰি. বিণ. ব্যৱস্থানুযায়ী, ব্যৱস্থামতে, যা-যোগাৰ কৰা মতে।

৩৩১ অব্যৱস্থা

বি. অব্যৱস্থা, বিশৃঙ্খলা, গণ্ডগোল, গোলমাল, হুলস্থূল, তোলপাৰ, ঘমঘণ্ট, হাঙ্গামা। হৈ-চৈ, ওলট-পালট, হুৰা-দুৰা, হাই-উৰুমি, হুৰা-মুৰা, হুৰামুৰি, হুৰাহুৰি, খদমদম।

অৰাজকতা।

আউল, আলি-মুলি, জোঁট, খেলি-মেলি, খেনো-মেনো।

বিণ. বিশৃঙ্খল, ব্যৱস্থাহীন, আউল-বাউল, আউলীয়া, হুলস্থূলীয়া, গণ্ডগোলীয়া।

তোল-পাৰ, তল-ওপৰ, তলা-ওপৰা।

অৰাজক।

৩৩২ সম্ভাৱনা

বি. সম্ভাৱনা, প্ৰত্যাশা, আশা, সম্ভাব্যতা, সম্ভৱতা, সম্ভৱপৰতা।

আশাৰ কথা।

আশঙ্কা।

পূৰ্ব্বাভাস, পূৰ্ব্বলক্ষণ, লক্ষণ।

অৱশ্যম্ভাৱিতা।

বিণ. সম্ভৱ, সম্ভৱপৰ, সম্ভাৱিত, সম্ভাব্য, সম্ভাৱনীয়, সম্ভাৱনাময়, সম্ভাৱনাযুক্ত, সম্ভাৱনাপূৰ্ণ।

অৱশ্যম্ভাৱী।

প্ৰত্যাশিত।

বিণ./বি. প্ৰত্যাশী, প্ৰত্যাশাকাৰী। আগন্তুক।

অব্য. হয়তো, কিজানি, খুব সম্ভৱ, সম্ভৱতঃ, বোধহয়, চাগৈ, হ'বপাৰে, সম্ভৱপক্ষে, সম্ভৱস্থলত।

হেনো, কিবা জানি, কেতসন্ধানে।

৩৩৩ অসম্ভাৱনা

বি. অসম্ভাৱনা, অসম্ভাব্যতা, অসম্ভৱতা, অসম্ভৱপৰতা।
অভাৱনীয়তা, অচিন্তনীয়তা। অকল্পনীয়তা।
অপ্ৰত্যাশা। অবাস্তৱতা।
আকাশকুসুম, আকাশকুসুম কল্পনা।
সোণৰ হৰিণ। পৰ্ব্বতত কাছকণী। অশ্বডিম্ব। পানীৰ মিঠৈ।

বিণ. অসম্ভৱ; অভাৱনীয়, অচিন্তনীয়।
অপ্ৰত্যাশিত। অবাস্তৱ।
অসম্ভাব্য, অসম্ভাৱনীয়।
অকল্পনীয়।

৩৩৪ অৱসৰ

বি. অৱসৰ, অব্যাহতি; পেন্সন। অৱকাশ, ফুৰচৎ, আজৰি, তত, বিশ্ৰাম, জিৰণি।
আহৰি, সকাহ, সূৰ্ত্তি। বিশ্ৰাম। পেন্সনাৰ।
অৱসৰ জীৱন।
অৱসৰ বৃত্তি, অৱসৰ ভাট্টা, পেন্সন।
ছুটি, লিভ; কৰ্ম্মাৱসান।
নৈমিত্তিক ছুটি; অৰ্জ্জিত ছুটি; মেডিকেল লিভ; মেটাৰনিটি লিভ; বিশেষ সুবিধালব্ধ ছুটি, ষ্টাডি লিভ।

বিণ. অৱসৰ প্ৰাপ্ত, অৱসৰভোগী, আহৰিয়া, আজৰীয়া, অৱসৰীয়া।
পেন্সন প্ৰাপ্ত, পেন্সন পোৱা, অৱসৰকালীন। এদনীয়া।

৩৩৫ উৎসাহ

বি. উৎসাহ, উছাহ, উচাহ, উদগনি, উদ্দীপনা। প্ৰেৰণা, অনুপ্ৰেৰণা।
উদ্যম, কৰ্ম্মোদ্যম। হাউচ। হামোৰ-কামোৰ, আঁচোৰ-কামোৰ।
উৎসাহবৰ্দ্ধন, উদ্দীপন। প্ৰৰোচনা, ফুচুলনি।
এপাহ, আপাহ। আগ্ৰহ, অত্যুৎসাহ। খটিয়নি, তাগিদ, তাগিদা, তাগাদা।

বিণ. উৎসাহব্যঞ্জক, উৎসাহদায়ক, উৎসাহবৰ্দ্ধক, উৎসাহজনক।
উৎসাহিত, অনুপ্ৰাণিত, উদ্বুদ্ধ, উদ্দীপ্ত।
উতলা।

বিণ./বি. উৎসাহী, উৎসাহিত, উৎসাহান্বিত।
অত্যুৎসাহী, মহোৎসাহী।
আগ্ৰহী; অত্যুৎসাহী।
উৎসাহদাতা, উৎসাহক, সন্দীপক, প্ৰোৎসাহক।
উদ্যমী, কৰ্ম্মোদ্যমী। উদ্যমশীল, খৰ্ব্ব-নিখৰ্ব্ব।

ক্ৰি. বিণ. নতুন উৎসাহেৰে, দুগুণ উৎসাহেৰে, পৰম উৎসাহেৰে, উছাহেৰে। হামোৰ-কামোৰকৈ, আঁচোৰ-কামোৰকৈ।

৩৩৬ অনুশীলন

বি. অনুশীলন, অভ্যাস, চৰ্চ্চা, অভ্যসন, অনুশীলনী। সাধনা।
ৰেওয়াজ, তালিম, আয়ত্ত।
অধ্যৱসায়, নেৰানেপেৰা চেষ্টা। প্ৰবন্ধ, যত্ন, প্ৰযত্ন, চেষ্টা, প্ৰচেষ্টা, পুৰুষাৰ্থ।

বিণ. অনুশীলিত, চৰ্চ্চিত, অভ্যাসিত, আয়ত্ত, ৰপ্ত, ৰেওয়াজি।
অনুশীলনীয়, অভ্যাসনীয়।
অনুশীলনসাপেক্ষ।
অভ্যাসজাত, অভ্যাসগত; অনুশীলনজাত।
অভ্যস্ত।
সচেষ্ট, যত্নপৰ, যত্নপৰ, যত্নৱান, যত্নশীল।

বিণ./বি. অভ্যাসকাৰী, অনুশীলনকাৰী, চৰ্চ্চাকাৰী। অধ্যৱসায়ী, নেৰোপানি।

ক্ৰি. বিণ. অভ্যাসানুযায়ী, প্ৰবন্ধে, সযত্নে।

৩৩৭ দক্ষতা

বি. দক্ষতা, কুশলতা, কৰ্ম্মকুশলতা, পটুতা, পটুত্ব, নিপুণতা, নৈপুণ্য, পাৰ্গতালি, পাৰদৰ্শিতা, অধিকাৰ, পাৰগতা, পাৰঙ্গমতা, ওস্তাদি, কাৰ্য্যদক্ষতা, কৰ্ম্মদক্ষতা, সামৰ্থ্য, সাঠন।
ওৱাকিপ।
স্বাভাবিক দক্ষতা, সহজাত দক্ষতা।
বংশগত বিদ্যা, কুলগত বিদ্যা, কুলবিদ্যা।
অধিকাৰ, দখল, আওতা।

বিণ. দক্ষ, সুদক্ষ, কুশল, পকা, কৰ্ম্মকুশল, পটু, কৰ্ম্মপটু, সুনিপুণ, কৰ্ম্মনিপুণ, নিপুণ, চৌকছ, সাজৈত, পাৰ্গত, কাটন, পাকৈত, আপিট, তীখৰ, তীখৰু, পাৰদৰ্শী, তুখৰুং, পাৰগ, পাৰঙ্গম, ওস্তাজ, ওস্তাদ, সক্ষম, সমৰ্থ, সামৰ্থ্যবান।
অধিকাৰী, দখলথকা, কামজনা, কৰ্ম্মণ্য, কৰ্ম্মঠ, চাবতিয়াল। দক্ষ, সুদক্ষ, কাৰ্য্যদক্ষ, কৰ্ম্মদক্ষ, কামিলা, কাজ-ভাগী। ওৱাকিপহাল।
সিদ্ধহস্ত। অভ্যস্ত।
বিশাৰদ, বিশেষজ্ঞ।

ক্ৰি. বিণ. অৱলীলাক্ৰমে, অনায়াসে, বিনা আয়াসে, বিনা কষ্টে, সহজে, গাত নলগাকৈ, হেলা-ৰঙে।

৩৩৮ কৌশল

বি. কৌশল, কলা-কৌশল; প্ৰণালী, নিয়ম, প্ৰক্ৰিয়া, লাগ-বান্ধ, লাগ-বান্ধ, পদ্ধতি, প্ৰথা, পন্থা, উপায়, সাধন, টেক্‌নিক, ধৰণধাৰণ, ৰীতি, বিধি, বিধান।
কৰ্ম্মপন্থা, কৰ্ম্মকৌশল, শিল্পকৌশল, কাৰিগৰি, কৰ্ম্মপদ্ধতি, কৰ্ম্মধাৰা, কাৰ্য্যবিধি, প্ৰযুক্তি।
কইদ, কায়দা, কায়দাকৌশল, কল-কৌশল, কায়দা-কানুন।

ফন্দি, ফিকিৰ, ফিকিৰ-ফাকাৰ, ছল, চাল, কাৰচাজি, কাৰছাজি, কূটকৌশল। বুধি, বিদা (নিন্দাৰ্থত)।
সাধন-প্ৰক্ৰিয়া।
বিণ. কৌশলগত; প্ৰণালীবদ্ধ, প্ৰথাগত, প্ৰথাসিদ্ধ।
ফন্দিবাজ, ফিকিৰবাজ, কূটকৌশলী।
ফন্দিয়ক, ফন্দিয়াৰ।
পকাহাত।
ক্ৰি. বিণ. কৌশলেৰে, ছলেবলে, ছলেবলে কৌশলে, কায়দা কৰি, যেনে তেনে প্ৰকাৰে। চক্ৰান্ত কৰি। সন্ধিৰ বাঁহ বুদ্ধিৰে কাটি। প্ৰকাৰন্তৰে। বুধি কৰি। কিবা জুতিৰে, কেনেবাকৈ, কিবা প্ৰকাৰে।

**৩৩৯ অদক্ষতা**

বি. অদক্ষতা, অপটুতা, অক্ষমতা, অশক্ততা, অপাৰংগমতা, অপাৰগতা, অনৈপুণ্য, অসামৰ্থ্য, অপটুত্ব, অনিপুণতা, অপাৰগতালি, অপাৰদৰ্শিতা। অকৰ্মণ্যতা।
অযোগ্যতা, অনুপযুক্ততা, অনুপযোগিতা।
অনভিজ্ঞতা, অনভ্যস্ততা, অনভ্যাস।
বিণ./বি. অপটু, অদক্ষ, অনিপুণ, অক্ষম, অশক্ত, অপাৰঙ্গম, অপাৰগ, অপাৰক, অসমৰ্থ, লেহেৰা, অপাৰদৰ্শী, অসাঠন, অকৃতকৰ্ম্মা। অবাল-চন্দ, অকাজভাগী। অনভ্যস্ত, অনাভুৱা, অসাহজিক, আসজা, আখজা। অনভিজ্ঞ, অভিজ্ঞতাহীন। অপৰিপক্ব। অযোগ্য, অনুপযুক্ত, অনুপযোগী, অলায়ক, গড্ডলায়ক, জলধা। অপগণ্ড, অপোগণ্ড, অকৰ্ম্মণ্য, অপদাৰ্থ, ভচহু, ফচহু, অপাগণ্ড, ছেলো-মণি, কেলেপা, অকামিলা, ওদা। অপাত্ৰ, অভাজন, ভাঁকৰা, ভাঁকৰী (স্ত্ৰী), ভাবুৰী (স্ত্ৰী)। গুণহীন।
বিণ. এলাং-এথাং, এলাবাং, এলেবাং, আলাবাদু, আলাইবাদু, এলাবাদু, আলাই-জাবৰী, অকাজী।

**৩৪০ নিয়ন্ত্ৰণ**

বি. নিয়ন্ত্ৰণ, ডঁৰিয়লি, শাসন, দমন, আয়ত্ত, বশ, অধীনতা, বশ্যতা, বইচ কৰা—, বশবৰ্ত্তিতা, আজ্ঞানুবৰ্ত্তিতা, আজ্ঞানুবাহিতা।
নিবাৰণ, প্ৰশমন।
দমাই ৰখা—, থমোৱা—।
পৰিচালন, পৰিচালনা, সঞ্চালন।
ৰোধ, প্ৰতিৰোধ, বাধা।
সুনিয়ন্ত্ৰণ, সুপৰিচালন, সুনিৰ্দ্দেশনা।
লাগাম, লেকাম, নাকী। গুৰি ধৰা—। চম্ভালা—, ষ্টিয়াৰিং হুইল।
নিয়ন্ত্ৰণ কক্ষ।
সাৰথি; ড্ৰাইভাৰ; নাৱৰীয়া; গাৰোৱান; বৈমানিক, পাইলট।
চম্ভালোঁতা; চম্ভালতী (স্ত্ৰী)।
বিণ. নিয়ন্ত্ৰিত, সুনিয়ন্ত্ৰিত।
নিবাৰিত, প্ৰশমিত, সংযত।
পৰিচালিত।
বশ, অধীন, আজ্ঞাবাহী, বশবৰ্ত্তী, আজ্ঞানুবাহী, আজ্ঞানুবৰ্ত্তী।
বিণ./বি. নিয়ন্ত্ৰক, নিয়ন্ত্ৰণকাৰী, নিয়ন্তা, নিয়ামক, পৰিচালক, পৰিচালনাকাৰী, নিৰ্দ্দেশক, নিৰ্দ্দেশকামী, সঞ্চালক, চলাওঁতা, চালক, গুৰিয়াল, গুৰিধৰোঁতা।

**৩৪১ সাৱধানতা**

বি. সাৱধানতা, সতৰ্কতা, সতৰ্কতাৱলম্বন, হুঁচিয়াৰি, সচেতনতা, সচিত, জাগি শোৱা বাছি খোৱা, কাণ উনাই থকা—, সজাগতা, গা বচাই চলা—।
পৰিণামদৰ্শিতা, দূৰদৰ্শিতা, আগ পিচ গুণা , দূৰদৃষ্টি।
সতৰ্কীকৰণ, খবৰদাৰি; পহৰা।
সতৰ্কবাণী, সকীয়নি, সতৰ্কবাৰ্ত্তা, সতৰ্কীকৰণ, সাৱধানবাণী।
বিপদসংকেত, বিপদ বাৰ্ত্তা, বিপদ ধ্বনি, বিপদ শিঙা, চাইৰেন, পগলাঘণ্টা।
লালবাতি, ৰঙা লাইট।
চকুৰে চকুৰে চাই থকা- -, নজৰত ৰখা—, আৰ্বাৰ ৰখা—।
সাৱধানৰ মৰণ নাই।
বিণ. সাৱধান, সতৰ্ক, হুঁচিয়াৰ, খবৰদাৰ, সচেতন, সজাগ, সজাগৰ, ততোৱাল, তলচকুৱা। দূৰদৰ্শী, অতন্দ্ৰ।
সতৰ্কতামূলক।
বিণ./বি সাৱধানী, পৰিণামদৰ্শী, দূৰদৃষ্টিসম্পন্ন।
ক্ৰি.বিণ. সাৱধানে, সন্তৰ্পণে, ভাবিগুণি চাইচিতি, আগপিচ গুণি, ভূত-ভৱিষ্যত চিন্তা কৰি, জাৰি জোকাৰি, গুণাগঁথা কৰি। দচাই দচাই, পৈ পৈ কৰি।
সচেতে, সচেতনে।

**৩৪২ অসাৱধানতা**

বি. অসাৱধানতা, অসতৰ্কতা।
অমনোযোগ, অনৱধানতা, অন্যমনস্কতা।
নাচাই ডেলে গাঁলেকে ঘাটি।
বিণ./বি. অসাৱধান, অসতৰ্ক, অমনোযোগী, অন্যমনস্ক; অনৱধান, পোকৰ এৰা, বে-হুঁচিয়াৰ।
ক্ৰি.বিণ অসাৱধানতাবশতঃ। চকুকাণ মুদি।

**৩৪৩ একাগ্ৰতা**

বি. একাগ্ৰতা, একনিষ্ঠা, একাগ্ৰচিত্ততা, অনন্যচিত্ততা, একাৰ্থিতা, অনন্যচিন্তা, অনন্যবৃত্তি, দৃঢ়তা। দৃঢ় প্ৰতিজ্ঞা, কক্ষা, জিদ, আঁকোৰ-গোজ ভাব, জেদ।
মনোযোগ, ভূৰ্ভং, তমগম, তত, মনোনিৱেশ, মন দিয়া—, অভিনিৱেশ, নিবিষ্টতা, তন্ময়তা, তদগদচিত্ততা, প্ৰণিধান, নিবিষ্টচিত্ততা, মগ্নতা।

নিষ্ঠা, ঐকান্তিকতা।

আত্মনিয়োগ, আত্মনিৱেশ; আত্মমগ্নতা, আত্মনিষ্ঠা।

**বিণ.** একাগ্র, দৃঢ়, একনিষ্ঠ, একমনা, একাগ্রচিত্ত, অনন্যচিত্ত।

স্থিৰব্রত, দৃঢ়ব্রত, দৃঢ়ব্রতী, দৃঢ়সংকল্প; দৃঢ়সংকল্পী, ব্যৱসায়াত্মিকা। মনোযোগী, নিবিষ্টচিত্ত, একনিবিষ্ট, অভিনিবিষ্ট, তন্ময়; তদ্গত, তন্মনা, তদাত্মক, তন্নিবিষ্ট, তদগদচিত্ত।

নিষ্ঠাবান, নিষ্ঠাযুক্ত; ঐকান্তিক, সযত্ন।

আত্মগত, আত্মসমাহিত, আত্মনিমগ্ন, আত্মনিবিষ্ট, নিমগ্ন, আত্মমগ্ন, মগ্ন।

**বিণ./বি.** মনোনিৱেশকাৰী; মনোযোগী, তমগমীয়া।

**ক্রি.বিণ.** একাগ্রচিত্তে, একেধ্যানে, একান্তমনে, মনপুতি, একমনে, নিবিষ্টচিত্তে, তদ্গদচিত্তে। কায়মনোবাক্যে, মনে-প্রাণে, মনে-চিতে। দেহে- কেহে, প্রাণপণে।

**৩৪৪ অৱহেলা**

**বি.** অৱহেলা, হেলা-ওটা, আওহেলা, হেলা, অনাদৰ, লেই লেই চেই চেই, অৱজ্ঞা, আওকাণ, অগ্রাহ্য, উপেক্ষা।

অৱমাননা, অশ্রদ্ধা। গাফিল, গাফিলতি, গাফিলি।

নেওচা, নেওচা-কেওচা দিয়া—; তুচ্ছজ্ঞান, হেয়জ্ঞান। তাচ্ছিল্য, তুচ্ছতাচ্ছিল্য।

মানুহ বুলিয়েই নভবা—, গণিতাই নকৰা—।

ভাংকুটা মাৰি হেন দেখা—।

**বিণ.** অৱহেলিত, অনাদৃত, অৱজ্ঞাত, অৱজ্ঞাপ্রসূত, অধস্কৃত, উপেক্ষিত, অৱজ্ঞেয়, অৱহেলনীয়, উপেক্ষণীয়, অনাদৰণীয়।

**৩৪৫ অমনোযোগ**

**বি.** অমনোযোগ, অন্য-মনস্কতা, মনোযোগহীনতা, অপ্রণিধান, মনোযোগশূন্যতা, মন নিদিয়া—। পিঠি দিয়া—, কাণ নকৰা—, কাণসাৰ নোহোৱা—। মন কাণ নকৰা—। আওকাণ, আওহেলা, অৱহেলা।

উদাসীনতা, ঔদাসীন্য।

হেলা-লেচাৰি, হেলাওটা, হেলেম-হেতেম, হেনামেঠা, উলুং-পুলং, পুলুং-পালাং। অমনোনিৱেশ, অনৱধান।

খামখেয়ালি।

**বিণ./বি.** অমনোযোগী, অন্যমনস্ক, আনমনা, মনোযোগহীন, উলুং-পাতলা, আলাহুদা। উদাসীন। আওকণীয়া। খামখেয়াল। ওপৰ-চকুৱা।

**ক্রি. বিণ.** আলাহুদাকৈ, অনৱধানবশতঃ।

**৩৪৬ এলাহ**

**বি.** এলাহ, আলাহ, সৰপালি, সোৰোপালি, হামাহি, আলস্য, অলসত্ব; হেলা, গহৰি, ধিতিঙালি।

জাড্য; নিষ্ক্রিয়তা; শিথিলতা, শৈথিল্য।

ধোদ, ধোদৰ পচলা, গাৰি-শুবাৰ। পুলুং-পালাং, পুলুক-পালাক, টিঘিলঘিলনি। ঐদৰি-মৈদৰি, কেহেলি-কেন্দেলি, কেলি-কেন্দেলি।

ঠেং নচুওৱা—, ঠেং জোকৰা—।

অনুৎসাহ, উৎসাহহীনতা, উদ্যমহীনতা, অনুৎসাহিতা; ধিনদৌ-দৌ-গোৱা—, ধিতিঙালি কোবাই ফুৰা—। অপ্রস্তুতি; অনীহা, অনাগ্রহ, অনিচ্ছা; গাফিলতি। শ্রমবিমুখতা, কৰ্ম্মবিমুখতা; অচেষ্টা, অনুদ্যম, অনুদ্যোগ।

বিলম্বন, বিলম্ব কৰা—, দীর্ঘসূত্রিতা। গা এৰা দিয়া ভাব। বতহিয়াই ফুৰা—।

শ্লথন, মন্থৰতা।

শুই থকা শিয়ালে হাঁহ ধৰিব নোৱাৰে।

**বিণ./বি.** অলস, আলস্যপৰায়ণ, সৰপা, সোৰোপা, সালসী, দগা, ৰিহাকুৰীয়া, খাই-গাহৰি, ঘুমে-গড়ীয়া, এলেহুৱা, বহিখোৱা, শুই-হগা, ধূপৰ বঠি, খাই-শো। ধিতিঙা, ধিতপিলিঙা। নিষ্কৰ্ম্মা, নিষ্ক্রিয়, শিথিল; লেহেম। লেধেমা, গাইৰা। পি পু সি শো, দীর্ঘসূত্রী, শ্লথ, জড়ভৰত মিহমিহীয়া, ওদা। গজালু। এগছ কুটা দুগছ নকৰা—। দগলা খোৱা। ধোদৰ পচলা। উদ্যমহীন, অনুৎসাহী, উৎসাহহীন, অপ্রস্তুত। অনাগ্রহী, অনিচ্ছুক, অনুদ্যোগী, উদ্যমহীন। চেষ্টাহীন, শ্রমবিমুখ, কৰ্ম্ম-বিমুখ, নিষ্ক্রিয়। মাৰোকপানী, সিয়নিত-শোৱা। চোস্তি।

মেদা, লেধা, এদো-গেদো, জলভৰ, গা-গধুৰ, গেৰেহা, গেঁঠেলা।

ধাদহী (স্ত্রী)।

**৩৪৭ সাফল্য**

**বি.** সাফল্য, সফলতা, সিদ্ধি, সু-সিদ্ধি, কৃতকাৰ্যতা, কৃতকৰ্ম্মতা, সাৰ্থকতা, চৰিতাৰ্থতা, উত্তৰণ।

বিজয়, দিগ্বিজয়।

সু-সমাপন, সু-সমাপ্তি।

সিদ্ধিলাভ, ফললাভ, জয়লাভ, ফলপ্রাপ্তি, অভীষ্টসিদ্ধি, অভীষ্ট লাভ, ইষ্টসিদ্ধি, কাৰ্য্যসিদ্ধি, কাৰ্য্যোদ্ধাৰ, অৰ্থসিদ্ধি, কৰ্ম্মসিদ্ধি, কাম আদায়।

ফল, সুফল, ফলাফল, ফলশ্রুতি, পৰিণতি; উপসংহাৰ, পৰিসমাপ্তি।

ফলাকাঙ্ক্ষা, প্রত্যাশা।

পূৰ্ণতা, কৃতিত্ব। পাৰদৰ্শিতা।

**বিণ.** সফল, সফলকাম, সাৰ্থক, সফল মনোৰথ, সিদ্ধকাম, সিদ্ধমনোৰথ, কৃতকাৰ্য্য, কৃতকৰ্ম্ম, কৃতকাম, কৃতী, কৃতকৃত্য, কৃতকৰ্ম্মা। উত্তীৰ্ণ, কৃতাৰ্থ, চৰিতাৰ্থ, সাফল্যমণ্ডিত, সুসিদ্ধ। ফলপ্রসূ, ফলদায়ক, ফলপ্রদ, ফলিৱত, সুফলদায়ক,

ফলশালী, ফলদায়ী, সুফলা; কাৰ্য্যকৰ, উপকাৰী।

সুসম্পন্ন, সুসমাপ্ত।

সিদ্ধিদায়ক, সিদ্ধিযুক্ত।

বিণ./বি. আলোড়নসৃষ্টিকাৰী।

ক্রি./বিণ. সফলভাৱে, সাৰ্থকভাৱে।

**৩৪৮ খ্যাতি**

বি. খ্যাতি, সুখ্যাতি, নাম, সুনাম, যশ, নাম-যশ, কীৰ্ত্তি, কীৰ্ত্তি-কলাপ, সুবাদ, সুযশ, গুণ-যশ,গুণ-গৰিমা, যশস্যা, চিয়া। খুচনাম, খুছনাম, খোচ (ছ) নাম, প্রসিদ্ধি, সুপ্রসিদ্ধি, সুপ্রতিষ্ঠা, খিতাপ।

মান, সন্মান, আদৰ, সমাদৰ, কদৰ, খাতিৰ, মোল, পদমৰ্যাদা, ইজ্জত, মৰ্য্যদা, মৰ্য্যাদা, মান-মৰ্য্যাদা, মৰ্য্যাত, হুৰমৎ। মান-সম্ভ্ৰম, সম্ভ্ৰম।

আভিজাত্য, বংশগৌৰৱ, বংশমৰ্যাদা, কুল-গৌৰৱ।

আত্মসন্মান, আত্মমৰ্য্যাদা, আত্ম-সম্ভ্ৰম।

প্রশংসা, গুণকীৰ্ত্তন, গুণানুকীৰ্ত্তন, গুণযশ, গুণ বখনা— ।

তাৰিফ, বাহ্‌বা, সাধুবাদ, প্ৰশস্তি, গৌৰৱ গাঁথা, প্রশংসাবাক্য।

যশস্কামনা, যশাকাঙ্ক্ষা, যশোলিপ্সা।

জনপ্রিয়তা, লোকপ্রিয়তা, জনসমাদৰ, লোকপ্রীতি, লোকসমাদৰ।

কীৰ্ত্তি, কীৰ্ত্তিকলাপ, সু-কীৰ্ত্তি, অক্ষয়কীৰ্ত্তি; কীৰ্ত্তিস্তম্ভ।

বিখ্যাত হোৱা—, প্রখ্যাত হোৱা—, নাম ফাটি ফুটি যোৱা—।

বিণ. খ্যাতিজনক, প্রশংসনীয়, অনিন্দনীয়,অনিন্দ্য, অনিন্দিত, অগৰ্হিত, প্রশংসিতব্য, খ্যাতিকৰ, যশস্কৰ, অৰ্হনীয়, মৰ্যাদাপূৰ্ণ, গৌৰৱজনক, মৰ্যাদাকৰ। শ্লাঘ্য, শ্লাঘনীয়।

কীৰ্ত্তিত, পৰিকীৰ্ত্তিত।

শ্রুতকীৰ্ত্তি, লব্ধকীৰ্ত্তি, দীপ্তকীৰ্ত্তি; কীৰ্ত্তিজনক, কীৰ্ত্তিকৰ।

যশাকাঙ্ক্ষী, যশোলিপ্সু, যশস্কাম।

খ্যাত, বিখ্যাত, প্রখ্যাত, সুবিখ্যাত, সুখ্যাত, নামলব্ধ, বিশ্রুত, বিশ্ববিশ্রুত, প্রসিদ্ধ, সুপ্রসিদ্ধ, খ্যাতিমান খ্যাতিমন্ত, খিতপীযা, জগদ্বিখ্যাত, জগদ্বৰেণ্য। বিশ্ববিখ্যাত, বিশ্ববৰেণ্য, নামী, নামকৰা, খ্যাতনামা, জনা-শুনা, নামজাদা, স্বনামধন্য, সুবিদিত, প্রথিতযশা, প্রথিতনামা, যশস্বী, যশস্বিনী (স্ত্রী), যশস্যাশালী, যশোমণ্ডিত, যশোবন্ত, যশোবান, যশস্বান, যশোধন।

স্বনামখ্যাত, স্বনামবিখ্যাত, স্বনামপ্রসিদ্ধ, শিৰফুটা।

মানী, মাননীয় গণ্যমান্য, মহামান্য, মহামানী, লোকমান্য, সন্মানিত, মৰ্য্যাদাশালী, মৰ্য্যাদাবন্ত, সন্মানাৰ্হ, সন্মাননীয়, গুৰু-গৌৰৱ, ভদন্ত, বৰণীয়, গণ্য, বৰেণ্য; মহনীয়। মহামহিম।

মান্যবৰ, মান্যবন্ত, মান্যবান, মান্যৱতী (স্ত্রী)।

কীৰ্ত্তিমান, কীৰ্ত্তিমতী (স্ত্রী)।

সুপ্রতিষ্ঠিত, প্রতিষ্ঠিত, লব্ধপ্রতিষ্ঠ, ডহডহীয়া। খিতাপী, খিতপীয়া।

জনপ্রিয়, জনসমাদৃত, লোকপ্রিয়, লোকসমাদৃত, দেশপ্রিয়।

দেশবৰেণ্য, বিশ্ববৰেণ্য, বিশ্ববন্দিত, লোকপ্রসিদ্ধ।

গৌৰৱশালী, গৌৰৱান্বিত, গৌৰৱদীপ্ত, গৌৰৱোজ্জ্বল, গৰিমান্বিত, গৰিমাদীপ্ত।

চিৰপ্ৰসিদ্ধ, বহুপ্রসিদ্ধ।

অবিস্মৰণীয়, স্মৰণীয়, চিৰস্মৰণীয়, প্ৰাতঃস্মৰণীয়।

ক্রি.বিণ. সসম্ভ্রমে, সসন্মানে, মানে মানে, মানে-যত্নে, মানে-সজে, ভালে ভালে, সজে সজে, সজে-সঙ্গে।

**৩৪৯ অখ্যাতি**

বি. অখ্যাতি, অকীৰ্ত্তি, অপযশ, দুৰ্যশ, নিন্দা, কাটিংগ, নিন্দাবাদ, ৰটনা, ৰটনি, ডাক্কা, দুৰ্ব্বাদ, দুৰ্নাম, দুৰ্যশ, বদনাম, গলাৰাও, অপবাদ, কুৎসা, কুৎসা ৰটনা, কুনাম, কুৰটনা, কুযশ, অপযশ, অকথা-অবতৰা, বাদ-কুবাদ, গঞ্জনা, কেলেঙ্কাৰ, কেলেঙ্কাৰী, লোকাপবাদ, লোকলজ্জা, লোকনিন্দা, জনবাদ, খিলিঙ্কাৰ, কুটনাট।

অমৰ্যাতা, অমৰ্যাদা; অমৰ্যাতালি।

অপকীৰ্ত্তি, কু-কীৰ্ত্তি, অকীৰ্ত্তি, হাঁহিয়াত।

কুখ্যাতি, তিৰস্কাৰ, বু-বু না বা।

লগনীয়া, টুটকীয়া, (স্ত্রী) টুটকুনী, টুটকী। টুটকীয়ালি।

কথা ওলোৱা—, কলঙ্ক, অপকলঙ্ক, চেকা, দাগ, সাঁচ, কালিমা, কেলেঙ্কাৰি, গ্লানি, গাওনি।

মৰ্য্যাদাহানি, মানহানি, হুৰমৎছন, অমৰ্য্যাৎ কৰা—, যশোহানি, খ্যাতিনাশ, নাম ডুবুৱা —, লাজত পৰা—, লাজত পেলোৱা—, নাক-কাণ কটোৱা—, লঘু কৰা—, লাজৰ বাজ, মুখ উলিয়াব নোৱৰা, হাঁহিয়াত, হাঁহিয়াতৰ পাত্ৰ হোৱা—, বেনীয়া লগা— পৰচৰ্চা, পৰনিন্দা, চৰিত্ৰহনন। দোষাৰোপ, তিৰস্কাৰ, ভৰ্ৎসনা, গালি-গালাজ, উপালম্ভ, দুৰ্বচন, দুৰ্ব্বাক্য।

বৃদ্ধাঙ্গুষ্ঠ প্ৰদৰ্শন, বুঢ়া আঙুলি দেখুউৱা, লেঠু দেখুউৱা—।

বিদ্ৰূপ, পেঞ্জালনি, ঠাট্টা, মস্কৰা, ঠাট্টা-মস্কৰা, উপহাস।

অসন্মান। ফৰমাহি ফোৰোহনি। কিবা বালক, কিবা বাকলি।

নেওচা, নেওচনি, নেওচন, নেওচা-কেওচা দিবলৈ বহি, নেওচা-কেওচা চহৰৰ চদকা জাৰি জোকাৰি দিবলৈ বহি।

তঁয়া-তোকা, তৰ্য়া-হয়া।

কিবা বালক, কিবা বাকলি।

বিণ. অখ্যাতিকৰ, অখ্যাতিজনক, অখ্যাতিকাৰক, অকীৰ্ত্তিকৰ, অকীৰ্ত্তিজনক, অপযশস্কৰ, দাগী, অপ্রশংসনীয়, কুখ্যাত, তিৰস্কৃত, কলঙ্কিত, অপমানিত, অপমানজনক, অসন্মানজনক, অপমানাত্মক, সমালোচিত, চৰ্চ্চিত, নিন্দিত। নিন্দনীয়। গৰ্হিত, বিগৰ্হিত।

অমৰ্য্যাদাকৰ, অমৰ্য্যাদাসূচক, অপমানসূচক, অসম্মানজনক, অৱমাননাকৰ, মানহানিকৰ, গ্লানিকৰ, গ্লানিজনক, লজ্জাকৰ, লজ্জাজনক। গৰিহণা খোৱা—, গৰিহা খোৱা, ছদকা খোৱা, দগলা খোৱা। নেওচাখোৱা, নেওচা যোৱা, কুকুৰী-পিটা।

অপবাদমূলক, নিন্দনীয়, নিন্দাৰ্হ, নিন্দাজনক, নিন্দাকৰ, গৰ্হিত, কলঙ্কজনক। অমৰ্য্যতীয়া, অমৰ্য্যদীয়া।

অপ্ৰশংসনীয়, অশ্লাঘ্য, অশ্লাঘনীয়।

বিদ্ৰূপাত্মক; উপহসিত।

তলখুচৰীয়া।

**বিণ./বি.** দুৰ্নামগ্ৰস্ত, বদনামৰ ভাগী, বদনামী, কুখ্যাত; অপবাদগ্ৰস্ত; কলঙ্কিত, কলঙ্কভাগী।

অপমানিত, অৱমানিত, অপৰাদিত, অপমানগ্ৰস্ত; লাঞ্ছিত, অপদস্থ, নাকাল, ঘেকেটা খোৱা, ঘেকেটি খোৱা, থেতেলা খোৱা, থেকেচা খোৱা, চৰ-লাঠি খোৱা, নাকনি-কাণনি।

উপহাস্যাস্পদ, ভুচুংপছু।

অনাদৃত, অৱজ্ঞাত, অৱহেলিত, অজ্ঞাত পৰিচয়, অজ্ঞাতকুলশীল, উপখেৰীয়া।

কুৎসাৰটনাকাৰী, লগনীয়া, লগনিয়াৰ। তলখুচৰীয়া, তলগুজীয়া।

অপমানকাৰী, অৱমাননাকাৰী।

**ক্ৰি. বিণ.** লগাই-ভঙাই।

**৩৫০ ব্যৰ্থতা**

**বি.** ব্যৰ্থতা, বিফলতা, অসফলতা, অসাফল্য, নিস্ফলতা, অকৃতকাৰ্থতা, অকৃতকাৰ্য্যতা, অকৃতিত্ব, অচৰিতাৰ্থতা, অসিদ্ধি, অকৃতকৰ্ম্মতা; পৰাজয়, পৰাভৱ, হাৰণ, হৰা—।

অক্ষমতা, অপাৰগতা, অসামৰ্থ্য, অসমৰ্থতা। নিৰৰ্থকতা, অনৰ্থকতা, অসাৰ্থকতা। ফুটুকাৰ ফেন, বাওকণী পৰা—।

পণ্ড, নষ্ট কৰা—, মাটি কৰা—, কাম বঢ়োৱা—, পণ্ডশ্ৰম, বৃথা চেষ্টা, ব্যৰ্থ চেষ্টা।

কুফল, কু-পৰিণাম।

তৰ্জ্জন-গৰ্জ্জন, বহ্বাৰম্ভে লঘুক্ৰিয়া। গালো বালো—, খোলাকটিৰ তাল। পানীতে কোবোৱা—।

কণা-বেহা।

**বিণ.** ব্যৰ্থ, বিফল, অসফল, নিষ্ফল, নেছেল, বানচাল, অকৃতাৰ্থ, অকৃতকাৰ্য্য, অকৃতী, অনুত্তীৰ্ণ, অকৃতকৰ্ম্ম, অসাৰ্থক, অকৃতকীৰ্ত্তি,অসিদ্ধ।

অক্ষম, অপাৰগ, অসমৰ্থ, অসাঠন।

অনৰ্থক, নিৰৰ্থক, অৰ্থহীন, বৃথা; অফলদায়ী, অফলদায়ক।

আশাভঙ্গ, ব্যৰ্থমনোৰথ, অসিদ্ধকাম, ব্যৰ্থমনস্কাম, নিৰাশ, হতাশ। ভেচভেচীয়া।

আহৰি।

**ক্ৰিয়া বিণ.** এনেয়ে, অনাহকতে, মিছাতে, মিছামিছি। অথলে, বিফলে।

**৩৫১ সহজসাধ্যতা**

**বি.** সহজসাধ্যতা, অনায়াসসাধ্যতা, সুকৰতা, সুসাধ্যতা, সৌকৰ্য্য। মসৃণতা।

অক্লেশ, অৱলীলা, অনায়াস, স্বচ্ছন্দতা।

ভাতৰ লগৰ পানী।

**বিণ.** সহজ, অনায়াস, সুকৰ, সুসাধ্য, অজটিল, সহজসাধ্য, অনায়াস সাধ্য, অনায়াসসিদ্ধ, অনায়াসলভ্য, সহজলভ্য, সুলভ, সুচল, সুসাধ্য, সুখসাধ্য, সুবহ, সুসহ, সুকৰ, সোজা।

অবাধ, নিৰ্ব্বিঘ্ন, সুগম, অবাৰিত, বাধাহীন, মসৃণ। সাৱলীল; লীলায়িত, সৰগৰীয়া, সৰসৰীয়া।

অৱলীলাকৃত, অনায়াসকৃত, সহজসাধিত, অক্লেশপ্ৰাপ্ত, অনায়াসলব্ধ, অযত্নসিদ্ধ, অযত্নপালিত, অযত্নসম্ভূত, অযত্নপ্ৰাপ্ত, অযত্নসাধিত, অযত্ন লব্ধ।

**ক্ৰি. বিণ.** সহজে, অনায়াসে, আলাসতে, হেলাৰঙে, বেফিকিৰ, অক্লেশে, অৱলীলা ক্ৰমে, অপ্ৰবন্ধে, অবাধে, সাৱলীলভাৱে, ফৰফৰাই, ফৰ্ফৰাই; অকাতৰে, বিনাযত্নে, বিনা চেষ্টাৰে। চকু মুদি, লীলায়ে।

**৩৫২ দুৰূহতা**

**বি.** দুৰূহতা, কষ্টসাধ্যতা, ক্লেশসাধ্যতা, কাঠিন্য, কঠিনতা, দুঃসাধ্যতা, কঠোৰতা। সমস্যা, সংকট, অগ্নি পৰীক্ষা, ইস্তেহান। দুৰ্বোধ্যতা, দুৰ্জ্জেয়তা।

**বিণ.** দুৰূহ, দুষ্কৰ, দুৰ্ঘট, কঠিন, অসহজ, আসহজ, বিচল, কঠোৰ, সুকঠিন; দুঃসাধ্য, কষ্টসাধ্য, শ্ৰমসাধ্য, কৃচ্ছ্ৰসাধ্য।

দুৰ্জ্জেয়, দুৰ্বোধ, দুৰ্বোধ্য, দুৰ্ভেদ্য, দুষ্প্ৰৱেশ্য।

**ক্ৰি. বিণ.** কষ্টেমষ্টে, দুখ-লখকৈ, কোনোমতে, কোনোৰকমে, হেপোৰ তেপোৰ কৈ; কাণে কাণ মাৰি, কথমপি, টানি-টুনি, টানি-মানি। অনেক চেষ্টাৰ মূৰত, নাকনি কাননি হৈ, হাড়ক মাটি তেজক পানী কৰি।

প্ৰাণপণে, প্ৰাণটাকি, দেহে-কেহে।

একোতেই, কোনোভাবেই, কোনোৰকমেই কোনোপধ্যেই, একোপধ্যেই। পাকচক্ৰত পৰি।

ঘেঁহাই ঘেঁহাই।

**৩৫৩ নিৰ্ম্মাণ**

বি নিৰ্ম্মাণ, গঢ়, তৈয়াৰ, গঢ়ি তোলা—, প্ৰস্তুত কৰা—, ৰচনা, প্ৰণযন, প্ৰস্তুতকৰণ, সজা—, বন্ধা—, গঠন, প্ৰণয়ন, নিৰ্মিতি, নিৰ্ম্মাণকাৰ্য্য, গঠনক্ৰিয়া, গঠনপ্ৰক্ৰিয়া, গঠন প্ৰণালী, গোঁঠনি, গাঁঠন, গাঁঠন-ছাটন। নিৰ্ম্মাণ শৈলী, নিৰ্ম্মাণ পদ্ধতি।
সৃষ্টি, সৃজন, সৰ্জ্জন, সৃষ্টিকৰ্ম্ম, সৃষ্টিকাৰ্য্য, সৃষ্টিক্ৰিয়া, সৃজনকৰ্ম্ম, সৃজনশীলতা।
ভিত্তি, ভিত্তিস্থাপন, প্ৰতিষ্ঠা, স্থাপন, ভেটি বন্ধা—।
শিল্প, শিল্পসংস্থা, কাৰখানা, কলকাৰখানা, মিল, ফেক্টৰি, ওৱৰ্কশ্বপ, কৰ্ম্মশালা, শিল্পশালা, শিল্পাগাৰ, কাৰুভৱন, গুৰুউদ্যোগ, বৃহৎ শিল্প, ক্ষুদ্ৰশিল্প, লঘু উদ্যোগ, কুটিৰ শিল্প, হস্তশিল্প।
উৎপন্ন দ্ৰব্য, উৎপাদন। হাতৰ কাম।
উৎপাদনশীলতা, উৎপাদনক্ষমতা, উৎপাদিকাশক্তি। শিল্পোৎপাদন।

বিণ নিৰ্ম্মিত, গঠিত, গথিত, ৰচিত, সৃষ্ট।
সুনিৰ্ম্মিত। তিযাৰ, তিযাৰি, তৈয়াৰ, প্ৰস্তুত।
প্ৰতিষ্ঠিত, স্থাপিত।
উৎপন্ন, উৎপাদিত।
শিল্পজাত, কাৰখানাজাত, গৃহজ, গৃহজাত।
যন্ত্ৰনিৰ্ম্মিত, কলত তৈয়াৰী। হাতে গঢ়া, হাতে সজা, হস্তনিৰ্ম্মিত। উৎপাদনক্ষম।

বিণ /বি. নিৰ্ম্মাতা, নিৰ্ম্মাণকাৰী, নিৰ্ম্মাণকাৰক, গঠনকাৰী, সৃজক, সৃষ্টিকৰ্ত্তা, স্ৰষ্টা, সৃষ্টিকাৰী, প্ৰস্তুতকাৰী।
স্থাপতি, স্থাপয়িতা, প্ৰতিষ্ঠাতা, স্থাপক।
নিৰ্ম্মাণেচ্ছু, নিৰ্ম্মিৎসু, সৃষ্টিকামী। উৎপাদনকাৰী, উৎপাদক।

**৩৫৪ উপাদান**

বি. উপাদান, উপকৰণ, উপচাৰ। নিৰ্ম্মাণসামগ্ৰী, বস্তুবাহানি, বয-বস্তু, ওজ-বাজ। মালমচলা, সম্ভাৰ, সা-সৰঞ্জাম, যা-যোগাৰ, কেঁচামাল।
সামগ্ৰী, দ্ৰব্য, বস্তু, দ্ৰব্যসামগ্ৰী। ৰন্ধন সামগ্ৰী।

বিণ. ঔপচাৰিক, উপাদান সম্বন্ধীয়।

**৩৫৫ ভাঙোন**

বি. ভাঙোন, ভাঙি পেলোৱা—, ভাঙন, ভঙা—, বিদাৰণ, গুড়ি কৰা—, চূৰ্ণ-বিচূৰ্ণ কৰা—, থানবান, চুৰমাৰ, ছিৰাছিৰ, ফালফাল, পিহি পেলোৱা—, নিষ্পেষণ, খণ্ড-খণ্ড, খণ্ড-বিখণ্ড, গুদা, গুদা-গুদ।
টুকুৰাটুকুৰ (ক), ধূলিস্যাৎ (ক)।
ফাটন, ফাট মেলা —। ফাটল (ধৰ)।
ফালন, ফালফাল কৰা—।
থেতেলোৱা—।
ভগ্নদশা, জীৰ্ণদশা, ভগা-চিঙা অৱস্থা, জীৰ্ণতা, জীৰ্ণত্ব।
ভগ্নস্তূপ, ভগ্নাৱশেষ।

বিণ ভগা, ফাটমেলা, কাঁকৈছিৰা, চিৰাচিৰ হোৱা, ফালফাল, ফলা, ভগ্ন, দীৰ্ণ, বিদীৰ্ণ, চূৰ্ণ, চূৰ্ণাকৃত, জীৰ্ণ। মৰিমুৰ, মহিমুৰ, চূৰ্ণীকৃত, বুন্দামাৰ, ঘেগেলা, ঘুগুলা।
ভঙ্গুৰ, ঠুনুকা, চনকা, চনচনীয়া ঠনঠনীয়া।
ভেদনীয, ভেদ্য, খোকোৰা-দোদোৰা, খোখোৰা, ভগা-ছিঁগা, ভগা-ফুটা, দীৰ্ণ-জীৰ্ণ, ফুটা-ফটা। তলী-ফুটা, বাও এৰোৱা, কাণ-ভগা; ফুটা ওলোৱা, ফাট মেলা, খুৰা-ছিগা, খুৰা-ভগা।

বিণ /বি ভেদক, বিদাৰক, ভাঙোতা, বিদাৰণকাৰী।
নিষ্পেষক, নিষ্পেষণকাৰী।

ক্ৰি বিণ গুদা-গুদকৈ, টুকুৰা-টুকুৰ কৈ।

**৩৫৬ ছেদন**

বি ছেদন, কৰ্ত্তন, কাটন, কটা—, কাটি পেলোৱা—, নেফানেফ কৰা—, বিভাজন, ভাগ কৰা—, অৱচ্ছেদ, অৱচ্ছেদন, ব্যৱচ্ছেদ। চকলাচকল কৰা। পতহিওৱা—।
কুটা—, কুটন, কচুকটা দিয়া। দুটুকুৰা কৰা—, ফালফাল কৰা—, দুফলীয়া কৰা—, দুচলীয়া কৰা—, ঘাপ মৰা—।
কোৰা—, ৰোকা—, খোচৰা—, খনা—।
লম্বচ্ছেদ, প্ৰস্থচ্ছেদ, দীঘে দীঘে ফলা—, পথালিয়ে ফলা—। অঙ্গচ্ছেদ, অঙ্গচ্ছেদন, শিৰচ্ছেদ, শিৰচ্ছেদন। দ্বিধাকৰণ।

বিণ কৰ্ত্তিত, ছিন্ন, ছিন্নভিন্ন, বিচ্ছিন্ন, ছিন্নবিচ্ছিন্ন, ছেদিত, অৱচ্ছিন্ন, খণ্ডিত, বিভক্ত, দ্বিখণ্ডিত, দ্বিধাবিভক্ত, দ্বিধাকৃত।
বিভাজ্য, ছেদ্য, ছেদনীয়, কাটিব লগীয়া, ছেদন কৰিব লগীয়া। চিটাচিটি, চিৰাচিৰ, ছিৰাছিৰ, খণ্ড-বিখণ্ড, টুকুৰা-টুকুৰ। গুকলা-গুকল।

বিণ./বি. কাটোঁতা, বিভাজক, অৱচ্ছেদক, বিভাজনকাৰী, ছেদক।

ক্ৰি. বিণ. ঘেচকৰে, একে কোবে, একে কোবতে, একে ঘাপতে, কচ কচ কৰে, খচ খচ কৈ। নেফানেফে, নেফানেফকৈ,

টুকুৰাটুকুৰকৈ, গুৰুলা-গুৰুলকৈ।

**৩৫৭ আঘাত**

**বি.** আঘাত, ঘা, চোট, কোব, প্ৰহাৰ, মাৰ, ক্ষুণ, জখম।
খুন্দা, ঠেকা-ঠেকি, খুন্দিয়া-খুন্দি। খুন্দা-খুন্দলি। খোঁচ, খুঁচিয়া-খুঁচি, খোঁচা-বিন্ধা, খোঁচা-খুঁচি। খচকনি, জখম, থেতেলা খোৰা-। ঠলা-মূৰি, লপা-থপা, চুলি-জোকৰা, চুলি ঘটা, ঘটালি পেলোৱা—, পিহন দিয়া—। মহটিয়াই নিয়া—, পিহি পেলোৱা—, মুচৰি পেলোৱা—, মোহাৰি পেলোৱা—, খচকি পেলোৱা—, গৰকি পেলোৱা—, গচকি পেলোৱা—।
ঘৰামুটি মৰা—। ঘঁহনি, ঘৰ্ষণ, ঘৰিষণ, ঘৰিষণা।

**বিণ.** ক্ষত-বিক্ষত, অক্ৰান্ত, ঘা-লগা, আঘাত পোৱা, খুন্দাখোৱা, মাৰখোৱা, প্ৰহৃত, ক্ষত। আহত, আঘাত প্ৰাপ্ত। পিষ্ট, ফেন্টা, পেটা-উঠা। ঠলা-মূৰীয়া।

**ক্ৰি. বিণ.** খুন্দা-খুন্দলি খাই খাই।

**৩৫৮ অকাট্যতা**

**বি.** অকাট্যতা, অচ্ছেদনীয়তা, অখণ্ডনীয়তা, অচ্ছেদ্যতা, অভেদ্যতা; দুৰ্ভেদ্যতা।

**বিণ.** অকাট্য, অখণ্ডনীয়, পানী নসৰকা; অচ্ছেদনীয়, অচ্ছেদ্য, দুশ্ছেদ্য, অবিভাজ্য; অভঙ্গুৰ; দৃঢ়, কঠিন, শক্ত।
অবিভক্ত, অচ্ছেদিত, অখণ্ডিত।
অবিদীৰ্ণ, অবিদ্ধ।

**৩৫৯ শক্ত**

**বিণ.** শক্ত, দৃঢ়, মজবুত, টনটনীয়া, সুদৃঢ়। কঠোৰ, কঠিন, কটলা-কটল, কটমটীয়া, অনমনীয়, টান, সৈয়া, আবলুখা, অভেদ্য, দুশ্ছেদ্য, দুৰ্ভেদ্য।
বদ্ধমূল, দৃঢ়মূল, দৃঢ়প্ৰতিস্থ, গজগজীয়া, নিকপকপীয়া, নিকটকটীয়া। লেকেটা, লিকটা।
পাৰ্গত, সমৰ্থ।
বজ্ৰকঠিন, লৌহকঠিন। অশিথিল; কঢ়ামুঠীয়া।
দৃঢ়ীকৃত, দৃঢ়ীভূত, দৃঢ়সম্বদ্ধ; ঘনীভূত, গোটমৰা; অবিচ্ছেদ্য।
বদ্ধমূল, দৃঢ়মূল।

**বি.** দৃঢ়তা, দৃঢ়ত্ব, কাঠিন্য, কঠিনতা, অনমনীয়তা; অভেদ্যতা, অভঙ্গুৰতা, দুৰ্ভেদ্যতা।

**ক্ৰি. বিণ.** গজগজীয়াকৈ, খোপনিপুতি। দৃঢ়ভাৱে। টানকৈ। খুপি খুপি।
কঢ়ামুঠীয়াকৈ।

**৩৬০ ভঙ্গুৰতা**

**বি.** ভঙ্গুৰতা; ক্ষণভঙ্গুৰতা; অশক্ততা।
ভঙা—।
অকঠিনতা, অকাঠিন্য।
কোমলতা, কোমলত্ব, পেলবতা; মৃদুতা।
ক্ষণস্থায়িত্ব, অনিত্যতা, অনিত্যত্ব, অস্থায়িত্ব, অস্থায়িতা।
বালিঘৰ, পদুমপাতৰ/কচুপাতৰ পানী।

**বিণ.** ভঙ্গুৰ, অশক্ত, ঠুনুকা, চনকা, চনচনীয়া, চঞ্চনীয়া, মচমচীয়া; মৰমৰীয়া; ফচফচীয়া; থুহথুহীয়া, ঠনঠনীয়া, অদৃঢ়, মুৰ্মুৰীয়া, খুখুৰীয়া, খৰখৰীয়া; খুৰখুৰীয়া। ক্ষণভঙ্গুৰ, নশ্বৰ, ক্ষণধ্বংসী, ক্ষণস্থায়ী, অনিত্য, অস্থায়ী, অচিৰস্থায়ী।
ফেপা, কোমল, ঢিলা, ঢেহকা, নৰম, অকঠিন।

**৩৬১ সংশোধন**

**বি.** সংশোধন, সংস্কাৰ, শুধৰণি। প্ৰতিকাৰ, প্ৰতিবিধান; আষুধি।
শুধৰোৱা—, কাটকুট কৰা—, সালসলনি কৰা—। মেৰামতি, জীৰ্ণোদ্ধাৰ, নৱীকৰণ, নৱীভৱন।
পবিত্ৰ কৰণ, নিৰ্ম্মলি কৰণ; নিৰ্ভুল কৰণ, অশুদ্ধ গুচোৱা—।
মীমাংসা।
ভ্ৰম সংশোধন, ভুল সংশোধন, অশুদ্ধি সংশোধন। লিপি সংশোধন, আৰ্হিকাকত সংশোধন।

**বিণ.** সংশোধিত, সংস্কৃত। মীমাংসিত।

**বিণ./বি.** সংশোধক, সংশোধনকাৰী; সংস্কাৰক।

**৩৬২ ধৰা কাৰ্য্য**

**বি.** ধৰা—, ধৰা-মেলা, ধৰাধৰি, ধৰ-পাকড়,
হেঁচি ধৰা—, জপটিয়াই ধৰা—, চেপি ধৰা—।
আলিঙ্গন, সাবটি ধৰা—, সাবটা সাবটি। খামোচ। মুঠি মাৰি ধৰা—।
বন্ধা—, বন্দন।
গ্ৰেপ্তাৰ, বন্দী কৰা—। আটক। কয়েদ, বন্ধন। দৃঢ়মুষ্ঠি, বজ্ৰমুষ্ঠি, কঢ়ামুঠি।
হাতল, হেণ্ডেল, ৰিং। ফৰচেপ্চ। ভাইচ।

**বিণ.** ধৃত; আবদ্ধ; আটকাধীন।
হস্তধৃত, কৰধৃত।
ধৰিবলগীয়া, ধৰ্ত্তব্যং।

**[বিপ.]** ন ধৰ্ত্তব্যং।

**বিণ./বি.** ধৰোঁতা।

**ক্ৰি. বিণ.** হতা-হতিকৈ, হাতে হাতে ধৰি, হতা-বকতাকৈ, ধৰা-ধৰিকৈ, ধৰা-মেলাকৈ। সাবটা-সাবটিকৈ।

**৩৬৩ বন্ধন**

**বি.** বন্ধন, বান্ধোন, ডোৰ, গাঁঠি, বান্ধ; সাঙোৰ, বন্ধনী, বেষ্টন। গ্ৰন্থিবন্ধন; লগুণ (লগন) গাঁঠি। গোঁঠনি, গাঁথনি। গ্ৰন্থি; গুনঠি। লাগি ধৰা—, কামোৰ খাই ধৰা—, জোৰা লগা—,

জোৰা দিয়া—। আট খোৰা—, আট লোৰা—। টান মাৰি ধৰা—, আটি ধৰা। আটক। বেৰা।

সুতা, সূত্ৰ, চুত্‌লি, ফহতি, পঘা, এৰাল, আঁৰাল, দৰখ; জৰি, বটিয়া, বটীয়া, ৰছী, টঙাল, ৰজ্জু, গুণ; ফঁই, ধুৰ, পাশ, লেজু, নাকী। নাৰিকলৰ ৰছী, শণৰছী; চামৰাৰ ৰছী, চৰ্ম্ম ৰজ্জু, ফিতা। টেʼপ।

শিকলি, শৃঙ্খল, নিহল, বাগুা, বেৰী, জিঁজিৰি, জিঞ্জিৰি। ছান্দনি, নগৰা, কণাৰি।

তাঁৰ, তন্ত্ৰী, গুণা।

আঠা, গাম আঠা, এধেছিভ।

পিন, আলপিন; কাঁটা; গজাল, ফুটিগজাল; বল্টু, স্ক্ৰু, নাট; ক্লিপ; হুক; জিপ ফাস্‌নাৰ; বুতাম; সেফটিপিন; বকলস্।

চিমেণ্ট, মৰ্টাৰ, বিলাতীমাটি; চুন, সুৰকি।

বেজি।

খিলি,অৰ্গল।

হেঁচনী, ঠেকা, ভেজা, ঢোকা, ঢোকা-ভেজা, তেঠেক্‌না।

বিণ. বদ্ধ, আৱদ্ধ। পাশবদ্ধ, ৰজ্জুবদ্ধ; শৃঙ্খলিত।

গ্ৰথিত, প্ৰোথিত। নিকপকপীয়া।

যুক্ত, সংযুক্ত।

লেজুৰা। লেকেটা, লেকেটীয়া, লিকটা। এৰাল দিয়া, নাকী লগোৱা।

বিণ./বি. গোঁঠোতা।

ক্ৰি. বিণ. আটি আটি, টানি টানি, গোটাই গোটাই, মেৰাই মেৰাই, মেৰিয়াই মেৰিয়াই।

**৩৬৪ আঁজোৰ**

বি. আঁজোৰ, টান, আঁজুৰি অনা—, আকৰ্ষণ। টনা-আঁজোৰা।

আঁজোৰ-পিজোৰ; আঁজোৰা-আঁজুৰি; টনাটনি।

ক্ৰি. বিণ. আঁজুৰি—, পিঁজুৰি।

**৩৬৫ শিথিলতা**

বি. শিথিলতা, শৈথিল্য, শ্লথতা।

লৰ-ফৰ কৰা—, লৰ-চৰ কৰা—, লৰা-ফৰা কৰা—, লৰা-চৰা কৰা—, হাদাং, হাদাঙি, হাদানি, উদং।

বিণ. শিথিল, শ্লথ, ঢিলা, সোপা ঢিলা, লাক-পাক, ঢিলা-সোলোকা, সোলোকা, সোলোক-ঢোলোক, জলম-জটম, লোলা-সোলা; লৰি থকা—, ওলোম-জোলোম, লকৰ-পকৰ, লৰক-ফৰক, থৰক-বৰক, ঢলো-পৰো। লেমলেমীয়া। ঢিলা-পকীয়া।

লাগাম নোহোৱা; উদঙীয়া। লাগবান্ধ নোহোৱা।

খোলা, মেলা, বান্ধ খোলা, মুকলি, আলুলায়িত, অসম্বদ্ধ, উন্মুক্ত, আউল-জাউল, আউলী-জাউলী। আউল-বাউল, আউলী-বাউলী।

ক্ৰি. বিণ. শিথিলভাৱে, ঢিলা-সোলোকাকৈ, জলম-জটম কৈ, ওলোম-জোলোমকৈ, লাগবান্ধ নোহোৱাকৈ, আউল-জাউলকৈ, আউলী-জাউলীকৈ, মুক্‌লিকৈ।

আউল-বাউলকৈ, আউলী-বাউলীকৈ' হেলেক লেকীয়াকৈ।

**৩৬৬ ভাঁজ**

বি ভাঁজ, কৈঁকুৰি, তৰপ, জাপ, পাক, জেঙুৰ, মেচ, বক্ৰতা, কোঁচ, মোকোটা, মোটোক, দোৰোল, তাও। বেঁকা কৰা—।

বিণ. ভাঁজ খোৱা, ভাঁজুৰা, ভঁজুৰা, পাক খোৱা, বেঁকা, বক্ৰ, কোঁচ খোৱা, ভাঁজ ভগা; কেঁকোৰা, টৌ খেলোৱা, কেঁকোৰা-কেঁকুৰি, মেচা, বাৰভঁজীয়া, বেঁকা-বেঁকি, বেঁকামুৰা, বেকেটা, বেকেটামুৰা; বেঁকোৰা, বেকোৰা-বেঁকুৰি, ভেঙুৰা, ভেঙুৰা-ভেঙুৰি, ভেঙুৰীয়া, ভেঙুৰ-ভেঙুৰ।

শোটমোট, শোটমোট খোৱা—। ঠোলা-পৰা।

দুভাঁজীয়া, দুতৰপীয়া।

[বিপ.] ভাঁজহীন, ভাঁজ নোহোৱা, ইস্ত্ৰি কৰা; অকুঞ্চিত; মসৃণ।

ক্ৰি বিণ. ভাঁজে ভাঁজে, জাপে জাপে, তৰপা-তৰপে, তৰপে-তৰপে।

**৩৬৭ ছিদ্ৰ**

বি ছিদ্ৰ, ফুটা, ফাঁট, জলা, ৰন্ধ্ৰ, ফাঁক, বিন্ধা।

জালি, জলঙা, সুৰুঙা, ফটা-ফুটা। ধোঁৱা-নলা, চিমনি।

সুৰঙ্গ, সুৰঙ্গপথ, টানেল। গাঁত, গৰ্ত্ত, খলি, খোৰ; সীন্দা-পাৰা। ধোন্দ, খোৰোং, ফোঁপ।

দোষ, কেঁৰ, আঁৰ, আঁৰ-কেকোৰা। খুঁত।

বিণ. ছিদ্ৰযুক্ত, ছিদ্ৰময়। চিৰলি-চিৰলি। ছিৰাছিৰ, জীৰিলি, ভোমোলা, ফোঁপাল, ফোঁপোলা, ফোঁপী। জবৌৰৰা, উকখা।

দোষ-যুক্ত, দোষ-দুষ্ট। জালিকটা। গত্তুৰা। ধোন্দাল, ধোন্দোলা।

[ বিপ.] বিণ. নিশ্ছিদ্ৰ, ছিদ্ৰহীন। নিসন্ধি, নিৰন্ধ্ৰ। নিৰ্ফোঁপাল, নিৰ্ফোঁপী।

বিণ./বি. ছিদ্ৰান্বেষী। বাঢ়েটোকা।

ক্ৰি.বিণ. নিসন্ধিকৈ।

**৩৬৮ খনন**

বি. খনন, খন্দা—। খাল খন্দা—, পুখুৰী খন্দা—।

নলা খন্দা—। এক্সকেভেশ্বন, খনন কাৰ্য্য। খাদ; গাঁত; খাল; কুঁৱা।

খননযন্ত্ৰ। কোৰ, কোদাল, কোদালি; খুৰপি, খন্তি, চিপৰাং, চাবল। নাঙল।

বিণ. খনা, খনিত।

বিণ./বি. খননকাৰী, খানোতা, খান্দোতা, কোদালিয়া।

# ১৩ মনন-জ্ঞান-জ্ঞাপন



**৩৬৯ চিন্তা**

**বি.** চিন্তা, ভাৱনা, চিন্তাভাৱনা; দুশ্চিন্তা, দুৰ্ভাৱনা, চিন্তনি, চিতনি; ৰা-বা, উদ্বেগ, চিন্তামগ্নতা, চিন্তাক্লিষ্টতা, ঘুমনি, চিন্তন। ভাবিচিন্তি চোৱা—, গুণি-পিটি চোৱা—, ভাব-চিন্তা, ধান্দা, ধান্ধা, ধুন্দা। গুণা-গঁথা কৰা—, মাঠি-মুঠি থকা—, গমি গপি চোৱা—, ভাবি চোৱা—। গমি পিটি চোৱা—, টং কৰি চোৱা—। টলকি চোৱা—।

মনন, ধ্যান, অনুধ্যান, অনুচিন্তন, অনুচিন্তা, অনুধাৱন, অৱধান, প্ৰণিধান, গুণন, গুণনি।

পৰিকল্পনা।

কল্পনা। বিবেচনা, বিচাৰ। ধ্যানধাৰণা।

ভাবোদয়, ভাবোদ্ৰেক, ভাবোন্মেষ।

মূৰ ঘমোৱা, মাথা খটোৱা—, বুদ্ধি খটোৱা—।

ভবা—। সাত পাঁচ গুণা—। ভবা-চিন্তা কৰা—। অনুমান, আন্দাজ, অনুমিতি, ধাৰণা, অনুভৱ, পূৰ্ব্বজ্ঞান, অগ্ৰজ্ঞান, পূৰ্ব্বধাৰণা, পূৰ্ব্বাভাস; পূৰ্বনিৰ্ধাৰণ, পূৰ্বপৰিকল্পনা।

পৰিকল্পনা, পৰিচিন্তন; সংকল্প, নিৰ্ধাৰণ। পশ্চাৎচিন্তা, পশ্চাদ্বোধ, অনুবোধ, পিচত মনত পেলোৱা—।

মননশীলতা; চিন্তাশীলতা।

চিন্তাশক্তি, বিচাৰক্ষমতা।

চিন্তাৰ খোৰাক, চিন্তাৰ বিষয়, বিবেচ্য বিষয়, আলোচ্য বিষয়।

সুচিন্তা, সাধুচিন্তা, সচিচন্তা।

আকাশকুসুম কল্পনা। দুশ্চিন্তা। আলাসত চাং পতা।

লাগবান্ধ নোহোৱা চিন্তা। অসাৰ্থক চিন্তা। খামখেয়ালি।

**বিণ.** সুচিন্তিত, সুবিবেচিত; চিন্তাপূৰ্ণ, চিন্তাসমৃদ্ধ, চিন্তাযুক্ত। কৃতসংকল্প, কৃতনিশ্চয়, স্থিৰনিশ্চয়।

পৰিকল্পিত।

চিন্তনীয়, মননীয়, ভাৱনীয়, ভাবনাৰ্হ, চিন্তনযোগ্য, অনুধাৱনীয়, অনুধ্যেয়, অনুধাৱিত, অনুধ্যানীয়, চিন্তয়িতব্য, মননযোগ্য, ধ্যেয়, ভাব্য; বিবেচ্য, বিবেচনাযোগ্য, বিচাৰ্য্য।

চিন্তাজনক।

আনুমানিক, অনুমানলব্ধ, অনুমানপ্ৰসূত।

অনুমিত; অনুমেয়। আন্দাজী।

অনুমানসাধ্য, চিন্তাগম্য, ধ্যানগম্য, চিন্তাসাধ্য।

অনুমানজনক, অনুমাপক,

**বিণ./বি.** চিন্তাশীল, মননশীল, মনস্বী, চিন্তাবিদ, চিন্তাবান, চিন্তাকাৰী, অনুধ্যায়ী, চিন্তয়িতা, ভাবয়িতা; ধ্যাতা, ধ্যানী, ধ্যানশীল; ভাৱক, ভাবুক; স্থিতধী, কৃতধী, বিবেচক, বিবেচনাকাৰী।

চিন্তিত, চিন্তাকুল, খিন্ন।

অনুমানকাৰী।

চিন্তাবিষ্ট, চিন্তান্বিত, চিন্তামগ্ন, চিন্তানিমগ্ন; ধ্যানগম্ভীৰ।

ভাবপ্ৰৱণ, ভাবনাপ্ৰৱণ, চিন্তাপ্ৰৱণ।

চিন্তোতা।

**ক্ৰি. বিণ.** ভাবি-চিন্তি, মাঠি-মুঠি, ভাবি-গুণি, গুণি-পিটি, ভবা-গুণা কৰি, ভবা-চিন্তা কৰি, গুণা-গঁথা কৰি। মূৰ ঘুমাই।

**৩৭০ অচিন্তা**

**বি.** অচিন্তা, অবিবেচনা, নিৰ্ব্বিচাৰ, চিন্তাভাব।

অপ্ৰত্যাশা। অচিন্তনীয়তা, অচিন্তনীয়ত্ব।

অপৰিণামদৰ্শিতা, অসমীক্ষ্যকাৰিতা, অবিমৃষ্যকাৰিতা, হঠকাৰিতা, আগপাচ নুগুণা—, বিচাৰমূঢ়তা, বিচাৰহীনতা, হঠকাৰিতা।

**বিণ.** অবিবেচনাপ্ৰসূত। উখামুখা, আঁকৰামুৰীয়া, আঁবেজেঙীয়া। অচিন্তনীয়,অচিন্ত্য, চিন্তাতীত, চিন্তাৰহিত, অভাৱনীয়, অননুমেয়, অসম্ভাব্য।

অবিবেচিত, অচিন্তিত। অকল্পিত, অপৰিকল্পিত।

অতৰ্কিত, আকস্মিক; অপ্ৰত্যাশিত, অনপেক্ষিত।

**বিণ./বি.** অবিবেচক, বিচাৰমূঢ়, বিবেচনাৰহিত, বিবেচনাহীন, অজিজ্ঞাসী, কাণ্ডজ্ঞানশূন্য, অপৰিণামদৰ্শী, অসমীক্ষ্যকাৰী। হঠকাৰী, অবিমৃষ্যকাৰী।

**ক্ৰি. বিণ.** আগপাচ নুগুনাকৈ, ভাবিচিন্তি নোচোৱাকৈ, বিচাৰ বিবেচনা নকৰাকৈ, সাতপাঁচ নভবাকৈ, নভবা নিচিন্তাকৈ, জধে-মধে, জাপে-দলে, জাপে-মূলে।

**৩৭১ বুদ্ধি**

**বি.** বুদ্ধি, বুধি, বুধি-সুধি, বুদ্ধিমত্তা, ধী, ধীশক্তি, মেধা, মতি, বিচাৰ-বুদ্ধি। বুদ্ধিবৃত্তি, প্ৰজ্ঞান, বোধি, বোধশক্তি। আক্কেল, আকল।

জ্ঞান-বুদ্ধি, বোধ, সহজবুদ্ধি, সাধাৰণ জ্ঞান। জ্ঞান চক্ষু।

মননশীলতা।

বিবেচনা, বিচাৰশক্তি, বিবেচনা শক্তি, বিচক্ষণতা।

যুক্তি, বিমৰ্শ, বিমৰ্শন।

উপস্থিত বুদ্ধি, প্ৰত্যুৎপন্নমতিত্ব, প্ৰত্যুতপন্নমতিসম্পন্নতা।
সূক্ষ্মবুদ্ধি, সূক্ষ্মদৰ্শিতা।
চালাকি, চতুৰতা, চাতুৰী, চতুৰালি, টেঙৰালি, টাং-টিঙালি, বাগি, বাগি-বুগা, বগিয়া-বগি। ধূৰ্ত্তালি, ধূৰ্ত্তামি, ফন্দি, ফন্দ, কুমন্ত্ৰণা, কূট, কৌশল, কূটকৌশল, মতলব, অভিপ্ৰায়। টাবুৰি-ভাবুৰি, ফাকতি-ফুকুতা; ছলনা। চল-চাতুৰী।
সুবুদ্ধি, শুভবুদ্ধি, সুমতি, সুমত, সদ্‌বুদ্ধি, হিতবুদ্ধি।
দুৰ্ব্বুদ্ধি, কুবুদ্ধি, মন্দবুদ্ধি, দুষ্টবুদ্ধি; দুৰ্ম্মতি, মন্দমতি, কুটিলতা, কুটিলালি, অতিবুদ্ধি।
বোধগম্যতা, সহজবোধ্যতা, সুবোধ্যতা।
ধীগুণ, বুদ্ধিগুণ [কৌতূহল; শ্ৰৱণ; আহৰণ; (স্মৃতিত) ধাৰণ; স্মৰণ; সন্দেহ; তৰ্ক; নিৰসন; অৰ্থবোধ; মৰ্ম্মাৱধাৰণ]।
বোধোদয়, চৈতন্যোদয়, চকুমেল খোৱা—।
হুঁচ অহা—।
বিণ. বুদ্ধিগম্য, বুদ্ধিলভ্য, বুদ্ধিগ্ৰাহ্য, বোধ্য; সুবোধ্য, সহজবোধ্য।
যুক্তিগ্ৰাহ্য, যুক্তিপূৰ্ণ।
বুদ্ধিদীপ্ত।
বিবেচিত, বিচিন্তিত।
বিণ./বি. বুধিয়ক, বুদ্ধিমান, বুদ্ধিমন্ত, ধীমান, ধীসম্পন্ন, বুদ্ধিশালী, মেধাবী, মেধাযুক্ত, মেধাবান, মতিমান, প্ৰাপ্তবুদ্ধি, বুদ্ধিত বৃহস্পতি। তীখৰ চিং, তীখৰ বাজ। টেঙৰ, টেঁটন, টেটোন, টেটন, চতুৰ, চালাক, ঘাগী, ঘাগু। সাতঘাটৰ চেঙেলী, তৰ-চেঙেলী, সাতবিহুৰ সৈয়াকণী। ফুটিয়াল, ফুটমনিয়াৰ, ফুটবনিয়া।
স্থিৰবুদ্ধি, স্থিতবুদ্ধি, স্থিৰমতি, স্থিতধী, কূটবুদ্ধি, স্থিতপ্ৰজ্ঞ, অচঞ্চলমতি।
তীক্ষ্ণবুদ্ধি, তীক্ষ্ণধী, ক্ষুৰধাৰবুদ্ধি, কুশাগ্ৰবুদ্ধি, শাণিতবুদ্ধি; প্ৰখৰবুদ্ধি, প্ৰশস্তবুদ্ধি।
বিবেচক, বিচক্ষণ, বিজ্ঞ, প্ৰাজ্ঞ, জ্ঞানবান, প্ৰজ্ঞাবান, মননশীল, বিদগ্ধ, জ্ঞানে-গৰকা, কথা-গৰকা।
ৰসিক, বেত্তা, বোদ্ধা, সমজদাৰ।
কাণ্ডজ্ঞান সম্পন্ন।
বুদ্ধিজীৱী।
সুবোধ, বোধযুক্ত, সুবুদ্ধি, সুবুদ্ধিশালী, সুমতি।
চালাক, চতুৰ, চতৰা, বাগিয়াৰ, খলুৱা, চালাক-চতুৰ, সপ্ৰতিভ; প্ৰত্যুৎপন্নমতি, প্ৰত্যুৎপন্নমতিসম্পন্ন। ধূৰ্ত্ত, টেঙৰ, শলাল, টিমক; টটা টিঙা; ফন্দিয়ক, ফন্দিয়াৰ, ফন্দী; মহাফন্দ, টেটন, টেটোন, নোম-টেঙৰ, নাড়ী-কপটীয়া, টৰিয়া, টৰিবাজ, সিয়ান, সলি-সিয়ান। ঘটিয়া, ঘটিয়া-শিঙৰা। মন্দমতি, মতিচ্ছন্ন, মন্দবুদ্ধি, কূটবুধীয়া, শঠ। বিটল, বিটলীয়া। দুষ্টবুদ্ধি, কুবুদ্ধি, কুবুধীয়া, মূঢ়ধী; চয়তান।
ক্ৰি. বিণ. ফন্দে-ফান্দে।

৩৭২ নিৰ্বুদ্ধিতা

বি. নিৰ্বুদ্ধিতা, নিৰ্ব্বোধতা, বুদ্ধিশূন্যতা, বুদ্ধিহীনতা; মূৰ্খতা, মূৰ্খালি, মূৰ্খামি।
অজ্ঞতা, অজ্ঞানতা, মূঢ়তা, আজলালি, মেহেঙা-মেহেঙি।
বুদ্ধিভ্ৰম, বুদ্ধিনাশ, বুদ্ধিভ্ৰংশ, বুদ্ধি বৈকল্য, বুদ্ধি লোপ, বুদ্ধিহানি, বিমোৰ।
মতিভ্ৰংশ, মতিবিভ্ৰম, মতিভ্ৰম, মতিভ্ৰান্তি, চিত্তভ্ৰংশ, হতবুদ্ধি হোৱা—, থতমত।
অবিবেচনা, বিবেচনাভাৱ, অদূৰদৰ্শিতা, আগপাচ গুণি নোচোৱা—, অপৰিণামদৰ্শিতা।
দুৰ্বুদ্ধি, কুবুদ্ধি, মন্দবুদ্ধি, কুমতি, দুৰ্ম্মতি, কুবুধীয়া, দুষ্টবুদ্ধি, অসৎবুদ্ধি। চয়তানি।
বিণ./বি. নিৰ্ব্বোধ, অবুদ্ধি, বুদ্ধিহীন, বুদ্ধিশূন্য, বে বুজ, হতবুদ্ধি, স্থূলবুদ্ধি, অহম্মক, ভোদা, দগধা, দাগধী (স্ত্ৰী), আওগৰু, গমা-গৰু, গোটকাঠ, গোটগৰু, গোমাৰ্গা, গো-মূৰ্খ, অজ, অজগৌ, অজগৌ। আজান, মূৰ্খ, অজমূৰ্খ, মহামূৰ্খ, জধামূৰ্খ, মূৰুখমতি; অপটুৱা।
ভেলেঙা, ভেলেঙী (স্ত্ৰী), ভেদেঙা, ভেলেকা, ভেবা, ভেবাবাম, ভেবুৱা, হাবাং, হেবাং, হেলাইবাং, আঁকৰা, আঁকৰী (স্ত্ৰী), ভাঁকৰা, ভাঁকৰী। আঁকৰা-মূৰীয়া, আঁকৰীমূৰী (স্ত্ৰী)। হোলগোজ, অজলা, আনাড়ী, আনাৰী, অজলা-আবৰা, আবৰা, আঁকৰা-আবৰা, আজলা, অবালচন্দ, অবালক। অপৰিণত বুদ্ধি, অল্পবুদ্ধি, অল্পমতি, ক্ষীণমতি, ক্ষীণ-বুদ্ধি, অল্পধী, ক্ষুদ্ৰবুদ্ধি, জড়বুদ্ধি।
মূঢ়মতি, মতিভ্ৰষ্ট, ভ্ৰান্তমতি। নষ্টবুদ্ধি, মতিচ্ছন্ন, হতজ্ঞান, হতবুদ্ধি।
ফোপ-চুঙা, অবুজ, বিবুজ, আপট, নিৰ্ব্বোধ, মেহেঙা, জপৰ্জলি, জপৰ্জলৌ, জলধা, আলাভুলা, আলাভোলা, অচতুৰ।
অবিবেচক, বিবেচনাহীন, বিবেচনাশূন্য; অদূৰদৰ্শী, অপৰিণামদৰ্শী।

৩৭৩ কল্পনা

বি. কল্পনা; পৰিকল্পনা; জল্পনা; জল্পনা-কল্পনা, পাং।
কল্পনাপ্ৰৱণতা, ভাবপ্ৰৱণতা, ভাববিলাস, ভাববিলাসিতা, কল্পনাবিলাস।
কল্পনাশক্তি।
কষ্টকল্পনা। আকাশকুসুম কল্পনা, দিবাস্বপ্ন।

ৰূপকথা; কল্পলোক, কল্পনাজগত, এল ডোৰাডো।
অবাস্তৱতা। যাদু। মায়া, হৰণলুকি, হৰলুকি। উকমুকৰ পোৱালি। কালাচোৰ।
চিত্ৰকল্প, ৰূপকল্প।
কল্পতৰু, কল্পদ্ৰুম, কল্পবৃক্ষ; বাঞ্ছাকল্পতৰু।
মানসমূৰ্ত্তি; মানসপ্ৰতিমা; মানসসুন্দৰী।

**বিণ.** কাল্পনিক, আনুমানিক।
অলীক, অবাস্তৱ। মায়িক।
কল্পিত, জল্পিত, ভিত্তিহীন; মনে-সজা, মনে-পতা। কষ্টকল্পিত; মানসসৃষ্টি, কল্পনাপ্ৰসূত।
পৰিকল্পিত, উদ্ভাৱিত।
কল্পনাশ্ৰয়ী, কল্পনানিৰ্ভৰ।

**বিণ./বি.** কল্পনাকাৰী, কল্পনাপ্ৰিয়, কল্পনাবিলাসী, কল্পনাপ্ৰৱণ, ভাববিলাসী, ভাবগ্ৰাহী, ভাবোন্মাদ, ভাবোন্মত্ত, ৰোমাণ্টিক।
পৰিকল্পনাকাৰী; উদ্ভাৱক।

**ক্ৰিয়া পদ ঃ** মনে কৰা, ভাবি লোৱা, ধৰি লোৱা, ধৰিবাঁ।

**৩৭৪ উদ্ভাৱন**

**বি.** উদ্ভাৱন, উদ্ভাৱনা, আবিষ্কাৰ, আবিষ্ক্ৰিয়া, আবিষ্কৰণ, সমুদ্ভাৱনা।
উদ্ভাৱনক্ষমতা, উদ্ভাৱনীশক্তি, সৃজনশীলতা, সৃজনীশক্তি।
স্বকীয়তা, মৌলিকতা।
সৃষ্টি, স্ৰজন।

**বিণ.** উদ্ভাৱিত, সমুদ্ভাৱিত। আবিষ্কৃত। সৃষ্ট।
উদ্ভাৱনী, সৃজনশীল, সৃষ্টিশীল।
উদ্ভাৱনীয়, উদ্ভাব্য।

**বিণ./বি.** উদ্ভাৱক, উদ্ভাৱয়িতা, উদ্ভাৱনকাৰী; আবিষ্কাৰক, আবিষ্কৰ্ত্তা, আবিষ্কাৰকাৰী, আবিষ্কাৰ কৰোঁতা।

**৩৭৫ নিৰ্ণয়**

**বি.** নিৰ্ণয়, নিৰ্দ্ধাৰণ, নিৰূপণ, অৱধাৰণা, মীমাংসা, সিদ্ধান্ত, নিষ্পত্তি, হেস্ত-নেস্ত। প্ৰতিপাদন। নিশ্চয়তা। স্থিৰসিদ্ধান্ত, শেষকথা।
স্থিৰীকৰণ, স্থিৰ কৰা—, ঠিক কৰা—।
নিশ্চিত কৰা—। কটা-চিঙা কৰা—। চয়-নিচয় কৰা—।
ৰায়দান কৰা—। ফয়চলা।

**বিণ.** নিৰ্ণীত, নিৰ্দ্ধাৰিণ, অৱধাৰিত, নিৰূপিত, বিনিৰ্ণীত, স্থিৰীকৃত।
খাটাং, থিৰাং, ছিদাং, নিৰ্ধাৰ্য্য।
স্থিৰ, নিশ্চিত; নিৰ্দ্দিষ্ট, ধাৰ্য। কৃতনিশ্চয়। মীমাংসিত, দহদহীয়া।
সিদ্ধান্তমূলক। প্ৰতিপন্ন। সাব্যস্ত।

**বিণ./বি.** নিৰ্ণায়ক, নিৰ্ণয়কাৰক, নিৰ্ণয়কাৰী, নিৰ্ণেতা, নিৰ্দ্ধাৰক, নিৰ্ধাৰক, মীমাংসক, মীমাংসাকাৰী।
নিষ্পাদক, প্ৰতিপাদক, নিশ্চয়কাৰক।

**ক্ৰি.বিণ.** খাটাং কৈ, ছিদাংকৈ, থিৰাংকৈ।

**৩৭৬ বিবেচনা**

**বি.** বিবেচনা, বিচাৰ, বিচাৰ-বিবেচনা, মোচাবিদা, ভাবি-চিন্তি চোৱা—, ভাবনা-চিন্তা। বিমৰ্শ।
সমীক্ষা, সমীক্ষণ, ভাল-বেয়া বিচাৰ কৰা—।
আগপিচ ভাবি-গুণি চোৱা—।
পুনৰ্বিচাৰ, পুনৰ্বিবেচনা।
সমীক্ষা, সমীক্ষণ, মূল্যায়ন, পৰ্য্যালোচনা, গৱেষণা, তত্ত্বানুসন্ধান, তত্ত্বানুশীলন, অনুসন্ধান; পৰীক্ষা, ইস্তাহান, মহলা; পৰীক্ষণ, পৰীক্ষা-নিৰীক্ষা।
সঁচা-মিছা বিচাৰ, ভাল-বেয়া বিচাৰ।
বাছ-বিচাৰ। চালিজাৰি চোৱা—।
জাৰি-জোকাৰি চোৱা—। ফঁহিয়াই চোৱা—। ভবা-চিন্তা কৰা; গুণা-গঁথা কৰা—। গমি-পিটি চোৱা—। গমা-পিটা কৰা—।
গম গতি বুজা—। চালি-জাৰি চোৱা—। গড়-মিল।

**বিণ.** বিবেচিত, সম্যকবিবেচিত। সুবিবেচিত, সুবিমৰ্শিত।
সমীক্ষিত, পৰ্য্যালোচিত, পৰ্য্যবেক্ষিত, পৰীক্ষিত, নিকষিত, নিৰীক্ষিত।
সমীক্ষণীয়, পৰ্য্যালোচনীয়, গৱেষণীয়।
বিবেচনাপ্ৰসূত, বিবেচনালব্ধ, বিচাৰ লব্ধ; পৰীক্ষালব্ধ, গৱেষণালব্ধ।

**বিণ./বি.** বিবেচক, বিচাৰকাৰী, বিচাৰ কৰোঁতা, বিচাৰকৰ্ত্তা।
সমীক্ষক, সমীক্ষাকাৰী, মূল্যায়নকাৰী, পৰ্য্যালোচক।
গৱেষক, গৱেষণাকাৰী; অনুসন্ধানকাৰী;
পৰীক্ষক, পৰ্য্যবেক্ষক, পৰ্য্যবেক্ষণকাৰী, নিৰীক্ষক।

**ক্ৰি. বিণ.** মাঠি মুঠি, ভাবি-চিন্তি, গুণি-পিটি, গমি-পিটি।

**৩৭৭ কাৰণ**

**বি.** কাৰণ, হেতু, নিমিত্ত, মূল সূত্ৰ, আদি কাৰণ, মূল কাৰণ, গুৰি-কথা, তা-না-না, বনি, লেচু, কাৰণি। উদ্দেশ্য, উপলক্ষ, প্ৰয়োজন।
যুক্তি, ন্যায়, কাৰ্য্যকাৰণ, কাৰ্য্যকাৰণ সম্বন্ধ; যৌক্তিকতা।
যুক্তিযুক্ততা, যুক্তিনিৰ্ভৰতা।
ওজৰ, আপত্তি, ওজৰ-আপত্তি, বইচ-বাইচ, অচিলা, অজুহাত, ছুটা, চেলু, বাহনা, লিপিচ, দোহাই, বিনাকাৰণ, নিমিত্তমাত্ৰ, ফিকিৰ, ফন্দি।

**অব্য./ক্ৰি.বিণ.** কাৰণে, কাণ্ডে, কাৰণত, যহত, গুণত, এইনিমিত্তে, সেই নিমিত্তে, নিদানে, নিমিত্তে, হেতুকে, হেতু, নিগুণে, এই হেতু, সেই হেতু, যি হেতু, সেই গুণে, সেই কাৰণে, সেইবাবে,

সেইদেখি; এই কাৰণে, এই বাবে।
অতএৱ, গতিকে, এই বুলি, সেই বুলি। হেনে জানি, হেনজানি।
কিয়নো; এতেকে, এতেকতে; এই গতিকে, এই নিমিত্তে, এইদেখি। কাজেই, কাজে কাজেই; কাৰ্য্যবশতঃ। অগত্যা, উপায় নেপাই, বাধ্য হৈ।
নহ'লে, নচেৎ।
অথচ, কিন্তু, তেও, তেও বুলিও, তত্ৰাচ, তথাপি, তথাপিতো, তৎসত্ত্বেও।
সাতে-পাঁচে, সাতে-সতৰে, সাতে-সোতৰই।
যদি, যদিও। যদিও বা, যদিচ, যদ্যপি, যদিষ্যাৎ, যদিহে। ভালেহে, ভালেতো।
মূৰে, সলনি, পৰিবৰ্ত্তে। ছাৰি।

৩৭৮ **অযৌক্তিকতা**

বি. অযৌক্তিকতা, যুক্তিহীনতা, অনুপপত্তি, অযুক্তি, অযুক্তিযুক্ততা, কাৰণহীনতা, অকাৰণতা, অৰ্থহীনতা, নিৰৰ্থকতা, অসাৰতা, অসমীচীনতা, অযথাৰ্থতা, অযাথাৰ্থ্য। অপ্ৰাসঙ্গিকতা, অসংলগ্নতা, অবান্তৰতা। কুতৰ্ক; কুযুক্তি, অপ্ৰমাণ।
অবাব,অনাহক, অনাৱশ্যক, নাহক, মিছামিছি। অকাৰণ, এলাপাক। অগ্ৰংবগ্ৰং। বাজে কথা, আবৰি-বিবৰি। আওকথা।
বিণ অযৌক্তিক, যুক্তিহীন, যুক্তিবিৰুদ্ধ, অযুক্তিযুক্ত, অযুক্তিসিদ্ধ, অকাৰণ, কাৰণহীন, অৰ্থহীন, অনৰ্থক, নিৰৰ্থক, অসাৰ, অমূলক, অসঙ্গত। অহেতুক, অহৈতুকী, অহেতুকী, অযুক্তিসঙ্গত, অযুক্তিসন্মত, অযথাৰ্থ। বাজে, আজে-বাজে, আল্‌বাল, বাৰে-ভচহু, লাগবান্ধ নোহোৱা, আগ গুৰি নোহোৱা, অসংলগ্ন, অমূলক, ফেচফেচীয়া, ভিত্তিহীন, অপ্ৰাসঙ্গিক, অবান্তৰ, আংবাং। আওকথীয়া।
ক্ৰি. বিণ. এনেয়ে, বিনা কাৰণে, অকাৰণত, অবাবতে, মিছাতে, মিছামিছিকৈ, আনামতে, অনৰ্থক, শুদাতে, খামাখা। এলাপাকতে।
কাৰণে-অকাৰণে, হকে-বিহকে, হোৱাই-নোহোৱাই, হোৱাতো নোহোৱাতো।

৩৭৯ **বিস্ময়**

বি. বিস্ময়, আশ্চৰ্য্য, আচৰিত হোৱা—, অবাক। চমক, দেউকি, উচাপ, চঁক, থতমত, বিবুধি, বিচূৰ্ত্তি, তভক, তবধ, তধা, তধাউৰি, তধামধা, তধামূৰি।
বিস্ময়ভাব, বিস্ময়কৰতা, আশ্চৰ্য্যজনকতা, চমৎকাৰিত্ব, বিস্ময়বিমূঢ়তা, বিমুগ্ধতা।
চকু থিৰ হোৱা—। হৰি হৰি কৰা—।
অভিনৱত্ব, অসাধাৰণত্ব, অনন্য সাধাৰণত্ব।
অবিশ্বাস্যতা। কাল্পনিকতা। আকস্মিকতা।
যাদু, যাদুবিদ্যা, যাদুখেল, ইন্দ্ৰজাল, লুকি-মুঠি, ভেল্কিবাজি, ভেলেকি বাজী, ভেলেকি, ভেলেকী বিদ্যা, ভোজ-বাজী, ইন্দ্ৰজাল বিদ্যা, খেতৰ- সাইজ, মেজিক, মায়াজাল, মায়াবিদ্যা, কুহক।
মায়াবল, যাদুবল।
যুক্তিহীনতা। অবিশ্বাস্যতা। কাল্পনিকতা। আকস্মিকতা।
ভ্ৰম, মায়া কুহক; প্ৰহেলিকা।
সন্মোহন, হিপনোটিজিম। মেসমেৰিজ্‌ম।
মোহনী, মোহনী-বাণ, মোহনী-মন্ত্ৰ।
বাণমৰা—, মন্ত্ৰকৰা—, যাদুকৰা—, কুমন্ত্ৰ কৰা—, আহুদি কৰা—, বশীকৰণ।
বাচনি চোওৱা—, সৌকামেলা—, বাটিমেলা—, ঠিকনা চোওৱা—।
বিণ বিস্ময়কৰ, বিস্ময়জনক, বিস্ময়াবহ, আশ্চৰ্য্য, আচৰিত, আশ্চৰ্য্যজনক, অত্যাশ্চৰ্য্য, চমকপ্ৰদ, চমৎকাৰ, আজব, অদ্ভুত, নাশুনা-নাভুত, নোহোৱা-নোপজা, তাজ্জব, উদ্ভট। আজগৱী, আজগুৱী।
আচহুৱা, আচাভুৱা, অনভুৱা।
অস্বাভাৱিক, অসাধাৰণ, অনন্যসাধাৰণ।
ভৌতিক, অলৌকিক। মন্ত্ৰপূত।
অভিনৱ, অপূৰ্ব্ব, অভূতপূৰ্ব্ব। অবিশ্বাস্য। অপ্ৰত্যাশিত। অভাৱনীয়। যাদুকৰী, মোহিনী।
বিস্মিত, বিস্ময়ান্বিত, বিস্ময়াভিভূত, বিস্ময়াকুল, তস্মান, ঠঠমঠ, ঠটমট, বিস্ময়াবিষ্ট, বিমূঢ়, বিস্ময়বিমূঢ়, বিস্ময়বিহ্বল, আশ্চৰ্য্যান্বিত, আচম্বিত, চমকিত, চমৎকৃত।
অবাক হতবাক, বাক্যহীন, টক, স্তব্ধ, স্তম্ভিত, মূধস্ফুট, বিস্ময়বিস্ফাৰিত, মুগ্ধ, বিমূঢ, হতভম্ব, বিহ্বল, গদ্‌গদ।
সবিস্ময়, চকিত, সচকিত।
বিণ./বি. যাদুকৰ, ঐন্দ্ৰজালিক, বাজিকৰ, টাটকীয়া, ভেল্কিবাজ; মায়াবী, কুহকী, কুহকিনী, মায়াবিনী।
ক্ৰি. বিণ বিস্ময়েৰে, সবিস্ময়ে, অবাক হৈ।
অব্য. ঔ আই, আই ঔ, উবা! হয় নেকি! আও!

৩৮০ **অনুসন্ধান**

বি. অনুসন্ধান, অন্বেষণ, সন্ধান, অন্বেষা, এষণা, বিচাৰ-খোচাৰ, তালাচ, তালাছ, খানা-তালাচ, খা-খবৰ, খবৰা-খবৰ, বুজ-বাজ, উৱাদিহ। বিচৰা—। চলাথ কৰা—।
তদন্ত, তহকিত।
গোয়েন্দাগিৰি, গুপ্তচৰবৃত্তি। পিতপিতোৱা—।
ৰহস্যসন্ধান, ৰহস্যোদঘাটন, সত্যসন্ধান, সত্যান্বেষণ,

সত্যান্বেষিতা, উৰাদিহ্, গৰু বিচৰা দিয়া—।
অনুসন্ধিৎসা। ভু, গম। তলা-নলা।
বুজ, উৰাদিহ্, বুজ-বাজ।
ৰিণ. অন্বেষিত, অন্বেষণীয়।
সন্ধানী, অনুসন্ধানী, সন্ধানমূলক, অনুসন্ধানাত্মক।
সন্ধানৰত, অনুসন্ধানৰত।
ৰিণ./ৰি. সন্ধানকাৰী, সন্ধানী, অন্বেষক, অন্বেষণকাৰক, অন্বেষণকাৰী, অন্বেষী, অনুসন্ধায়ী। অনুসন্ধিৎসু।
তদন্তকাৰী, তদন্তকৰ্ত্তা।
গোয়েন্দা, ডিটেক্‌টিভ। ৰহস্যসন্ধানী; সত্যান্বেষী।
চি. আই. ডি।
চৰ, গুপ্তচৰ, গুপ্তদূত। স্পাই। দূত। ভগ্নদূত। কটকী।

৩৮১ ৰি. জিজ্ঞাসা, সোধা—, সোধা-পোছা। প্ৰশ্ন, পৰিপ্ৰশ্ন, জেৰা।
খবৰ, খা-খবৰ, কুহুলিওৱা—, পেৰি থকা—, ৰেপি থকা—, ৰেপ (অ.ক্ৰি.)। খটিয়াই থকা—, খটিয়নি. ক কৰনি।
আঁতি-গুৰি।
জিজ্ঞাসাবাদ।
কূটপ্ৰশ্ন। প্ৰশ্নপত্ৰ।
প্ৰশ্নোত্তৰ।
জ্ঞানতৃষ্ণা, জ্ঞানতৃষা, জ্ঞানপিপাসা।
ঔৎসুক্য।
ৰিণ. জিজ্ঞাস্য, জিজ্ঞাসনীয়, প্ৰষ্টব্য, জিজ্ঞাসাৰ্হ।
জিজ্ঞাসিত, পৃষ্ট।
বিণ. বি. জিজ্ঞাসক, জিজ্ঞাসাকাৰী, প্ৰশ্নকৰ্ত্তা, প্ৰশ্নকাৰী, প্ৰাশ্নিক, সোধোতা, সোধতী।
জিজ্ঞাসু, উৎসুক কৌতূহলী, কুতুহলী।
অনুসন্ধিৎসু।
জ্ঞানপিপাসু।
ক্ৰি.বিণ. পেৰি পেৰি, ৰেপি ৰেপি, কুহুলিয়াই কুহুলিয়াই, সুধি সুধি।
কি বুলি, কি কাৰণে।

৩৮২ সন্দেহ

বি. সন্দেহ, অবিশ্বাস, সন্দিগ্ধতা; আশঙ্কা, ঢোকা। খুকুৰি, জিয়া, চোভা, ছোভা। গা চেবোৰা—।
দ্বিধা, সংশয়, দুস্তৰ্ক, খোকোজা, দ্বন্দ্ব, দ্বৈধ, ইতস্ততঃ কৰা—।
লাকি-লুকা, চুচুক-চামাক।
অনিশ্চয়, অনিশ্চয়তা।
সন্দেহপ্ৰবণতা, সন্দিগ্ধতা, সন্দেহশীলতা।
দ্বিধাগ্ৰস্ততা। টাই-টুই কৰা—।
সংশয়বাদ, অজ্ঞেয়বাদ।
কিবাকিবি।
ৰিণ. সন্দেহজনক, সন্দেহপূৰ্ণ, অপ্ৰমাণিত, অবিশ্বাস্য। অঠিক, অনিশ্চিত। সংশয়কৰ। সংশয়জনক, বিঠিক। টগৰ-বগৰ, লকৰ-পকৰ।
ৰিণ./ৰি. সন্দিগ্ধ, সন্দিহান, সন্দেহপ্ৰবণ, সন্দেহপৰায়ণ, সন্দিগ্ধচিত্ত, দ্বিধাগ্ৰস্ত, ভেকুলীৰ ভয়ত পুখুৰী নখন্দা, দুইমনা, দুই নাও দুই ভৰি, সন্দিগ্ধমনা, সন্দেহশীল, সংশয়াকুল, সন্দেহাকুল, সংশয়াপন্ন, সংশয়াত্মা।
দ্বিধাগ্ৰস্ত।
কিবা।
ক্ৰি. ৰিণ. হয়তো, হয়তোবা, কিজানি, কিবাজানি, কিজানি বা, সম্ভবতঃ, বোধহয়, বোধকৰো। যদি, যদি বা, যদিহে, যদিওবা, হয়বা নহয়। জানো, জানোবা, জানোচা, চাগে, চাঁগে, হেনো, বোলে, হ'ব পায়। অঠিককৈ।
অব্য. চোন।

৩৮৩ উত্তৰ

ৰি. উত্তৰ, জবাব, সমিচাৰ, প্ৰতিবাক্য, প্ৰতিবচন, প্ৰত্যুত্তৰ, প্ৰত্যুক্তি।
সমিধান।
প্ৰশ্নোত্তৰ; সদুত্তৰ। পত্ৰোত্তৰ।
মুখে মুখে উত্তৰ দিয়া—; কথাৰ মূৰত কথা কোৱা—; ওলোটা জবাব দিয়া—। মুখ পাতি ধৰা—, মুখ পতা—, মুখ মেলা—।
মুখ বজোৱা—, কৈফিয়ৎ, জবাবদিহি; কাৰণ দৰ্শোৱা—, ব্যাখ্যা কৰা—।
ৰিণ. উত্তৰযোগ্য, কৈফিয়ৎযোগ্য, কৈফিয়ৎমূলক।
ৰিণ./ৰি. উত্তৰদায়ক, উত্তৰদিওঁতা, উত্তৰকাৰী, জবাবদাতা, প্ৰত্যুত্তৰকাৰী, প্ৰতিবাদী।
চলৌপাতী, মুখ-চোকা, মুখ-চতুৰ, মুখাল, মুখ-বলী, মুখ-আগলিকা, দন্দুৱা; দন্দুৰী (স্ত্ৰী)। লাওপাত-কচুপাত।
ক্ৰি. ৰিণ. উত্তৰত, প্ৰত্যুত্তৰত; মুখে মুখে।

৩৮৪ উদাহৰণ

ৰি. উদাহৰণ, নিদৰ্শন, আৰ্হি, দৃষ্টান্ত, নজিৰ, নমুনা; চানেকি।
আদৰ্শ।
পাটন।
উল্লেখ, উদ্ধৃতি; প্ৰমাণ।
উদ্ধৃতাংশ।
অভিজ্ঞান, স্মাৰক, চিহ্ন। অভিলেখ।
ৰিণ. উদাহৃত, উল্লিখিত, উদ্ধৃত, উক্ত।

উদাহৰণযোগ্য, উল্লেখযোগ্য, উল্লেখনীয়, উল্লেখ্য।
উদাহৰণস্বৰূপ, দৃষ্টান্তস্বৰূপ, আৰ্হিমূলক।

৩৮৫ সংকেত

বি. সংকেত, ইঙ্গিত, তাৰ, টিপ, ঠাৰ, ইছাৰা, চিয়াৰ, ঠাৰ-চিয়াঁৰ, অঙ্গি-ভঙ্গি।
নিচান।
চকুৰ ঠাৰ, কটাক্ষ, মূৰ লৰোৱা—, হাত-বাউল, হাত-বাউলি, হাত-ঠাৰ।
আঙুলি-নিৰ্দেশ।
বিপদ-সংকেত, চাইৰেণ, পগলা-ঘণ্টা। সেউজ সংকেত; চিগ্‌নেল।

বিণ. সাংকেতিক, সংকেতপূৰ্ণ, সংকেতময়, ইঙ্গিতপূৰ্ণ, ইঙ্গিতময়।
চিহ্নিত, চিহ্নযুক্ত।

ক্রি. বিণ. ঠাৰে চিয়াৰে, ঠাৰে ঠাৰে, ইঙ্গিতেৰে, চিয়াঁৰে চিয়াঁৰে।

৩৮৬ নাম

বি. নাম, নাও, আখ্যা, অভিধা, সংজ্ঞা, প্ৰাতিপদিক, অভিধেয়।
পদবি, বংশনাম, উপনাম, উপাধি।
মতানাম, পোছাকী নাম; গুপ্তনাম; নামান্তৰ, বনাম; ওৰফে; ছদ্ম নাম।
সদনাম। বদনাম।
নামকৰণ, নাম দিয়া—, নাম ৰখা—, নামাঙ্কন।
শিৰোনাম, শিৰোনামা, শীৰ্ষনাম।
নামধাম, নামগোত্ৰ, নামঠিকনা। নামগোন্ধ। নামাঙ্ক।
নামাবলি, নামমালা।
নামফলক, নামকলি, নেমপ্লেট।

বিণ. নামক, নাম্নী, নামধাৰী, নামধেয়, নামযুক্ত, নামবিশিষ্ট, নামাঙ্কিত।
অভিধেয়, অভিহিত, উক্ত, আখ্যাত, কথিত, সংজ্ঞাপ্ৰাপ্ত, তথাকথিত।
সংজ্ঞ, জ্ঞাপক।
উপাধিধাৰী, উপাধিবিশিষ্ট, উপাধিপ্ৰাপ্ত।
সাৰ্থকনামা, নামী, নামজাদা, নামজ্বলা, স্বনামধন্য।

৩৮৭ নামহীনতা

বি. নামহীনতা, নামবিহীনতা।

বিণ. নামহীন, অনামী, অনামক, অনামিকা, বেনামী, নামবিহীন, নিনাও। অপ্ৰসিদ্ধ, অখ্যাত, অবিখ্যাত।
নামগোত্ৰহীন।

৩৮৮ নিশ্চয়তা

বি. নিশ্চয়তা, নিশ্চয়, নিচয়, চয়-নিচয়, সঁচা-মিছা, ঠিক-অঠিক, সুনিশ্চয়, সুনিশ্চয়তা, নিশ্চিতি।
স্থিৰতা, ধ্ৰুৱতা, ধ্ৰুৱত্ব।
তায়ন, তায়েন, তাইন।
নিঃসংশয়তা, নিঃসন্দেহতা, সন্দেহহীনতা, সংশয়হীনতা।
দ্বিধাহীনতা।
প্ৰত্যয়, প্ৰতীতী, বিশ্বাস।
অভ্ৰান্ততা। সত্যতা, সত্য। অব্যৰ্থতা।
নিৰ্ণয়, নিৰূপণ, নিৰ্ধাৰণ।
নিৰ্ভৰযোগ্যতা।
অব্যৰ্থতা, অমোঘতা, অৱশ্যম্ভাৱিতা, অৱশ্যম্ভাৱিত্ব, অপ্ৰতিৰোধ্যতা।

বিণ. ঠিক, সঠিক, ঠিৰাং, থিৰাং, ছিদাং, নিশ্চিত, নিৰ্ঘাত, নিশ্চয়, দহদহীয়া, সঁচা, সত্য, বিনিশ্চিত, সুনিশ্চিত।
প্ৰত্যয়িত, প্ৰতীত, নিঃসন্দেহ, নিঃসংশয়, সন্দেহহীন, অসন্দিগ্ধ।
সন্দেহাতীত, সংশয়াতীত।
নিৰ্দ্বিধ, দ্ব্যৰ্থহীন।
অনস্বীকাৰ্য্য, দ্বন্দ্বাতীত, প্ৰশ্নাতীত, প্ৰশ্নহীন, অবিতৰ্কিত।
অপ্ৰতিৰোধ্য, অমোঘ, অব্যৰ্থ, অৱশ্যম্ভাবী, অৱধাৰিত।
সঠিক; পৰম, চৰম, ধ্ৰুৱ, ধ্ৰুৱক। পকা। ঠিকঠাক।
নিৰ্ভৰযোগ্য।

ক্রি. বিণ. নিঃসন্দেহে, নিশ্চয়কৈ, নিশ্চয়ৰূপে, নিচয়কৈ, ঠাৱৰকৈ, নিচয়ে, নিশ্চিতভাৱে, ডহডহীয়াকৈ, ঠিককৈ, সঠিককৈ, ঠিৰাংকৈ, থিৰাংকৈ; ঠিকে-ঠাকে। ছিদাংকৈ। দ্ব্যৰ্থহীনভাৱে, হাঁফি, ডাঠি, দহোকুৰি। অৱশ্যে, অৱশ্যেই, নিৰ্ঘাত, অলবৎ। জৰুৰ, জৰুল।

অব্য দেখোঁ, দেখোন।

৩৮৯ উদ্দেশ্য

বি. উদ্দেশ্য, লক্ষ্য, মতলব, ইচ্ছা, অভিপ্ৰায়, আখিন্দা, অভিলাষ।
মনোবাঞ্ছা।
সংকল্প, সদভিপ্ৰায়।
কুমতলব, দুৰভিসন্ধি, দুৰ্বুদ্ধি, দুৰ্বাসনা।

বিণ. উদ্দিষ্ট, লক্ষ্য, অভিপ্ৰেত, অভিলষিত, বাঞ্ছিত, ঈপ্সিত।

বিণ./বি. উদ্দেশ্যকাৰী, উদ্দেশক।

৩৯০ বিদ্যা

বি. বিদ্যা, বিদ্যাৱত্তা, বিচক্ষণতা, শিক্ষা।
জ্ঞান, প্ৰজ্ঞা, বোধি, সম্বোধি, বোধ, অনুভাব, ব্যুৎপত্তি, প্ৰমা, প্ৰতীতি, পৰিজ্ঞান, মহাজ্ঞান; মনীষা, মনীষিতা।
পাণ্ডিত্য, শাস্ত্ৰজ্ঞান, বৈদগ্ধ্য, বিজ্ঞতা, বিজ্ঞত্ব, বিদগ্ধতা, কৃতবিদ্যতা, প্ৰাজ্ঞতা; বুদ্ধিমত্তা। বিদ্যাবল, জ্ঞানবল।

জ্ঞানালোক। জ্ঞানচক্ষু, জ্ঞানাঞ্জন।
প্ৰতিভা, প্ৰৌঢ়ি।
বহুদৰ্শিতা, সৰ্ব্বদৰ্শিতা।
অক্ষৰজ্ঞান, সাক্ষৰতা, অক্ষৰপৰিচয়।
পৰমজ্ঞান, তত্ত্বজ্ঞান। বিশ্ববীক্ষা।
আত্মজ্ঞান, আত্মতত্ত্ব।
শিক্ষা-দীক্ষা, পঢ়া-শুনা।
বোধোদয়, জ্ঞানোদয়, জ্ঞানোন্মেষ।
বিদ্যানুৰাগ, বিদ্যোৎসাহিতা, বিদ্যাসক্তি; জ্ঞানানন্দ, বোধানন্দ।
জ্ঞানতৃষ্ণা, জ্ঞানপিপাসা, জ্ঞানলিপ্সা।
জ্ঞানসঞ্চাৰ, জ্ঞানাভ্যাস, জ্ঞানচৰ্চ্চা।
অন্তৰ্দৃষ্টি, স্বচ্ছদৃষ্টি। ৰসবোধ।
জ্ঞানগৌৰৱ, জ্ঞানগৰিমা।
বিদ্বৎমণ্ডলী, বিদ্বৎসমাজ, সাৰস্বতসমাজ; পণ্ডিতসমাজ, বিদ্বজ্জন, বিদ্বদ্‌গোষ্ঠী, বিদ্বৎকুল।
বিদ্যালয়, টোল, পঢ়াশালি, স্কুল।
বিদ্যাদাতা, শিক্ষাগুৰু, অধ্যাপক, আচাৰ্য্য।
বিদ্যাৰ্থী, শিষ্য, ছাত্ৰ, ছাত্ৰ।

বিণ./বি. বিদ্বান, বিদ্যাৱান, বিদ্যাৱতী (স্ত্ৰী), কৃতবিদ্য, সুধী; শিক্ষিত, সুশিক্ষিত। বিদুষী। জনা-বুজা। সুজান। পৰিজ্ঞাত। জ্ঞানী, জানোতা, প্ৰাজ্ঞ, প্ৰজ্ঞাৱান, শাস্ত্ৰবেত্তা, বিশাৰদ, শাস্ত্ৰজ্ঞ, বিজ্ঞ, জ্ঞানৱান, জ্ঞানৱন্ত, জ্ঞানাকৰ, জ্ঞাননিষ্ঠ, জ্ঞানালংকাৰ, পণ্ডিত, বিদগ্ধ।
মনীষী; মনীষিণী (স্ত্ৰী), ভাবিনী। প্ৰতিভাৱান, প্ৰতিভাশালী, প্ৰতিভাধাৰী। অক্ষৰজ্ঞানসম্পন্ন, সাক্ষৰ। স্বশিক্ষিত, আত্মশিক্ষিত।
তত্ত্বজ্ঞ, তত্ত্বজ্ঞানী, তাত্ত্বিক।
আত্মজ্ঞানী, আত্মবিৎ, আত্মজ্ঞ, আত্মতত্ত্বজ্ঞ, আত্মবেদী, জ্ঞাননিধি, বিদ্বত্তম; জ্ঞানবৃদ্ধ; সৰ্ব্বজ্ঞ, সৰ্ব্ববিদ্যাবিশাৰদ।
বিদ্যাসাগৰ, বিদ্যাবিনোদ, বিদ্যানিধি, বিদ্যাবিশাৰদ, বিদ্যাভূষণ, বিদ্যাৰত্ন, বিদ্যালংকাৰ। কোবিদ।
বিদ্যানুৰাগী, বিদ্যানুৰক্ত, বিদ্যোৎসাহী, বিদ্যাসক্ত। বিদ্যাভিমানী, শিক্ষাভিমানী।
বহুদৰ্শী, বহুদ্ৰষ্টা; সৰ্ব্বদৰ্শী, সৰ্ব্বদ্ৰষ্টা; বহুবেত্তা, বহুশ্ৰুত। দেশকালজ্ঞ।
বিদ্যাৰ্ণৱ, পণ্ডিতপ্ৰবৰ।
পঢ়াশলীয়া, স্কুলীয়া।
ছাত্ৰীয়া।

বিণ. জ্ঞানদায়ক, জ্ঞানদা, জ্ঞানদায়িনী, জ্ঞানগৰ্ভ, জ্ঞানপূৰ্ণ।
জ্ঞাতব্য, জ্ঞেয়।
জ্ঞানজ, জ্ঞানোদ্ভূত।
পুঁথিগত, পুস্তকস্থা।

বি. দৰ্শন, দৰ্শনশাস্ত্ৰ, জ্ঞানবাদ।
ষড়দৰ্শন [সাংখ্য, সমীক্ষ; পাতঞ্জল; ন্যায়; বৈশেষিক; মীমাংসা; বেদান্ত] জৈমিনীয় দৰ্শন; কৰ্ম্মমীমাংসা; পূৰ্ব্বমীমাংসা।
চাৰ্ব্বাক দৰ্শন।

বিণ./বি. দাৰ্শনিক, দৰ্শনশাস্ত্ৰজ্ঞ।

বি. বিজ্ঞান। ফলিত বিজ্ঞান। অৰ্থকৰী বিদ্যা।
কলা, আৰ্টচ, মানৱিক বিদ্যা, হিউমেনিটিজ্।

বিণ. বিজ্ঞানসন্মত, বৈজ্ঞানিক।

বিণ./বি. বিজ্ঞানী, বিজ্ঞানবিৎ, বিজ্ঞান বেত্তা, বৈজ্ঞানিক।

বি. গণিত, গণিতশাস্ত্ৰ, অঙ্ক, অঙ্কশাস্ত্ৰ। মানসঙ্ক, মৌখিক, পাটীগণিত; বীজগণিত, এলজেব্ৰৰা; জ্যামিতি, ক্ষেত্ৰতত্ত্ব, জিয়োমিট্ৰি; ত্ৰিকোণমিতি, ট্ৰিগোনোমিট্ৰি, কনিকচ্; কলন, কেলকিউলাছ, অবকলন; অন্তৰকলন, ডিফাৰেনসিয়াল কেলকিউলাস, সমাকলন, ইনটিগ্ৰাল কেলকিউলাস; ব্যবকলন।
যোগ, যোজন; যোগফল। বিয়োগ, বিয়োজন; বিয়োগফল। গুণ, গুণন, পূৰণ; গুণফল; গুণনীয়, গুণ্য; গুণক; গুণিত, গুণিতক। ভাগ, হৰণ বিভাজন; ভাজক, ভাজ্য; ভাগফল, হৰণফল; ভাগশেষ, বাকী। ত্ৰৈৰাশিক। সমানুপাতিক।

বিণ. গাণিতিক।

বিণ./বি. গণিতজ্ঞ, গণিতশাস্ত্ৰবিদ।

**৩৯১ অধ্যয়ন**

বি. অধ্যয়ন; জ্ঞানাৰ্জ্জন, পঢ়া-শুনা, লেখা-পঢ়া, পাঠ, পাঠাভ্যাস; শিক্ষণ, প্ৰশিক্ষণ, শিক্ষা লোৱা—। পঢ়া-শুনা, ফলি-পুথি লোৱা।
শিকা—, বিদ্যাভ্যাস, বিদ্যাশিক্ষা, পঢ়ন, পঢ়া—, পঠন, পঠন পাঠন, বিদ্যালাভ, বিদ্যাৰ্জ্জন; দীক্ষা, অধ্যায়, আয়ত্ত কৰা—।
মুখস্থ কৰা—, কণ্ঠস্থ।
চৰ্চ্চা।
তালিম, ট্ৰেনিং, কোচিং।
বিদ্যালয়, পঢ়াশালি, পাঠশালা, স্কুল। কলেজ; বিশ্ববিদ্যালয়।
শিক্ষা প্ৰতিষ্ঠান।
শিক্ষানবিছি। শিষ্যত্ব।
শিষ্য, শিষ্যা, চেলা, চেলা-চামুণ্ডা, শিষ্য-প্ৰশিষ্য।
শিক্ষাৰম্ভ, বিদ্যাৰম্ভ।
পাঠপঢ়োৱা—।

ছাত্ৰ,ছাত্ৰী, শিক্ষাৰ্থী, শিক্ষাৰ্থিনী, বিদ্যাৰ্থী, বিদ্যাৰ্থিনী, অধ্যয়নকাৰী, অধ্যায়ী, জ্ঞানাৰ্থী; পঢ়ুৱৈ, পাঠক, পঢ়োঁতা। পঢ়ুৱাওঁতা; পঢ়ুৱাওঁতী (স্ত্ৰী)।

শিক্ষানবিছ।

ছাত্ৰজীৱন, ছাত্ৰাৱস্থা, ছাত্ৰদশা, পাঠ্যজীৱন, পঠদ্দশা, ছাত্ৰলি।

ছাত্ৰত্ব। ছাত্ৰাবাস, হোষ্টেল।

সহপাঠী, সহধ্যায়ী; সতীৰ্থ।

বিণ. পঠিত, অধীত; আয়ত্ত, জ্ঞাত। পঢ়া।

মুখস্থ, কণ্ঠস্থ।

পাঠ্য, পঠনীয়, পঠিতব্য, অনুধেয়, অনুধ্যেয অধিগম্য, পঢ়িবলগা।

সুপাঠ্য, সুখপাঠ্য। শিশুপাঠ্য।

শিক্ষণীয়। দীক্ষণীয়।

শিক্ষামূলক, শিক্ষাপ্ৰদ, শিক্ষাদায়ক, জ্ঞানদায়ক; জ্ঞানপূৰ্ণ, জ্ঞানগৰ্ভ।

শিক্ষাসংক্ৰান্ত, সাৰস্বত, একাডেমিক। শিক্ষাগত। পঢ়াশলীয়া, স্কুলীয়া। কলেজীয়া।

বিণ./বি. শিক্ষিত, শিক্ষাপ্ৰাপ্ত। দীক্ষিত, দীক্ষাপ্ৰাপ্ত। প্ৰশিক্ষণপ্ৰাপ্ত।

অধ্যায়নৰত, অধ্যয়নপুষ্ট, অধ্যয়নশীল, অধ্যয়নাৰ্থী, পাঠৰত। পঢ়ুৱৈ, পাঠক, জিতাক্ষৰ।

বি পাঠ্যপুস্তক, পাঠ্যগ্ৰন্থ, পাঠ্যপুথি, পঢ়াশলীয়া কিতাপ; পাঠ্যসূচি, পাঠ্যক্ৰম, পাঠ্যতালিকা।

৩৯২ অনধ্যয়ন

বি. অনধ্যয়ন, অনধ্যায়, নপঢ়া—, অধ্যয়নাভাব।

বিণ. অপঠিত, অনধীত, নপঢ়া।

৩৯৩ অশিক্ষা

বি অশিক্ষা, শিক্ষাভাৱ, জ্ঞানাভাৱ, জ্ঞানহীনতা, অজ্ঞতা, অজ্ঞানতা; অজ্ঞানতিমিৰ।

নিৰক্ষৰতা, অক্ষৰজ্ঞানহীনতা, অসাক্ষৰতা।

অল্পবিদ্যা, অগভীৰ বিদ্যা।

কু-শিক্ষা, অপশিক্ষা, মন্দশিক্ষা, ভ্ৰান্তশিক্ষা, ভুলশিক্ষা, অসৎশিক্ষা। অল্পবিদ্যা ভয়ংকৰী।

দুৰ্ব্যাখ্যা, কু ব্যাখ্যা।

বিণ./বি. অশিক্ষাপ্ৰসূত; অজ্ঞতাপ্ৰসূত; কু-শিক্ষা প্ৰসূত; অজ্ঞতামূলক; অবিজ্ঞতাপ্ৰসূত। কু-শিক্ষামূলক।

বিণ./বি. অশিক্ষিত, অশিক্ষিতা (স্ত্ৰী), অদীক্ষিত, অগুৰুৱা, অজ্ঞ, জ্ঞানহীন, অজ্ঞানী, জ্ঞানশূন্য, বিদ্যাহীন; মূৰ্খ, অধামূৰ্খ, জাতমূৰ্খ, মূঢ়,গজ-মূৰ্খ; অবিজ্ঞ, অপণ্ডিত। নিৰক্ষৰ, অনক্ষৰ, অনাখৰী, অসাক্ষৰ, অপঢ়ুৱা, অক্ষৰ পৰিচয়হীন, আখৰ নিচিনা।

'ক'টোৰ তিনিচুক নিচিনা, বুকুত কুঠাৰ মাৰিলেও ক বুলিব নোৱৰা।

অজ্ঞান তিমিৰাচ্ছন্ন, অজ্ঞানতিমিৰাক্ৰ।

পণ্ডিতন্মনা, পণ্ডিতাভিমানী; শাস্ত্ৰগৰ্বী, পণ্ডিতমূৰ্খ। আধা-কেঁচেৰা, আধা-খুন্দা। অল্পবিদ্য, অল্পজ্ঞ, অল্পশিক্ষিত, অৰ্ধশিক্ষিত, আধা-কেঁচেলুৱা। নব্যসাক্ষৰ।

৩৯৪ শিক্ষণ

বি. শিক্ষণ, শিকোৱা—, শিক্ষা দিয়া—, শিক্ষা দান, তালিম, প্ৰশিক্ষণ, কোচিং।

শিকোৱা বুজোৱা—।

বল লগোৱা—, বইচ মলোৱা—, পোহ মনোৱা—।

দীক্ষা দান।

বিদ্যাদান, শিক্ষাদান, জ্ঞানদান। উপদেশ দিয়া—।

পঢ়োৱা--। পাঠ পঢ়োৱা--।

শিক্ষকতা, অধ্যাপন, অধ্যাপনা, অধ্যক্ষতা; পণ্ডিতালি; গৃহশিক্ষকতা।

টিউচন।

শিক্ষালাভ, শিক্ষাপ্ৰাপ্তি, বিদ্যালাভ, বিদ্যাৰ্জ্জন, বিদ্যোপাৰ্জ্জন, জ্ঞানাৰ্জ্জন, জ্ঞানলাভ, বিদ্যাভ্যাস, বিদ্যাশিক্ষা, বিদ্যানুশীলন, বিদ্যাচৰ্চা, জ্ঞানানুশীলন, জ্ঞানচৰ্চা, জ্ঞানপিপাসা।

ঠেকি শিকা —, দেখি শিকা—।

বিদ্যাবিস্তাৰ, শিক্ষাবিস্তাৰ, শিক্ষাপ্ৰসাৰ, জ্ঞানবিস্তাৰ।

শিক্ষাপ্ৰণালী, শিক্ষাবিধি। পাঠনৰীতি।

বিণ শিক্ষামূলক, শিক্ষাসংক্ৰান্ত; শিক্ষাপ্ৰদ।

শিক্ষণীয়, শিক্ষোপযোগী, দীক্ষণীয়।

শিকিব লগীয়া।

বিণ./বি. শিক্ষক, শিক্ষয়িতা, শিক্ষয়িত্ৰী (স্ত্ৰী), শিক্ষিকা (স্ত্ৰী), শিক্ষাদাতা, শিক্ষাদাত্ৰী (স্ত্ৰী), শিক্ষাগুৰু, আচাৰ্য্য, আচাৰ্য্যা (স্ত্ৰী), গুৰু, গুৰ্ৱী (স্ত্ৰী), অধ্যাপক, অধ্যাপিকা (স্ত্ৰী), পণ্ডিত, মহাশয়।

অধ্যক্ষ, অধ্যক্ষা (স্ত্ৰী), প্ৰবক্তা, ৰীডাৰ। ডীন। ৰেক্টৰ। ভাইচ চেন্সেলাৰ, উপাচাৰ্য্য, উপাচাৰ্য্যা (স্ত্ৰী); উপাধ্যক্ষ, উপাধ্যক্ষা (স্ত্ৰী)।

প্ৰধান শিক্ষক, হেডমাষ্টাৰ, হেডমিষ্টেচ, হেডপণ্ডিত; বিষয় শিক্ষক। সহশিক্ষক, সহশিক্ষিকা (স্ত্ৰী)।

মৌলবী, মৌলানা।

উপাধ্যায়।

দীক্ষা গুৰু, দীক্ষাদাতা।

শিক্ষাব্ৰতী। শিক্ষাবিদ। শিক্ষিত।
গৃহশিক্ষক, টিউটৰ, প্ৰাইভেট টিউটৰ।
শিকাওঁতা, পঢ়াওঁতা।
শিকাওঁতা-বুজাওঁতা।

**৩৯৫ বিদ্যালয়**

**বি.** বিদ্যালয়, পঢ়াশালি, ছাত্ৰশালা, বিদ্যামন্দিৰ, পাঠশালা, স্কুল, বিদ্যায়তন; বিদ্যানিকেতন, বিদ্যাপীঠ, বিদ্যামন্দিৰ, বিদ্যাভৱন, পাঠমন্দিৰ, বাণীমন্দিৰ, পাঠভৱন, শিক্ষালয়, শিক্ষাকেন্দ্ৰ, শিক্ষানিকেতন; শিক্ষণকেন্দ্ৰ, প্ৰশিক্ষণকেন্দ্ৰ, ইনষ্টিটিউট।
গুৰুগৃহ, চতুষ্পাঠী, চৌপাঠী, টোল।
মাদ্ৰাছা, মক্তব, হাই মাদ্ৰাছা।
প্ৰাথমিক বিদ্যালয়, প্ৰাইমাৰী স্কুল; নাৰ্চাৰি; মণ্টেছাৰি, কিণ্ডাৰগাৰ্টেন; নিম্নপ্ৰাথমিক বিদ্যালয়; বুনিয়াদী বিদ্যালয়। বেচিক স্কুল। মাধ্যমিক বিদ্যালয়; উচ্চ মাধ্যমিক বিদ্যালয়; উচ্চতৰ মাধ্যমিক বিদ্যালয়; উচ্চ বিদ্যালয়, উচ্চ শিক্ষালয়; মহাবিদ্যালয়, কলেজ; বিশ্ববিদ্যালয়, ইউনিভাৰচিটি।
আৱাসিক বিদ্যালয়; বোৰ্ডিং স্কুল।
পাবলিক স্কুল।
ডিগ্ৰী কলেজ। ডিপ্লোমা স্কুল।
কাৰিকৰী বিদ্যালয়, টেকনিকেল কলেজ, টেকনিকেল স্কুল, পলিটেকনিক; ইঞ্জিনিয়াৰিং কলেজ।
মেডিকেল কলেজ।
শিল্পবিদ্যালয়; আৰ্ট কলেজ, চাৰুকলা মহাবিদ্যালয়; কাৰু শিক্ষালয়।
ডিগ্ৰি, ডিপ্লোমা; চাৰ্টিফিকেট, উপাধিপত্ৰ, অভিধাপত্ৰ; অভিজ্ঞানপত্ৰ; স্বীকৃতিপত্ৰ।
সমাৱৰ্ত্তন, সমাৱৰ্ত্তন উৎসব, কনভোকেশন, উপাধি বিতৰণ সভা।

**বিণ.** স্নাতক, গ্ৰেজুৱেট। প্ৰাকস্নাতক; উত্তৰস্নাতক, স্নাতকোত্তৰ; পোষ্ট গ্ৰেজুৱেট। ডক্টৰেট।

**৩৯৬ বুজ**

**বি.** বুজ পোৱা, বুজি, বুজ-বাজ, আও-ভাও, উমান, গম, অটকাল, আঁটকাল, খবৰা-খবৰ, উৱাদিহ, ফুট।
উপলব্ধি, হৃদয়ঙ্গম, অনুভৱ। মূৰত সোমোৱা—; ধাৰণা; প্ৰতীতি; মালুম, ঠাৱৰ, অৱধান, প্ৰণিধান।
বুজোঁতা, বুজাওঁতা।
বোধগম্যতা, সহজবোধ্যতা, অনায়াসগম্যতা, অনায়াসবোধ্যতা, প্ৰাঞ্জলতা।

**বিণ.** সুবোধ্য, সহজবোধ্য, সহজগম্য, প্ৰাঞ্জল।
বোধগম্য, বোধ্য, বোধিতব্য। বুজিব পৰা।
[জতুৱা ঠাচ] বুজাক বুজাবাঁ ঠাৰে-চিয়াঁৰে; বুজাই বুজে।

**ক্ৰি. বিণ.** বৰাই-বুজাই, বুজাই-বঢ়াই, কৈ-মেলি।

**৩৯৭ জনা**

**বি.** অৱগতি, ধাৰণা; খবৰ ৰখা—, খবৰ-বাতৰি ৰখা।
চিনা-জনা, চিনা-পৰিচয়, পৰিচিতি।
ঠাৱৰ, বোধ, অনুভৱ।
সৰবজান। সৰ্ব্বজ্ঞ, সৰ্ব্বজ্ঞানী।
জাননী, জ্ঞাপন, কাণত পেলোৱা—, লগোৱা—, উমান, উমঘাম, ভূ-ভা, সন্ধেদ।
বুজ, জ্ঞান।
বুজ-বাজ। খবৰা-খবৰ।
দৌত্য; দূতগিৰি; কটকী; টেকেলা, দূত।

**বিণ.** অৱগত, ওৱাকিপ, ওৱাকিপহাল, জ্ঞাত, উপলব্ধ, অনুভূত, স্বোপলব্ধ, অৱহিত, বিদিত, সুবিদিত, সুবিজ্ঞাত। মনেপৰ্শা। পৰিচিত, জনাশুনা, চিনা-জনা, চিনাকি, চা-চিনাকি।
পৰিচায়ক। সৰ্ব্বজ্ঞ।
সবজান্তা।

**ক্ৰি. বিণ.** জানিশুনি, জানিবুজি, জ্ঞাতসাৰে, সজ্ঞানে, জ্ঞাতাৰ্থে। জ্ঞান-বিশ্বাসত।

**৩৯৮ নজনা**

**বি.** অজ্ঞতা, অজ্ঞানতা, অনৱগতি, অপৰিচয়, পৰিচয়াভাৱ, অপৰিচিতি।
নাদৰ ভেকুলী, চুকৰ ভেকুলী, কূপমণ্ডুক, কুৱাৰ ভেকুলী, গাঁতৰ এন্দুৰ।
অল্পজ্ঞান, স্বল্পজ্ঞান, ওপৰে ওপৰে জনা; পল্লৱগ্ৰহিতা।

**বিণ.** নজনা-নুশুনা, অচিন, অচিন-অজান, অচিনা-আবৈয়া, অচিনা-অজনা, অচিনাকি। অজানিত; অজান্তি। অজ্ঞাত, অগোচৰ, অজান। নিনাও। অজানা। আচাভুৱা, আচহুৱা, অনাভুৱা। আধা-কেঁচেলুৱা, আধা-কেঁচেৰা, আধা-খুন্দা, ভীমটোকা। পল্লৱগ্ৰাহী।

**ক্ৰি.বিণ.** অজানিতে, নজনাকৈয়ে, অজ্ঞাতে, অজান্তে, অগোচৰে, গম নোপোৱাকৈ।

**৩৯৯ তাৎপৰ্য্য**

**বি.** তাৎপৰ্য্য, অৰ্থ, মানে, গূঢ়াৰ্থ, নিগূঢ়াৰ্থ, নিহিতাৰ্থ, কূটাৰ্থ। সাৰ, সাৰমৰ্ম্ম, ফলিতাৰ্থ, সাৰবস্তু, অন্তঃসাৰ, অন্তঃস্থ ভাব। সংজ্ঞাৰ্থ; লক্ষ্যাৰ্থ; ব্যঞ্জনাৰ্থ; ব্যঙ্গাৰ্থ। বাচ্যাৰ্থ।
দ্যোতনা, ব্যঞ্জনা।
শব্দাৰ্থ; বিভিন্নাৰ্থ, নানাৰ্থ, বিবিধাৰ্থ।
সাৰোদ্ধাৰ, মৰ্মোদ্ধাৰ, মৰ্ম্মোদ্ভেদ, মৰ্ম্মোদঘাটন।

অৰ্থবোধ, অৰ্থনিৰ্দ্ধাৰণ, অৰ্থনিৰূপণ।
বিণ. তাৎপৰ্যপূৰ্ণ। তাৎপৰ্য্যহীন; মানে নোহোৱা।
অৰ্থবোধক, অৰ্থদ্যোতক, অৰ্থজ্ঞাপক, অৰ্থযুক্ত, সদৰ্থক।
সাৰগৰ্ভ, সাৰৱান।
অন্তৰ্নিহিত, গূঢ়, অন্তৰ্ব্যাপ্ত।
অব্য. অৰ্থাৎ।

৪০০ অৰ্থহীনতা

বি. অৰ্থহীনতা, অৰ্থশূন্যতা, নিৰৰ্থকতা, অযাথাৰ্থ্য।
অসংলগ্নতা, অসম্বদ্ধতা, সঙ্গতিহীনতা, সঙ্গতিশূন্যতা, অন্তঃসাৰশূন্যতা, অন্তঃসাৰহীনতা।
আবৰি-বিবৰি, বাজে কথা, আকলি-বাকলি, অগ্ৰংবগ্ৰং, বিং বিঙোৱা—, বিংবিঙনি, ইজাল-বিজাল, আবোল-তাবোল, ভচুক-তহুক, বকবকনি, বলকনি, কেপকেপনি, কেবকেবনি। বাং বিং, বাৰে বাং কৰা, বাৰে বিংকৰা, বেনা বোৱা—, বকি থকা—, বান বাই থকা—, ঐ দেহি- বৈদেহি। মালিহা।
বিণ. অৰ্থহীন, অৰ্থশূন্য, নিৰৰ্থক, বাজে।
অনৰ্থক, তাৎপৰ্য্যবিহীন, তাৎপৰ্য্যশূন্য, অন্তঃসাৰশূন্য, ফেদফেদীয়া।
লাগ-বান্ধ নোহোৱা, চন-গুৰি নোহোৱা, আবোল-তাবোল, আজেবাজে, হিজিবিজি, ওলট-পালট, বাৰে-ভচহ, বাংফঙীয়া, লাকলঙীয়া, লাক-পাক, অলৌ-ভলৌ।
বিণ./বি. চলৌপাতী। আং বাং।
ক্রি. বলক, বলবলা, বকবকা, কেপকেপা, কেবকেবা, বেলবেলা।

৪০১ স্মৃতি

বি. স্মৃতি, স্মৰণ, সোঁৱৰণী, সোঁৱৰণ, মনত ৰখা—, মনত থকা—, পূৰ্বস্মৃতি। সংস্মৃতি, অনুস্মৰণ, অবিস্মৰণ, অবিস্মৃতি, অনুস্মৃতি, অনুধ্যান। খেয়াল। সুমৰণ। স্মৃতিকথা। জাতিস্মৰ।
অনুস্মাৰক।
স্মৰণ শক্তি, স্মৃতিশক্তি।
মনত পেলোৱা—, মনলৈ অনা—, মনলৈ অহা।
স্মৃতিচিহ্ন, স্মাৰক, স্মাৰক চিহ্ন, স্মাৰকলিপি, স্মৃতিফলক। স্মাৰক চিহ্ন। স্মৃতিপট। স্মৃতিপ্ৰস্তৰ, স্মৃতিশিলা।
স্মৃতিমন্দিৰ, স্মৰণচিহ্ন; সমাধিমন্দিৰ, সমাধিস্তম্ভ।
স্মৃতিৰক্ষা, স্মৃতিচাৰণ, স্মৃতি ৰোমন্থন। স্মৃতি বাৰ্ষিকী। সোঁৱৰণি (নী), কোষ্ঠি, জন্মপত্ৰিকা।
স্মৃতিনাশ, স্মৃতিবিভ্ৰম, স্মৃতিভ্ৰংশ; স্মৃতিভ্ৰষ্ট।
বিণ. স্মৰণীয়, স্মৰণযোগ্য, স্মৰ্ত্তব্য, মনত ৰাখিব (পেলাব) লগীয়া। অবিস্মৃত, অবিস্মৰণীয়। মুখস্থ, কণ্ঠস্থ, ওষ্ঠাগত, স্মৃতিগত। স্মাৰক।
বিণ./বি. স্মৰণকাৰী।
শ্ৰুতিধৰ। জাতিস্মৰ।

৪০২ বিস্মৃতি

বি. বিস্মৃতি, পাহৰণি, পাহৰণ, ভ্ৰম, স্মৃতিভ্ৰংশ, স্মৃতিবিভ্ৰম, স্মৃতিলোপ, প্ৰস্মৰণ, স্মৃতিহানি, পাহৰি যোৱা—।
আত্মবিস্মৃতি।
বিণ. বিস্মৃত; স্মৃতিভ্ৰষ্ট, আত্মবিস্মৃত, আপোনপাহৰা, আপোনভোলা।
ক্রি. ভোল, পাহৰ।
ক্রি. বিণ. পাহৰাতে, পাহৰণিতে, পাহৰণত।

৪০৩ বিৱৰণ

বি. বিৱৰণ, বিৱৰণী, বৰ্ণনা। বৃত্তান্ত, কাহিনী। ভাষা, বিবৃতি। বৰ্ণন।
কাৰ্য্যবিৱৰণী। ভাষ্য, ধাৰাভাষ্য।
সংক্ষিপ্ত সাৰ।
বিণ. বিবৃত। বৰ্ণনীয়।
বিণ./বি. বৰ্ণনাকাৰী।

৪০৪ জ্ঞাপন

বি. জ্ঞাপন, জাননী, জানন, বিজ্ঞপ্তি, প্ৰতিবেদন, অৱগত কৰোৱা—, বিজ্ঞাপন। ঘোষণা। ৰটনা, ৰাষ্ট্ৰ কৰা—, গেন্ধুৱা—, প্ৰচাৰ কৰা—, ইকাণ সিকাণ কৰা—, কণা-কণি কৰা—, জনা-জনি। জনাজাত।
প্ৰচাৰ কৰা—, বিয়াদান, বৌজাল-বৌজাল, বৌৰি, ঢোল কোবোৱা—। ঢাকঢোল বজোৱা—।
প্ৰচাৰ, সম্প্ৰচাৰ, ব্ৰডকাষ্টিং, টেলিকাষ্টিং। সংবাদ।
প্ৰকাশ কৰা—।
জাহিৰ কৰা—, ফাদিল কৰা—।
গুজব, উৰাবাতৰি, হুনো বাৰ্ত্তা, হুজুগ, ঢক, জনৰৱ, জনশ্ৰুতি, কিংবদন্তি।
দৃষ্টি আকৰ্ষণ কৰা—, উল্লেখ।
পোষ্টাৰ, প্লেকাৰ্ড, বেনাৰ, হোৰ্ডিং, চাইনবোৰ্ড, প্ৰাচীৰ পত্ৰ, দেৱাল লিখন। নামফলক, নেমপ্লেট; লেটাৰহেড। ভিজিটিং কাৰ্ড।
পৰিচয়পত্ৰ।
ঘোষণাপত্ৰ, ইস্তাহাৰ, বুলেটিন, প্ৰচাৰপত্ৰ।
পুস্তিকা, প্ৰচাৰ পুস্তিকা। হেণ্ডবিল, লিফলেট।
নোটিছ ব'ৰ্ড, সূচনাপত্ৰ। মুখপত্ৰ।
সূচীপত্ৰ; নিৰ্ঘণ্ট, সূচী, নিৰ্দেশিকা।
প্ৰচাৰ মাধ্যম, গণমাধ্যম, জনমাধ্যম। প্ৰচাৰ যন্ত্ৰ, মিডিয়া।
সংবাদজগত।
ইকাণ-সিকাণ সহস্ৰ কাণ।
বিণ. জ্ঞাত, অৱগত, বিদিত, জনাজাত, ঘোষিত, উল্লেখিত, বিবৃত।

মুখ-বাগৰা, কাণ-বাগৰা। প্ৰচাৰিত, জাৰী, জাৰি।

বিণ./বি. জ্ঞাপক, প্ৰকাশক।

ৰটনাকাৰী; প্ৰচাৰক, প্ৰচাৰকাৰী।

বিজ্ঞাপক, সম্প্ৰচাৰক, প্ৰচাৰবিদ।

প্ৰতিবেদক, প্ৰতিবেদনকাৰী, ৰিপোৰ্টাৰ।

ভাষ্যকাৰ।

ঘোষক, ঘোষিকা (স্ত্ৰী), ঘোষণাকাৰী।

ভাষ্যকাৰ, ধাৰাভাষ্যকাৰ।

মুখপাত্ৰ, মুখপাত।

ক্ৰি.বিণ. ফুটি ফাটি।

**৪০৫ সংবাদ**

বি. সংবাদ, বাতৰি, বা-বাতৰি, বাৰ্ত্তা, খবৰ, খবৰ-বাতৰি, ভু-ভা, ফুট, ফুটফাট, উৰাদিহ। সমাচাৰ, সন্দেশ, বাচনি, ভু-বতৰা। খা-খবৰ।

খবৰা-খবৰি। বাৰ্ত্তালাপ।

তত, তত্ত্ব, সম্ভেদ, তলা-নলা, চকাৰ-বকাৰ।

সু-সংবাদ, সু-খবৰ, শুভসংবাদ, শুভবাৰ্ত্তা, কুশলসংবাদ, কুশলবাৰ্ত্তা, মঙ্গলবাৰ্ত্তা, ভাল খবৰ।

দুঃসংবাদ, শোক-সংবাদ, শোক-সন্দেশ, বেয়া খবৰ।

তাজা খবৰ।

উৰাবাতৰি, গুজব।

সংবাদপত্ৰ; সংবাদ মাধ্যম, খবৰ কাগজ, খবৰ কাকত, বাতৰি কাগজ, বাতৰি কাকত।

দৈনিক; তিনদিনীয়া; অৰ্ধসাপ্তাহিক; সাদিনীয়া, সাপ্তাহিক। পষেকীয়া আলোচনী। মাহেকীয়া আলোচনী। বাৰ্ত্তালোচনী। সান্ধ্যবাতৰি; সান্ধ্য দৈনিক।

সাময়িক পত্ৰিকা, সাময়িকী; দুমহীয়া; তিনিমহীয়া; ছমহীয়া; বছেৰেকীয়া, বাৰ্ষিক; শাৰদীয় সংখ্যা, পূজা সংখ্যা; বিহু সংখ্যা। বিশেষ সংখ্যা; জয়ন্তী সংখ্যা।

গেজেট, গেজেটিয়াৰ, মুখপত্ৰ।

ক্ৰোড়পত্ৰ, কোলা-কাকত, কোলাৰ-কাকত।

কাগজ-পত্ৰ; মেগাজিন, জৰ্ণাল, আলোচনী; মনগ্ৰাফ, হাতপুথি; লিট্‌ল মেগাজিন; ব্ৰশুউৰ; চ'ভেনিওৰ; স্মৰণিকা; স্মাৰকপত্ৰ।

সম্পাদনা, সম্পাদকতা।

সম্পাদকীয়, এডিটৰিয়েল।

সম্পাদক, এডিটৰ; সহ-সম্পাদক, চাব এডিটৰ; বাৰ্ত্তা সম্পাদক, নিউজ এডিটৰ; ক্ৰীড়া সম্পাদক, স্পৰ্টচ এডিটৰ।

সাংবাদিকতা, জাৰ্নেলিজিম।

সংবাদসংস্থা, সংবাদ প্ৰতিষ্ঠান, নিউজ এজেন্সি, নিউজ বুৰো।

প্ৰচাৰ মাধ্যম, মিডিয়া; সংবাদ মাধ্যম, সংবাদ জগত।

সাংবাদিক সন্মিলন, প্ৰেচ কনফাৰেন্স, সংবাদ মেল। প্ৰেচ বিজ্ঞপ্তি, প্ৰেচ ৰিলিজ; বাতৰি কাকতলৈ দিয়া বিবৃতি।

সাংবাদিক, জাৰ্ণেলিষ্ট; ৰিপোৰ্টাৰ, প্ৰতিবেদক; সংবাদদাতা, নিজস্ব সংবাদদাতা, স্থানীয় সংবাদদাতা, ষ্টাফ ৰিপোৰ্টাৰ; বিশেষ সংবাদদাতা; প্ৰতিনিধি; স্থানীয় প্ৰতিনিধি। খবৰ দিওঁতা।

চৰ, চৰিয়া, চোৰ-চৰিয়া, গুপ্তচৰ, স্পাই। গোয়েন্দা, ডিটেক্‌টিভ। চোৰাংচোৱা। গুপ্তচৰ বৃত্তি, গোয়েন্দাগিৰি, চোৰাংচোৱা গিৰি। দূত, কটকী।

**৪০৬ যোগাযোগ**

বি. যোগাযোগ, সংযোগ, যোগাযোগ ব্যৱস্থা, সংযোগ ব্যৱস্থা, কমিউনিকেশন। যাতায়াত, যাতায়াত ব্যৱস্থা। পৰিৱহণ, পৰিৱহণ ব্যৱস্থা।

আহযাহ, অহাযোৱা, আদান-প্ৰদান, লেন-দেন। খোৱা-লোৱা, খোৱা-খুই।

৪০৬.১ ডাক যোগাযোগ, ডাক ব্যৱস্থা, পোষ্টাল চাৰ্ভিচ; ডাকঘৰ, পোষ্ট অফিচ। ডাকটিকট; খাম, লেফাফা, এনভেলাপ; পোষ্টকাৰ্ড। অন্তৰ্দেশীয় পত্ৰ, ইনলেণ্ড লেটাৰ। ছীল, মোহৰ, ছাপ; ফ্ৰাঙ্কিং। মনি অৰ্ডাৰ। ৰেজিষ্ট্ৰেছন। ভি পি। ডাক বাকচ, লেটাৰ বক্স। ডাক, মেইল। ডাকগাড়ি। ডাকমাচুল, ডাকখৰচ। পিয়ন, ডাকপিয়ন, পত্ৰবাহক, ডাকৱালা; পোষ্টমেন, ডাকহৰকৰা, ডাকোৱাল, ৰানাৰ। পোষ্টমাষ্টৰ।

এয়াৰ মেইল, বিমান ডাক। চি মেইল। চাৰফেচ মেইল।

চিঠি, চিঠিপত্ৰ, চিঠিপত্ৰবিনিময়।

চিঠি দিয়া—। চিঠিৰ উত্তৰ, পত্ৰোত্তৰ। পত্ৰবন্ধু, পে'নফ্ৰেণ্ড।

ক্ৰি.বিণ. ডাকযোগে। ডাকমাচুলসহ। পত্ৰপাঠে।

৪০৬.২ টেলিগ্ৰাফ, টেলিগ্ৰাম, তাঁৰ, কেব্‌ল; টেলিপ্ৰিণ্টাৰ, টেলিটাইপ ৰাইটাৰ; টেলেক্স; টৰেটক্কা, মৰ্সকোড। তাঁৰঘৰ, টেলিগ্ৰাফ অফিচ।

৪০৬.৩ টেলিফোন, ফোন, দূৰভাষ, দূৰালাপন; দূৰভাষযন্ত্ৰ, দূৰভাষণী; ৰিচিভাৰ; টেলিফোন কেন্দ্ৰ, টেলিফোন এক্সচেঞ্জ। টেলিফোন অপাৰেটাৰ। মেনুৱেল টেলিফোন; স্বয়ংক্ৰিয় টেলিফোন, অটোমেটিক টেলিফোন। ডায়াল। বিজি ট'ন; ৰিং বজা; ৰিং বেক ট'ন। ক্ৰচ কানেকশ্বন। কল। ট্ৰাংক কল। টেলিযোগাযোগ, টেলিকমিউনিকেশ্বন।

৪০৬.৪ বেতাৰ, ৰেডিঅ', ওৱাৰলেচ; বেতাৰ কেন্দ্ৰ, ৰেডিঅ' ষ্টেচন।

ট্ৰান্সমিশ্বন, ট্ৰান্সমিটাৰ। ৰেডিঅ'গ্ৰাম, ৰেডিঅ' টেলিফোন।

৪০৬.৫ টেলিভিছন, দূৰদৰ্শন, টিভি।

৪০৬.৬ [বিবিধ] যোগাযোগ উপগ্ৰহ, কমিউনিকেশ্বন ছেটেলাইট। মাইক্ৰওৱেভ, অনুতৰঙ্গ। ৰাডাৰ।

# ১৪ ভাষা-সাহিত্য-সৃজনশীলতা



**৪০৭ সৃজন**

বি. সৃজন, স্রজন, সৃষ্টি, সর্জন, নির্ম্মাণ, ৰচনা। সৃষ্টিকর্ম্ম, সৃষ্টিকার্য্য, সৃষ্টিক্রিয়া, সৃজনকর্ম্ম, সৃজনী।

সৃজনশীলতা, সৃষ্টিশীলতা; সৃজনক্ষমতা, সৃজনীক্ষমতা, সৃজনীশক্তি, সৃষ্টিক্ষমতা।

সৃষ্টিধর্ম্মিতা, সৃজনধর্ম্মিতা।

সৃজনকৌশল, সৃষ্টিকৌশল, ৰচনাকৌশল, সৃষ্টিচাতুর্য্য, ৰচনাচাতুর্য্য।

ৰচনাশৈলী, ৰচনাপ্ৰণালী, ৰচনাভঙ্গি, ৰচনাপদ্ধতি, গঠনপদ্ধতি, গঠনশৈলী।

বিণ. সৃজনশীল, সৃষ্টিশীল, সৃজনধৰ্ম্মী, সৃষ্টিধৰ্ম্মী; সৃষ্টিক্ষম।

দ্রষ্টব্য, সৃজনীয়।

সৃষ্ট, ৰচিত, নির্ম্মিত।

বিণ./বি. স্রষ্টা, নির্ম্মাতা, ৰচনাকাৰী, সৃষ্টিকর্ত্তা।

শিল্পী, আৰ্টিষ্ট, কলাকাৰ।

সৃষ্টিকামী।

**৪০৮ সংস্কৃতি**

বি সংস্কৃতি, কৃষ্টি।

সভ্যতা; ভদ্রতা, শিষ্টতা।

ৰুচিশীলতা; ৰুচি, সুৰুচি।

সংস্কৃতিমনস্কতা।

সভ্যসমাজ; ভদ্রসমাজ।

বিণ. সাংস্কৃতিক।

বিণ./বি. সংস্কৃতিৱান, কৃষ্টিসম্পন্ন, সংস্কৃতিমনা।

সভ্য; শিষ্ট, ভদ্র, ভব্য। মাৰ্জ্জিত, পৰিমাৰ্জ্জিত, পৰিশীলিত।

সুৰুচিসম্পন্ন, ৰুচিৱান, ৰুচিশীল।

[বিপ.] অপসংস্কৃতি।

**৪০৯ ভাষা**

বি. ভাষা।

লিখিত ভাষা। কথিত ভাষা, কথ্যভাষা, মুখৰ ভাষা।

সাধুভাষা।

চলতিভাষা, প্রচলিত ভাষা।

অপ্রচলিত ভাষা, মৃতভাষা; প্রাচীন ভাষা।

মাৰ্জ্জিত ভাষা, শিষ্টভাষা।

অশিষ্টভাষা, অপভাষা; ম্লেচ্ছভাষা।

গুৰুচণ্ডালি।

আঞ্চলিক ভাষা, প্রাদেশিক ভাষা, স্থানীয় ভাষা, উপভাষা, ডায়েলেক্ট। মাতৃভাষা, স্বজাতীয় ভাষা।

ৰাষ্ট্ৰভাষা, জাতীয়ভাষা, স্বদেশী ভাষা; চৰকাৰী ভাষা।

বিদেশী ভাষা, বিভাষা।

আন্তৰ্জ্জাতিক ভাষা, বিশ্বভাষা। এসপেৰাণ্টো।

অপাৰ্থভাষা, সংকেতভাষা; অপ-উপভাষা; সন্ধ্যাভাষ, সন্ধ্যাবচন।

ভাষা-বৈচিত্ৰ্য, ভাষা-প্ৰীতি, ভাষানুৰাগ।

শব্দমাহাত্ম্য, শব্দবিভূতি।

ভাষাবিজ্ঞান, ভাষাতত্ত্ব।

ভাষাবোধ, ভাষাজ্ঞান; শব্দবোধ, শব্দজ্ঞান।

আৰ্যভাষা; বৈদিকভাষা, সংস্কৃত; পালি, প্ৰাকৃত [মহাৰাষ্ট্ৰী; শৌৰসেনী; অৰ্ধমাগধী; মাগধী; পৈশাচী]; অপভ্ৰংশ; লৌকিক; অবহট্‌ঠ।

ব্ৰজবুলি:

ধ্বনি, ধ্বনিতত্ত্ব। শব্দতত্ত্ব।

ব্যাকৰণ, গ্ৰামাৰ।

বৰ্ণ, অক্ষৰ, আখৰ, লিপি; বৰ্ণমালা। বৰ্গ।

শব্দ [মৌলিক শব্দ, সাধিত শব্দ, যৌগিক শব্দ; ৰূঢ়ি, ৰূঢ়; যোগৰূঢ়, তৎসম; অৰ্দ্ধতৎসম, তদ্ভৱ, দেশী, বিদেশী]। ধ্বন্যাত্মক শব্দ, ধ্বনিমূলক শব্দ। অনুকাৰ শব্দ। অনুৰূপ শব্দ। শব্দৰূপ।

শব্দসম্ভাৰ, শব্দসম্পদ, শব্দভাণ্ডাৰ।

বাক্য [ সৰল; যৌগিক; জটিল]। বাক্য গঠন; বাক্যবিশ্লেষণ।

বাচ্য [ কৰ্ত্তৃবাচ্য; কৰ্ম্মবাচ্য; ভাববাচ্য; কৰ্ম্ম-কৰ্ত্তৃবাচ্য] ।

অন্বয়, পদান্বয়, শব্দবিন্যাস; শব্দযোজনা; শব্দৰচনা।

বাগধাৰা; বাগভঙ্গি, ভাষাভঙ্গি; ইডিয়ম।

প্ৰবাদ, প্ৰবাদবাক্য, প্ৰবচন, প্ৰবাদবচন।

কিংবদন্তি, জনৰব, জনশ্ৰুতি, লোককথা; জনপ্ৰবাদ, লোকপ্ৰবাদ। ডাক; ডাকপুৰুষ। ডাকৰবচন।

পদ [ বিশেষ্য, নামপদ; বিশেষণ, সৰ্ব্বনাম; ক্ৰিয়া, ক্ৰিয়াপদ; অব্যয়; ক্ৰিয়াবিশেষণ; বিশেষণীয় বিশেষণ]। প্ৰাতিপদিক।

কৰ্ত্তা, কৰ্ত্তৃপদ। কৰ্ম্ম, কৰ্ম্মপদ।

সন্ধি [ স্বৰসন্ধি, ব্যঞ্জনসন্ধি; বিসৰ্গসন্ধি ]।

ণত্ববিধান, ণত্ববিধি; ষত্ববিধান, ষত্ববিধি।

উদ্দেশ্য। বিধেয়।

ক্ৰিয়া; সকৰ্ম্মক ক্ৰিয়া; অকৰ্ম্মক ক্ৰিয়া; দ্বিকৰ্ম্মক ক্ৰিয়া।

কাল, কালৰূপ।

অনুজ্ঞা, ণিজন্ত। সমাপিকা ক্ৰিয়া। অসমাপিকা ক্ৰিয়া।

লিঙ্গ [ পুংলিঙ্গ, স্ত্ৰীলিঙ্গ; ক্লীবলিঙ্গ]। অজহল্লিঙ্গ।

বচন [ একবচন; দ্বিবচন; বহুবচন]।

পুৰুষ [ উত্তম, মধ্যম, প্ৰথম]।
কাৰক [ কৰ্ত্তৃ; কৰ্ম্ম; কৰণ; সম্প্ৰদান; অপাদান; অধিকৰণ] ।
তিঙ্; তিঙন্ত।
বিভক্তি। অনুসৰ্গ। উপসৰ্গ।
সমাস [ দ্বন্দ্ব; তৎপুৰুষ; কৰ্ম্মধাৰয়, মধ্য পদলোপী কৰ্ম্মধাৰয়; দ্বিগু; বহুব্ৰীহি, ব্যতিহাৰ বহুব্ৰীহি; অব্যয়ীভাব; অলুক ]।
ব্যাসবাক্য।
প্ৰত্যয় [ কৃৎ; তদ্ধিত ]। কৃদন্ত; তদ্ধিতান্ত।
ধাতু। ধাতুৰূপ। নামধাতু।
ব্যুৎপত্তি, নিৰুক্তি, প্ৰকৃতিপ্ৰত্যয়।
অলংকাৰ, শব্দালংকাৰ।
প্ৰতিশব্দ, সমাৰ্থশব্দ, সমাৰ্থক শব্দ। বিপৰীতাৰ্থক শব্দ, ভিন্নাৰ্থক শব্দ, ভিন্নাৰ্থবোধক শব্দ। নানাৰ্থক শব্দ।
পৰিভাষা, বিশিষ্টাৰ্থবোধক শব্দ, পাৰিভাষিক শব্দ।
ধ্বনি পৰিৱৰ্ত্তন।
বিণ./বি. ভাষী। শাব্দিক। বিভাষী।
ভাষাতাত্ত্বিক, ভাষাবিদ, ভাষাতত্ত্ববিদ, ভাষাতত্ত্বজ্ঞ, ভাষাবিজ্ঞানী; ভাষাবিশাৰদ, ভাষা-বিজ্ঞানবিদ।
বহুভাষাবিদ; দোভাষী, ভাষান্তৰিক, ইন্টাৰপ্ৰেটাৰ।
বৈয়াকৰণ, ব্যাকৰণবিদ, ব্যাকৰণজ্ঞ, বৈয়াকৰণিক। ব্যাকৰণসিদ্ধ।
পাণিনি। পতঞ্জলি। যাস্ক।
বিণ. শাব্দিক, শাব্দ। পাৰিভাষিক।

**৪১০ আখৰ**

বি. আখৰ, অক্ষৰ, বৰ্ণ, হৰফ; বৰ্ণমালা, অক্ষৰমালা। আখৰ-জোঁটনি।
বৰ্গ [ ক-বৰ্গ; চ-বৰ্গ; ট-বৰ্গ; ত-বৰ্গ; প-বৰ্গ] ।
স্বৰবৰ্ণ; ব্যঞ্জনবৰ্ণ। অযোগবাহ [ অনুস্বাৰ; বিসৰ্গ; চন্দ্ৰবিন্দু] ।
বৰ্ণ [ কণ্ঠ্য; তালব্য; ওষ্ঠ্য; কণ্ঠতালব্য; কণ্ঠৌষ্ঠ্য; মূৰ্দ্ধন্য; দন্ত্য; স্পৰ্শ; জিহ্বামূলীয়; অনুনাসিক, নাসিক্য; মহাপ্ৰাণ; অল্পপ্ৰাণ; অঘোষ; ঘোষ; উষ্ম] ।
অক্ষৰ, চিলেব্‌ল।
মাত্ৰাহীন বৰ্ণ, মহাজনী লিপি; কায়থেলী।
চিত্ৰলিপি।
যুক্তাক্ষৰ, যুক্তবৰ্ণ, সংযুক্ত বৰ্ণ, সংযোগী বৰ্ণ।
অক্ষৰ বিন্যাস, বৰ্ণসংস্থাপন, অক্ষৰ সংস্থাপন।
হস্ (চিহ্ন), হল্।
প্ৰাচীন লিপি [ ব্ৰাহ্মী; খৰোষ্ঠি; মহেঞ্জদাৰো; কাইথেলী, লহকৰী]।
টাইপ, ছপাৰ হৰফ। আখৰ-সাঁচ, মুদ্ৰাক্ষৰ।
বৰ্ণানুক্ৰম, অকৰাদিক্ৰম।
বিণ./বি. অক্ষৰজীৱী।
বিণ. আখৰুৱা, সাক্ষৰ। আক্ষৰিক।
হসন্ত, হলন্ত।
অকাৰাদি ক্ষকাৰান্ত।
ক্ৰি. বিণ. বৰ্ণনাক্ৰমে, অকাৰাদিক্ৰমে।
আখৰুৱাকৈ; আখৰে আখৰে, অক্ষৰে অক্ষৰে।

**৪১১ লিখন, লেখন**

বি. লিখন, লেখন, লিখা-পঢ়া, লেখা-পঢ়া, লেখা, লিখা-লিখি, লেখা-লেখি।
লিপিবদ্ধ কৰা—, কলমধৰা—, কলমৰ খোচ।
হাতৰ লেখা, হস্তলেখন, হস্তলিপি, হস্তাক্ষৰ, হাতৰ আখৰ, লেখা। লিখোঁতা, লিখঁতী। লেখোঁতা; লেখঁতী।
লেখাৰু। লেখক, লিখক। লেখিকা, লিখিকা।
টোকা। টুকি ৰখা—, কপি, নকল. নোট।
খোদাই কৰা—।
স্বাক্ষৰ, চহী, দস্তখত।
শ্ৰুতিলিপি, শ্ৰুতিলিখন; অনুলেখন। লিপ্যন্তৰ।
অটোগ্ৰাফ; টিপ-চহী।
কেলিগ্ৰাফি; লেটাৰিং; টাইপোগ্ৰাফি।
খচৰা। দলিল।
লিপি কৌশল, লিপি কুশলতা।
লিপিবিদ্যা, পেলিয়গ্ৰাফি।
লেখাৰ উপকৰণ, লিখন-সামগ্ৰী।
লেখনী, কৰ্ণিকা; অক্ষৰজননী, বৰ্ণমাতা, শৰ্কৰী; কলম, কাপ, খাগৰিকাপ, পাখিকাপ, ফাউন্টেন পেন; ডটপেন, বলপেন। নিব।
ফলি, শ্লেট ট, চিলঠ, ফলি-গুটি, মাটি পেঞ্চিল।
পেঞ্চিল, কাঠ পেন্সিল। বো-পে'ন, লাই নিং পে'ন।
চিয়াঁহী, কালি, মসি; প্ৰিন্টাৰছ ইঙ্ক; কাৰ্ব্বন, কাৰ্ব্বন পেপাৰ; ৰিবন।
দোৱাত, মৈলাম, মহী-চুঙা।
খাতা, বহী, এক্সাৰচাইজ বুক। পকাবন্ধা বহী, কেঁচাবন্ধা বহী।
হাজিৰা বহী। জমা-খৰচৰ বহী, উদ্বৃত্ত পত্ৰ।
পেড, ৰাইটিং পেড; পেডৰ কাগজ; লেট্‌আৰ হে'ড। বাহিৰা বহী।
শিলালিপি, পাষাণলিপি, প্ৰস্তৰ লিপি। তাম্ৰ লিপি, তাম্ৰশাসন।
বিণ. লিখিত, লিপিবদ্ধ।
খোদিত।
হাতে লিখা। স্বাক্ষৰিত। উল্লেখিত, উল্লিখিত। উল্লেখনীয়।
লিখিতব্য। লিখিতং।
অভিলিখিত।

মুদ্রণীয়, মুদ্রণযোগ্য, প্রকাশযোগ্য।
[বিপ.] অলিখিত, অনুল্লিখিত, অনুল্লেখিত।
অস্বাক্ষৰিত, স্বাক্ষৰহীন, স্বাক্ষৰবিহীন।
বিণ./বি. লিপিকাৰ, লেখক, লিখক। লেখাৰু।
অক্ষৰজীৱী, মষিজীৱী।
লিপিকৌশলী।
ক্রি. বিণ. লিখিতভাৱে, লিখিতৰূপত, লিখিত প্ৰকাৰে, কাগজে কলমে।

৪১২ ছপা

বি. ছপা, ছাপা, মুদ্রণ, মুদ্রাঙ্ক।
আখৰ বছা—, কম্পোজ। হাতে ছপা—, হেণ্ড চেটিং; যন্ত্রত ছপা—, মেশ্বিন চেটিং।
মনো টাইপ; লাইনো টাইপ; ফটো কম্পোজিং, ফটোটাইপ চেটিং; টাইপ কে'চ।
হৰফ, টাইপ, মুদ্রাক্ষৰ, মুদ্রালিপি, মুদ্রিকা।
ছাপ, মোহৰ, চীল, চীলমোহৰ। ব্লক, প্লেট, মেট্রিক্‌ছ।
লাইন ব্লক; হাফটোন ব্লক।
ষ্টাম্প, ৰবৰ ষ্টাম্প। সাঁচ।
ছপাখানা, ছাপাখানা, ছপাশাল, প্রেছ, প্রিন্টিং প্রেছ।
মুদ্রাযন্ত্র, মুদ্রণযন্ত্র, ছপাকল; লেটাৰ প্রেছ; ট্রেডল মেশ্বিন, ৰোটাৰি প্রেছ, ৰোটাৰি মেশ্বিন; লাডলো; অফছেট প্রেছ।
চিল্ক স্ক্রিন প্রিন্টিং; লিথোগ্রাফ, লিথোগ্রাফি।
ডি.টি.পি. প্রিন্টিং। কম্পিউটাৰ প্রিন্টি। ইলেকট্রনিক প্রিন্টিং।
টাইপৰাইটাৰ; টাইপৰাইটিং। লাইন প্রিন্টাৰ, মেট্রিক্‌ছ প্রিন্টাৰ, ডট মেট্রিক্‌ছ প্রিন্টাৰ; ডেইজি হুইল প্রিন্টাৰ; গলফ্ বল প্রিন্টাৰ।
ছপাৰ চিয়াঁহি, প্রিন্টাৰ্ছ ইঙ্ক।
ডুপ্লিকেটিং, চাইক্লোষ্টাইলিং। ডুপ্লিকেটিং মেশ্বিন, ষ্টেনচিল, ইলেকট্রো ফটোগ্রাফি, জেৰোগ্রাফি, জেৰক্স কপি। কপিয়াৰ।
আৰ্হি, আৰ্হিকাকত, আৰ্হিকাকত সংশোধনী। গেলি, গেলি প্রুফ।
মেক আপ প্রুফ। ফৰ্ম্মা।
মুদ্রণ শিল্প, মুদ্রণকলা, মুদ্রণবিজ্ঞান, প্রিন্টিং টেক্‌নোলজি।
মুদ্রণতত্ত্ব। মুদ্রণ ব্যৱসায়।
মুদ্রণ প্রমাদ, মুদ্রাকৰ প্রমাদ, ছপাৰ ভুল, প্রিন্টিং মিচ্‌টে'ক।
ছপাশালৰ ভূত, প্রিন্টাৰ্ছ ডেভিল।
বিণ. ছপা, মুদ্রিত, মুদ্রাঙ্কিত।
মুদ্রণযোগ্য, ছপাবলগীয়া, প্রকাশযোগ্য।
বিণ./বি. মুদ্রক, মুদ্রাকৰ, প্রিন্টাৰ।
টাইপ চেটাৰ, কম্পোজিটাৰ। টাইপিষ্ট।
মুদ্রণ শিল্পী, মুদ্রণ বিশাৰদ।
মুদ্রণ ব্যৱসায়ী।
ক্রি. বিণ. ছপা আখৰত।

৪১৩ চিন

বি চিন, চিহ্ন; অভিজ্ঞান; আভাস, লক্ষণ, পৰিচয়-চিহ্ন; দাগ; প্রমাণ। কূট, যতিচিন, যতিচিহ্ন। প্রতীক-চিহ্ন।
চিন-চাব, চিন-মোকাম, চিন-চকৰ; স্মাৰক।
চিনন। চিনা-চিনি, চিনা-জনা।
চিনোতা, চিনতী।
চিনাওঁতা, চিনাতী।
লাইন, আঁচ।
লেবেল।
ষ্টাম্প, চীল, চীল-মোহৰ; এমব্রেম; লোগো।
মনোগ্রাম; ট্রেডমার্ক।
ইউনিফর্ম; সমবেশ, উৰ্দি, জাৰ্সি। ছাপ, হাতৰ ছাপ, টিপচহী, আঙুলিৰ ছাপ।
বিণ. চিহ্নিত, সূচিত। চিনাক্ত। অভিজ্ঞাত। দাগী।
বিণ বি. চিনা-জনা।
[বিপ.] অচিন, নিচিনা, নিচিনা-নজনা অচিনাক্ত অচিনাকি, অচিহ্নিত।

৪১৪ কিতাপ

বি কিতাপ, পুথি, পুস্তক, গ্রন্থ, পুস্তিকা, পেমফ্লেট।
পুথি-পাঁজি, সাঁচিপাতৰ পুথি।
পাণ্ডুলিপি, পাণ্ডুলেখ, খচৰা, খছৰা, মেনাস্ক্রিপ্ট। হাতেলিখা পুথি। ছপাপুথি। সূচী, সূচীপত্র, বিষয়সূচী, নিৰ্ঘণ্ট, ইনডেক্স; নির্দেশিকা।
ভূমিকা, পাতনি, মুখবন্ধ, আগকথা, উপক্রমণিকা, অনুক্রমণিকা, অনুক্রমণী, প্রস্তাৱনা, অৱতৰণিকা, সূচনা, কথামুখ। প্রিফেচ, ইন্ট্রোডাক্‌শ্বন; প্রোলোগ, এপিলোগ।
উৎসৰ্গ, উৎসৰ্গা, উছৰ্গা।
বেটুপাত, বেটীপাত, মলাট, প্রচ্ছদ, প্রচ্ছদপট; জেকেট।
পকাবন্ধা; কেঁচাবন্ধা। বেক্সিন বন্ধা। পে'পাৰবেক। পূৰ্ব্বভাগ, পূৰ্ব্বাৰ্ধ, পুৰোভাগ।
উত্তৰভাগ, পৰাৰ্ধ।
সামৰণি, উপসংহাৰ, সমাপ্তি।
পৰিশিষ্ট।
গ্রন্থতালিকা, গ্রন্থপঞ্জী।
পৰিচ্ছেদ, অধ্যায়, আইধা, ভাগ, বিভাগ, সৰ্গ, কাণ্ড; পৰ্ব্ব; অঙ্ক।
প্ৰকৰণ; আহ্নিক।
পাদটীকা, ফুটনোট।
স্তবক, অনুচ্ছেদ। পংক্তি, লাইন, শাৰী। পাত, পৃষ্ঠা, পৃষ্ঠাংক। গ্রন্থানুৰাগ, গ্রন্থপ্রীতি, গ্রন্থপ্রেম। পাঠাভ্যাস।
পাঠ্যপুস্তক, পাঠ্যগ্রন্থ, পাঠ্যপুথি, টেক্সট বুক, টেক্সট।

অনুশীলনী, ওয়াৰ্কবুক, সহায়িকা, সহায়কগ্ৰন্থ। নোটবহী, নোট।
সহায়ক পুথি, তথ্যগ্ৰন্থ, ৰেফাৰেন্স কিতাপ।
গল্পৰ কিতাপ, সাধুকথাৰ কিতাপ; উপন্যাস।
কাব্য, কাব্যগ্ৰন্থ, কবিতাৰ কিতাপ; কবিতা।
নাটক, নাট্য, নাট্যগ্ৰন্থ। নাট্যশাস্ত্ৰ।
পাঁচালি।
ব্ৰতকথা। পঞ্জিকা, কেলেণ্ডাৰ, বৰ্ষপঞ্জী।
তথ্যপুস্তক, তথ্যপঞ্জি; হেণ্ডবুক, মেনুৱেল।
গ্ৰন্থাৱলী, গ্ৰন্থসংগ্ৰহ, ৰচনাৱলী, ৰচনাসংগ্ৰহ, ৰচনাসংকলন, গ্ৰন্থসমগ্ৰ। চয়নিকা; গ্ৰন্থসঞ্চয়ন, গ্ৰন্থসংকলন।
অমনিবাচ। ৰচনাসমগ্ৰ। সাহিত্যসংগ্ৰহ, সাহিত্যসমগ্ৰ।
আলোচনী; বাৰ্ত্তালোচনী; সাময়িকী, মেগাজিন, লিট্‌ল মেগাজিন।
চিত্ৰকথা, চিত্ৰকাহিনী, কমিক্‌চ।
অভিধান, কোষগ্ৰন্থ, কোষ, শব্দকোষ; শব্দাৰ্থকোষ; সমাৰ্থকোষ, সমাৰ্থশব্দকোষ, থিছৰাছ।
আকৰগ্ৰন্থ; বিশ্বকোষ, এনচাইক্লোপিডিয়া। বিদ্যাকোষ, জ্ঞানকোষ। কনকৰডেনচ, শব্দ নিৰ্দ্দেশিকা।
বিষয়নিৰ্দেশিকা, বিষয় অভিধান। শব্দসংগ্ৰহ পুস্তক, ওৱাৰ্ডবুক।
বৰ্ষনামা, বৰ্ষপঞ্জি, ইয়াৰবুক।
দিনপঞ্জি, দিনলিপি, ডায়েৰী।
সময়সূচী, টাইমটেবুল।
ৰেডি ৰেকনাৰ।
ধৰ্ম্মগ্ৰন্থ, ধৰ্ম্মশাস্ত্ৰ, ধৰ্ম্মপুস্তক।
মানচিত্ৰ, আটলাচ, ভূচিত্ৰাৱলী।
কিতাপ লিখা—, গ্ৰন্থৰচনা, পুথিৰচনা, পুথি প্ৰণয়ন, ৰচনা।
গ্ৰন্থমেলা। গ্ৰন্থানুৰাগ, গ্ৰন্থাসক্তি, গ্ৰন্থপ্ৰেম, গ্ৰন্থবিলাস, গ্ৰন্থাভিমান।
বিণ. পুথিগত। পুস্তকস্থ।
ৰচিত, প্ৰণীত, বিৰচিত, লিখিত।
বিণ./বি. গ্ৰন্থকাৰ, লিখক, লেখক, গ্ৰন্থপ্ৰণেতা, গ্ৰন্থ ৰচয়িতা, গ্ৰন্থ প্ৰণয়নকাৰী, ৰচয়িতা, লিখোঁতা, ৰচনাকাৰ।
গ্ৰন্থানুৰাগী, গ্ৰন্থপ্ৰেমী, গ্ৰন্থপ্ৰেমিক, গ্ৰন্থবিলাসী, গ্ৰন্থাভিমানী, গ্ৰন্থপ্ৰিয়।
গ্ৰন্থাসক্ত, পাঠানুৰাগী, পাঠাসক্ত, পাঠানুৰক্ত।
গ্ৰন্থকীট, বুক ওৱৰ্ম। কিতাপৰ পোক।
সৰস্বতী চেলা।
পাঠক, পঢ়ুৱৈ, পঢ়োঁতা, পঢ়োঁতী; পঢ়ুৱৈ সমাজ, পাঠক সমাজ।
আভিধানিক; অভিধানকাৰ।

**৪১৫ পুথিভঁৰাল**

বি. পুথিভঁৰাল, লাইব্ৰেৰী, গ্ৰন্থাগাৰ, গ্ৰন্থালয়, পুস্তকালয়, পুস্তকাগাৰ, পাঠাগাৰ, ৰাজহুৱা, পুথিভঁৰাল। পাবলিক লাইব্ৰেৰী।
ৰিডিংৰুম, ৰিডিং কৰ্ণাৰ, পাঠকক্ষ।
জাতীয় গ্ৰন্থাগাৰ, ৰাষ্ট্ৰীয় গ্ৰন্থাগাৰ, নেশনেল লাইব্ৰেৰী।
বৰ্গীকৰণ, ক্লাচিফিকেচন। ডিউই ডেচিমেল চিষ্টেম, ইউ ডি চি চিষ্টেম।
গ্ৰন্থাগাৰ বিজ্ঞান, লাইব্ৰেৰী চায়েন্স।
গ্ৰন্থসূচী, গ্ৰন্থসূচি, গ্ৰন্থতালিকা, পুস্তকতালিকা।
গ্ৰন্থাগাৰ আন্দোলন।
বিণ./বি. পুথিভঁৰালী, গ্ৰন্থাগাৰিক, লাইব্ৰেৰিয়ান।

**৪১৬ প্ৰকাশন**

বি. প্ৰকাশন, প্ৰকাশ, পাবলিচিং, পাবলিকেচন।
ছপোৱা—, ছপা, কিতাপ ছপোৱা—।
প্ৰকাশন ব্যৱসায়, প্ৰকাশন শিল্প; প্ৰকাশন সংস্থা, প্ৰকাশন গোষ্ঠী, প্ৰকাশন প্ৰতিষ্ঠান।
কিতাপৰ দোকান, গ্ৰন্থালয়, পুস্তকালয়।
গ্ৰন্থমেলা। বুক ফেয়াৰ।
সংস্কৰণ, তাঙৰণ, মুদ্ৰণ; পুনৰ্মুদ্ৰণ, ৰিপ্ৰিণ্ট; সংশোধিত সংস্কৰণ, পৰিবৰ্ধিত সংস্কৰণ; সংক্ষিপ্ত সংস্কৰণ। ভেৰিওৰাম সংস্কৰণ, পাঠান্তৰ সংস্কৰণ।
সুলভ সংস্কৰণ।
বিণ. প্ৰকাশিত, মুদ্ৰিত।
বিণ./বি. প্ৰকাশক।

**৪১৭ সাহিত্য**

বি. সাহিত্য।
পদ্য, কবিতা, কাব্য। গদ্য, গদ্যভাষা। কথাবন্ধ।
কথা-সাহিত্য, গল্প, উপন্যাস। প্ৰবন্ধ, নিবন্ধ, সমালোচনা, ৰচনা, জীৱনী-সাহিত্য। আত্মজীৱনী। লোকসাহিত্য।
ধৰ্মপুস্তক, ধৰ্মগ্ৰন্থ। অনুবাদ সাহিত্য। পত্ৰসাহিত্য। ৰম্য-ৰচনা।
সাহিত্য-ৰস। ছন্দ, অলংকাৰ। নাটক, নাট্যসাহিত্য। শিশু-সাহিত্য; কিশোৰসাহিত্য।
ভ্ৰমণ সাহিত্য, ভ্ৰমণকাহিনী, ভ্ৰমণ বৃত্তান্ত, পৰ্যটন কাহিনী।
সাহিত্য চৰ্চ্চা, সাহিত্যানুশীলন, সাহিত্য সেৱা, সাহিত্য সাধনা, সাৰস্বত সাধনা, সাৰস্বত চৰ্চ্চা।
সাহিত্য সৃষ্টি, সাহিত্য ৰচনা, সাহিত্যপ্ৰণয়ন। ৰচনাভঙ্গী, ৰচনাশৈলী, ষ্টাইল।
সাহিত্যকলা, সাহিত্যশিল্প, সাহিত্যশাস্ত্ৰ, সাহিত্যতত্ত্ব।
সাহিত্য ভাণ্ডাৰ, সাহিত্যসম্ভাৰ; ৰচনাসম্ভাৰ; সাহিত্যসম্পদ; সাহিত্যসংগ্ৰহ।
সাহিত্যপ্ৰীতি, সাহিত্যানুৰাগ।

সাহিত্যজগৎ, সাহিত্যক্ষেত্ৰ।
সাহিত্য সমাজ, সাহিত্য সভা; সাহিত্য সন্মিলন, লেখক/লিখক সন্মিলন, কবি সন্মিলন, সাহিত্যিক সমাজ; লেখক সমাজ, সাহিত্যিক মণ্ডলী, সাৰস্বত সমাজ।
লিখক সমাজ। লেখিকা সমাৰোহ।
সাহিত্যিক ঐতিহ্য, সাহিত্যিক উত্তৰাধিকাৰ।
সাহিত্যবিচাৰ; সাহিত্য সমালোচনা, সাহিত্যালোচনা।
পাঠসমীক্ষা, পাঠান্তৰ, পাঠভেদ।
কুম্ভিলক বৃত্তি, সাহিত্য চৌৰ্য্য, প্লেজিয়াৰিজম্।
অপপাঠ।
আধুনিক সাহিত্য, সমকালীন সাহিত্য। প্ৰাচীন সাহিত্য।
ধ্ৰুপদী সাহিত্য, ক্লাচিক, চিৰায়ত সাহিত্য।
বিশ্বসাহিত্য।
সাহিত্যিক যুগ।
বিণ লিখিত, ৰচিত, প্ৰণীত, বিৰচিত। সুলিখিত, সুৰচিত।
বিণ./বি. সাহিত্যিক, সাহিত্যস্ৰষ্টা, সাহিত্য সেৱক, সাহিত্য সাধক, সাহিত্য সেৱী; সাহিত্যৰথী; সাহিত্যবিশাৰদ, সাহিত্যাচাৰ্য্য।
লেখক, লিখক, গ্ৰন্থকাৰ, ৰচনাকাৰ, প্ৰবন্ধকাৰ, ৰচয়িতা, ৰচনাকাৰী, ৰচক, প্ৰণেতা, প্ৰণয়নকাৰী।
সুলেখক, সুলিখক; সু-সাহিত্যিক।
সংকলন, সংগ্ৰাহক, সংকলয়িতা, সংকলনকাৰী।
সম্পাদক। শিশুসাহিত্যিক।
গ্ৰন্থতস্কৰ, কুম্ভিল, কুম্ভিলক, লেখাচোৰ, চন্দ্ৰৰেণু, লিখনতস্কৰ, প্লেজিয়াৰিষ্ট।

**৪১৮ কবিতা**

বি. কবিতা, কাব্য, পদ্য; ছন্দোবদ্ধ শ্লোক; পদ, পদবন্ধ; দোহা, গাথা, কাৰিকা, চায়েৰ, শ্লোক, ঋক, মন্ত্ৰ, স্তোত্ৰ, সূক্ত।
লিমেৰিক; ৰুবাইয়াত।
কাৰিকা, বিৱৰণ শ্লোক।
কাব্যসাহিত্য; শ্ৰুতিকাব্য; দৃশ্যকাব্য; কাব্যনাট্য, নাট্যকাব্য, কাব্যনাটক; চম্পূ।
গান, গীত, গীতিকবিতা, গীতি,গাথা, লিৰিক।
ৰোমাণ্টিক কবিতা, মন্ময় কাব্য।
আধুনিক কবিতা।
মহাকাব্য, এপিক; খণ্ডকাব্য। ধ্ৰুপদীকাব্য।
শোকগাথা, শোককাব্য, শোকসঙ্গীত, এলিজি।
স্মৰণকাব্য, স্মৃতিকাব্য।
লোকগাথা, লোককাব্য, লোকগীত। পদাবলী, বৈষ্ণৱ পদাবলী, শাক্তপদাবলী।
মঙ্গলকাব্য [মনসামঙ্গল, চণ্ডীমঙ্গল]।
চাৰণকাব্য, চাৰণগীতিকা, পেষ্টৰেল। বাৰমাহী।
গৰখীয়া গীত। নিচুকনি গীত। বেলাড, বৰদৈগীত। ভাটিয়ালী গীত। টোকাৰী গীত।
কবিগান, কবিসঙ্গীত।
ব্যঙ্গ কবিতা, পেৰডি।
কবিতা সংগ্ৰহ, কাব্যসংকলন, কবিতাসংকলন।
কবিত্ব, কবিপ্ৰতিভা, কবিত্বশক্তি, কবিত্বগুণ, কাব্যক্ষমতা, কাব্যশক্তি, কাব্যপ্ৰতিভা; কবিকল্পনা।
কাব্যধৰ্ম্ম, কাব্যগুণ, কাব্যধৰ্ম্মিতা, কবিতাধৰ্ম্মিতা।
কাব্যিকতা।
কাব্যসৃষ্টি, কাব্যৰচনা।
কাব্যকলা, কাব্যৰস, কাব্যমাধুৰ্য্য।
কাব্যচৰ্চ্চা, কাব্যানুশীলন; কাব্যালোচনা।
কাব্যজগত, কাব্যলোক, কাব্যগগন, কাব্যাকাশ; কাব্যকানন, কবিতাফুলনি।
কবিসমাজ, কবিকুল।
কবিপ্ৰসিদ্ধি, কবিসময়।
পংক্তি; চৰণ, কুট, কলি, স্তবক। ছন্দ।
চতুৰ্দশপদী কবিতা, চনেট।
কবিতা পাঠ, আবৃত্তি, কবিতা আবৃত্তি, কাব্যপাঠ।
কবিসন্মিলন।
বিণ. কবিত্বপূৰ্ণ, কাব্যিক; কবিতাধৰ্ম্মী, কাব্যধৰ্ম্মী; শ্লোকাত্মক।
কাব্যময়, কাব্যগুণসম্পন্ন।
কবিসুলভ, কবিজনোচিত।
বিণ./বি. কবি, কাব্যৰচয়িতা, কাব্যৰচক, কাব্যৰচয়িত্ৰী, কাব্যস্ৰষ্টা, কাব্যকাৰ।
পদকাৰ, পদকৰ্ত্তা, পদকৰ্ত্তী, পদৰচয়িতা।
গীতিকাৰ, গীতৰচয়িতা, গীতস্ৰষ্টা।
মহাকবি; আদিকবি; বাল্মীকি।
চাৰণ, চাৰণকবি।
কবিশ্ৰেষ্ঠ, কবিশেখৰ, কবীন্দ্ৰ, কবিগুৰু, কাব্যসম্ৰাট, কবিসম্ৰাট, কবিভূষণ, কবিকঙ্কন, কবিৰত্ন; কবিৰাজ; ৰাজকবি, সভাকবি, পয়েট লৰিয়েট।
কাব্যৰসিক।
[বিপ.] অকবি, কবিত্বশক্তিহীন।

**৪১৯ কথাসাহিত্য**

বি. কথাসাহিত্য, কথাশিল্প।
গল্প, আখ্যায়িকা, উপাখ্যান, আখ্যান, বৃত্তান্ত, কাহিনী, কথা, চুটিগল্প; সাধুকথা।
উপন্যাস, উপন্যাসিকা; ৰূপকথা, উপকথা।
ৰম্যৰচনা, লঘুৰচনা; লঘু প্ৰবন্ধ। ৰস ৰচনা।
হাস্যৰসাত্মক ৰচনা; ব্যঙ্গাত্মক ৰচনা।

অস্বচ্ছ,আবিল। ঘোলা। বাষ্পাচ্ছন্ন।

**৪৯০ সতেজতা**

বি. সতেজতা, অম্লানতা।

বিণ. সতেজ, টাটকা, সবুজ, সেউজীয়া। প্ৰফুল্ল।

**৪৯১ ম্লানতা**

বি. মলিনতা, ম্লানতা, মালিন্য, মলিনত্ব।

অনুজ্জ্বলতা, নিষ্প্ৰভতা।

বিণ. মলিন, অনুজ্জ্বল, নিষ্প্ৰভ।

বিষণ্ণ, বিষাদাচ্ছন্ন, মনমৰা, বেজাৰ-মুৱা।

জঁই পৰা। শেঁতা।

**৪৯২ পৰিপক্কতা**

বি. পক্কতা, সুপক্কতা, পৰিপক্কতা।

পৈণতালি, নিপুণতা, পাৰ্গতালি। সিদ্ধহস্ততা।

অকালপক্কতা।

বিণ. পক্ক, সুপক্ক, পৰিপক্ক। ডেম-ডেমীয়া, ৰহ দিয়া, ৰহৰহীয়া, তুলতুলীয়া। লপথপীয়া, ঘেলঘেলীয়া, গেলগেলীয়া, থোল-গোল, থোল-গুলীয়া। পকা, গছত পকা, গছপকা, ৰং ধৰা, ডেমেহা, ডেমেহীয়া। দপা। জাগ দি পকোৱা, কাৰ্বাইড দি পকোৱা।

পূৰঠ, পূৰ্ঠি। পৈণত, পূৰ্ণতাপ্ৰাপ্ত, কাটল-ফুটা। সুদক্ষ, সিদ্ধ।

অকালপক্ক, জীউৰ বুঢ়া, মুচিতে পকা, বালপ্ৰৌঢ়।

বিণ./বি. ওজা, ওস্তাদ।

**৪৯৩ অপক্কতা**

বি. অপক্কতা, অপৰিপক্কতা।

জালি।

বিণ. কলি, কেচকলি, অপৈণত, অপইতা, লেকেচীয়া, কুমলীয়া, কুঁআলা, কেঁচা, নপকা, কেঁচেলুৱা, জালী, কাঠ-কলি, কেঁতকলি। ডাঁহেচিয়া, উঁহচিয়া। মুগনীয়া, আধা কেঁচা, আধাপকা, দপা, ঠেৰেহা মৰা, মঠা।

ডকৰা।

অপক্ক, অপৰিপক্ক, আপূৰঠ।

**৪৯৪ মিশ্ৰণ**

বি. মিশ্ৰণ, সংমিশ্ৰণ, মিহলি।

মিলন, সংযোগ, সংলগ্নতা।

মিলি যোৱা—, লীন হোৱা—, একাকাৰ হোৱা—,

সংকৰত্ব। বৰ্ণসংকৰ; জাতিসংকৰ; সংকৰীকৰণ। মিহলা-মিহলি।

যৌগিক পদাৰ্থ, যৌগ।

একত্ৰী কৰণ, মিহলোৱা—।

বাৰেমতৰা।

বিণ. মিশ্ৰিত, যুক্ত, সম্পৃক্ত।

মিহলি, খৰমিহলি, সানমিহলি, বাৰেমি[redacted]লি। বাৰে মজলুৱা।

হাইব্ৰীড। ভজুৱা, ভাজ দিয়া।

যৌগিক।

একত্ৰীকৃত, মিলিত। চামিল।

একাকাৰ, একেতৰী।

মিশ্ৰ, অবিশুদ্ধ।

**৪৯৫ নিৰ্যাস**

বি. নিৰ্যাস, সাৰাৎসাৰ; ক্বাথ, ৰস, আৰক।

সাৰ, সাৰবস্তু, সাৰভাগ, মূলবস্তু, বস্তু।

পাতন, ডিষ্টিলেছন। তলনি, গেদ।

অধঃক্ষেপণ। ঊৰ্ধ্বপাতন। নিষ্কাশন।

বিণ. নিষ্কাশিত।

**৪৯৬ চুম্বক**

বি. চুম্বক, মেগনেট, চুম্বক পাথৰ, লোডষ্টোন; তড়িৎ চুম্বক, ইলেকট্ৰো মেগনেট, চুম্বক শলাকা, কম্পাছ। বাৰ মেগনেট; হৰ্চ শু মেগনেট, অশ্বখুৰাকৃতি চুম্বক।

চুম্বকত্ব। চুম্বকক্ষেত্ৰ।

বিণ. চৌম্বক।

**৪৯৭ ধাতু**

বি. ধাতু, খনিজ, মেটাল।

চডিয়াম; মেগনেচিয়াম; এলুমিনিয়াম, ক্ৰোমিয়াম; মেঙ্গানিজ; লোহা; নিকেল; দস্তা; চেলেনিয়াম; ৰূপ; টাংষ্টেন; ইৰিডিয়াম; প্লেটিনাম; সোণ; পাৰদ; চিচা।

সংকৰ ধাতু, মিশ্ৰধাতু, যৌগিক ধাতু, উপধাতু, এলয়।

কাঁহ। বেল মেটাল; ব্ৰাচ।

পিতল, পিত্তল, পীতলক, লোহিতক, কপিলোহ, পিঙ্গল লৌহ, ক্ষুদ্ৰ সুবৰ্ণ।

ষ্টেইনলেচ ষ্টীল। ইস্পাত।

অষ্টধাতু [সোণ; ৰূপ; তাম; পিতল, কাঁহ; সীহ; চিচা; লো]।

ধাতুবিদ্যা, ধাতুবিজ্ঞান, ধাতুবাদ, মেটালাৰজি।

বিণ. ধাতুময়, ধাতুনিৰ্ম্মিত, ধাতব, ধাতুপূৰ্ণ, ধাতুগৰ্ভ, ধাতুঘটিত।

বিণ./বি. ধাতুবিজ্ঞানী, মেটালাৰজিষ্ট।

বি. মামৰ, মৰিচা।

**৪৯৮ তেল**

বি. তেল, তৈল; তেল-কুৰ, স্নেহপদাৰ্থ। তেলনি। তেলী-ছাই। ঘি, ঘিউ, ঘৃত, হবি। মাখন, ননী, নৱনীত। ছানা,পনিৰ, ছিজ; বনস্পতি।

চৰ্ব্বি; কডলিভাৰ অয়েল। মাৰ্গাৰিন, টেলো।
খোৱাতেল, খাই-তেল, মিঠাতেল, সৰিয়হ তেল। নাৰিকল তেল। এড়ী তেল; কেষ্টৰ অয়ল; ৰাই তেল। তিচি তেল।
সূৰ্যমুখী তেল। ৰেপছিড তেল; চয়াবিন তেল; জলফাই তেল। লং তেল; আমলা তেল; নিম তেল।
মূৰত ঘঁহা তেল, কেশতেল; সুগন্ধি তেল, ফুল তেল, গোন্ধ তেল। তেলীচুঙা। তেলৰ বাটি।
তাৰ্পিন তেল।
খলিহে।
তৈলবীজ; সৰিয়হ। ঘানী, তেলপেৰা কল। তৈলযন্ত্ৰ। তেলী-শাল, তেলশাল, তেল-গছ, তেল পেৰা—। তেলী-পাট। প'লা।
তেল ঘঁহা—, তেল মালিচ কৰা—, তেল-টেঙা ঘঁহা—।
তেল-চিকটি। তেল-ভকুৱা।
তেল-বিয়লী।
তেল মৰা—। তেল বঢ়া—, তেল ফটা—।
খনিজ তেল; পেট্ৰোলিয়াম; ক্ৰুড, খাৰুৱা তেল; কেৰাচিন; পেট্ৰল, গেছোলিন; স্পিৰিট, মেথিলেটেড স্পিৰিট; এভিয়েশ্বন স্পিৰিট, ডিজেল, হাইস্পিড ডিজেল, লাইট ডিজেল অয়ল; ইঞ্জিন অয়ল, লুব্ৰিকেটিং অয়ল; গ্ৰিজ, ভেছলিন, পেট্ৰোলিয়াম জেলি; পমেড; পেৰাফিন। পেট্ৰোকেমিকেল।
তেল শোধনাগাৰ, ৰি-ফাইন-এৰি।
তৈলক্ষেত্ৰ, অয়লফিল্ড। তেলকূপ। ড্ৰিলিং, অফশ্বৰ ড্ৰিলিং।
পেট্ৰোল পাম্প, গেছ ষ্টেশন।
লুব্ৰিকেশ্বন, তৈলাক্তকৰণ। অয়ল কেন।
তেলী-ছাই। তেল-চিকটি।
তেলী।
বিণ. তেলতেলীয়া, তৈলাক্ত। তেল্চা, তেল্চীয়া।
তেল-ক'লা, তেল-ক'লীয়া।
তেলেতীয়া। তেলাল, তেলী।
বিণ./বি. তেলীয়া।

**৪৯৯ সূতা**

বি. সূতা, সূত্ৰ, আঁহ। ফাইবাৰ।
টোৱাইন। গুলি। ৰিল। নেছা।
পশম, উল, উৰ্ণা, উণ, পছমিনা; কেছমিলন। আলপকা।
নাইলন; ৰেয়ন; পলিয়েষ্টাৰ। ডেক্ৰন। জৰি।
ৰেচম, চিল্ক। কপাহী; মুগা; এড়ী; পাট; মেজাঙ্কৰী; তচৰ; বাপতা। তাফতা। শণ; খয়েৰ।
তুলা, কপাহ।
যতৰ, চৰ্খা। মহুৰা, উঘা, চেৰেকী। টাকুৰি। সূতলাহি।
পলু, লেটা; মুগাপলু; পাটপলু; এড়ী পলু।
তাঁতী; জোলা; ধুনোতা, ধুনীয়া, ধুনুৰি।
বিণ. আঁহীয়া, জবৰা, ভোবোৰা। কপাঁহী।

**৫০০ কাঠ**

বি. কাঠ, কাষ্ঠ, দাৰু, লাকড়ি।
তক্তা, পাট।
প্লাইউড; টিক প্লাই; লেমিনেটেড শ্বিট।
চৰ্ফ্ট বোৰ্ড।
শালকাঠ; চেগুণকাঠ, টিক; চিচু কাঠ; কঠাল কাঠ; পাইন কাঠ; গমাৰি কাঠ; নাহৰ কাঠ; মেহগনি কাঠ।
চিজন কৰা—, কাঠ শুকোৱা—।
কাঠফলা—। কুন্দা।
কাঠৰমহল।
কাঠ কটাৰ যন্ত্ৰ।
বিণ. কাঠৰ, কাষ্ঠ নিৰ্ম্মিত, দাৰুময়, কাষ্ঠময়।
বিণ./বি. কৰতীয়া। কাঠমিস্ত্ৰী। কাঠৰীয়া, কাঠকটীয়া, সূত্ৰধৰ। বাঢ়ৈ।

**৫০১ কাগজ**

বি. কাগজ, কাকত, ভূৰ্জ্জপত্ৰ, ভূজপাত, সাঁচিপাত, তুলাপাত।
বণ্ডপেপাৰ; টিছু পেপাৰ; আৰ্ট পেপাৰ; ড্ৰয়িং পেপাৰ; কাৰ্ট্ৰিজ পেপাৰ; ট্ৰেচিং পেপাৰ; অয়ল পেপাৰ; চেলোফেন পেপাৰ; নিউজপ্ৰিণ্ট; মেপলিথো; এণ্টিক পেপাৰ; পাৰ্চমেণ্ট পেপাৰ; হেণ্ডমেড পেপাৰ; ব্লটিং পেপাৰ; ফিল্টাৰ পেপাৰ; কাৰবন পেপাৰ; চাম্ৰা কাগজ; ওৱাল পেপাৰ।
বৰ্ড; কাৰ্ডবোৰ্ড; পেষ্টবোৰ্ড; ষ্ট্ৰবোৰ্ড। কাৰ্ড।
ফুলস্কেপ; ক্ৰাউন; ডবল ক্ৰাউন; ডিমাই; ডবল ডিমাই; শ্ৰীৰামপুৰী। ফৰ্ম্মা।
কাগজ কল, পেপাৰ মিল। মণ্ড, কাগজৰ মণ্ড। পাল্প।

**৫০২ ৰাসায়নিক দ্ৰব্য**

৫০২.১ লৱণ, লোণ, নিমখ, চডিয়াম ক্লৰাইড।
সন্ধ্যক, সন্ধ্যক লোণ। সৈন্ধৱ লৱণ, ক'লা নিমখ।
বিণ. লৱণাক্ত।
৫০২.২ তুতিয়া, হৰিতাশ্ম, নীলাঞ্জন, কপাৰ, সালফেট; ব্লু ভিট্ৰিয়ল।
৫০২.৩ খাৰ, কলখাৰ, ছাইখাৰ, গোটাখাৰ। চ'ডা, চ'ডি বাইকাৰ্ব, চ'ডিয়াম বাই কাৰবোনেট; খোৱা চ'ডা; বেকিং পাওদাৰ; খাৰণি। খাৰণি-ছটা, খাৰণি -সঁতা। খাৰলি। খাৰ-ঘৰ। খাৰঘৰীয়া।
৫০২.৪ সুৱগা, বোৰাক্স, ক্ষাৰ লৱণ, ধাতুদ্ৰাৱক, পাচনক। সোণত সুৱগা চৰা।

৫০২.৫ নিশাদল, এমোনিয়াম ক্লোৰাইড। এমোনিয়া।
৫০২.৬ পটাছ, পটাছ পাৰমাঙ্গানেট।
৫০২.৭ কাৰবাইড, কেলচিয়াম কাৰবাইড।
৫০২.৮ কাৰবনডাই অক্সাইড। কাৰবন মনোক্সাইড।
৫০২.৯ চুণ, চূৰ্ণ, শিলচুণ, শামুকচুণ।
চকমাটি, খড়ি মাটি, খৰিমাটি। কেলচিয়াম কাৰবোনেট।
চুণপানী।
৫০২.১০ ক্ষাৰ, খাৰ, আলকেলি; যৱক্ষাৰ, য-খাৰ, যক্ষাৰ। চঁড়া, কচটিক চঁড়া।
বিণ. ক্ষাৰযুক্ত, খাৰুৱা।
৫০২.১১ কাফুৰ, কৰ্পূৰ, স্ফটিকাভ্ৰ, ৰসকেশৰ, চন্দ্ৰভস্ম।
৫০২. ১২ ফিটকিৰি, এলাম, স্ফটিকাৰি।
৫০২.১৩ বাৰুদ, খাৰ-বাৰুদ, গান পাওদাৰ। বাৰুদখানা।
৫০২.১৪ চীনামাটি; চিমেণ্ট; পোৰ্চেলিন; বোনচায়না।
৫০২.১৫ অভ্ৰ, অভ্ৰক, মাইকা।
৫০২.১৬ পিচ্‌, বিটুমেন; আলকাতৰা, টাৰ; এচফাল্ট।

৫০৩ অম্ল

বি. অম্ল, অম্লতা, টেঙা, অম্বল, ষষ্ঠৰস। অম্লজান। এছিড।
অম্লপিত্ত, অম্ল-শূল।
আমিনো এছিড। কাৰ্বলিক এছিড। কাৰ্বনিক এছিড, অঙ্গাৰাম্ল। ক্ৰোমিক এছিড। চাইট্ৰিক এছিড, জম্বীৰাম্ল। হাইড্ৰোক্লৰিক এছিড, মুৰাটিক এছিড, লৱণাম্ল। লেকটিক এছিড। নাইট্ৰিক এছিড। এচাৰবিক এছিড। অক্সলিক এছিড। চালফিউৰিক এছিড, গন্ধকাম্ল। একোয়াৰিজিয়া। টাৰটাৰিক এছিড, ফেনাইল।
বিণ. আম্লিক, অম্লাক্ত।

৫০৪ মহাৰ্ঘবস্তু

বি. মহাৰ্ঘ বস্তু, দামী বস্তু, অমূল্য সম্পদ।
ৰত্ন, ৰতন, মণি, মাণিক, মণি-মাণিক্য; মণিমুক্তা। জহৰত; হীৰা-মুকুতা, হীৰা-জহৰত।
সোণ, সোণ-বান।
হীৰা, হীৰক, ডায়মণ্ড। কোহিনুৰ।
মুক্তা, মুক্তিকা, মুকুতা, গজমুক্তা, গজমুকুতা, মোতি, মৌক্তিক। মূল্যবান পাথৰ, গ্ৰহৰত্ন।
চুনি, ৰুবি, পান্না, মৰকত। নীলকান্তমণি, নীলমণি, অসিতাশ্ম, অসিতোপল; বৈদুৰ্য মণি। প্ৰবাল, ৰক্ত প্ৰবাল, ক্ৰেল। গোমেদ, ৰাহুৰত্ন, পীতমণি; কেট্‌চ আই। পোখৰাজ, পুষ্পৰেণু, পুষ্পৰাগ। সূৰ্যকান্তমণি। চন্দ্ৰকান্তমণি, চন্দ্ৰোপল, ইন্দুকান্ত, শশীকান্ত, মুনষ্টোন। পদ্মৰাগ। টোপাজ। আগেট, গন্ধৰ্বমণি। স্ফটিক, ক্ৰিষ্টেল।
পঞ্চৰত্ন [মুক্তা; প্ৰবাল; নীলকান্ত; হীৰক; পদ্মৰাগ]। নৱৰত্ন [মুক্তা; মণিক্য; বৈদুৰ্য্য; গোমেদ; বজ্ৰ, বিদ্ৰুম, পদ্মৰাগ; মৰকত; নীলকান্ত]।
উপৰত্ন [গোমেদ; স্ফটিক, প্ৰবাল]।
গুৰুৰত্ন।
ৰত্নপ্ৰভা, হীৰাৰ চিকমিকনি।
বিণ. ৰত্নময়, মণিময়, মণিমণ্ডিত, ৰত্নমণ্ডিত, মণিখচিত। ৰত্নখচিত, ৰত্নগৰ্ভ, ৰত্নপ্ৰভ।
বিণ./বি. জহৰি; ৰত্নজীৱী, ৰত্নবণিক।

৫০৫ বিষ

বি. বিষ, বিহ, জহৰ, হলাহল, গৰল, কালকূট।
আৰছেনিক; পটাছিয়াম ছায়নাইড; ডি ডি টি; ফলিডল; মাৰকিউৰিক ক্লোৰাইড; আফিং, অহিফেণ, কানি।
কীটঘ্ন, কীটনাশক দ্ৰব্য, পোক মৰা দৰব, ইন্‌ছেক্টিছাইড; ডেটেল, ফিনাইল।
বিষবৃক্ষ। বিষকন্যা। বিষকুম্ভ।
বিষোৱা—, বিষ সঞ্চাৰ, বিষক্ৰিয়া। বিষোদ্গাৰ।
দূষণ, দূষিতকৰণ, তেজস্ক্ৰিয়তা, ৰেডিঅ' এক্‌টিভিটি।
বিষপ্ৰয়োগ, বিহ দিয়া—, বিহ খুউৱা—।
বিহদাঁত, বিষদন্ত।
বিষ জৰা—, বিষ নমোৱা—, বিষ চিকিৎসা।
বিষবিজ্ঞান, বিষবিদ্যা।
বিষবৈদ্য, ওজা; বিষচিকিৎসক; বিষ জৰা—।
বিণ. বিষাক্ত, বিষদুষ্ট; বিষধৰ, ডাইল, বিষাল।
[বিপ.] নিৰ্বিষ, বিষশূন্য, বিষহীন। বিশনাশক, বিষহৰ।

# ১৮ আবৰণ-আচ্ছাদন-পোছাক



**৫০৬ আবৰণ**

**বি.** আবৰণ, আচ্ছাদন, প্ৰচ্ছাদন, পোছাক, সাজ-পাৰ, সাজ-পোছাক।
চাদৰ, চেলেং। বিছনা চাদৰ। বে'ড ক'ভাৰ। টেবুল ক্লথ।
লেপ, কম্বল, কেঁথা।
ঢাকন, ঢাকোন, ঢাকনি; সাঁফৰ।
ঢাকি ৰখা—, ঢাকন দিয়া—, ভৰাই থোৱা—, সুমাই থোৱা—।
প্ৰলেপ, লেপন।
বকলা, জিল, চাম্‌ৰা, প্ৰচ্ছদ।
প্লাষ্টাৰ; কোটিং; লাইনিং।
পেকিং, পেকিং বক্স।
খোল; ওয়াড়; গিলিপ।
খাম, এন্‌ভেলপ, লেফাফা। ঠোঙা।
ৰভা, ৰভা-পৰলা, চালি; চায়না, চামিয়ানা, চন্দ্ৰাতপ, আমহী-ঘৰ, মণ্ডপ, বিতান, পেণ্ডেল। তম্বু।
ত্ৰিপাল। এছবেষ্টচ। কৰোগেটেড টিন। টাইল, খাপৰি।
কেনভাছ। খেৰৰ চাল।
শতৰঞ্চি। পাটি, কঠ।
পৰ্দা, স্ক্ৰিন; যৱনিকা; বেৰ-কাপোৰ, [illegible]ৰকাপোৰ। ওৰণি, অৱগুণ্ঠন, বোৰ্খা। পৰ্দাপ্ৰথা।
টাপলি। বেগেজ।

**বিণ.** আবৃত, আচ্ছাদিত, প্ৰচ্ছাদিত, প্ৰচ্ছন্ন, আচ্ছন্ন, সমাচ্ছন্ন, অৱগুণ্ঠিত, পৰ্দানছিন, ঢাকখাই থকা।
নিমীলিত, সংকুচিত, কোচখাই থকা। বন্ধ।

**৫০৭ বস্ত্ৰ**

**বি.** বস্ত্ৰ, কাপোৰ; কাপোৰ-কানি। টেক্সটাইল।
বসন, বাস; পৰিধেয়।
ফটা কাপোৰ, ফটাকানি, কানি, লতাকানি-ফটাকানি, কানি-কাপোৰ, ছিৰা-কানি, লাকটি-পাকটি। জীৰ্ণবস্ত্ৰ, জীৰ্ণবসন, চেঁওৰা, ছিন্নবস্ত্ৰ।
[বস্ত্ৰ বৈভিন্ন্য] কেমব্ৰিক; কেলিকো; ভয়েল; লন; অৰগাণ্ডি; পপ্‌লিন; মলমল; আদ্দি; ড্ৰিল; জিন; ডেনিম; কৰ্ডুৰয়; ক্ৰেপ; টুইল; ছিল্ক টুইল; মাৰ্কিন; লং ক্লথ।
মচলিন; চিফন; জৰ্জেট; ব্ৰোকেড; অৰগানজা; লিনেন।
মখমল; কিংখাপ; ভেলভেট; চাটিন; চাৰ্কস্কিন; ফেল্ট; কেনভাছ।
ছিল্ক, ৰেচম, ৰেচমী কাপোৰ; পাটৰ কাপোৰ; কপাহী কাপোৰ; পচমিনা; চায়না ছিল্ক, চীনাংশুক; পট্টবস্ত্ৰ, পট্টাম্বৰ; শণবস্ত্ৰ; তাফতা; তছৰ; মুগা; এড়ী; বাফতা, বালিচৰি, ক্ষৌমবস্ত্ৰ।
তাঁতৰ কাপোৰ। মিলৰ কাপোৰ।
পচম; টুইড; ফ্ৰেনেল; গেবাৰ্ডিন; চাৰ্জ; উৰষ্টেড।
নাইলন; টেৰিলিন; টেৰিন; টেৰিকট; টেৰিউল; ডেক্ৰন; অৰলন; পলিয়েষ্টাৰ।
ফিতা, লে'চ। নেটিং, নেট। জৰি। ৰোলেক্স।
গামোচা, টাৱেল, নেৰীয়া গামোচা। লেংটি।
বয়ন, বয়ন শিল্প। বোৱন।
কাপোৰৰ দোকান, বস্ত্ৰালয়।

**বিণ.** বস্ত্ৰাবৃত।

**বিণ./বি.** বস্ত্ৰবিক্ৰেতা, কাপোৰ বেপাৰী।
বোৱনি; বোৱনী (স্ত্ৰী)। তাঁতী, তাঁন্তী।

**৫০৮ অঙ্গাবৰণ**

**বি.** অঙ্গাবৰণ, গাত্ৰাবৰণ, দেহাবৰণ; গাত্ৰবস্ত্ৰ, অঙ্গবাস, অঙ্গবস্ত্ৰ; গাৰ কাপোৰ, পিন্ধা কাপোৰ, পোছাক, পৰিচ্ছদ, পোছাক পৰিচ্ছদ, সাজ-পাৰ, সাজ-পোছাক, সাজনি, কাপোৰ-কানি, সাজ-সজ্জা, বেশভূষা, বসন-ভূষণ, পোছাকী সাজ, পোছাকী কাপোৰ।
লাস-বেশ, ধুন-পেচ, লাহ-লোটন।
উৰ্দ্দি; সমবেশ, ইউনিফৰম; জাৰ্চি।
পিন্ধা—, পিন্ধোৱা—, পৰিধান, গাত লোৱা—।
পিন্ধন, পিন্ধন-উৰণ।
চাপৰাচ্। তক্‌মা, বেজ।
পিন্ধোতা।

**বিণ./বি.** পৰিধেয়, পৰিধানকাৰী।

**ক্ৰি. বিণ.** সাজি-কাচি, সাজি-পাৰি, পিন্ধি-উৰি।

**৫০৮.১** ধুতি, ধুতী, চুৰিয়া, অধোবস্ত্ৰ। পোন্ধ, খোৰ। মেৰতলি, খোচনা। ডবল লেংটি।
কচ্ছা, কাছুটি। তিয়নি, তিয়নি-কানি। লুঙ্গি। কৌপীন, পোকৰ টনা, লেংটি। হালোৱা-গাঁতি।

**৫০৮.২** চাদৰ; চুৰ্নি, দোপাট্টা; উত্তৰীয়, উত্তৰবাস।
বৰকাপোৰ; খনীয়া কাপোৰ। পাৰি, শেল, আউঠি।

**৫০৮.৩** অধোবস্ত্ৰ; পেটিকোট; চেমিজ।

**৫০৮.৪** ব্লাউজ, চোলি; টপ; স্লিভলেচ, হাতকটা।

**৫০৮.৫** অন্তৰ্বাস, ব্ৰা, ব্ৰেচিয়াৰ, বডিচ। স্লিপ, কৰচেট।

**৫০৮.৬** কামিজ; হাফশ্বার্ট; ফুল শ্বার্ট, হাতদীঘল চোলা; ফটুৰে, ফটুৰে-চোলা, ফটো-চোলা।
টি-শ্বার্ট; বুশ শ্বার্ট। গেঞ্জি, বনিয়ন।
কুৰ্ত্তা, পাঞ্জাবী, আলখাল্লা; আচকান, চেৰোয়ানি; চৌগা, চাপকন, চৌগুণ-চোলা। বেগিশ্বার্ট।
চোলাৰ হাত, আস্তিন, স্লিভ্‌ছ; কাফ, কাফ লিংকছ; কলাৰ; জেপ, পকেট, বুকুৰ জেপ; ঘড়ি জেপ, হিপ পকেট।

**৫০৮.৭** পায়জামা; চুৰিদাৰ; চেলোৱাৰ; জিনছ; স্লেক্‌ছ; বেলবটম; ব্রিচেছ।
পেণ্ট; হাফপেণ্ট; চৰ্টচ।
জাঙিয়া; আণ্ডাৰ ওৱেয়াৰ; ব্রিফ; পেণ্টি। চইমিং ট্রাঙ্ক। চইমিং কষ্টিউম, সুইম সুট; বিকিনি।

**৫০৮.৮** থান, থানকাপোৰ, অখণ্ডবস্ত্র।

**৫০৮.৯** কোট, জেকেট; জার্কিন; ওভাৰকোট, লংকোট, অলেষ্টাৰ; ওয়েষ্টকোট; জহৰকোট; উইণ্ডচিটাৰ।
চুয়েটাৰ; পুলওভাৰ; কার্ডিগান। ভেষ্ট। জাম্পাৰ।

**৫০৮.১০** ফ্রক; স্কার্ট; মিনিস্কার্ট; মিডিস্কার্ট; মাক্সিস্কার্ট; টিউনিক।

**৫০৮.১১** গাউন; ড্রেচিং গাউন; ওভাৰ অল; আলখাল্লা; হাউচকোট, ডাষ্টাৰকোট; কাফতান; নাইটি। মেখেলা। বোৰখা।

**৫০৮.১২** ঘাগৰা, চোলি।

**৫০৮.১৩** ৰেইনকোট, ওয়াটাৰপ্রুফ; মেকিনটছ।

**৫০৮.১৪** মোজা, চক্‌চ। লেগিংছ; ড্রয়াৰছ।
এংকলেট্; নী কেপ।
হাতমোজা, গ্লাভ্‌চ।

**৫০৮.১৫** ৰুমাল, উৰমাল, হাঁচতি, মুখমোচা, মুখচা।

**৫০৮.১৬** টাই, নেকটাই; বো। কলাৰ. কুম্ফৰটাৰ, গলাবান, মাফলাৰ। স্কার্ফ। গলাবন্ধ।

**৫০৮.১৭** কমৰবন্ধ, পেটি, টঙালি, পটুকা, কঁকালি, বেৰটি; ষ্ট্রেপ, বেল্ট।

**৫০৮.১৮** ব্রেজাৰ, স্পোর্টছ জেকেট। ট্রেকচুট্। জার্চি, স্পোর্টচ শ্বার্ট।

**৫০৮.১৯** জাৰকাপোৰ, গৰম চোলা; গৰমকোট; গৰম পেণ্ট; গৰম ব্লাউজ; গৰম চাদৰ, শ্বাল, আলোৱান, এড়ী চাদৰ; স্কার্ফ, ৰাগ।
লেপ, ব্লেংকেট, কম্বল, ৰেজাই, কেঁথা।

**৫০৮.২০** [অন্যান্য] চুট; চাফাৰি চুট; কম্বিনেছন চুট। চালোৱাৰ চুট। নিকাৰবোকাৰ।

**৫০৯ মস্তকাবৰণ**

বি. কেপ; হেট, ফেল্টহেট। শিৰস্ত্ৰাণ, মস্তকাবৰণ, শিৰোবেষ্টন; হেলমেট, ক্রেছ হেলমেট।
টুপি; গান্ধীটুপি; জগন্নাথী টুপি; ‹েপালী টুপি; কাশ্মীৰী টুপি; পানামা টুপি; ফেজ টুপি।
পাগ, পাগুৰি [কুহম-বুলীয়া, খেকেক-পতীয়া, গৰখীয়া, টোকণীয়া, থিয়-কণীয়া, মহাজনীয়া]।
মুকুট, শিৰোভূষণ, কিৰীটি, মৌলি।
ছাতি, ছত্র, ছত্রক। আতপত্র, আতপবাৰণ।
জাপি [পানীজাপি, হালোৱা জাপি; ডাং-জাপি; বৰ জাপি; সৰু দৈয়া জাপি; পাটী-দৈয়া জাপি]।

বিণ. মুকুটধাৰী, মৌলী।
পাগুৰিমৰা।
ছত্রধাৰী।

**৫১০ জোতা**

বি. জোতা, পাদুকা, উপানৎ; খৰম, চটি, ফস্তা, ফানতি।
পয়জাৰ।
স্লিপাৰ, চেণ্ডেল, কোলাপুৰী চেণ্ডেল, হাওয়াই চেণ্ডেল। বুট, গামবুট; পাম্প শ্ব; নাগেৰা জোতা। হিলজোতা, হাইহিল।
খেলাৰ জোতা। বেডমিণ্টন শ্ব। টেনিচ শ্ব।
ফুটবল বুট।
হিল; চোল; হাফ চোল।
জোতাৰ ৰং, জোতাৰ পালিচ; বুট পালিচ।
জোতাৰ ফিটা।

বিণ./বি. চৰ্মকাৰ, চমাৰ, মুচী।

**৫১১ নগ্নতা**

বি. নগ্নতা, নগ্নত্ব, উলঙ্গতা।
বিবস্ত্রতা।

বিণ. নগ্ন, নাঙঠ, ধুম-নাঙঠ, নাঙঠী (স্ত্রী), উলঙ্গ, লেংটা, বে-মটৰ, নিছলা-পিছলা, বিধৰী, বিবস্ত্র, বিবস্ত্রা (স্ত্রী), উভ-নাঙঠ। নাঙঠ-পিঙঠ। আবৰণহীন, অনাবৃত, উদং-মুদং, নিৰাবৰণ, বিবসনা (স্ত্রী), আদ-নাঙঠ, আদ-উদং, উদং-মুদং, আদং-উদং, অৰ্দ্ধ-নগ্ন, অৰ্দ্ধ-নগ্না, আদ-নাঙঠী (স্ত্রী), স্বল্প-বসনা।

ক্রি. বিণ. নাঙঠ হৈ, লেংটা হৈ।

**৫১২ উন্মুক্ততা**

বি. উন্মুক্ততা, মুকলি ভাব, খোলাভাব। নগ্নতা।
উন্মোচন, উদ্‌ঘাটন, প্রকাশ, উন্মীলন। ছাল ছেলোৱা—, চামৰা ছেলোৱা—, খুলি পেলোৱা—। উদঙাই দিয়া—, উদং মেলা—।
অনাবৰণ, অনাচ্ছাদন।
ফলঙনি।

বিণ. উন্মুক্ত, মুকলি, খোলা, উদং, ফলং, ফলং ফাং, ফলঙা, চটচটা, খোৰাং বাং, মুকলি-চাকলি, মুকলি-সাৰলি, ফলাংলেঙীয়া। ট

ঢৈয়া। অনাচ্ছাদিত, অনাবৃত।

খোলা, খোলা-মেলা, উদি। শুদা। সুদা, খালি।

উন্মোচিত, উদ্‌ঘাটিত, প্ৰকাশিত, উন্মীলিত।

উদঙীয়া, হাদাং, হাদাঙি, হাদানি, হেদানি, হেদাঙি।

বিণ./বি. উন্মোচক; উদ্‌ঘাটক, উন্মোচনকাৰী।

ক্ৰি.বিণ. শু(সু)দা হাতে, খালি হাতে। দঙা-মুঠীয়াকৈ।

**৫১৩ পৰিবেষ্টন**

বি. পৰিবেষ্টন, পৰিবেষ্টনী, গণ্ডী, পৰিধি, পৰিসীমা, মেৰ, আওতা, চাৰিসীমা, আবেষ্টন, আবেষ্টনী, বেৰণ, ঘেৰ, অৱৰোধ, ঘেৰি লোৱা—।

জেওৰা, টাটী।

ঘেৰা জেগা, ঘেৰা ঠাই, বেৰা দিয়া ঠাই; চোতাল।

বিণ. পৰিবেষ্টিত, পৰিবৃত।

**৫১৪ ভিতৰ**

বি. ভিতৰ; মাজ; অভ্যন্তৰ; অন্তৰ্ভাগ, অন্তৰ্দেশ, অভ্যান্তৰভাগ; মধ্য, মধ্যদেশ, মধ্যভাগ।

অন্তঃপুৰ। পেট।

মৰ্ম্ম, মৰ্ম্মস্থল; আমঠু; মূল, মূলকেন্দ্ৰ, অন্তৰতম প্ৰদেশ। কেন্দ্ৰ, কেন্দ্ৰস্থল, কেন্দ্ৰবিন্দু।

কোঁহ, ফুটা, জিম, শাহ।

সুমুৱাই দিয়া—, প্ৰবেশ কৰোৱা—।

বিণ. আভ্যন্তৰ, আভ্যন্তৰিক, আভ্যন্তৰীণ। ভিতৰুৱা।

অন্তৰ্নিহিত, অন্তঃশীল, অন্তৰ্লীন, নিগুৰ, গূঢ়, নিগূঢ়, গুপ্ত, দুৰ্জ্ঞেয়, গভীৰ।

অভ্যান্তৰস্থ, মধ্যস্থিত, অন্তৰস্থ, অন্তঃস্থ, অন্তঃস্থিত।

অন্তৰ্ভুক্ত, অন্তৰ্গত, অন্তৰ্ভূত। কেন্দ্ৰগত, কেন্দ্ৰস্থ। অন্তৰ্মুখ, অৰ্ন্তমুখী।

প্ৰবিষ্ট।

ক্ৰি. বিণ. ভিতৰত, ভিতৰি ভিতৰি, অন্তৰি, আঁহে-কোঁহে, আঁতে আঁতে।

**৫১৫ বাহিৰ**

বি. বাহিৰ, বাজ, বাজফাল।

বহিৰ্ভাগ, বহিৰ্দেশ, বহিৰংশ, বহিৰ্লোক।

উপৰিভাগ, ওপৰভাগ, ওপৰ; উজনি; বাহ্য।

ওপৰণি।

বিণ. বহিস্থ, বাহিৰা,

বহিৰ্ভূত, বহিৰ্গত।

বাহ্য, বাহ্যিক।

বহিৰ্মুখ, বহিৰ্মুখী। বাহ্য, বাজৰ, বজুৱা। উজনীয়াল।

ক্ৰি. বিণ. বাহিৰে, বাজে, বাহিৰত, বাহিৰে বাহিৰে; ওপৰত।

**৫১৬ প্ৰকাশ**

বি. প্ৰকাশ, প্ৰকাশন, স্ফুটন; উদ্ভাস, উদ্ভাসন, উন্মেষ; উদয়। অভিব্যক্তি।

বিকাশ, ক্ৰমবিকাশ, ক্ৰমপ্ৰকাশ, বিৱৰ্ত্তন। আত্মপ্ৰকাশ।

গা দেখা দিয়া—। গাজ মেলা—।

ঢাক ঢোল বজোৱা—; জহাই ফুৰা—; সদৰি কৰা—; ব্যক্ত কৰা—; জনা-জনি কৰা—, জনাজাত কৰা—; ৰাষ্ট্ৰ হোৱা—, ৰজনজনা কৰা—, ফাদিল কৰা—, জনাজাত কৰা—, ৰৌজাল-বৌজাল কৰা—, গাই ফুৰা—, প্ৰচাৰ কৰা—, ভেদ ভঙা—, ইঙ্গিত দিয়া—, ইছাৰা দিয়া—, ঠাৰ দিয়া—। কৈ ফুৰা—। গুমৰ ফাক।

বিণ. প্ৰকাশিত; প্ৰকট; প্ৰকটিত; স্ফুট, পৰিস্ফুট; প্ৰস্ফুটিত; বিকশিত; স্পষ্ট, সুস্পষ্ট, ফুলা।

অনাবৃত; মূৰ্ত্ত, প্ৰমূৰ্ত্ত; অভিব্যক্ত। সণ্ডালনি, সঢলনি, সণ্ডালনীয়া, ব্যক্ত। প্ৰচাৰিত। ৰজনজনা, ৰৌজাল— বৌজাল।

জলজীয়াত, জনাজাত, জনাজনি।

উন্মেষিত, উদ্ভিন্ন।

উদিত, সমুদিত।

দেখদেখ, দেখাদেখি, খোলাখুলি।

প্ৰকাশ্য, প্ৰকট, জলজল পট্‌পট্।

প্ৰকাশিতব্য, প্ৰকাশনীয়।

বিণ./বি. প্ৰকাশক, প্ৰকাশকাৰী।

ক্ৰি.বিণ. প্ৰকাশ্যে, দেখদেখকৈ, দেখাদেখিকৈ, বে-ফিকিৰ, জনাজনিকৈ; মুক্তকণ্ঠে, অসংকোচে, নিঃসঙ্কোচে, সৰ্ব্বসমক্ষে, সণ্ডালনিকৈ, সঢলনিকৈ। খোলাখুলিকৈ।

**৫১৭ গোপনতা**

বি. গোপনতা, গোপনীয়তা, প্ৰচ্ছন্নতা।

সংগোপন। ফুচফুচনি, গলাগোপা, চাপি-চুপা।

লুকুৱাই ৰখা—; আঁৰ।

আঁৰল, আঁৰাল, অন্তৰাল, আঁৰ, আঁৰ-বেৰ। নেপথ্য।

ঢাক-ঢুক, ঢুক-ঢাক, হামলিম, লুক-ঢাক, লুকা-লুকি।

ঢাকনি, বেৰ, চকোৱা, মেৰ। আৱৰণ। আৱোৱাণ। আৱণধৰা।

গুপুস্থান, গোপনস্থান, গোপন ঠাই, নিভৃতস্থান; অজ্ঞাত স্থান। আবুৰ।

অজ্ঞাত বাস। আত্মগোপন, গা ঢকা দিয়া—, অঃফুট মৰা—, সুৰুকা মৰা—। আঁৰ কাপোৰ, পৰ্দ্দা।

মুখা, ছদ্মবেশ, গুপ্তবেশ, ভেশ, ভেশছন, বেশচন, ভাও। গুপ্ত কথা। মন্ত্ৰগুপ্তি। গুপ্তধন।

ৰহস্য, গুমৰ।

বিণ. গোপনীয়, প্ৰচ্ছন্ন, গুপ্ত, লুক্কায়িত, চাপাচী। অপ্ৰকাশ্য, অজ্ঞাপনীয়।

আবৃত। ঢাক খাই থকা—।

গোপন, চোৰাং, নিগূঢ়, গুহ্য, নিভৃত। ৰহস্যময়, ৰহস্যাবৃত।

গুজিয়া, গুজগুজীয়া, ফুচফুচীয়া।

বিণ./বি. চৰ, গুপ্তচৰ। গুপ্তঘাতক। গোয়েন্দা, ডিটেকটিভ। আত্মগোপনকাৰী। ছদ্মবেশী, ভেশছনকাৰী, কপটবেশী।

ক্রি. বিণ. গুপ্তভাৱে, গোপনে, মনে মনে, লুকাই লুকাই, লুকাই-চুৰকৈ, লুক-ঢাককৈ, সংগোপে, সংগোপনে, আঁৰলে-নিৰলে, অজ্ঞাতসাৰে, কোনেও নজনাকৈ, চোৰাংকৈ, আলেঙে-আলেঙে, আৰেঙে আৰেঙে, অপ্ৰকাশ্যে, টিপতে, অগোচৰে, আঁৰে আঁৰে, আঁৰত, ভিতৰি-ভিতৰি, ভিতৰে ভিতৰে, তলে তলে, আঁতে-আঁতে, লোকচক্ষুৰ অন্তৰালত, পেটে পেটে, পেটে-সমন্বিতে, মনে মনে, আলচুলকৈ, চুপে চাপে, চুপি চুপি, ঠাৰে-চিয়াঁৰে, ঠাৰে-ঠোৰে, খোপে-গোপে, থাপে-থুপে, গৈপ-খুপকৈ, থাপি খুপি, টাপি টুপি, থুপে থাকে, সুতুক কৰে, সুকুক কৰে, সুত কৰে।

৫১৮ ৰুদ্ধতা

বি. ৰুদ্ধতা, আবদ্ধতা, অৱৰোধ, অৱৰুদ্ধতা, নিৰুদ্ধতা, কাৰাৰুদ্ধতা, কাৰাবাস।

বন্ধ কৰি থোৱা—। আবদ্ধ কৰি ৰখা—।

তলা মাৰি থোৱা—। বন্দী দশা, বন্ধন দশা।

ঠিলা। সোঁপা, কাগ, তলা, তলা-চাবি, চাবি-কাঠি, চোৰাণি।

আটক, কয়েদ, বন্ধন।

কয়দী। বন্দী।

জেল, জেলখানা, কয়েদখানা, বন্দীশাল, কাৰাগাৰ, ফাটেক।

হাজোত, হাজতখানা। লকআপ।

খোৱাৰ। সজা।

বিণ. ৰুদ্ধ, আবদ্ধ, অৱৰুদ্ধ, নিৰুদ্ধ, বন্ধ, কাৰাৰুদ্ধ; আটকাধীন।

**৫১৯ পৰিচ্ছন্নতা**

বি. পৰিচ্ছন্নতা, পৰিষ্কাৰ-পৰিচ্ছন্নতা।
স্বচ্ছতা।
চিকমিকনি। চোৱোকানি।

বিণ. পৰিচ্ছন্ন, পৰিষ্কাৰ-পৰিচ্ছন্ন, চাক্-চিকণ, ছাফ-চিকুণ, ছাফ, ছাফা, পৰিষ্কাৰ; পৰিপাটি, তপতিয়াৰ, তপতৈয়াৰ, পৰিষ্কৃত।
নিকা। মচি-সাৰি থোৱা, সাৰিপুচি থোৱা, সাৰি থোৱা, মচি থোৱা, মচা-কচা।
চিকচিকীয়া। ফটফটীয়া।

ক্রি.বিণ. আঁতাই-পিটাই, সাৰি-মচি।

**৫২০ অপৰিচ্ছন্নতা**

বি. অপৰিচ্ছন্নতা, কলুষ, কলুষতা, পঙ্কিলতা, আবিলতা, আৱিলতা, মলি, মল, ফেদা। গেলেকনি, গেৰেকনি। চুৱনি, আওটনি, চুৱনিপাত, চুৱা-পাতনি, চুৱনি-গুৱি। অচনিয়া, চুৱা-পাত।
কুৰুস্থলী। খেৰেচনি, খিচনি, গুৱনি। মৃতনি।
জাবৰণি, বকৰাণি, গোকাটনি, জাবৰ-জোঁথৰ, আকলি-বাকলি।
আৱ(ব), জঞ্জনা, লতাকানি-ফটাকানি, লাকটি-পাকটি।

বিণ. অপৰিচ্ছন্ন, অপৰিষ্কৃত, অপৰিষ্কাৰ।
কলুষিত; নাগলি, ক্লেদাক্ত, ময়লা, ঘোদা, ঘোলা, আবিল, লেতেৰা, লেতেৰা-পেতেৰা, লেতেৰ-পেতেৰ, ঘেকেটা, ঘেটেলা, ঘেটেলী, জাবৰুৱা, জবৰুৱা, জবৰা, জবেৰী (স্ত্রী), খেদেলা, খেহনেজীয়া, খেদেলী (স্ত্রী) ঘোলা, মলিয়ন, খেহেটো; চেৰেঠ, খেৰেচ। জহদ, জহদা (স্ত্রী), জধলা; জেগেলা, ফেদেলা, ফেদুৱা, খেদেলা, ফপছতা, ক'লা-মলা। আলাই-জাবৰি, এলাই-জাবৰী।
পেলনীয়া। অদৰকাৰী, অদৰ্কাৰী। ওটা-ৰোকা, চুৱা-খোৱা, চুৱা-চেলেকা, চুৱা-বোটলা।

**৫২১ ধোৱন**

বি. ধোৱন, প্রক্ষালন, পখালন, মাৰ্জ্জন, পৰিষ্কৰণ, ধৌতকৰণ, ধৌতি, ধোৱা-পখলা, কাপোৰ ধোৱা—; আছাৰা—; ভাটিত দিয়া—; ড্রাই ক্লিনিং, পেট্রোল ওয়াছ।
ধোবাৰ ঘৰত দিয়া—।
কাপোৰ চেপা—।
মচা—, ধোৱামচা, সৰা-মচা, ঘঁহা-মজা।
শোটা, বাঢ়নী। ঝাৰু, জেৰেঙা।
স্নান, গোচল, গা ধোৱা—, গা তিওৱা—, সম্মাৰ্জ্জন।
আতপস্নান। স্নানবস্ত্র।
ধোবা, ধুবী; ধুবুনী; ৰজক; ৰজকিনী। ইস্ত্রিৱালা।
ধুবীখানা, লণ্ড্রি; ধোবাৰ-পাট।
ধোওঁতা; ধোঁৱতী। পখালোঁতা, পখালোঁতী (স্ত্রী)।
স্নানাগাৰ, গাধোৱা ঘৰ, গোচল-খানা।

বিণ. ধৌত, বিধৌত; প্রক্ষালিত, সম্মাৰ্জ্জিত।
স্নাৰ্ত। সৰা-পোচা, সৰা-মোচা, মোচা-সৰা।

**৫২২ শোধন**

বি. শোধন, বিশোধন, পৰিশোধন, শোধন প্রক্রিয়া। পৰিষ্কৰণ।
সংস্কাৰ, সংস্কৰণ; মাৰ্জ্জন, পৰিমাৰ্জ্জন, সংশোধন।
শুধৰোৱা—।
শোধনাগাৰ, শোধনালয়, ৰি-ফাইন-এৰি।

বিণ. শোধিত, পৰিশোধিত, সংশোধিত, পৰিমাৰ্জ্জিত।
শুদ্ধ, বিশুদ্ধ, পৰিষ্কৃত।
শোধনীয়, শোধনযোগ্য।
ধোৱা।

বিণ./বি. শোধক, শোধনকাৰী, সংস্কাৰক, সংস্কাৰকাৰী।

**৫২৩ অশোধন**

বি. অশোধন, অপৰিশোধন; অশোধনীয়তা।
অসংস্কাৰ, অপৰিমাৰ্জ্জন।
অবিশুদ্ধতা, অবিশুদ্ধি, অশুদ্ধতা, অশুদ্ধি।

বিণ. অসংস্কৃত, অমাৰ্জ্জিত। অবিশুদ্ধ।
অশোধনীয়। অশোধিত, অপৰিশোধিত, অপৰিমাৰ্জ্জিত।
নোধোৱা।

**৫২৪ পাৰিপাট্য**

বি. পাৰিপাট্য, সুবিন্যাস, সুবিন্যস্ততা।
শৃঙ্খলা, সুশৃঙ্খলা। চিজিল। অতপিত।
থান-থিত। আঁত মৰা—।

বিণ. পৰিপাটি, সুশৃঙ্খল, নিয়াৰি। ফিটফাট, তমস্কাৰ।
সুবিন্যস্ত। সজাই-পৰাই থোৱা, তমগমীয়া।

ক্রি. বিণ. নিয়াৰিকৈ, চিজিলকৈ, গতে গতে, গত লগাই, পৰিপাটি কৈ, ঠিকে-থাকে, ৰেহা লগাই। শাৰী পাতি, শাৰী শাৰীকৈ।
কাচিপাৰি, সাজিপাৰি।

**৫২৫ অবিন্যস্ততা**

বি. অবিন্যস্ততা, অপৰিপাট্য, বে-চিজিল।
বিশৃঙ্খলা, ওলটা-উলটি, লুটিয়া-লুটি, ইলুটি-সিলুটি, বগৰা-বাগৰি, ওলট-পালট। খেলি-মেলি, বে-চিজিল।
উটা-পুটা, উটা-পুটি, উবাজুৱা, উলুম-জুলুম, ওপৰা উপৰি।
আউল, লেট-পেট। জট।

খৰমৰা (অ.ক্রি.), খৰমৰণি।

বিণ. অবিন্যস্ত, অপৰিপাটি, জলৌ-জপৌ, জলৰ-জপৰ, জলৰ-জথৰ, জথলা। বিশৃঙ্খল, জঞ্জল, নেৰ-ভেৰ, ছেদেলি-ভেদেলি, লেটি-পেটি, ছেৰেলি-বেৰেলি, ঠেলেঙা-ঠেলেঙি, লাং লাং থাং থাং, ওলট-পালট, জগলি-মোহন, খেনো-মেনো, খেলি-মেলি, খেলেপ-জেলেপ, সান-মিহলি, সিঁচৰতি, সিঁচৰি-পিচৰি, লণ্ড-ভণ্ড, ৰণ্ড-ভণ্ড, লৰ্ব্বাং-তৰ্ব্বাং। আউল-জাউল, আউলী-জাউলী।

ক্রি. বিণ. ছেদেলি-ভেদেলি কৈ, ছেৰেলি-বেৰেলি কৈ, জগলি-মোহন কৈ, অপৰিপাটি কৈ, উলটি পালটি, ওলটা-উলটি কৈ, ওলট-পালট কৈ, ইলুটি-সিলুটি কৈ, এগুনি-জেগুনি কৈ। খেলি-মেলি কৈ, বে-চিজিল কৈ। অবিন্যস্তভাৱে। উটা-পুটাকৈ।

৫২৬ সৌন্দৰ্য্য

বি. সৌন্দৰ্য্য, সুন্দৰতা, সুশ্ৰীতা, শোভা, শোভনতা, চাৰুতা, শ্ৰী, লাৱণ্য, লালিত্য, সুষমা, মাধুৰ্য্য, মধুৰতা, মধুৰত্ব, মাধুৰিমা। ৰূপ, ৰূপময়তা, সুৰূপতা, ৰূপলাৱণ্য, ৰূপমাধুৰ্য্য, ৰূপমাধুৰী, ৰূপশোভা, কান্তি, দীপ্তি; সৌকুমাৰ্য্য।

কমনীয়তা, নমনীযতা, কোমলতা; স্নিগ্ধতা। ৰমণীয়তা, ৰম্যতা। মনোহাৰিতা, মনোহাৰিত্ব, মনোজ্ঞতা, মনোগ্ৰাহিতা, হৃদয়গ্ৰাহিতা। চমৎকাৰিতা, চমৎকাৰিত্ব, অনৱদ্যতা, অসামান্যতা; অপূৰ্ব্বতা, অপূৰ্ব্বত্ব।

সৌন্দৰ্য্যবোধ, সৌন্দৰ্য্যজ্ঞান; ৰুচি, সুৰুচি, ৰুচিবোধ। কান্তিবিদ্যা, নন্দনতত্ত্ব; সৌন্দৰ্য্যবিদ্যা, সুকুমাৰ কলা। সৌন্দৰ্য্য-সৃষ্টি; সৌন্দৰ্য্যসন্ধান; সৌন্দৰ্য্যবৰ্দ্ধন; অলংকৰণ, সাজসজ্জা, ৰূপসজ্জা।

বিণ./বি. সুন্দৰ, ধুনীয়া, দেখনিয়াৰ, সোণাৰি-গঢ়ী, চকুত লগা, চকু জুৰোৱা, চকুত চমকল লগোৱা, ভমকা-ফুলীয়া, নয়ন জুৰোৱা, নয়নাভিৰাম, মোহনীয়। বিতোপন, বিলসিত। মনখোৱা। খুবচু (ছু)ৰত।

ৰূপহ, ৰূপহী (স্ত্ৰী)।

চাৰু, সুচাৰু, মঞ্জু, মঞ্জুল। সুশ্ৰী, প্ৰিয়দৰ্শন, প্ৰিয়দৰ্শী, সুদৰ্শন, সুকুমাৰ, ৰূপৱান, ৰূপৱন্ত, শ্ৰীমন্ত, সৌম্য, সুঠাম। শুৱনী, সুছন্দ, ৰুচিৰ।

চমৎকাৰ, অনৱদ্য, নিৰূপম, অতুলনীয়, অপূৰ্ব্ব।

অনুপম, অনুপমা (স্ত্ৰী), অপৰূপ, অপৰূপা (স্ত্ৰী)। আটক ধুনীয়া।

লনি, লাহী, ক্ষীণাঙ্গী।

মাণিকী মাকৰ কঁৰীয়া।

শোভন, শোভাযুক্ত, শোভাময়, শোভাকৰ, শোভনীয়, শোভাজনক, সুশোভন। সুদৰ্শন, সুদৃশ্য, ভৰকাল।

শোভিত, সুশোভিত, অভিৰাম, সুৰম্য, ৰমণীয়।

সুশ্ৰী; সৌন্দৰ্য্যময়, সৌন্দৰ্য্যশালী, ৰূপময়, জকমকীয়া।

চিত্তাকৰ্ষক, চিত্তহাৰী, হৃদয়হাৰী, হৃদয়গ্ৰাহী, মনোগ্ৰাহী, মনোহৰ, মনোহাৰী, মনোহৰা, মনোজ্ঞ, মনোৰম, অভিৰাম। বিনন্দীয়া, বিনন্দ। সোণামুৱা, সোণামুই (স্ত্ৰী)।

মনোমোহন, চিত্তমোহন; মনোৰঞ্জন, চিত্তৰঞ্জন, হৃদয়ৰঞ্জন, দেখিলে ভোক-পিয়াহ হৰা। সুষম, সুষমামণ্ডিত; মাধুৰ্য্যপূৰ্ণ। সুদৃশ্য, নযনাভিৰাম, দৃষ্টিনন্দন, নয়নৰঞ্জন, নয়নানন্দ, সুদৰ্শন, দৰ্শনীয়। চকুত লগা, চকুত পৰা। চকুত ছাট মাৰি ধৰা। কমনীয়, কোমল, নমনীয়, সুকোমল।

লাৱণ্যময়, লাৱণ্যযুক্ত, লাৱণ্যপূৰ্ণ।

বি. দেহসৌষ্ঠৱ, দেহসৌন্দৰ্য্য, দেহশ্ৰী, অঙ্গসৌষ্ঠৱ, দেহকান্তি, দেহশোভা, অঙ্গশোভা; অঙ্গশ্ৰী, তনুশ্ৰী।

মুখশ্ৰী। হাঁহি-মুখ।

বিণ/বি সুন্দৰ, সুশ্ৰী, কান্তিমান, প্ৰিয়দৰ্শন, সৌম্যদৰ্শন, চাৰুদৰ্শন, সৌম্যকান্তি, সুদৰ্শন, ঠানুৰা, অৰূপ, অপৰূপ, ৰূপৱান, ৰূপৱন্ত; শ্ৰীমণ্ডিত, শ্ৰীমন্ত, অনিন্দ্যকান্তি, কন্দৰ্পকান্তি।

সুগঠন, সুগঢ়ী, সুঠাম।

সুলোচন, সুনয়ন, সুনেত্ৰ; আয়তলোচন, আয়তনেত্ৰ, পদ্মলোচন। সুকেশ, সুকেশী।

সুবাহু, দীৰ্ঘবাহু, আজানুলম্বিতবাহু।

কম্বুকণ্ঠ, কম্বুগ্ৰীৱ; সুগ্ৰীৱ, উন্নতগ্ৰীৱ।

সুমধ্যম, ক্ষীণকটি, খামুচীয়া কঁকালৰ, লাহী কঁকালৰ।

হাঁহিমুখীয়া, হাঁহিলা, সহাস্যবদন, ফুল্লাধৰ, প্ৰফুল্লমুখ।

বি. কন্দৰ্প; মদন; কাৰ্ত্তিক; এপোলো।

বিণ./বি. সুন্দৰী, ৰূপহী, ৰূপতী, ৰূপেশ্বৰী, ৰূপেচৰী, ৰূপৱতী, ৰূপসীয়া, ৰূপময়ী, সুৰূপা, অপৰূপা, অৰূপা। তিলোত্তমা।

সুদৰ্শনা, প্ৰিয়দৰ্শিনী। নিৰূপা, নিৰূপমা।

শ্ৰীময়ী, শ্ৰীমতী, শ্ৰীযুক্তা।

শোভাময়ী, শোভনা।

মনোৰমা, মনোলোভা, মনমোহিনী, মনোহাৰিণী, চিত্তহাৰিণী।

ৰমা, ৰমাঙ্গনা, ৰমনাৰী।

মোহিনী, মোহনী, লাস্যময়ী, লীলাময়ী। মদালসা।

লাৱণ্যৱতী; লাৱণ্যময়ী। লাৱণী।

বি. উৰ্ব্বশী, অপ্সৰা, অপেচৰী; ভেনাচ।

পৰী। বনপৰী, বনকুঁৱৰী, বনদেৱী, বৃক্ষপৰী। জলদেৱী, জলকুঁৱৰী।

বিণ./বি. চন্দ্ৰমুখী, চন্দ্ৰাননা, শশীমুখী।

সুবদনী, সুবদনা; বৰাননা; চন্দ্ৰমুখী, বিধুমুখী, চন্দ্ৰাননা, শশীমুখী। সুনয়না, সুনয়নী, সুলোচনা, সুনেত্ৰী; বামাক্ষী,

চাৰুনেত্ৰা; মৃগনয়না, মৃগনয়নী, হৰিণনয়নী, মৃগনেত্ৰা, মৃগলোচনা, মৃগাক্ষী, হৰিণাক্ষী, এণাক্ষী, কুৰঙ্গনয়না, কুৰঙ্গনয়নী; চকিতহৰিণীনয়না; পদ্মপলাশলোচনা, পদ্মাক্ষি, পদ্মনেত্ৰ, কমললোচন; মীনাক্ষি; আয়তাক্ষী, আয়তলোচনা; বিশালাক্ষী।

সুকেশিনী, সুকেশা, কেশৱতী, মঞ্জুকেশিনী। বিম্বাধৰা, বিম্বোষ্ঠা, বিম্বোষ্ঠী, পক্কবিম্বাধৰোষ্ঠী। কোৱাভাতুৰীয়া ওঁঠ।

সুনাসা, সুনাসিকা, তিলফুলীয়া নাক।

সুদতী, সুদন্তী, সুদশনা, শিখৰদশনা। ডালিমগুটীয়া দাঁত।

সুভ্ৰু, বঙ্কিম ভ্ৰূ; বেঁকা চেলাউৰি।

সুনখী।

কম্বুকণ্ঠী, কম্বুগ্ৰীৱা।

সুহাসিনী, সুস্মিতা, মঞ্জুহাসিনী, শুচিস্মিতা, শুভ্ৰহাসিনী, হাস্যমুখী, স্মিতাননা, সহাস্যবদনা।

সুস্তনী।

বামোৰু।

মৃণালভুজ।

নিতম্বিনী, সু নিতম্বিনী, সুশ্ৰোণী, নিবিড়নিতম্বা, গুৰুনিতম্বা, বৰাৰোহা। ক্ষীণকটি, শোভনকটি, সুমধ্যমা, অনুদৰী, কৃশোদৰী। তন্বী, কৃশাঙ্গী, ক্ষীণাঙ্গী, কোমলাঙ্গী।

লাহি (হী), লিহিৰী, পাঁজি সেৰীয়া।

ক্ৰি. বিণ. চকুত লগাকৈ, চকুত পৰাকৈ, ধুনীয়াকৈ, দেখনিয়াৰকৈ।

**৫২৭ অসৌন্দৰ্য্য**

বি. অসৌন্দৰ্য্য, সৌন্দৰ্য্যহীনতা, সৌন্দৰ্য্যাভাৱ, অসুন্দৰতা, শ্ৰীহীনতা। ৰূপৰাহিত্য, ৰূপাভাৱ, কুৰূপতা, কুশ্ৰীতা, বিশ্ৰীতা, আগড়, কুগড়। সৌষ্ঠৱহীনতা।

জঘন্যতা।

অশোভনতা, কুৰূপ। কুবেশ, ভঁজ; বঠি।

কদৰ্য্যতা, বীভৎসতা।

কুৰুচি, ৰুচিহীনতা।

সৌন্দৰ্য্যবোধহীনতা, সৌন্দৰ্য্যজ্ঞানহীনতা।

মালিন্য, মলিনতা।

বিণ. কুশ্ৰী, এলাগি, আভজা, বিশ্ৰী; অশোভন, অশোভিত, অশোভনীয়। আপচু; ফেচেউ, ফেপেন্দী, বিকৃত, কুবৃত, কুবীঁত, ভেঙুৰা-ভেঙুৰি, আকাবিকা; বিকৃত; আগঢ়ী, অগঢ়ী, জধলা, জলধা, আভঁজ, আভঁজা, হেকেনা।

গোকাট, কুৎসিত, বিভঙ্গ, কদধং, অসুন্দৰ, অশুৱনী, কিম্ভূত-কিমাকাৰ, কুজ্ঝচ, বিকট, কুবিকট।

কুদৰ্শন, কদাকাৰ, কদৰ্য্য, বীভৎস, বিভচ, বীভৎসাকাৰ, হেপেটি-মুৰা, হেপেটি-মুঈ (স্ত্ৰী)। দৃষ্টিকটু।

গতশ্ৰী, বিগতশ্ৰী, হৃতশ্ৰী, হৃতচিৰি, মৰামুজা। বাং কেকুৰা, বাং কেৰেপা। খলিহা-যখ।

**৫২৮ মুণ্ডন**

বি. মুণ্ডন, মূৰ খুৰোৱা—, কেশকৰ্ত্তন, কেশ-মুণ্ডন, ডাড়ি-চুলি খুৰোৱা—, ডাড়ি চঁচা—, দাড়ি কটা—, চুলি কটা—, মূৰ ছতোৱা—, চুলি ছতোৱা—; ক্ষৌৰকৰ্ম্ম। খুৰ, ক্ষুৰ, ব্লেড; চেফ্‌টি ৰেজৰ; ইলেকট্ৰিক শ্বেভাৰ।

দাড়ি খুৰোৱা চাবোন; ব্ৰাচ, শ্বেভিং ব্ৰাচ।

নাপিত, ক্ষৌৰকাৰ, হাজাম, হাজামত, ঠাকুৰ, পৰামাণিক, প্ৰমাণিক।

চেলুন, হেয়াৰকাটিং চেলুন।

নৰুণি, নেলকাটাৰ।

বিণ. মুণ্ডিত। মুণ্ডিতকেশ, মুণ্ডিতমস্তক।

[বিপ.] অমুণ্ডিত।

**৫২৯ প্ৰসাধন**

বি. প্ৰসাধন, বেশৰচনা, বেশ-ভূষা, ৰূপসজ্জা, অঙ্গ সজ্জা, দেহসজ্জা, মুখসজ্জা, মেক-আপ, সাজ-পাৰ, তেল-পাউদাৰ ঘঁহা—।

সাজোন-কাচোন, সাজ-গোজ, সাজ-সজ্জা।

ৰূপচৰ্চ্চা, সৌন্দৰ্য্যচৰ্চ্চা।

মেনিকিওৰ। পেডিকিওৰ। কেশবিন্যাস। ফেচিয়াল।

প্ৰসাধনকক্ষ, গ্ৰিণৰূম, ছোঁ-ঘৰ।

প্ৰসাধনকেন্দ্ৰ, বিউটিপাৰ্লাৰ।

প্ৰসাধন দ্ৰব্য, প্ৰসাধনসামগ্ৰী; অঙ্গৰাগ, কচমেটিক্‌ছ।

গোন্ধতেল, ফুলতেল, আতৰ; কোলন, ওডিকোলন; চেণ্ট, এচেন্স, পাৰফিউম।

চন্দন, অগৰুচন্দন, অগৰু; ৰঙা চন্দন, ৰক্ত চন্দন; বগা চন্দন, শ্বেতচন্দন।

কাজল, অঞ্জন; সুৰ্মা, নেত্ৰৰঞ্জন, নেত্ৰলেপ। আইলাইনাৰ; আইশ্বেডো; মাছকাৰা। কাঁজিলা, কাঁহ।

চুৰ্মাদানি।

ওষ্ঠৰাগ, অধৰৰাগ, ওষ্ঠৰঞ্জনী; লিপষ্টিক; লিপগ্লচ।

নখৰঞ্জনী, নেলপালিচ। কুমকুম।

আলতা, অলক্ত।

পাউডাৰ; টেলকাম পাউদাৰ; বডি পাউডাৰ; ফেচ পাউডাৰ; কমপেক্ট পাউডাৰ; ফেচপেক।

ক্ৰিম; ভেনিচ্চিং ক্ৰিম; কোল্ড ক্ৰিম।

স্নো; ময়েশ্চাৰাইজাৰ।

ৰুজ।

সেন্দুৰ, সিন্দুৰ।

মেহেন্দি। জেতুকা।

ফোট, বিন্দি; তিলক, অলকা-তিলকা, ৰেঘা। পুণ্ড্র।

বিণ. প্রসাধিত, সজ্জিত।

প্রসাধিতা, সজ্জিতা, সু-সজ্জিতা, সুশোভিতা।

বিণ./বি. প্রসাধিকা, প্রসাধক।

প্রসাধনকাৰী; প্রসাধনকাৰিণী।

ৰূপসজ্জাকৰ, ৰূপসজ্জাশিল্পী; মেকআপমেন, ৰূপদক্ষ।

৫৩০ কেশবিন্যাস

বি. কেশ, কেশ-কলাপ, কেশ-পাশ, কেশদাম, কেশগুচ্ছ, কেশসজ্জা, কেশবিন্যাস, চুলি মেলা—, মূৰ আঁচোৰা—, চুলি আঁচোৰা—, মূৰ ফণিওৱা—, কেশ-কৰ্ম্ম, কেশ-ৰচনা।

কেশবিলাস; হেয়াৰষ্টাইল; কেশশোভা। হেয়াৰ ড্ৰেছিং।

কেঁকোৰা চুলি; কেঁকোৰা-কেঁকুৰি চুলি, টৌ খেলোৱা চুলি; কুটুলা চুলি, জুটুলা চুলি, কুট কুৰা চুলি।

দীঘল চুলি, আজানুলম্বিত চুলি, আঁঠুলৈকে পৰা চুলি। চুটি চুলি, ববকটা চুলি।

খোপা, কলডিলীয়া খোপা, নেঘেৰী খোপা, উধনীয়া খোপা।

কবৰী।

বেণি, বেণী, লোটনি; পনিটেইল; ববটেইল।

বেকব্ৰাচ।

শিখা, টিকনি।

মূৰ ধোৱা—, কেশসংস্কাৰ। চেম্পু কৰা—।

সেওঁতা, সীমন্ত।

ওকনি চোৰা—। জঁট ভঙা—। জঁটা।

কৃত্ৰিম চুলি, উইগ (পিন্ধ), চেং-চুলি।

জুলপি, জুলফি, চাইড লক।

ফণি, কাঁকৈ।

চুলিৰ ফিটা; টাৰ্চ্চেল; চুলিৰ কাঁটা; হেয়াৰপিন; চুলিৰ ক্লিপ।

মূৰত ঘঁহা তেল, কেশতেল, কেশতৈল, গোন্ধতেল, ফুলতেল; তিলতেল, নাৰিকল তেল, আমলা তেল।

মূৰত ঘঁহা ক্ৰিম, পমেটম।

কলপ, কেশৰঞ্জন।

চুলি তিওৱা—, চুলি শুকোৱা—, হেয়াৰ ড্ৰায়াৰ।

খোপাৰ ফুল।

বিণ. সুকেশী, কেশৱতী।

বিণ./বি. কেশকাৰ, কেশবিন্যাসকাৰী, হেয়াৰ ড্ৰেচাৰ। নাপিত, ক্ষৌৰকাৰ।

৫৩১ অলঙ্কাৰ

বি. অলঙ্কাৰ, জোঁৱাহি, গহনা, গহনা-পাতি, গহনা-গাঠৰি; আভৰণ, ভূষণ। স্বৰ্ণালঙ্কাৰ, স্বৰ্ণভূষণ, সোণৰ অলঙ্কাৰ।

বিণ./বি. স্বৰ্ণকাৰ, সোণাৰী।

জহৰি। ৰত্নবণিক।

অলংকৃত।

[অলংকাৰ বৈভিন্ন্য] আঙুঠি, বাখৰুৱা (বাখৰ পতোৱা) আঙুঠি; বাখৰামি, বাখৰাম, জেঠী নেজীয়া আঙুঠি; জেঠী সজীয়া আঙুঠি; জেঠী-পতা আঙুঠি; জেঠী-নেগুৰীয়া আঙুঠি; জাপিতুলীয়া আঙুঠি, জাপিসজীয়া আঙুঠি, শেনপতোৱা আঙুঠি।

খাৰু, গামখাৰু, চিৰিখাৰু, পাতীয়া খাৰু, মুঠি খাৰু, গোটা খাৰু। বাজু, কঙ্কন, ব্ৰেচলেট।

কেৰু, কুণ্ডল, মকৰ কুণ্ডল। লোকাপাৰ, কেঁৰিয়া। কাণফুলি, থুৰীয়া। নাকফুলি।

ঢোল, ঢোলবিৰি, গেজেৰা, মাদলী। জোনবিৰি, অৰ্দ্ধকলাই, অৰ্ধকলাই, দুগদুগী। গলপতা, চাকি, চাপকলি, হাৰ, গেজেৰা, মালা-মণি। কঁপালি; কৰধনি, কৰ্দ্দনি; ছেওমণি।

কৰ্ণালঙ্কাৰ, কৰ্ণভূষণ, কৰ্ণাভৰণ, দুল, ইয়াৰিং, বাউটি, ঝুমকা, কাণপাশা।

কণ্ঠালঙ্কাৰ, কণ্ঠভূষণ, কণ্ঠাভৰণ, কণ্ঠহাৰ, বানা, অৰ্দ্ধচন্দ্ৰ, মালা, চেইন, নেকলেচ, পেনডেন্ট। মঙ্গলসূত্ৰ।

বাহুভূষণ, বাজুবন্ধ; তাবিজ, আৰ্মলেট।

কৰভূষণ; চুড়ি, কলী, বলয়, ব্ৰেচলেট, ৰিষ্টলেট।

কটিভূষণ, চন্দ্ৰহাৰ; মেখলা; কিঙ্কিনী; কটিবন্ধ, কোমৰবন্ধ।

পদভূষণ, পদালংকাৰ, নূপুৰ, কিঙ্কিনী, ঘুঙুৰ।

ব্ৰাচ, ব্ৰুচ; লে'চপিন।

[বিপ.] [বিণ.] অনলংকৃত, উকা, অভূষিত, নিৰাভৰণ, নিৰলংকাৰ, আভৰণহীন।

৫৩২ প্ৰলেপ

বি. প্ৰলেপ, বিলেপ, বিলেপন, লেপ, লেও, লেপন, লিপন।

লেপাকোছা।

পালিচ, চুণকাম, চুলতেল, ডিচটেম্পাৰ। এনামেল, কলাই, মিনা।

স্প্ৰে পেইন্টিং, কোটিং; প্লেটিং; ইলেকট্ৰোপ্লেটিং; জিংকপ্লেটিং; নিকেল প্লেটিং; ক্ৰোম প্লেটিং; গোল্ড প্লেটিং; গেলভেনাইজিং।

বিণ. লেও দিয়া, লেপিকুছি থোৱা, লেপিত।

৫৩৩ ৰং

বি. ৰং, বৰ্ণ, বৰণ, বোল।

পেইন্ট।

বৰ্ণময়তা; বৰ্ণ সুষমা; বৰ্ণবৈচিত্ৰ্য; বৰ্ণালি।

ৰং চং, ৰং-বিৰঙ।

আবিৰ, ফাকুগুৰি, ফাকু, ফাগু, ফগু, গুলাল।

আলতা।

পানী ৰং, ওৱাটাৰ কালাৰ, টেম্পেৰা। পোষ্টাৰ কালাৰ।

ক্ৰেয়ন। পেষ্টেল। তেল ৰং, অয়ল কলাৰ, এনামেল পেইন্ট; শ্বেলাক; বাৰ্ণিচ; এলুমিনিয়াম পেইন্ট; এক্ৰিলিক পেইন্ট; প্লাষ্টিক ইমালশ্বন পেইন্ট।

ৰং দিয়া—, ৰং লগোৱা—, ৰং কৰা—, ৰং ঘহা।

বিণ. ৰং-চঙীয়া, ৰঙীন, বৰ্ণময়, বৰ্ণাঢ্য, ৰচঙা, ৰঙা-ৰচঙা, বৰ্ণিল, ৰঞ্জিত।

একৰঙী। বহুৰঙী, পচৰঙী, চিতৰা-পখৰা, চিতৰি, চিতৰি-পাৰলি, পখৰা-চিতৰা, পখৰা-পাখৰি, বোলোৱা। ফুটুকী, ফুটুকাফুটুকী।

[ বিপ.] বি. বৰ্ণহীনতা, ৰং যোৱা—,

বিণ. বৰ্ণহীন, বিবৰ্ণ, শেঁতা।

**৫৩৪ বৰ্ণ বৈভিন্ন্য**

**৫৩৪.১ ৰঙা**

বি. ৰঙা ৰং, লাল ৰং, লোহিতবৰ্ণ, লালিমা, ৰক্তিমা, ৰক্তাভা, অৰুণিমা, অৰুণাভা, ৰক্তৰাগ, অলক্তৰাগ, ৰক্তিমাভা, লৌহিত্য।

সেন্দুৰ। আলতা।

বিণ./বি. লাল; ৰঙা; ৰাঙী (স্ত্ৰী), ক্ৰিমশ্বন; স্কাৰলেট; মেৰুণ; মেজেন্টা।

অৰুণ; তেজৰঙী, ৰক্তিম, আৰক্তিম।

ৰক্তিমাভ, ৰক্তাভ, সেন্দুৰীয়া। টিকটিকীয়া।

**৫৩৪.২ নীল**

বি. নীল ৰং, আকাশী ৰং।

নীলিমা, নীলত্ব।

নীলকান্তমণি, নীলমণি, ইন্দ্ৰনীলমণি। লাপিছ লাজুলি।

বিণ./বি. নীল, নীলবৰ্ণ; নেভি ব্লু; ইনডিগো; টাৰকুইছ ব্লু; কোবাল্ট ব্লু; ময়ূৰকণ্ঠী, পিকক ব্লু; ধূপছায়া।

বিণ. নীলা, নীলাভ, নীলিমাময়, নীলিমাযুক্ত।

**৫৩৪.৩ হালধীয়া**

বি. পাণ্ডুৰতা।

বিণ. হালধীয়া, পাণ্ডুৰ; ঢেলঢেলীয়া, শেঁতা, নিস্তেজ। লেমন ইয়েলো; পীতাভ, হৰিদ্ৰাভ; হাৰিদ্ৰ; জাফৰানি।

**৫৩৪.৪ সেউজীয়া**

বি. শ্যামলিমা; কলপতীয়া বৰণ।

বিণ./বি. সেউজীয়া, কলপতীয়া।

শ্যামল, হৰিৎ; অলিভ গ্ৰিন; বটল গ্ৰিন; এমাৰেল্ড গ্ৰিন।

**৫৩৪.৫ গোলাপী**

বিণ. গোলাপী; পিঙ্ক।

**৫৩৪.৬ বেঙেনা-বুলীয়া**

বিণ. বেঙেনা-বুলীয়া, পুৰৈয়া, জামুকলীয়া, কজলা। ভায়োলেট, মণ্ডভ।

**৫৩৪.৭ গেৰুৱা**

বিণ. গেৰুৱা, গৈৰিক।

তামৰঙী।

**৫৩৪.৮ পিঙ্গলীয়া।**

বি. পিঙ্গল, ৰঙচুৱা-মুগা।

বিণ. পিঙ্গলীয়া, পিঙ্গট, পিঙ্গটীয়া; মুগা।

**৫৩৪.৯ ধূসৰ**

বি. ধূসৰ ৰং, ছাই ৰং, গ্ৰে।

ধূসৰিমা, ধূসৰত্ব, ধূসৰতা; পাংশুবৰ্ণ; মেঘবৰ্ণ, ঘনবৰ্ণ, ধূম্ৰবৰ্ণ, ধোঁৱা ৰং। মটীয়া বগা ৰং।

বিণ./বি. ধূসৰ।

ছাইৰঙা, ছাইবৰণীয়া, ধোঁৱা বৰণীয়া, মটিয়া, অনুজ্জ্বল।

বিণ. ধূসৰিত।

**৫৩৪.১০ সোণালী**

বি. সোণালী ৰং, স্বৰ্ণাভা, কাঞ্চনবৰ্ণ, গলোৱা সোণৰ ৰং, তপ্তকাঞ্চন বৰ্ণ, হিৰণ্যবৰ্ণ। স্বৰ্ণদ্যুতি, সুবৰ্ণদ্যুতি, কনকপ্ৰভা, কাঞ্চনপ্ৰভা।

বিণ. সোণালী, সোণবৰণীয়া।

স্বৰ্ণাভ, স্বৰ্ণবৰ্ণ, হিৰন্ময়, হেমকান্তি, কাঞ্চনাভ; হেমাভ, স্বৰ্ণপ্ৰভ, কনকপ্ৰভ, কাঞ্চনপ্ৰভ।

**৫৩৪.১১ ৰূপালী**

বিণ. ৰূপোৱালী, ৰূপালী।

ৰজতশুভ্ৰ। ৰজতকান্তি, ৰজতধৱল।

**৫৩৪.১২ বাদামী**

বি. বাদামী ৰং; ব্ৰাউন; পোৰামাটিৰ ৰং; খাকী ৰং। খয়ৰ, খয়েৰ। চকলেট ৰং।

বিণ. বাদামী; পীতধূসৰ।

খাকী।

খয়েৰী।

**৫৩৪.১৩ বিণ.**

ক'লা, ক'লী, এন্ধাৰ বৰণীয়া; এন্ধাৰ বৰণীয়া, কৃষ্ণবৰ্ণ, শ্যামবৰ্ণ, কৃষ্ণ। ক'লীয়া, ক'লা-বৰণীয়া। এঙেৰুৱা। এলান্ধুকলীয়া।

আলান্ধুৱা, এলান্ধুৱা, এলেন্ধুৱা।

**৫৩৪.১৪ বগা**

বি. শুভ্ৰতা, শুভ্ৰত্ব, শুক্লতা।

বিণ. বগা, বগী (স্ত্ৰী); শ্বেত; শুভ্ৰ; ধলা; শুক্ল, ধৱল, চফেদ।

ধকধক কৰে বগা, ধৱলিত, শ্বেতাভ, শুক্ল।

তুষাৰ ধৱল, ৰজতশুভ্ৰ; দুগ্ধফেননিভ।

**৫৩৫ যন্ত্র**

বি. যন্ত্র, কল, মেচিন; কলকজা, যন্ত্রপাতি; সাজসৰঞ্জাম।
যান্ত্রিকতা।
যন্ত্রবিদ্যা, যন্ত্রবিজ্ঞান, টেকন'লজি, কল-কৌশল।
যন্ত্রকৌশল, ইঞ্জিনিয়াৰিং।
যন্ত্রশালা, কৰ্ম্মশালা, ওবাৰ্কশ্বপ, কাৰখানা।
যন্ত্রচালক, অপাৰেটৰ, মেচিনমেন, মেকানিক; মিস্ত্রি, কাৰিগৰ।
ইঞ্জিনিয়াৰ।
যন্ত্রাংশ, স্পেয়াৰ পাৰ্টচ।
বিণ. যান্ত্রিক।
বিণ./বি. যন্ত্রী, যন্ত্রবিদ, যন্ত্রকুশলী।

**৫৩৬ যন্ত্রবৈভিন্ন্য**

**৫৩৬.১ ইঞ্জিন**

বি. ইঞ্জিন, চালকযন্ত্র, প্ৰাইমমুভাৰ।
হিট ইঞ্জিন; অন্তৰ্দহন ইঞ্জিন, ইন্টাৰনেল কম্বাশ্বন ইঞ্জিন; পেট্ৰল ইঞ্জিন; ডিজেল ইঞ্জিন; গেচ টাৰবাইন; জেট ইঞ্জিন; টাৰ্বো জেট।
ভাপ ইঞ্জিন, ষ্টিম ইঞ্জিন; ষ্টিম টাৰবাইন। টাৰবাইন; ওয়াটাৰ টাৰবাইন।
বয়লাৰ; চুপাৰ হিটাৰ।
ৰেডিয়েটাৰ।
অশ্বশক্তি, হৰ্চপাৱাৰ।

**৫৩৬.২ মোটৰ**

বি. মোটৰ, বৈদ্যুতিক মোটৰ, ইলেক্ট্ৰিক মোটৰ। এ চি মোটৰ; ইনডাকচন মোটৰ; চিনক্ৰোনাস মটৰ; ডি সি মোটৰ; শ্বাণ্ট মোটৰ।
আৰ্মেচাৰ। স্লিপ ৰিং। ষ্টাৰ্টাৰ, মোটৰ ষ্টাৰ্টাৰ।

**৫৩৬.৩ মেছিন টুল**

বি. মেছিন টুল।
লেদ, কন্দশাল, গলেকাঠ। মিলিং মেশ্বিন। ড্ৰিলিং মেশ্বিন, ড্ৰিল, ৰেডিয়াল ড্ৰিল। শ্বেপিং মেশ্বিন, ছেপাৰ, প্লেনিং মেশ্বিন, প্লেনাৰ।
বোৰিং মেশ্বিন। স্লটাৰ।
গ্ৰাইণ্ডিং মেশ্বিন; গ্ৰাইণ্ডাৰ; শান, শানপাথৰ।
প্ৰেছ, বলপ্ৰেছ; হাইড্ৰলিক প্ৰেছ।
নিউমাটিক হামাৰ।

**৫৩৬.৪ যন্ত্রৰ উপাদান**

বি. লিভাৰ। গিয়াৰ, পিনিয়ন। ৰেক। পুলি, বেল্টপুলি; ফিতা, বেল্ট, ভি-বেল্ট; চেইন। শ্যেফ্ট, স্পিণ্ডল। পিষ্টন; পিষ্টন ৰড, পিষ্টন ৰিং; কনেকটিং ৰড। ক্ৰেঙ্ক, ক্ৰেঙ্ক শ্যেফট। চিলিণ্ডাৰ। বিয়াৰিং; বলবিয়াৰিং, বুছ বিয়াৰিং; ৰোলাৰ বিয়াৰিং। ভাল্‌ব; গ্লোবভাল্‌ব। বোলাৰ; আৰ্ম।

**৫৩৬.৫ হাতেৰে চলোৱা যন্ত্র**

চাঁচ। হাঁতুৰি; মাঠনী হেমাৰ, বটালি, নৰুণি; চিজেল; চেনি; বাইচ, মাৰতোল; হম্বৰ; শ্লেজ হেমাৰ।
ধুমুচ।
স্ক্ৰু ড্ৰাইভাৰ, পেঁচ-কচ।
কৰত; হ্যেক চ। চ-মিল, কাঠফলা কল।
ড্ৰিল। বিন্ধনা।
ফাইল, ৰেতি। চিৰিচ কাগজ, বালি কাগজ।
ছুৰি, ছুৰিকা, চাকু; ভোজালি, ক্ষুৰ। গলেকাঠ; কুন্দশাল। দা, কটাৰী, কলম কটাৰী, কলমত্ৰাছ; নেলীয়া কটাৰী; ভবুৱা কটাৰী, ডাব কটাৰী; খুকুৰী; হাত-দা; হাবিকটা দা, [illegible]কটা দা; খড়্গা। বঠী, মৈদা, বঠী দা। হাতোবাহ। হাতোৰা। কাটি। কুঠাৰ।
চাব্‌ল, চিপৰাং; খুৰপি, খুৰ্পী, ফাং।
কোদাল, কোৰ। বেলচা।
কাঁটা, পিন, বিন্ধনা; অঙ্কুশ, লাংচিং।
হুক, বৰশি।

**৫৩৬.৬ হাতেৰে ধৰা যন্ত্র**

বি. প্লায়াৰ্ছ; চিম্‌টা, চেপেনা, লেপ; ফৰছেপ। প্লাছ।
ভাইচ।
কবজা; হিঞ্জ।

**৫৩৬.৭ চিলাই কৰা যন্ত্র**

বি. চিলাই কল। ৰেজী।

**৫৩৬.৮ মাটি চহোৱা যন্ত্র**

বি. নাঙল, কুঁজা; ফাল। মৈ। ট্ৰেক্টৰ।

**৫৩৬.৯ খুন্দা/পিহা যন্ত্র**

বি. ঢেঁকী; ঢেঁকী থোৰা; উখলি, খুৰলি, পখলি, গাঁৰিশলি। উচন-বাৰি, বঢ়নী, বঢ়নি। ঢেঁকীশাল। কঁতৰা, আৱল-শলা।
হামানদিস্তা, খুন্দনা, উৰাল।
[পিহা যন্ত্র] জাঁত; পটা। বেল্‌না। কিস্তি।
চাকি, চাকি মিল। পেৰাশাল।
বেল্‌না মাৰি। পটা-গুটি, পাট-পো।

**৫৩৬.১০ বয়নযন্ত্র**

বি. তাঁতশাল। লুম; হেণ্ডলুম, হস্তচালিত তাঁত; পাৱৰাৰ লুম।
টাকুৰি; উঘা, চেৰেকি; যঁতৰ।

**৫৩৬.১১ কমাৰশালৰ যন্ত্র**

বি. ভাইস। সঁৰাহ।

**৫৩৬.১২ উত্তোলক যন্ত্র**

বি. পুলি, পুলিব্লক, কপিকল; ক্ৰেন, ওভাৰহেড ক্ৰেন; লিফ্‌ট, এলিভেটৰ; এছকেলেটৰ।
জেক, স্ক্ৰু জেক।

পাম্প; পিষ্টন পাম্প; চেন্ট্রিফুগাল পাম্প; টাৰবাইন পাম্প; গিয়াৰ পাম্প; চাবমাৰচিব্‌ল পাম্প; একজহষ্ট পাম্প; লিফ্‌ট পাম্প, ৰোটাৰি পাম্প।

**৫৩৬.১৩ বি. ভৰিৰে চলোৱা যন্ত্ৰ, ফুট মেশ্বিন।**

**৫৩৬.১৪** গণনাযন্ত্ৰ, কেলকুলেটাৰ; কম্পিউটাৰ; আনালগ কম্পিউটাৰ; ডিজিটাল কম্পিউটাৰ।

**৫৩৭ চকা**

**বি.** চকা, চক্ৰ, চাক, হুইল।

ফ্লাই হুইল। পুলি। কপিকল।

ধুৰা, অক্ষদণ্ড। ভীম, পাকৰা।

ৰিম; টায়াৰ; টিউব; স্পোক।

পৰিধি, বেৰ, মেৰ।

**বিণ.** চক্ৰাকাৰ, গোল, ঘূৰণীয়া।

এচকীয়া। দুচকীয়া। তিনিচকীয়া। চাৰিচকীয়া।

দ্বিচক্ৰ।

**৫৩৮ দণ্ড**

বি. দণ্ড, লাঠি, লাখুটি, মাৰি, বাৰি। লঠীয়া ডাং। টাঙোন, টোকোন, ঠটকা, কাষ্ঠদণ্ড; বৌপ্যদণ্ড; স্বৰ্ণদণ্ড। ডাণ্ডা, ৰড।

**কাঠী, শলি, ছিৰি, খৰিকা।**

**৫৩৯ আধাৰ**

বি. আধাৰ, পাত্ৰ, ভাণ্ড, ধাৰক, নিধান।

**ভাণ্ডাৰ, ভঁৰাল।**

**৫৩৯.১ বাচন-বৰ্তন**

মাটিৰ বাচন, ভাণ্ড, মৃৎপাত্ৰ। শিলৰ বাচন। কাঁচৰ বাচন। পিতলৰ বাচন; কাঁহৰ বাচন; তামৰ বাচন; এলুমিনিয়ামৰ বাচন; ৰূপৰ বাচন; সোণৰ বাচন। চীনামাটিৰ বাচন। ষ্টেইনলেস ষ্টীলৰ বাচন। প্লাষ্টিকৰ বাচন। কাঠৰ বাচন, দাৰুপাত্ৰ।

ধাতুপাত্ৰ; আঠধতুৰা পাত্ৰ।

ৰন্ধনপাত্ৰ, ৰন্ধাৰ বাচন। পাকপাত্ৰ; মলা, কেৰাহি, টৌ, চচপেন, ডেগ্‌চি; জকা, থালী। ভোজনপাত্ৰ। ডিনাৰচে'ট। টি চে'ট।

**৫৩৯.২ বি.** জলপাত্ৰ, কলশ, কলস, কলসী, কলহ, টেকেলি, চাব, ঘট, ঘাই, ঘট, মুট্‌কি, মট্‌কা, মঠীয়া, গাগৰি, আধাৰি। ঘটি; লোটা; ডগডগী, ভৃঙ্গাৰ; ভোগজৰা; কলচি, কলচী, কলছি, কলছী; ভুৰুকা; ঝাৰ, ঝাৰী; কুজা, চোৰাহি। দুণৰি, দুণি, সুতুলী, জুনুকা, নদীয়া। বাল্টি। জগ, জাগ, মগ, ডেগ, ডেগচি। কেট্‌লি, টিপট; বদনা; কমণ্ডলু। টব, টাব, গামলা; বৈয়াম, জাৰ। মঠিয়া। বটল, বটলহি; চৌবাচ্চা, পিপা, ঢামা। ড্ৰাম। টিন। পানীবটল, ওৱাটাৰ বটল। চুঙা।

**বিণ.** কলহীয়া, টেকেলীয়া।

**৫৩৯.৩** বাটি; ঠগা-বাটি, বান-বাটি, কলক-বান, বৰ-বাটি, হাতীখুজীয়া বাটি, মেলাহি বাটি। খুৰি, খুৰি-বাটি। পিয়লা, পিয়লা-বাটি। মলা; চক। কাঁহী, পাচ্চোৱা, পান-ধোৱা। থাল। বান, ভাত-বান, বান-কাঁহী, মাইহাং। দনা, দোনা, দোৰোলা, দোং, খোল।

ঠগা, ঠগি; শৰাই; বটা, কাণকটা বটা, পাণবঁটা।

**৫৩৯.৪ বি.** থাল, বগীথাল; প্লেট, ডিস, পিৰিচ। হাফপ্লেট; কোয়াৰ্টাৰ প্লেট; চাহৰ প্লেট।

চচাৰ; ট্ৰে।

**৫৩৯.৫ গিলাচ, গ্লাচ।**

পানপাত্ৰ, মদিৰাপাত্ৰ, মদৰ গিলাচ, বিয়াৰ মাগ। গিলাচ ঢকা।

**৫৩৯.৬** জকা; টৌ; কেৰাহি, কেৰাহী, লোহোৰা, কটাহ; খোলা; চৰু, হাড়ী, থালী। ফেলাইং। ডেক্‌চি।

তাৱা, পেন, ফ্ৰাইংপেন।

**৫৩৯.৭** হেতা, কাঢ়নী, কৰচলি, টাৰু, চামুচ। খুন্তি। পাগমাৰি, কৈঠেলি।

টেবুল স্পুন।

**৫৩৯.৮** মোনা, জোলোঙা, বেগ। বস্তা, বোৰা, থৈলা। খাং। থুন্‌পাক, থুনুপাক। মোট। জেপ।

টোপোলা, মোটৰী। টোপোলা-টোপলি, টালি-টোপোলা।

ঠোঙা। হোৰা। কুঁকি। খাচা।

টোম। পাচি, খৰাহি, ডালি-খৰাহি, খদা টুকুৰি; চালনি; চন্দলা।

পেটাৰি, পেড়া-পেটাৰি, পেৰা; হাতনি পেৰা; চন্দুক। বাকচ; জঁপা। বৰপেৰা। আলমাৰী। দেৱাল আলমাৰী, ওয়াৰ্ড ৰ'ব।

খাপ, শ্বেল্‌ফ। দেৰাজ, ড্ৰয়াৰ। কেবিনেট।

হোল্ডল; ৰাকশ্বেক।

হেণ্ডবেগ, ভেনিটি বেগ, মনিবেগ, পাৰ্চ, ওয়ালেট।

স্কুলবেগ।

চুটকেস, ভি. আই. পি.। বিফ্ৰকেচ; এটাচি কেচ। চেফ; কেশ্ব বক্স।

টুলবক্স। ফাৰ্ষ্ট এইড বক্স।

**৫৩৯.৯** ধুনাদানী। আঁতৰদানী।

দোৱাত, ধূপদানী, ধূপাধাৰ। মৈলাম, মহীচুঙা।

বটা, পানবটা। শৰাই।

পিকচ্ছাই, পিকদান, পিকবান।

চিগাৰেট কেস। ছাইদানি। এষ্ট্ৰে।

**৫৩৯.১০** [ বৈজ্ঞানিক গৱেষণাগাৰৰ পাত্ৰ ]

বিকাৰ, ফ্লাস্ক; কনিকেল ফ্লাস্ক।

এসপিৰেটৰ বটল। ক্ৰুচিব্‌ল। জাৰ, ইম্‌পিজাৰ।

**৫৪০ অস্ত্ৰশস্ত্ৰ**

**বি.** অস্ত্ৰ, হ্যতিয়াৰ, হাথিয়াৰ।

অস্ত্ৰশস্ত্ৰ, অস্ত্ৰসম্ভাৰ; অস্ত্ৰসজ্জা, সমৰসজ্জা, ৰণসজ্জা।

মাৰণাস্ত্ৰ, যুদ্ধাস্ত্ৰ।

অস্ত্ৰাগাৰ, তোচখানা, মেগাজিন, খাৰঘৰ, আৰমাৰি তোপখানা।

অস্ত্ৰবিদ্যা, যুদ্ধবিদ্যা।

অস্ত্ৰচালনা; অসিচালনা।
[বিপ.] নিৰস্ত্ৰীকৰণ।
বিণ. সশস্ত্ৰ, অস্ত্ৰসজ্জিত।
বিণ./বি. অস্ত্ৰধাৰী, শস্ত্ৰপাণি, বন্দুকধাৰী। অস্ত্ৰজীৱী, শাস্ত্ৰজীৱী।
অস্ত্ৰজ্ঞ, অস্ত্ৰবিদ্।
অস্ত্ৰবাহক।
[বিপ.] অস্ত্ৰহীন, নিৰস্ত্ৰ, অস্ত্ৰশূন্য, নিৰায়ুধ।
৫৪০.১ আগ্নেয়াস্ত্ৰ, অগ্ন্যস্ত্ৰ।
বন্দুক, শ্বটগান; এয়াৰগান; ৰাইফ্‌ল; পিস্তল; ৰিভলভাৰ; পাইপগান; মেশ্বিনগান; এ কে ফৰ্‌টি চেভেন; এ. কে ফিফ্‌টি চিক্স; চাব মেশ্বিনগান; ব্ৰেনগান; কাৰবাইন; মাস্কেট।
ঘোড়া, ট্ৰিগাৰ। নল, কুণ্ডা।
কামান, তোপ; মৰ্টাৰ; বাজুকা; বিমানবিধ্বংসী কামান। কাৰ্টিজ, টোটা; গুলি, বুলেট, শ্বট। গোলা; গোলাবাৰুদ, খাৰবাৰুদ, এমিউনিচান, মেগাজিন।
গুলিচালনা, গুলি মৰা—।
গোলন্দাজ, গোলন্দাজবাহিনী, আৰ্টিলাৰি।
বিণ. এনলীয়া। দুনলীয়া। গুলিবিদ্ধ।
বিণ./বি. বন্দুকধাৰী।
গোলন্দাজ, আৰ্টিলাৰী
৫৪০.২ বি. বোমা; হাতবোমা, গ্ৰেনেড; পেট্ৰোলবম্ব; নাপাম বম্ব; মলোটভ ককটেল।
বিস্ফোৰণ, বোমা বিস্ফোৰণ।
টৰ্পেডো; মাইন।
আণবিক বোমা, পৰমাণু বোমা, নিউক্লিয়াৰ বোমা; হাইড্ৰোজেন বোমা; প্লুটোনিয়াম বোমা; নিউট্ৰন বোমা;
বিণ. বোমাৰু, বম্বাৰ।
বিস্ফোৰক।
৫৪০.৩ ক্ষেপণাস্ত্ৰ, মিসাইল, ৰকেট। আন্তৰ্দেশীয় ক্ষেপণাস্ত্ৰ।
৫৪০.৪ বি. তৰোৱাল, তৰবাৰি, অসি, খাণ্ডা। খড়্গ।
বলিকটা দা, দাখৰ।
ছুৰি, ছুৰিকা, চাকু, ভোজালি, দা, খুকুৰি, মিট দা, মেচী দা, কপি দা; কৃপাণ।
কুঠাৰ, পৰশু।
বেয়নেট, সঙ্গিন।
ছুৰিকাঘাত, খড়্গাঘাত।
বিণ. খড়্গপাণি, অসিহস্ত, কৃপাণধাৰী।
৫৪০.৫ বৰ্শা, বল্লম; ত্ৰিশূল, ত্ৰিকন্টিকা; জেভেলিন; শূল, যাঠি।
বিণ. যাঠি-পতীয়া।
৫৪০.৬ বি. তীৰ, বাণ, কাঁড়, কাঁৰ, বিহ কাঁড়, শৰ। ধনু, ধেনু, ধনুক।
ধনুশৰ, ধনুৰ্বাণ, শৰাসন।
বাণবৰ্ষণ, বাণবৃষ্টি।
টংকাৰ, টংকাৰধ্বনি।
গুণ, জোঁৰ।
টোন, টুন, ছোন, তুণ, চোখৰ। কাঁড়-ঘৰ। ধেনুপতীয়া।
বিণ./বি. কাঁড়ী, তীৰন্দাজ।
[পৌৰা.] হৰধনু, পিনাক, শিবধনু, আজগব, অজকব, অজগব। গাণ্ডিব। শৰাসন, শৰশয্যা; ভীষ্মৰ শৰশয্যা।
বিণ. শৰবিদ্ধ, শৰাহত, তীৰবিদ্ধ।
বিণ./বি. ধনুৰ্ধৰ, ধনুৰ্ধাৰী; ধনুষ্পাণি; মহাধনুৰ্ধৰ; শাৰ্ঙ্গধন্বা।
৫৪০.৭ দলি, লদি, ফম্মুটি; চপৰা, পকাচপৰা, পাথৰ, শিলগুটি।
গুলতি, কেটেপা; বাটলুগুটি, ধেনুগুটি।
বিণ. বাটলুগুটীয়া।
৫৪০.৮ বি. গদা, মুদগৰ, মুষল।
গদাঘাত, গদাযুদ্ধ।
বিণ. গদাধাৰী।
৫৪০.৯ বি. লাঠি, টাঙোন, টোকোন, ডাঙা, দণ্ড, ৰড।
বাৰি, বাড়ি, মাৰি।
চাবুক, চমটা, বেত। এছাৰি; সিৰিপণি, ছিতিপনি, চেকনি, ফলীয়থি। লকচি, লেকেচি। কামী, কামি, ডাঁৰিকী, ডাউকী; মাৰি, বাৰি।
বিণ./বি. টাঙোনধাৰী, টোকোনধাৰী।
লাঠিয়াল।
দণ্ডধাৰী, দণ্ডপাণি, দণ্ডধৰ।
৫৪০.১০ [বিবিধ] বাঘনখ; যূপ, যূথকাষ্ঠ, বলিশাল। ফাঁচীকাঠ, ফাঁচীশাল, পিং।
৫৪০.১১ [পৌৰা] বজ্ৰ, বজ্ৰাস্ত্ৰ; শেল; বাণ; অগ্নিবাণ; শক্তিশেল; পাশুপাত; নাগপাশ; নাগবাণ; শব্দভেদীবাণ, শব্দবেধীবাণ; ব্ৰহ্মাস্ত্ৰ; ইন্দ্ৰাস্ত্ৰ, ইন্দ্ৰায়ুধ, ইন্দ্ৰধনু; চক্ৰ, সুদৰ্শন চক্ৰ।
অষ্টবজ্ৰ [বিষ্ণু— কেশবায়ুধ, সুদৰ্শন চক্ৰ; শিব—ত্ৰিশূল; ব্ৰহ্মা—অক্ষ; ইন্দ্ৰ—বজ্ৰ; বৰুণ—পাশ; যম—দণ্ড; কাৰ্ত্তিকেয়— শক্তি; দুৰ্গা—অসি]।
৫৪১ বৰ্ম্ম
বি. বৰ্ম্ম, কবচ, অঙ্গত্ৰাণ, শিৰস্ত্ৰাণ, ঢাল, বাৰু; শ্বিল্ড।
ট্ৰেঞ্চ; বাংকাৰ।
ৰক্ষাকবচ, ৰক্ষামন্ত্ৰ।
হেলমেট; ক্ৰেচহেলমেট।
মাস্ক।
বিণ./বি. ঢালী।
৫৪২ ফান্দ
বি. ফান্দ, ফাঁহ, ছিটিকা, কোবনি, জাঙি।
কূটকৌশল, ফন্দি, ফিকিৰ, জাল, জালত পৰা—, জালত ভৰি দিয়া—।
খোৱোচা-জৰী, খোৱোচা-গাঁঠি।

**৫৪৩ সত্য**

**বি.** সত্য, সইত, ঋত, সত্যতা, যথাৰ্থতা, যাথাৰ্থ্য, ন্যায্য, যথাযথতা; অবিসংবাদিতা; ন্যায়। নিৰ্ভুলতা। বিশ্বস্ততা। স্বতঃসিদ্ধি।

সত্যপৰায়ণতা, সত্যাশ্ৰয়িতা, সত্যাচৰণ; সত্যপ্ৰীতি, সত্যানুৰাগ; সত্যাবলম্বন; সত্যনিষ্ঠা। সত্যানুৰক্তি।

সত্যসাধন, সত্যপ্ৰতিষ্ঠা, সত্যৰক্ষা, সত্যপালন। সত্যান্বেষিতা, সত্যান্বেষণ, সত্যানুসন্ধান, তথ্যানুসন্ধান।

সত্যবাদিতা, সত্যবাদিত্ব, স্পষ্টবাদিতা, স্পষ্টবাদিত্ব; অকপটতা।

সত্যভাষণ, সত্যকথা, সত্যকথন। সত্যাভিলাষ।

সত্যপন্থা, সত্যপথ।

পৰমসত্য, চৰমসত্য; অমোঘ সত্য।

আপ্তবাক্য, আপ্তবচন, আদত কথা; বেদবাক্য।

ধ্ৰুবসত্য।

**বিণ.** সত্য, প্ৰকৃত, ঠিক, হক, যথাৰ্থ; ন্যায্য। সন্দেহাতীত, প্ৰশ্নাতীত, তৰ্কাতীত। সঁচা, খাটি, আদত, আচল। অবিকৃত, সত্যমূলক।

**বিণ./বি.** সত্যাশ্ৰয়ী, সত্যনিষ্ঠ, সত্যব্ৰত, সত্যপৰায়ণ, সত্যানুৰাগী, সত্যশীল, সত্যাভিলাষী, সত্যপ্ৰতিজ্ঞ, সত্যসংকল্প, সত্যানুৰক্ত, সত্যপ্ৰিয়, সত্যাশ্ৰয়ী, ঋতবান, ঋত ভৰা।

মায়াতীত, মায়াহীন।

সঁচা-সঁচি।

সত্যান্বেষী, সত্যানুসন্ধানী; তথ্যানুসন্ধায়ী।

সত্যবাদী, সঁচাকথীয়া, সত্যভাষী, সত্যবাক, যথাৰ্থবাদী।

সত্যদ্ৰষ্টা, সত্যদৰ্শী।

সত্যসন্ধ; সত্যসুন্দৰ, সত্যপ্ৰতিষ্ঠ।

সত্যপালক, সত্যপালনকাৰী।

**ক্ৰি.বিণ.** সঁচাকৈ, সঁচা-সঁচিকৈ, সঁচাকৈয়ে, সত্যে সত্যে, সঁচায়ে। [ জতুৱা] সইত সইত তিনি সইত।

**৫৪৪ মিথ্যা**

**বি.** মিথ্যা, মিছা, অসত্য, অনৃত, অপ্ৰকৃত, ফাঁকি, ফাঁকি-ফুক্কা, ফাকতি, ফাকতি-ফুকুতা। মিথ্যাচাৰ, টৌটক-নাটক। মিথ্যাচাৰণ, মিথ্যাচাৰিতা, বাগতি, চাচৰি, অপলাপ, ঐদেহি-বৈদেহি। অসত্যবাদিতা।

মিথ্যাভাষণ, মিছাকথা, মিছালি, কিৰ্ত্তিমালি, মিথ্যাবাদ, মিথ্যাবাদিতা, অনৃতভাষণ, অনৃতভাবিতা, অসত্যকথন। নগা মতা দিয়া—।

মিথ্যাবাৰ্ত্তা, গুজব, জনৰব।

আসৈমতা—, নুই কৰা—। নাই নুই কৰা—, নুই-নাই কৰা, অস্বীকাৰ কৰা—।

ভেল্কিবাজি; অশ্বডিম্ব; পৰ্ব্বতত কাছকণী; ঘৰিয়ালৰ চকুপানী, চকুত থু দি কন্দা; কপট নিদ্ৰা; কাঠ হাঁহি; মায়াকান্দোন; ফাকতি-ফুকুতা। সজা কথা, মিছা কথা।

**বিণ.** মিথ্যা, অসত্য, মিছা, ফাত্ৰা, বাদি, ফাকি, অনৃত, ঝুট, ঝুঠা, অপ্ৰকৃত, বিকৃত। জাল, ভুৱা; অবাস্তব, অলীক।

লাংপাং, টেৰি-মেৰি, জোৰা দিয়া—।

অৰ্দ্ধসত্য; সজা (কথা); মিছা; অন্তঃসাৰশূন্য, পতনুৱা, শূন্যগৰ্ভ, অসাৰ। ডাল জোৰা দিয়া, ভিত্তিহীন, অমূলক। হৰ্বক-তৰক, ফুচুং, ফাংফুং, ফাচফুচ, ফাচাং ফুচুং, বাৰে-ভচহ। কৃত্ৰিম, কৃৰ্ত্তিম, কিৰ্তিম।

**বিণ./বি.** মিথ্যাবাদী, মিছলীয়া, মিথ্যাভাষী, মিথ্যাচাৰী, মিছাকথীয়া; ফাকিদাৰ, ফাকিয়াল, ফাকিবাজ। ফুচুৰি। বিজলীয়া।

**ক্ৰি.বিণ.** মিছামিছি, মিছাকৈ, মিছামিছিকৈ, মিছায়, মিছাতে, মিছাকৈয়ে।

**৫৪৫ ঔচিত্য**

**বি.** ঔচিত্য, যোগ্যতা, উপযুক্ততা। অৰ্হতা, অৰ্হত্ব।

ন্যায়, ন্যায্যতা; ন্যায়নীতি, নীতি, সুনীতি।

সংগতি, সুসংগতি, ন্যায়সংগতি, ন্যায়বত্তা।

ঔচিত্যবোধ, ঔচিত্যজ্ঞান, উচিত বুদ্ধি, উচিত বিচাৰ, উচিত বিবেচনা, নৈতিকতা, ন্যায়পৰতা, ন্যায়বুদ্ধি, নীতিবোধ, নীতিজ্ঞান, ন্যায়বোধ; বিচাৰ বুদ্ধি।

সৎপথ, সৎপন্থা, ন্যায়মাৰ্গ, সদুপায়, সুপথ, সন্মাৰ্গ, সুপন্থা, ধৰ্ম্মপথ; নিয়মনীতি। আদৰ্শ পৰায়ণতা।

মূল্যবোধ, নৈতিক মূল্যবোধ। মতাদৰ্শ, ভাবাদৰ্শ। ন্যায়পৰায়ণতা, ন্যায়নিষ্ঠা, নীতিনিষ্ঠা, সততা, সাধুতা, নীতিবাগীশতা।

অষ্টধৰ্ম্ম [সত্য; শৌচ; অহিংসা; অনসূয়া; ক্ষমা; অনৃশংস্য; অকাৰ্পণ্য; সন্তোষ]।

নীতিশিক্ষা।

নীতিকথা, নীতিবাক্য, হিতোপদেশ, সদুপদেশ।

অনুশাসন।

হিতাহিত, ভাল বেয়া, ভাল মন্দ।

বিণ. যুগুত, উচিত, সংগত, ঠিক, উপযুক্ত, বহতি, সমীচীন, যোগ্য, অৰ্হতাসম্পন্ন, যথাৰ্থ, যথাযথ, যথাযোগ্য, যথোচিত, সমুচিত। ন্যায়, হক, সজ, ন্যায়সঙ্গত, ন্যায়সম্মত, নীতিসম্মত, নীতিসঙ্গত। বৈধ, যথাবিহিত, যথাৰীতি, যথাবৎ; শাস্ত্ৰবিহিত, শাস্ত্ৰানুমোদিত, শাস্ত্ৰীয়, শাস্ত্ৰসংগত, শাস্ত্ৰানুগ, শাস্ত্ৰোপযোগী। আইনগত, আইনমাফিক।

যুক্তিসঙ্গত, যুক্তিযুক্ত।

বিণ./বি. ন্যায়পৰ, ন্যায়নিষ্ঠ, ন্যায়পৰায়ণ, ন্যায়ৱান, ন্যায়পথাবলম্বী, ন্যায়মাৰ্গী, ন্যায়মাৰ্গাশ্ৰয়ী, ন্যায়বুদ্ধিপৰায়ণ। আদৰ্শবাদী। আদৰ্শপৰায়ণ।

নীতিৱান, নীতিনিষ্ঠ, নীতিজ্ঞ, নীতিবাগীশ, ন্যায়বাগীশ।

ক্ৰি. বিণ. ন্যায়তঃ, যথোচিতভাৱে, ন্যায়ানুসাৰে, উচিতভাৱে, উচিতমতে, যুক্তিসঙ্গতৰূপে; ধৰ্ম্মতঃ। সজকৈ, সজৰূপে।

**৫৪৬ অনৌচিত্য**

বি. অনৌচিত্য, অন্যায়, অসমীচীনতা, অযথাৰ্থতা, অযথাৰ্থ্য, অনৈতিকতা।

অযৌক্তিকতা, যুক্তিহীনতা, অসঙ্গতি, সঙ্গতিবিহীনতা।

অসততা, দুৰ্নীতি। অনীতি, ভ্ৰষ্টাচাৰ, অসদাচৰণ, অসদাচাৰ, কদাচাৰ, কু নীতি, গৰ্হিতাচাৰ; ন্যায়বিৰুদ্ধিতা, অন্যায়াচৰণ; অমিতাচাৰ। কপটাচাৰ।

অবিচাৰ, অবিবেচনা।

দুৰ্নীতিপৰায়ণতা, দুৰ্নীতিগ্ৰস্ততা।

বিণ. অনুচিত, অযুগুত, অন্যায়, অসজ, অসঙ্গত, অসমীচীন, ন্যায়বিৰুদ্ধ, অযথাৰ্থ।

অবিধেয়, বিধিবিৰুদ্ধ, বিধিবহিৰ্ভূত, নীতিবিৰুদ্ধ, নীতিবহিৰ্ভূত, বে-আইনী।

অকৰ্ত্তব্য, অকৰণীয়, অকাৰ্য্য; অশাস্ত্ৰীয়, শাস্ত্ৰবহিৰ্ভূত, শাস্ত্ৰবিৰুদ্ধ। অবিহিত, অপ্ৰশস্ত। অশ্ৰেয়, অশ্ৰেয়স্কৰ।

গৰ্হিত, নিন্দনীয়। নকৰিবলগীয়া, বেয়া।

অযৌক্তিক। অমানবিক, নিষ্ঠুৰ; ক্ৰুৰ।

বিণ./বি. অন্যায়কাৰী, অন্যায়াচাৰী।

অবিবেচক।

অসৎ, অসাধু, অসজ্জন, অসন্ত, অসদাচাৰী, কদাচাৰী।

দুৰ্নীতিপৰায়ণ, ভ্ৰষ্টাচাৰী, দুৰ্নীতিগ্ৰস্ত।

কপটাচাৰী, কপটীয়া, পেটকুলি, কপট।

ক্ৰি. বিণ. অন্যায়ভাৱে, অনুচিতভাৱে, অন্যায়ৰূপে, অন্যায়পূৰ্ব্বক, অযুগুতভাৱে, বে-আইনীভাৱে।

**৫৪৭ অকপটতা**

বি. অকপটতা, অকুটিলতা। সৰলতা, সহজতা, অকপটচিত্তত্তা; অমায়িকতা; আন্তৰিকতা, ঐকান্তিকতা।

সততা; উদাৰতা।

বিণ./বি. অকপট, অকপটিয়া, পোনপটিৰ, পোনপটীয়া, খাৰাংখাচ, কপটতাশূন্য, ছলনাহীন।

সৰল, খোলামনৰ, সহজ, অমায়িক, পেটেমুখে একে। হোলাৰ ভাই মোলা। উদাৰ-চিতীয়া, সৰল-চিতীয়া, সৰলমতি, সৰলমনা, সৰলস্বভাৱ, সৰলহৃদয়, সৰলপ্ৰকৃতি।

সৎ, সাধু, সজ্জন, সুজন। হোজা, আজ, হোলগোজ, হলহলীয়া, অহৌ-হৌৱা, ভলভলীয়া; নিৰীহ, নিৰ্জ্জু, চিধা, নিকপটীয়া, অকপটী, সাধা, অকপটীয়া, অচতুৰ, অকুটিল। এহা-গুধীয়া, আশা-গুধীয়া। আন্তৰিক, হাৰ্দ্দিক।

ক্ৰি. বিণ. অকপটভাৱে, অকপটে, খোলা-খুলিকৈ, চিধা-চিধি, চিধা-চিধিকৈ, হলহলীয়াকৈ, সৰলভাৱে, অকপটচিত্তে, সৰল অন্তৰেৰে, মুকলিমনেৰে, মুকলিকৈ, খোলামনেৰে, আঁৰ-বেৰ নোহোৱাকৈ, মনে-মুখে, পেটে-মুখে, পেটে-সমন্বিতে। এহা-গুধীয়াকৈ, আশা-গুধীয়াকৈ।

**৫৪৮ কপটতা**

বি. কপটতা, কপট, কুৰ্চুট-কপট, কপটালি, কাপট্য, ভণ্ডকালি, চাতুৰী, ছল-চাতুৰী, খেপ, খেপা-খেপি, চতুৰালি, চালাকি, বঞ্চনা, প্ৰবঞ্চনা, শঠতা, শাঠ্য, ছলাহ, ঠগন, লেং মৰা—, প্ৰতাৰণা, বিড়ম্বনা, ঢাকলি, ছলনা, ভণ্ডালি, ভণ্ডামি, চয়তানি, কুষাৰি, কৰাল, ফাং, ফাং-বাজী, লগোৱা-ভগোৱা—।

কুম্ভীৰাশ্ৰু, ঘৰিয়ালৰ চকু পানী, লেৰেলা-সাদৰ, আজলমঠালি, কপটাচৰণ, কপটাচাৰ, কপটচাৰিতা। কুটিলতা, কুটিলালি, কুটম্বালি, নাৰদীয়া, নাৰদী (স্ত্ৰী), নাৰদালি। আজুৰা ভৰোৱা—, ফাকি, ফাকি-ফুকা, ফাকটি, ভাকতি, ভাকি-ভুকা, ধূৰ্ত্তালি, দুষ্টালি, টাবুৰি-ভাবুৰি, ঠগামি, কপটা-কপটি, ফাক-ফুক, ফাকতি-ফুকুতা, টেঙৰালি, পাক-চক্ৰ, ফিকিৰ-ফাকাৰ, কেৰি মেৰি, তঞ্চকি, তঞ্চকতা, ভাওনা, ভাওকতা, টুটকীয়ালি। কূট-কৌশল, ফন্দি, শটবৰ্টনি। ভেকো-ভাওনা, ভেকো-ভাৱনা, ভাও, ভান, সঠং যোৰা—।

দুই তাল বজোৱা—।

টুটকীয়া, লগনীয়া, লগনীয়া-ভগনীয়া। তন্ত্ৰা-মন্ত্ৰা, টাটি-বাজি, টাটে-বাজি, টাটক-নাটক, কাৰচাজি, কাৰচুপি, ফন্দ, ফন্দি, কূট-নাট, ভাওনা। লেচু, ছল, ছলন, ছলৌতা; ছলৌতী (স্ত্ৰী)। ছল, ছন্দ, ছল-ছন্দ, ছলবাদ, আল-জাল, ফাচ-ফুচ, ফাং-ফুং, ফাচাং-ফুচুং, টাং বাং, টাগৰ টাল। মিথ্যা, ছলগ্ৰাহ। শঠামিতালি, ছলাহ, গোঁজামিল, ছলাহ-মলাহ, ছলাহ মৰা—।

ভুৰুকিওৱা—।

টেটন, টেটোন, পেটকুলি। চয়তান, ছয়তান। ফিকিৰ, ফিকিৰ-ফাকাৰ, ভণ্ডালি, টাংটিঙালি। লেচু, ছিদ, চেলু, চল, গইনা, গাঁৰিলা। বাগি, বাগি-বুগা, বগিয়া-বগি, খেপ, খেপা-খেপি, কপটা-কপটি।

জাল, জালচুৰি, জালিয়াতি।

অভিসন্ধি, কু-মন্ত্ৰণা, কৈতব, গবজ।

তঞ্চক, ঠগ, প্ৰৱঞ্চক, বাগিয়াৰ।

ধূৰ্ত্ততা, ঠগ-বাজি, শঠা-মিতিৰ, শঠা-মিত্ৰ, শঠা-মিতিৰালি, নাৰদ, চকু-মুদা কুলি।

ৰিণ. চতুৰ, ছলাহী, বঞ্চক, প্ৰৱঞ্চক, প্ৰতাৰক, ভণ্ড, খবিছ, কূটিল, চক্ৰী, কু-চক্ৰী, ধূৰ্ত্ত, তঞ্চকী, দুমুখীয়া, টেঙৰ, শলাল, দুৰাশয়। টঁৰিবাজ, টঁৰিয়া। ফন্দিয়ক, ফন্দিয়াৰ, কূট, কূটশাল। অগিয়ান-টলকা। দুতলীয়া, দোভাচলীয়া, তলগুজীয়া, দোমাদলীয়া, দুমুখীয়া। তলখুচৰীয়া, দু-আবৰীয়া, দু-আঁচলীয়া, বেকা পতিৰ, টাংটালি।

ৰিণ./ৰি. কপট, কপটাচাৰী, কপটী, কপটীনী, পেট-কপটীয়া, নাড়ী-কপটীয়া, বেওচনীয়া, পেট-কুলি, পেটকেৰোণীয়া, নিমুৰা, মিছলীয়া, ছলনাকাৰী, ছলনাপূৰ্ণ, তেৰি মেৰি, বিটাল, লগনীয়া, কুটস্থ, দুমুখীয়া সাপ।

সাপ হৈ খোটা বেজ হৈ জৰা।

বকধাৰ্ম্মিক, বকব্ৰতী, বিড়াল তপস্বী, আওকচু, শঠ, খল, নিষ্খল, দুষ্ট, চয়তান, বিহগুটি।

প্ৰতাৰণাকাৰী, প্ৰৱঞ্চনাকাৰী। লৰক-ফৰক, ধেগুৰ, ঠগ, ভণ্ডক, ভাণ্ডক, ভাণ্ডকী। কূটনীয়া, টুটকীয়া, টুটকী (স্ত্ৰী), শটবটীয়া। ছলগ্ৰাহী, টেপৰ-যুজোঁৱা, টগৰ-বগৰ, শঠামিত্ৰ। ঘৰ বিভীষণ, মিৰজাফৰ, জুডাচ।

পঞ্চমবাহিনী।

ফাকিবাজ, ফাকিদাৰ, ফাকিয়াল, জালিয়াত।

[ ফ.য ] চকুত ধূ দি কন্দা; গড়গঞা মিতিৰৰ ভাও/মুখেৰে বোলে থাক থাক/ভৰিৰে হেচোঁকে নাও; মুখে এক পেটে এক; বগলী ভকত; বিড়াল তপস্বী; বক পৰম ধাৰ্ম্মিক; অতি ভক্তি চোৰৰ লক্ষণ; মুখে লটপট ভিতৰি কপট; চেনেহৰ চুমাই নাকটি ছিঙা—; কণা হাঁহক পতান দি ভুৰুকোৱা—।

ক্ৰি. ৰিণ. লগাই ভঙাই, ছলে-বলে, ছলে-বলে-কৌশলে, ছল-বুধি কৰি, বাগি দি, বাগি-বুগা দি, চকুত ধূলি (বালি) মাৰি। মিছায়, মিছাতে।

**৫৪৯ বিশ্বাস**

ৰি. বিশ্বাস, বিশ্বাস স্থাপন, পতিয়ন।

প্ৰত্যয়, প্ৰতীতি, সঁজাত, সজাত।

আস্থা, ভৰসা।

বিশ্বস্ততা, বিশ্বাসযোগ্যতা।

আত্মবিশ্বাস, আত্মপ্ৰত্যয়।

অন্ধবিশ্বাস। সৰল বিশ্বাস।

বিশ্বাসঘাতকতা।

ৰিণ. বিশ্বাসী, বিশ্বাসযোগ্য, বিশ্বাস্য, প্ৰত্যয়াৰ্হ; সন্দেহাতীত, নিঃসন্দেহ; নিৰ্ভৰযোগ্য; সন্দেহাতীত, নিঃসন্দেহ, অনস্বীকাৰ্য্য; প্ৰামাণিক, প্ৰামাণ্য, প্ৰমাণিত, সাব্যস্ত।

সঁজাতী।

ৰিণ./ৰি. বিশ্বস্ত, আস্থাভাজন, বিশ্বাসভাজন, বিশ্বাসযোগ্য, প্ৰত্যয়ভাজন, বিশ্বসিত।

আস্থাবান, প্ৰত্যয়ী; বিশ্বাসপ্ৰৱণ।

অন্ধবিশ্বাসী।

অসন্দিগ্ধ, নিঃসন্দিগ্ধ, অসন্দিহান।

আত্মবিশ্বাসী, আত্মপ্ৰত্যয়ী, আত্মপ্ৰত্যয়শীল।

বিশ্বাসপাত্ৰ, বিশ্বাসভাজন।

বিশ্বাসঘাতক, বিশ্বাসঘাতী, বিশ্বাসঘাতকী।

ক্ৰি.ৰিণ. বিশ্বাসতে।

**৫৫০ অবিশ্বাস**

ৰি. অবিশ্বাস; অসজাত, অনাস্থা, আস্থাহীনতা।

অবিশ্বাস্যতা।

সন্দেহ, সংশয়, দ্বিধা, চোভা। সন্দিগ্ধতা।

বিশ্বাসঘাতকতা।

ৰিণ. অবিশ্বাস্য, অবিশ্বাসযোগ্য, অবিশ্বসনীয়, গাঁজাখুৰী। সন্দিগ্ধ।

ৰিণ./ৰি. অবিশ্বাসী, অসজাতী, ফাত্ৰা, অবিশ্বস্ত।

আস্থাহীন, বিশ্বাসহীন; বিশ্বাসঘাতক, তাই-লুকীয়া।

**৫৫১ হীনতা**

ৰি. হীনতা, নীচতা, তুচ্ছতা, তুচ্ছজ্ঞান, উলাই।

হীনমন্যতা, হীনম্মন্যতা, হীনমনস্কতা।

ৰিণ. হীন, নীচ, অধম, নৰাধম, তুচ্ছ, হেয়, নেহেৰা, অল্পসৎ, ইতৰ, নীহ, খেচ, ধকৰীয়া, খাখক, খেকাৰখোৱা। নেচন, নিকৃষ্ট। জঘন্য, কুষ্ক্চ, খেৰেচ। খেহনেজীয়া। অন্ত্য।

ছোট। অজ্ঞাতকুলশীল, আপ্ৰাণী, ধকৰীয়া।

অযোগ্য, অপাত্ৰ।

নাম-নাচ।

ৰিণ./ৰি. হীনচেতা, হীনমতি, ক্ষুদ্ৰমনা, নীচমতি।

**৫৫২ নৈতিক চৰিত্ৰ**

ৰি. নৈতিক চৰিত্ৰ, চৰিত্ৰ, স্বভাৱ-চৰিত্ৰ, সততা।

সচ্চৰিত্ৰতা, নৈতিকতা।

চাৰিত্ৰিক দৃঢ়তা, মনৰ জোৰ, সৎসাহস।
ধাৰ্ম্মিকতা।
সতীত্ব; ইজ্জত; আবুৰ।
ৱিণ. চৰিত্ৰবান, সৎস্বভাৱী, সৎ, নৈতিক, ধাৰ্ম্মিক।
সদাচাৰী। সুজন, সুশীল।
সতী, সতী-সাধ্বী, পতিব্ৰতা, পতিপ্ৰাণা।
সুশীলা।

**৫৫৩ মহাপুৰুষ**

বি. মহাপুৰুষ, মহামানৱ, মহাভাগ, অতিমানৱ, পৰমহংস, পৰমাত্মা। মহানুভতা, মহানতা, মহত্ত্ব।
ৱিণ. উদাৰহৃদয়, মহামতি, মহৎ, মহান, সুমহান, মহাভাগ। মহাজন। মহাত্মা। ক্ষণজন্মা।
মহামানৱিক, অতিমানৱিক, দেৱোচিত, দেৱোপম।
মনুষ্যাতীত।

**৫৫৪ গুণ**

ৰি. গুণ, গুণৱত্তা, গুণালংকাৰ, গুণভূষণ, গুণশালিতা।
ত্ৰিগুণ, ত্ৰৈগুণ্য; গুণত্ৰয় [ সত্ত্ব; ৰজ; তমঃ ]।
গুণ-গ্ৰাম।
পঞ্চগুণ [ ৰূপ; ৰস, গন্ধ; স্পৰ্শ; শব্দ ]।
দক্ষতা; যোগ্যতা।
গুণগ্ৰাহিতা, গুণগ্ৰহণ; গুণজ্ঞতা, গুণমুগ্ধতা, গুণানুৰাগ, গুণানুৰাগিতা, গুণপ্ৰিয়তা।
গুণজ্ঞাতা; গুণজ্ঞান;
গুণানুকীৰ্ত্তন; গুণগৰিমা, গুণগৌৰৱ।
ধৰ্ম্মগত গুণ [ আশা; বিশ্বাস; দাক্ষিণ্য ]।
নৈতিকগুণ [ ন্যায়; বিচাৰ; বিচক্ষণতা; মিতাচাৰ, ধৈৰ্য্য]।
ৰাজগুণ, ষড়গুণ [ সন্ধি; বিগ্ৰহ;যান, আসন; দ্বৈধ; আশ্ৰয় ]।
ৱিণ./ৰি. গুণী, গুণবান, গুণৱতী (স্ত্ৰী), গুণান্বিত; সৰ্ব্বগুণ সম্পন্ন, গুণৱন্ত, গুণজ্ঞ, গুণধৰ, গুণময়, গুণাধাৰ, গুণসিন্ধু, গুণসাগৰ, গুণনিধি, গুণৰত্ন, গুণোপেত,, গুণাকৰ, গুণমণি, গুণ-সিন্ধু।
ত্ৰিগুণান্বিত, ত্ৰিগুণা, ত্ৰিগুণাত্মক।
গুণমুগ্ধ, গুণজ্ঞ, গুণগ্ৰাহী, গুণ-গ্ৰাহক, গুণানুৰাগী, গুণান্বিত।
ৱিণ. গুণবাচক, গুণবোধক; গুণাত্মক; গুণময়, গুণপূৰ্ণ, গুণমণ্ডিত, গুণযুক্ত। গুণাতীত, নিৰ্গুণ, পৰমেশ্বৰ, গুণময়, গুণৱন্ত।

**৫৫৫ দোষ**

বি. দোষ, ছিদ্ৰ, খুঁত, আঁসোবাহ, ঘেকেচ, ঘুণ, ঘা-ঘুণ, খতিখুণ, অঙ্গদোষ, অপৰাধ, ক্ৰটী, কলঙ্ক খিলিঙ্কাৰ, জগৰ, দায়, ঘাটি, দায়-দোষ, দায়-জগৰ, কচুৰ, কছুৰ, জহ, ঘাটি। অপগুণ। বিকাৰ। জেঙা, লেঠা, কলুষ, কালিমা, মালিন্য, আবিলতা, গ্লানি, গুনাহ কল্মষ। বদগুণ, দুৰ্গুণ; কদভ্যাস, বদভ্যাস। অনাচাৰ। কু কৰ্ম্ম। ৰিপু ঃ ষড়ৰিপু [ কাম; ক্ৰোধ; লোভ; মোহ, মদ; মাৎসৰ্য্য]।
দোষত্ৰয় [মোহ; ৰাগ; দ্বেষ ]।
ক্ৰোধজ দোষ [দৌৰাত্ম্য; দুষ্টতা; ক্ষতি; প্ৰতাৰণা; ঈৰ্ষা; দ্বেষ; কটূক্তি: নিষ্ঠুৰাচৰণ ] ।
স্পৰ্শদোষ। সঙ্গদোষ। চৰিত্ৰদোষ, স্বভাৱদোষ। বংশদোষ।
দোষাৰোপ, দোষণ, ছিদ্ৰান্বেষণ।
দোষৌতা। দোষধৰৌতা।
ৱিণ. দোষণীয়, নিন্দাৰ্হ, গ্লানিজনক।
দূষিত, কলুষিত। কলুষযুক্ত, কলঙ্কময়। অনাচাৰী।
খেৰাপ, খাৰাপ, মন্দ, বেয়া।
দোষাবহ, দোষজনক, দোষযুক্ত, দোষদুষ্ট, দুৰ্গুণীয়া।
ৱিণ./ৰি দোষী, দোষযুক্ত, অপৰাধী, জগৰীয়া; জগৰীয়ানী (স্ত্ৰী) । কলঙ্কিত।
দোষাৰোপকাৰী, দোষাৰোপণকাৰী। দোষৌতা, দৌষতী (স্ত্ৰী)।
দোষদৰ্শী, ছিদ্ৰান্বেষী, আঁহফলা।
দোষগ্ৰাহী, দোষগ্ৰাহক, অপবাদক, বদিয়াৰ।

**৫৫৬ উত্তমতা**

বি উত্তমতা।
চমৎকাৰিত্ব, চমৎকাৰিতা।
উৎকৰ্ষ, উৎকৃষ্টতা, ঔৎকৰ্ষ, প্ৰকৃষ্টতা, প্ৰাশস্ত্য।
শ্ৰেষ্ঠতা, শ্ৰেষ্ঠত্ব, প্ৰেয়ত্ব; চৰমোৎকৰ্ষ, পৰমোৎকৰ্ষ।
অতুলনীয়তা, অনন্যতা, অনবদ্যতা।
শ্ৰেষ্ঠাংশ, সাৰ, সাৰৱত্তা, সাৰাৎসাৰ; সাৰসংগ্ৰহ।
ৱিণ. চমৎকাৰ, অনবদ্য।
উৎকৃষ্ট, অত্যুৎকৃষ্ট, প্ৰকৃষ্ট, পৰমোৎকৃষ্ট।
অনন্য, প্ৰথম, প্ৰথমশ্ৰেণীৰ, অদ্বিতীয়।
উত্তম, শ্ৰেষ্ঠ, সৰ্ব্বশ্ৰেষ্ঠ, সৰ্ব্বোত্তম। গপচ, বাছকবনীয়া।
অতুল, অতুল্য, অতুলনীয়, তুলনাহীন, তুলনাবিহীন।
অনুপম, নিৰুপম, উপমাবিহীন, উপমাহীন, উপমাৰহিত, নজিৰবিহীন, বেনজীৰ, অপ্ৰতিম, অদ্বিতীয়।
অসাধাৰণ, অপূৰ্ব, অভূতপূৰ্ব।
অবৰ্ণনীয়, বৰ্ণনাতীত।
বে'চ্ (ছ), ভাল, বঢ়িয়া; উত্তম।
ক্ৰি. ৱিণ. বে'চ (ছ)কৈ, ভালকৈ, ভালমতে, বে'চমতে, বঢ়িয়াকৈ।

**৫৫৭ অধমতা**

ৰি. অধমতা, অধমত্ব, মন্দত্ব।

নিকৃষ্টতা, অপকর্ষ, অনুৎকর্ষ।
কদৰ্য্যতা, জঘন্যতা।
বিণ. অধম, নিকৃষ্ট, অধইচ, অধস্য। কুৎসিত, কুৰুচ, গোবান্ধ, মন্দ, জঘন্য; কদৰ্য্য, গোকাটি, অপকৃষ্ট। নগণ্য।
৫৫৮ বিশুদ্ধতা
বি. বিশুদ্ধতা; জাত-ভাস, শুদ্ধতা, বিশুদ্ধি; নিৰ্ম্মলতা। যথাৰ্থতা। অকৃত্রিমতা। সাৰবত্তা।
বিণ. বিশুদ্ধ, পৰিশুদ্ধ, বিমল, নিৰ্ম্মল। যথাৰ্থ, অবিমিশ্ৰ। পৰিষ্কাৰ। নিৰ্ভেজাল। খাঁটি; নিৰ্ভাঁজ, নিৰ্ভঁজুৱা, আৰ্ভঁজুৱা, শুধ। অকৃত্রিম; মূল; মৌলিক। বাস্তৱিক। আচল। সঁচা।
৫৫৯ অবিশুদ্ধতা
বি. অবিশুদ্ধতা, কৃত্রিমতা।
মিশ্ৰণ, সংমিশ্ৰণ।
বিণ. অবিশুদ্ধ, কৃত্রিম, নকল, ভেজাল, জাল, ভঁজুৱা, ভাঁজ দিয়া; মিশ্ৰিত, মিহলি, বিমিশ্ৰ।
৫৬০ নিচা
বি. নিচা, ৰাগি, জাল, মৌজ, আসক্তি, অত্যাসক্তি, মত্ততা, মত্তাৱস্থা, নিচাগ্রস্ততা, পানাসক্তি, পানদোষ, মদ্যাসক্তি, সুৰাসক্তি, মদাসক্তি, সুৰাপান, মদ্যপান।
মাদকদ্ৰব্য, মাদক।
বিণ. নিচাজনক, মত্ততাদায়ক, ৰাগীয়াল।
বিণ./বি. নিচাসক্ত, নিচাগ্রস্ত, মত্ত, নিচাখোৰ, টং হৈ থকা—।
৫৬০.১ মদ, মদ্য, সুৰা, মদিৰা, দাৰু, আসব, অৰিষ্ট, সোমৰস, দ্ৰাক্ষাৰস।
সুৰাসাৰ, আলকোহল। মোদক।
বিলাতী মদ; শ্বেম্পেন; পোৰ্ট; শেৰি; কনিয়াক; ব্ৰাণ্ডি; জিন; ভদকা; হুইস্কি; ৰাম; বিয়াৰ।
দেশীমদ; লাওপানী; হাড়িয়া; আপং; ফটিকা; সাজপানী; কাকিয়াড; তাড়ি; চুলাই; কাৰণ; চেৰাপ, ছেৰাপ। জগলু।
ভাটিখানা, সুৰালয়, মদিৰাগৃহ, চেৰাপ ভাটি, মদৰ দোকান, তাড়িখানা, বাৰ।
পানপাত্ৰ, সুৰাপাত্ৰ, সুৰাধানী, মদৰ গিলাচ।
মাতলামি। মদাতঙ্ক।
বিণ./বি. সুৰাজীৱী, মদ বেপাৰী; পানাগাৰিক।
বাৰমেন, বাৰমেইড, ছাকী।
মদাহী, মদাৰু, মদপী, চেৰাপী, ছেৰাপী, মাতাল, মাতোৱাল, মতলীয়া, পানাসক্ত, সুৰাসক্ত, সুৰাপায়ী। মদালস, মদমত্ত, মদোন্মত্ত, পানোন্মত্ত।
৫৬০.২ ধূমপান, বিড়ি খোৱা—, চিগাৰেট হোপা—, চুৰট খোৱা—। চাদাধঁপাত, বৰপতীয়া, মলা-ধপাত, খামিৰা, টিকিৰা।
হোকা, চিলিম, ধোঁৱা খোৱা, গুড়গুড়ী, নলিচা, ধপাত; ধপাত গছ,তাম্ৰকূট।
বিণ. ধূমপানকাৰী, ধপতুৰা।
৫৬০.৩ বি. গাঁজা, গাঞ্জা, ভাং, মোহনী ভাং, জঙ্গলী ভাং, সিদ্ধি, মোদক।
চৰশ; হাচিচ; কোকেইন।
টান, দম, হোঁপা।
বি. ভঙুৱা, গাঁজৰু, গাঁজাখোৰ। গাঁজাখুৰী।
৫৬০.৪ বি. আফিং, কাফিং, কানি, অহিফেন।
বিণ. কানীয়া।
৫৬০.৫ পাণ, তামোল
বি. তামোল, গুৱা, তাম্বুল। চুপাৰি।
খিলি-তামোল; থুৰিয়া-তামোল।
পাণ, জাতিপাণ, গান্ধপাণ। পাণ-তামোল। পাণ-মচলা।
তামোল-কটা, তামুলী। তামোল-কটাৰী। তামোল-গামোচা।
তামোল-হাঁচতি। তামোলৰ বটা। তামোলৰ টেমা।
তামোল-পাণ।
তামোলনী। পাণনি। পাণ-বৰিয়াল।
থোক। গুচি।
বিণ. তামোলতী।
ক্ৰি. বি. থোকাথোকে, থোকেথোকে; গুচিয়ে গুচিয়ে।
৫৬০.৬ বি. ড্ৰাগ; এল-এস-ডি; হিৰইন; ব্ৰাউনচুগাৰ, মেনড্ৰেক্চ।
৫৬১ যথাৰ্থতা
বি. যথাৰ্থতা, যাথাৰ্থ্য, সত্য, ন্যায্য, উপযুক্ততা, ঔচিত্য। যথাযথতা, যাথাযথ্য; সত্যতা। অভ্ৰান্তি, অপ্ৰমাদ।
স্বৰূপ।
বিণ. যথাৰ্থ, ন্যায্য, উপযুক্ত, উচিত, যথাযথ। বেচ, বেছ। অভ্ৰান্ত, নিৰ্ভুল; নিৰ্ঘূণ, নিঘূণী, নিঘূণীয়া, ক্ৰুটিহীন, ক্ৰুটিশূন্য, নিখুঁত, নিৰ্ভৰযোগ্য। অবিভ্ৰান্ত, প্ৰমাদহীন, প্ৰমাদৰহিত, অপ্ৰমাদী, প্ৰমাদশূন্য।
অবিকল, সাইলাখ, হুবহু।
ভাল, বঢ়িয়া। ওৱাজিপ, ওৱাজিব, ঠিক।
প্ৰকৃত, সত্য, অবিকৃত।
প্ৰমাতীত; নিশ্চিত।
অকাট্য, প্ৰামাণিক।
বিশুদ্ধ, খাঁটি, আচল।

নিৰ্ভৰযোগ্য। তথ্যভিত্তিক, তথ্যনিৰ্ভৰ, তথ্যসমৃদ্ধ।

ক্রি. বিণ. বাস্তৱিকতে, বাস্তৱিকপক্ষে, আচলতে, যথাৰ্থতে, প্ৰকৃততে, স্বৰূপতে, বস্তুতঃ, বস্তুতপক্ষে, কাৰ্য্যতঃ, যথাৰ্থ পক্ষে, যথাৰ্থভাৱে। প্ৰকৃতপক্ষে।

নিৰহ-নিপানীকৈ, বঢ়িয়াকৈ, ভালকৈ, ভালমতে, ঠিককৈ। ঠিকমতে, বেচকৈ, বেচমতে।

৫৬২ ভুল

বি. ভুল, ভ্ৰান্তি, অশুদ্ধি, ভ্ৰম, ত্ৰুটী, ত্ৰুটী-বিচ্যুতি, চ্যুতি-বিচ্যুতি, ভুল-ভাল, বিজুতি, প্ৰমাদ। কেলা, কেৰোণ, ঘুণ, ৰদ, প্ৰমাদ। ভুল-ভ্ৰান্তি, ভুল-চুক, দোষ-ত্ৰুটী। শুদ্ধাশুদ্ধি।

দোষ, খুঁত; আঁৰ, ছিদ্ৰ; খতিখুণ, জেত্তা।

বিভ্ৰম, বিভ্ৰান্তি, অশুদ্ধ, অশুদ্ধি, প্ৰপঞ্চ, মোহ।

ভুল কাম। ভুল সিদ্ধান্ত, অপসিদ্ধান্ত।

মিছা, অবাস্তৱ, অমূলক, ভিত্তিহীন।

ৰজ্জুত সৰ্প ভ্ৰম; ছাঁটোকে বাঘটো যেন দেখা।

বিণ. ভুল, ভ্ৰান্ত, ভ্ৰমাত্মক, ভ্ৰান্তিজনক, ভ্ৰান্তিমূলক, ভ্ৰান্তিপূৰ্ণ, বিভ্ৰান্তিজনক, বিভ্ৰান্তিকাৰক, প্ৰমাদজনক।

ত্ৰুটিযুক্ত, ত্ৰুটিপূৰ্ণ, ত্ৰুটিজনক, ভ্ৰমসংকুল, ভ্ৰমযুক্ত।

অশুদ্ধ।

অযথাৰ্থ, বিকৃত, অমূলক, ভিত্তিহীন।

কেৰোণীয়া, কেকণীয়া, কেকণীয়া, ৰদীয়া। ঘুণীয়া।

বিণ./বি. বিভ্ৰান্ত, ভ্ৰমান্ধ।

অন্যমনস্ক।

ক্রি. বিণ. ভুলতে, ভুলকৈ, ভুলবশতঃ, ভুলক্ৰমে। জনায়-নজনায়, ভুলে-ভালে, ভালে বেয়াই, প্ৰমাদবশতঃ।

৫৬৩ অনৈতিকতা

বি. অনৈতিকতা, নীতিহীনতা।

ন্যায়নীতি বিসৰ্জ্জন, ইন্দ্ৰিয়দোষ।

চৰিত্ৰহীনতা, দুশ্চৰিত্ৰতা, স্বভাৱদোষ, চৰিত্ৰদোষ। অধঃপতন, অধঃপাত।

বিপথগামিতা, কু-পথগামিতা; অধঃপাতে যোৱা—, জহন্নামে যোৱা—, ৰসাতলে যোৱা—, মাৰ্গৰ তলে যোৱা—।

ব্যভিচাৰ, ব্যভিচাৰিতা, লাম্পট্য, লম্পটতা, লম্পটালি; কামুকতা, লুচ্চামি।

অমিতাচাৰ, অমিতাচাৰিতা। অনাচাৰ, দুৰাচাৰ, অধাচাৰ, ভ্ৰষ্টাচাৰ, ভ্ৰষ্টাচাৰিতা; ইন্দ্ৰিয়পৰায়ণতা।

দুৰ্নীতি, কুমতি, দুৰাশয়, ভ্ৰষ্টতা, ভ্ৰষ্টাচৰণ; দুৰ্নীতিপৰায়ণতা, দুৰ্নীতিগ্ৰস্ততা। দুৰ্বৃত্তি, অসদ্বৃত্তি, দুৰ্বিত্ততা, দুষ্প্ৰবৃত্তি, কু-প্ৰবৃত্তি, অপচেষ্টা। অমানৱিকতা, অমানুৱিকতা।

কু-কৰ্ম্ম, কু-ক্ৰিয়া, কু-কাৰ্য্য; অপকৰ্ম্ম, অপকাৰ্য্য, অকাৰ্য্য, অপক্ৰিয়া, দুষ্কৰ্ম, দুষ্ক্ৰিয়া, বিকৰ্ম্ম, দুষ্কাৰ্য, দুষ্কৃতি, দুষ্কৃত, দুশ্চেষ্টা; দুষ্টালি, দুষ্টামি, আমুৰি, অমুৰি, উপদ্ৰৱ। বদমাচি, বদমাছি, দগাবাজি। অতপালি, উদ্দণ্ডালি। গুণ্ডামি, দুৰ্জনালি।

ওভতগোৰে নচা—, মুৰে ভৰি কঢ়া—, অমুৰি কৰা— উভতি কৰা—।

অন্যায়, অনৌচিত্য, অসাধুতা, অসততা। অধাৰ্ম্মিকতা। পাপ।

বিণ. অনৈতিক, নীতিবহিৰ্ভূত, নীতি-বিগৰ্হিত, অন্যায়, বে-ঠিক। লতৰ-পতৰ। গৰ্হিত।

বিণ./বি. নীতিহীন, নীতিভ্ৰষ্ট। চৰিত্ৰহীন, দুশ্চৰিত্ৰ, বিপথগামী, কু-পথগামী, অধঃপতিত, বিজতবীয়া, বিজতুৰা। খেচৰ, খেচেৰা, ব্যভিচাৰী, লম্পট, লুচ্চা, কামুক; লটপটী, লটপটিয়া, চপনীয়া, চাপনী (স্ত্ৰী), বদনামী। ঢোকা, খেমনা, খেমনী, বটলা, জাৰ, ধদুৱা, লঠৰিয়া, বদুৱা, বদীয়া, বাটলু। বলৰা; বলৰী (স্ত্ৰী)। জাহিল, অনাচাৰী, দুৰাচাৰী, অধাচাৰী। কেচেৰা, কেচেৰী (স্ত্ৰী)। কুমতি, দুৰ্ম্মতি, দুৰ্বুদ্ধি, কুবুদ্ধি; কু-স্বভাৱ, কু-প্ৰকৃতি, টেঙৰ, বজ্জাত, পঘা খোৱা, পঘাখাঁতী (স্ত্ৰী); বদমাচ, বদমাছ; ঘাকৰা, লাঠুৱা, দুষ্ট, মহাদুষ্ট খল, নিস্‌খল। দগাবাজ, দজ্জাল, খট, অঘাইতং, খঁটাসুৰ, খঁটাসুৰ, উদ্দণ্ড, গুণ্ডা, দুৰ্জ্জন। লটক, পাষণ্ড, বদমাইচ।

টামন। ডাং-কটা, ডাং-কাটী (স্ত্ৰী)।

অমিতাচাৰী, ইন্দ্ৰিয়সেৱী, ইন্দ্ৰিয়পৰায়ণ।

দুৰ্নীতিগ্ৰস্ত, ভ্ৰষ্টাচাৰী, ভ্ৰষ্টচৰিত্ৰ, দুৰ্নীতিপৰায়ণ।

কুঠীয়া; কুঠুনী (স্ত্ৰী)।

কু-কৰ্ম্মা, কু-কৰ্ম্মকাৰী, কু-কাৰ্য্যকাৰী, কু-ক্ৰিয়াকাৰী, দুষ্কৃতিকাৰী, দুষ্কৰ্ম্মা, দুৰ্ম্মৰ্ম্মি। পাপী, পাপাচাৰী, মলমতি। দুৰাশয়, দুৰাচাৰ, দুৰাচাৰী, দুষ্টাশয়, দুষ্টাচাৰ, দুৰ্বৃত্ত, শনিপাট। অমানুৱিক, অমানুৱী।

হাৰামজাদা; হাৰামজাদী (স্ত্ৰী)। হাৰামী।

অপৰাধী, অপৰাধকাৰী, দোষী। আচামী, অভিযুক্ত।

সমাজবিৰোধী। সমাজবিৰুদ্ধ।

মস্তান, অপশক্তি-অসুৰা।

৫৬৪ চুৰি

বি. চুৰি, চুৰি চাপাচি, চুৰ্‌তাৰি, চৌৰ্য্য, চৌৰ্য্যবৃত্তি, তস্কৰবৃত্তি, কুম্ভিলকবৃত্তি।

অপহৰণ, পৰস্বাপহৰণ, সিন্ধি কটা—, সিন্ধি দিয়া—, জেপলুকুকা—। গভাইত। লুটপাত।

বিণ./বি. চোৰাংচোলান, স্মাগলিং। চুৰিয়াল।

চোৰ, চোৰ-চাৰি, চোৰ-চেঁচোৰ, নিশাচৰ, তস্কৰ। কুম্ভিল, কুম্ভীল, কুম্ভীলক। তামোল-চোৰ। গৰু চোৰ। ছোৱালী-চোৰ। ডাল-চোৰ।

**৫৬৫ ডকাইতি**

**বি.** ডকাইতি, দিন-ডকাইতি, ৰাহাজানি, দস্যুবৃত্তি। লুট (ক), লুটপাত, লুণ্ঠন, ডকা-হকা।
জলদস্যু; পাইৰেচি।

**বিণ./বি.** ডকাইত, দিন-ডকাইত, ডাকু, দস্যু; লুটিয়াৰ, বাটোৱাৰি, লুণ্ঠনকাৰী, লুটপাতকাৰী। ঠগী, ঠগ।

**৫৬৬ শাস্তি**

**বি.** শাস্তি, দণ্ড, নিগ্ৰহ। প্ৰহাৰ। শাস্তিবিধান, দণ্ডবিধান, চাজা, চাজা পোৱা—। দমন, শাসন। দণ্ডি, দণ্ড-ভয়। বশ। তাড়না। শাস্তিভোগ। পাপৰ প্ৰায়শ্চিত্ত, কৰ্ম্মফল। নগুৰ-শাস্তি।
দণ্ডনীতি। দণ্ডবিধি; পেনাল কোড।
দণ্ডাদেশ, দণ্ডাজ্ঞা, দণ্ডবিধান।
উচিত শাস্তি, যেনে কৰ্ম্ম তেনে ফল; যেন কুকুৰ তেন টাঙোন।
কাৰাদণ্ড, জেল, জেল-জৰিমনা, কাৰাবাস, শ্ৰীঘৰ বাস, হাজোত বাস, কয়েদ, জেলৰ ভাত খোৱা—, ঘানি টনা—।
সশ্ৰম কাৰাদণ্ড। বিনাশ্ৰম কাৰাদণ্ড। যাবজ্জীবন কাৰাদণ্ড। দণ্ডবন্ধ; দণ্ড-বিধি, দণ্ডশাস্ত্ৰ।
মৃত্যুদণ্ড, প্ৰাণদণ্ড, প্ৰাণদণ্ডাদেশ বাধাজ্ঞা, ফাঁচিৰ হুকুম। ফাঁচি কাঠত উঠা; শিৰচ্ছেদন, শূলত দিয়া—, গিলেটিনত দিয়া—।
অৰ্থদণ্ড, জৰিমনা।
নিৰ্বাসন, নিৰ্বাসন, নিৰ্বাস, নিৰ্ব্বাস। দ্বীপান্তৰ, কলীয়াপানীত মেলা—। পুলিয়ে পোখাই উভলা—; চকু কঢ়া—; আঁঠুৰ ঘিলা কঢ়া—; হাতীৰে গচকোৱা—। নাক কটোৱা—; কাণ কটোৱা—; নাক-কাণ কটোৱা—।
পদাঘাত; বেত্ৰাঘাত; বেত্ৰদণ্ড; বেতোৱা—; চমটা মৰোৱা—; চাবুক মৰোৱা—; কশাঘাত।
তিৰস্কাৰ, ভৰ্ৎসনা। আধামৰা কৰা—, পিটোৱা—, মাৰ-পিট, মাৰণ, পিটন, এপিটন, এসেকা, এবাইছ, প্ৰহাৰ, কোবোৱা—, টঙনিওৱা—, টঙনা-টঙনি, টাঙোন জোকোৱা, টাঙন জোকোৱা, টোকোন জোকোৱা, লগুড়াঘাত, খুন্দা, বাংপিটা, ধুমপিটা, ধুমা-খুন্দা, কুকলি পিটা, এবটালি। উত্তম-মধ্যম শোধোৱা।
গুৰুলাগুৰুল কৈ কিলোৱা—, তুলাধুনা দিয়া—, এধুনা দিয়া—, ঔকিল পৰা—, ঔ পৰা—, এজাউৰি দিয়া—। এশিকনি দিয়া—, এপালি দিয়া—, এশিক্ষা দিয়া—, জুলুকিয়ে জুলুকিয়ে শিকোৱা—, চলুৰে চলুৰে পানী খুওৱা।
এঘৰীয়া কৰা—, সামাজিক বৰ্জ্জন, হোকা-পানী অসঙ্গাৰ কৰা—।

**বিণ.** দণ্ডনীয়, দণ্ডাৰ্হ, দণ্ডযোগ্য, শাস্তিযোগ্য।
শাস্তিমূলক, দণ্ডমূলক।
দমনীয়।

**বিণ./বি.** শাস্তিদাতা, দণ্ডদাতা, দণ্ডবিধাতা।
দণ্ডিত, দণ্ডপ্ৰাপ্ত, শাস্তিপ্ৰাপ্ত।
নিৰ্বাসিত, নিৰ্ব্বাসিত, চিৰনিৰ্বাসিত।
দ্বীপান্তৰিত।

**৫৬৭ অনপৰাধ**

**বি.** অনপৰাধ, অপৰাধহীনতা, অপৰাধশূন্যতা, দোষহীনতা, নিৰ্দ্দোষতা, নিৰ্দ্দোষিতা, নিজগৰ। অদোষ।
নিৰ্দ্দোষপ্ৰমাণ, খালাচ, খালাছ।
অখালদাঁৰ (ভৰণি)।

**বিণ./বি.** নিৰপৰাধ, নিৰপৰাধী; নিৰপৰাধিনী (স্ত্ৰী), নিৰ্দ্দোষ, নিৰ্দ্দোষী, বে-কসুৰ, অনপৰাধী।
অকলঙ্ক, অকলঙ্কিত, নিষ্কলঙ্ক, অকলুষ, অকলুষিত।

**ক্ৰি. বিণ.** অদোষত, বিনাদোষত, অনাদোষত, বিনাদোষে।

**৫৬৮ শক্তি**

বি. শক্তি, তেজ, বল, জোৰ, পৰাক্ৰম।
কৰ্ম্মশক্তি, কৰ্ম্মদক্ষতা, কাৰ্য্যক্ষমতা, সামৰ্থ্য, সক্ষমতা; তাকত।
বল, জোৰ, প্ৰাণশক্তি।
শক্তিমত্তা, বলবত্তা, বলশালিতা, শক্তিশালিতা।
গাৰজোৰ, বাহুবল, পেশীবল, পেশীশক্তি।
বলপ্ৰয়োগ, জোৰ দিয়া—, শক্তিপ্ৰয়োগ,
মানসিক শক্তি।
যান্ত্ৰিক শক্তি; সৌৰশক্তি, সূৰ্য্য শক্তি। বিদ্যুৎশক্তি; তাপশক্তি; চুম্বকশক্তি; আলোকশক্তি। জলশক্তি; টাইডাল পাৱাৰ; বায়ুশক্তি; পৰমাণুশক্তি, আণৱিক শক্তি, নিউক্লিয়াৰ এনাৰ্জি।
তেজস্ক্ৰিয়তা, তেজস্ক্ৰিয়া।
ইন্ধন, লগনি, লগনি-খৰি, লগনী, লাগনী।
বলবিদ্যা, মেকানিক্চ। তাপগতিবিদ্যা, থাৰমোডাইনেমিক্ছ। অশ্বশক্তি; হৰ্ছপাৱাৰ; ওয়াট; কিলোওয়াট, মেগাওয়াট।

বিণ. শক্তিশালী, তেজী, বলী, পৰাক্ৰমী। জোৰী।
শক্তিমান, ক্ষমতাসম্পন্ন, ক্ষমতাবান; উচ্চক্ষমতাসম্পন্ন।
বলৱান, বলিষ্ঠ; শক্ত, সমৰ্থ, সক্ষম। মজবুত।
দুৰ্বাৰ, অপ্ৰতিৰোধ্য, দুৰ্নিবাৰ।
তেজস্কৰ, তেজস্ক্ৰিয়, ৰেডিও একটিভ।

**৫৬৯ তাপ**

বি. তাপ, উত্তাপ, উষ্ণতা, উষ্ণত্ব, উমাজাল।
জুই, অগ্নি। ৰ'দ, ৰৌদ্ৰ, সৌৰতাপ, দহন।
দাহ, জ্বলনি, পোৰণি।
তাপমান, তাপমাত্ৰা; তাপমানযন্ত্ৰ। থাৰ্মোমিটাৰ; চেণ্টিগ্ৰেড, চেলচিয়াচ; ফাৰেনহিট।
গৰম হোৱা—, গৰম উঠা—, তপত হোৱা—, তাপাধিক্য, তাপন। গপগপনি, পোৰণি, ভমভমনি, গমগমনি। থাৰ্মোষ্টাৰ্ট, ইস্ত্ৰি, থাৰ্মোফ্লাস্ক, থাৰ্মোষ্টাট। হিটাৰ।
গৰমকাল, গ্ৰীষ্মকাল। জহকাল, জহকালি, ঘামকালি।

বিণ. গৰম, তপত, তপ্ত, উষ্ণ, উত্তপ্ত, উত্তাপিত, অত্যুষ্ণ।
কবোষ্ণ, ঈষদুষ্ণ, ধাৰোষ্ণ, কুহমীয়া।
জুই যেন; দেইপুৰি যোৱা।
ভমভমীয়া, গমগমীয়া।
জলজলীয়া, ডগমগ, ডগমগীয়া। চেংচেঙীয়া, চেঙা।

বি. তাপগতিবিদ্যা, থাৰমোডাইনেমিক্ছ।
ক্ৰি. বিণ. উমাজালে, উমাই উমাই; তপতে তপতে, গৰমে গৰমে।

**৫৭০ শীতলতা**

বি. শীতলতা, শীত, শৈত্য, জাৰ, ভূত-জাৰ, ভাত-জাৰ, উৎপত্তি-জাৰ, প্ৰলয়-জাৰ। কঁপনি।
জাৰকাল, জাৰকালি, জাৰৰ দিন। শীতকাল, শীতকালি।
হিম, হিমপ্ৰবাহ; নিয়ঁৰ; তুষাৰ, তুষাৰ পাত, তুষাৰ বৃষ্টি, হিমশিলা, পানী-শিল, বৰফ। হিমানী, তুহিন। হিমমণ্ডল, মেৰুঅঞ্চল।
জাৰ পৰা —, ক'ল্ড ওয়েভ; চেঁচা বতাহ।
জাৰ লগা—, হাত-ভৰি জঠৰ হোৱা —, থক থক কৰে কঁপা—।
জুৰ লগা—। জুৰোৱা— ।
শীতলীকৰণ, ৰেফ্ৰিজাৰেশ্বন। অতিহিমায়ন, ক্ৰায়োজিনিক্ছ।
হিমাঙ্ক।
ৰেফ্ৰিজাৰেটৰ, কুলাৰ, ওয়াটাৰ কুলাৰ; এয়াৰকণ্ডিছনাৰ; হিমঘৰ, কোল্ড ষ্টʼৰেজ।
আইচবেগ, আইচবক্স।

বিণ. শীতল, হিমশীতল, সুশীতল, চেঁচা, বৰফ-চেঁচা।
শীততাপনিয়ন্ত্ৰিত, এয়াৰকণ্ডিছনড্, বাতানুকূল।
হাড়কঁপোৱা, শীত, জুৰ।
শীত-ভীত। জুৰণীয়া। জাৰুৱা।

বিণ./বি. শীতাৰ্ত্ত, শীতক্লিষ্ট, হিমাৰ্ত্ত।
জাৰ-কুতুৰা, জাৰ-কেঁকোৰা, জাৰ-শোগোনা, জাৰ-গেনেৰা।

**৫৭১ জুই**

বি. জুই, জুই-আগুনি, জুয়াগুনি, অগ্নি, অগনি, অনল, বহ্নি।
আগুন, জুই-আগুন, পাৱক, হুতাশন, বৈশ্বানৰ, কৃষ্ণবৰ্ত্মা, জাতবেদস, সৰ্ব্বভুক।
অগ্নিশিখা, অগ্নিজিহ্বা, জুই শিখা।
দাবাগ্নি, দাবানল, বনাগ্নি, বনজুই।
অগ্নি-কণা, ফিৰিঙতি, স্ফুলিংগ; অঙঠা, আধৰা, অঙ্গাৰ।
জুইশলা, দীপ-কাঠি।
অগ্নিকুণ্ড, জুইশাল, জুহাল, টিফাই, আইলা। যজ্ঞকুণ্ড, হোমকুণ্ড।
অগ্নিনিৰ্বাপক বাহিনী।
অগ্নি-বীমা।
অগ্নি-দাতা, অগ্নিসংস্কাৰ, অগ্নি-সংকাৰ, মুখাগ্নি, মুখত জুই দিয়া—।
অগ্নিহোত্ৰ। অগ্ন্যুৎপাত।
জ্বলন, দহন। ইন্ধন, লগনীখৰি। টিঙিৰ, ঠুকনি।
আখা, চৌকা, চুলা। উধান। ধুনি।

ষ্ট'ভ, অভেন। হিটাৰ। বাৰ্নাৰ, ফাৰনেচ। বয়লাৰ।
কাঠৰ জুই, কয়লাৰ জুই। কাঠকয়লাৰ জুই। ধানখেৰৰ জুই, তুঁহ জুই; তুষানল, তুষাগ্নি। আতচবাজি।
**বিণ.** আগ্নেয়, অগ্নিবৰ্দ্ধক। লেলিহান।

**৫৭২ দহন**

**বি.** দহন, পোৰণ, জ্বলন।
জ্বলা-পোৰা। ডেৱা—। ধূপা। খৰ (অ. ক্রি.) (ৰ'দত দিয়া ধানৰ ক্ষেত্ৰত প্ৰযোজ্য) পোৰণি, ৰমৰমনি, হমহমনি, ভকভকনি, পোৰণি-দেৱনি, জ্বালা, দাহ, প্ৰদাহ।
অগ্নিদাহন, অগ্নিদাহ। জ্বলন, প্ৰজ্বালন।
পোৰা—, জুইত পোৰা—, পুৰি পেলোৱা—।
অগ্নিসংস্কাৰ, কাঠসংস্কাৰ।
জুই; অগ্নিকাণ্ড; গৃহদাহ, লঙ্কাকাণ্ড, জুই লগাওঁতা, জঁলোতা, জঁলতী (স্ত্রী)।
অগ্নিসংযোগ (ক), ৰাওলী ধোঁৱা মেলা—।
ফুঁ দিয়া—; জ্বলা জুইত ঘিউ ঢলা—; দপ দপ কৈ জ্বলা—, দাও দাও কৈ জ্বলা—, ডেই-পুৰি মৰা—।
অগ্নিপাত্ৰ, অগ্নিকুণ্ড।
দাহ্যতা, দহনযোগ্যতা, দহনক্ষমতা; দাহিকাশক্তি; সহজদাহ্যতা।
দাহ্যবস্তু; ইন্ধন, ফুয়েল, লগনি খৰি।
কয়লা, কাঠকয়লা; কোক; খনিজ তেল; স্পিৰিট, পেট্ৰোল; কেৰাচিন; ডিজেল। সৰিয়হৰ তেল; এৰীতেল; তিলতেল।
গেচ, প্ৰাকৃতিক গেচ।
নিউক্লিয়াৰ ফুয়েল; ইউৰেনিয়াম; প্লুটোনিয়াম।
মম, পেৰাফিন।
ছাই ভস্ম; ভস্মাৱশেষ, ভস্মস্তূপ।
ছাইদানি, এছট্ৰে।
**বিণ.** পোৰা, দগ্ধ, অগ্নিদগ্ধ; ভস্মীভূত, ভস্মসাৎ, দগ্ধীভূত। ডেৱা; ধূপা।
উদ্দীপ্ত, উদ্দীপিত। ডাকল।
জ্বলন্ত, প্ৰজ্জ্বলিত, বহ্নিমান। অনিৰ্বাণ, অনিৰ্বাপিত।
আধাপোৰা, কৰিয়া। অগ্নিদগ্ধ; জুয়ে পোৰা। ডেৱা-পোৰা।
দাহ্য, দহনীয়, দহনযোগ্য, সহজদাহ্য।
**বিণ./বি.** দাহক, দহনকাৰী। জ্বালক, প্ৰজ্জ্বালক। অন্ধৰা, আধৰা।
**ক্রি.বিণ.** দপদপ কৰে, দাওদাও কৰে, দাও দাও কৈ।

**৫৭৩ নিৰ্বাপণ**

**বি.** নিৰ্বাপণ, নুমাই যোৱা—, নুমাই দিয়া—, নিৰ্দহন।
পানী ঢলা—।
অগ্নিনিৰ্বাপক বাহিনী; ফায়াৰব্ৰিগেড; ফায়াৰ এক্সটিংগুইশ্বাৰ, অগ্নিনিৰ্বাপক যন্ত্ৰ।
**বিণ.** নুমাই যোৱা, নিৰ্বাপিত, পানী ছাই হোৱা, নুমাও নুমাও।
**বিণ./বি.** নিৰ্বাপক, নিৰ্বাপণকাৰী, অগ্নিনিৰ্বাপণকাৰী।
[বিপ.] অনিৰ্ব্বেয়, অনিৰ্বেয়।

**৫৭৪ অদাহ্যতা**

**বি.** অদাহ্যতা, অদহনীয়তা।
অদাহ্যবস্তু, এচবেষ্টচ।
**বিণ.** অদাহ্য, অদহনীয়, অদহনযোগ্য; অগ্নিনিৰোধক, ফায়াৰপ্ৰুফ।

**৫৭৫ বিদ্যুৎ**

**বি.** বিদ্যুৎ, তড়িৎ, বিজুলী, বিদুলী, চকমকী, চকচকি, চিকিমিকি, ইলেকট্ৰিসিটি।
বিদ্যুল্লতা, বিদ্যুন্মালা।
সৌদামিনী, ক্ষণপ্ৰভা, ক্ষণদ্যুতি, নীলাঞ্জনা, মেঘজ্যোতিঃ।
অশনিসংকেত।
বজ্ৰ, বজ্ৰপাত, অশনি, অশনিপাত।
বিদ্যুৎশক্তি।
বিদ্যুৎকেন্দ্ৰ, পাৱাৰ ষ্টেচন, জেনাৰেটিং ষ্টেচন; তাপবিদ্যুৎ, থাৰ্মেল পাৱাৰ; জলবিদ্যুৎ, হাইড্ৰোইলেকট্ৰিক পাৱাৰ, হাইডেল পাৱাৰ, বিদ্যুৎ উৎপাদক, জেনাৰেটৰ, ডাইনামো; অল্টাৰ নেটাৰ; বেটাৰী, চেল, তড়িৎকোষ।
বিদ্যুৎস্ফুলিঙ্গ, স্পাৰ্ক।
বৈদ্যুতিক পোহৰ, বিজুলীবাতি, বিদ্যুৎপ্ৰভা, বিদুলী চমক, বিজুলী চমক, ছটক।
তাৰ, ইলেকট্ৰিক তাৰ; ওয়াৰিং; হোল্ডাৰ; প্লাগ; সুইচ্ছ, সুইচ্ছবোৰ্ড; ফিউজ; মেইন, মেইন সুইচ। লাইটপোষ্ট, লেম্প পোষ্ট। ইলেকট্ৰিক মিটাৰ; এ সি; ডি, সি; ভল্টেজ; কাৰেণ্ট, বিদ্যুৎপ্ৰবাহ; নিউট্ৰেল। পজিটিভ, নিগেটিভ।
ইলেকট্ৰনিকস; ভাল্‌ব; ট্ৰেনজিষ্টৰ; ইনটিগ্ৰেটেড চাৰ্কুইট; ৰেজিষ্টাৰ, কেপাচিটৰ।
ইলেকট্ৰিচিয়ান, ইলেকট্ৰিক মিস্ত্ৰি।
বিদ্যুৎ সৰবৰাহ; ট্ৰেন্সমিশ্বন লাইন; ট্ৰান্সফৰ্মাৰ; চাৰকিট ব্ৰেকাৰ। বিদ্যুৎঘাটি, পাৱাৰ কাট; লোডশ্বেডিং।
ইলেকট্ৰিক শ্বক; তড়িতাঘাত।
বিদুলী-ডাক, বিজুলী-বাতৰি।
**বিণ.** বৈদ্যুতিক; ইলেকট্ৰিক; ইলেকট্ৰিকেল।
বিদ্যুৎচালিত।
বিদ্যুৎবাহী, পৰিবাহী, পৰিবাহক, কনডাক্টৰ।
অপৰিবাহী, অন্তৰক, অপৰিবাহক, ইনছুলেটৰ।
বিদ্যুৎপূৰ্ণ, বিদ্যুৎগৰ্ভ; বিদ্যুদ্দীপ্ত, তড়িন্ময়।
বজ্ৰাহত। তড়িতাহত।

# ২৩ ধৰ্ম্ম-দেৱতা-উপাসনা

**৫৭৬ ঈশ্বৰ**

ৰি. ঈশ্বৰ, ভগবান, প্ৰভু, ধাতা, বিধাতা, বিধাতাপুৰুষ, জগদীশ্বৰ, জগদীশ, জগৎপিতা, জগৎপতি, জগৎকৰ্ত্তা; জগৎস্ৰষ্টা, সৃষ্টিকৰ্ত্তা, জগজীৱ, জগজীউ, ভুৱনেশ্বৰ, সনাতন, অন্তৰ্য্যামী, পৰমেশ্বৰ, পৰমব্ৰহ্ম, পৰমপিতা, পৰাৎপৰ, বিভু, কৰুণাময়, ইচ্ছাময়, দয়াময়, মঙ্গলময়, নেদেখাজনা।

গড। হজৰত, আল্লাহ্, আল্লা, খোদা, কৰিম, খোদাতাল্লা, ইলাহি, সাঁই, গোঁসাই।

দেৱতা, দেৱ, সুৰ, বিবুধ, দৈত্যাৰি; অমৰ; অসুৰাৰি, অদিতিজ। অদিতিনন্দন; ঈশ্বৰী, দেৱী, সুৰী; দেৱদেৱী। গ্ৰামদেৱতা; জলদেৱতা; কুল দেৱতা। ঘৰ-জেউতি, ঘৰ-দেৱতি, ঘৰ-দেউতি। অৱতাৰ, আবিৰ্ভূত দেৱতা, অংশাৱতাৰ।

দশাৱতাৰ [মৎস্য; কূৰ্ম্ম; নৰসিংহ, নৃসিংহ, নৰহৰি; বামন, ত্ৰিপাদ, ত্ৰিবিক্ৰম, উৰুক্ৰম; পৰশুৰাম; হলিৰাম; বৰাহ; শ্ৰীৰাম; বুদ্ধ; কল্কি।]

পূৰ্ণাৱতাৰ [নৃসিংহ; শ্ৰীৰামচন্দ্ৰ; শ্ৰীকৃষ্ণ]।

দেৱগুৰু, বৃহস্পতি।

ত্ৰিদেৱ, ত্ৰিমূৰ্ত্তি [ব্ৰহ্মা; বিষ্ণু; মহেশ্বৰ]।

দেৱমাতা, অদিতি, কশ্যপপত্নী।

ঈশ্বৰত্ব, ঈশ্বৰতা; দেৱভাব, দেৱত্ব। ঐশ্বৰিকতা। ভগবদমহিমা, ভগবদকৃপা, ঈশ্বৰানুগ্ৰহ, ভগৱদনুগ্ৰহ, দেৱানুগ্ৰহ।

ঈশ্বৰবিশ্বাস, ঈশ্বৰভক্তি; ঈশ্বৰবাদ, দেৱভক্তি।

আস্তিক্য, আস্তিকতা।

ঐশীমায়া, ঐশীশক্তি, দৈৱীশক্তি, দৈৱশক্তি, দৈৱক্ষমতা; মন্ত্ৰশক্তি, মন্ত্ৰবল, মন্ত্ৰক্ষমতা।

যোগবল, যোগশক্তি।

বিণ. ঐশ, ঐশী, ঐশিক, ঐশ্বৰিক, ঈশ্বৰীয়, অলৌকিক। দৈৱায়ত্ত, দৈৱাধীন, দৈৱজাত, দৈৱকৃত, দৈৱগত্যা। ঈশ্বৰদত্ত, ভগবদদত্ত, ঈশ্বৰদত্ত, দেৱদত্ত; আধি দৈৱিক।

দেৱাত্মা, দেৱপ্ৰতিম।

দেৱোত্তৰ, দেৱত্ৰ।

বিণ./ৰি. ঈশ্বৰবিশ্বাসী, ঈশ্বৰবাদী; আস্তিক, আস্তিকবাদী, ভগৱদবিশ্বাসী।

ধাৰ্ম্মিক।

**৫৭৭ নাস্তিকতা**

ৰি. নাস্তিকতা, নাস্তিক্য, নাস্তিক্যবাদ, অনীশ্বৰবাদ, নিৰীশ্বৰবাদ। বিধৰম, বিধৰ্ম্ম। বৈধৰ্ম্ম্য, ধৰ্ম্মবিৰোধিতা।

বিণ./ৰি. নাস্তিক, নিৰীশ্বৰ, নিৰীশ্বৰবাদী, অনীশ্বৰ, অনীশ্বৰবাদী, ঈশ্বৰদ্বেষী, ঈশ্বৰবিৰোধী, অনীশ। অজ্ঞতাবাদী।

ধৰ্ম্মহীন, অধাৰ্ম্মিক; কাফেৰ, যৱন, স্লেচ্ছ। কালাপাহাড়। লোকায়ত। বিধৰ্ম্মী, বিধৰমী, ধৰ্ম্মবিৰোধী, ধৰ্ম্মদ্ৰোহী, বিধৰ্ম্মা; তপশ্চৰ্য্যাহীন; মন্ত্ৰহীন, ক্ৰিয়াহীন।

বেদবিদ্বেষী, বেদনিন্দুক।

অসাত্ত্বিক।

**৫৭৮ হিন্দু দেৱদেৱী**

৫৭৮.১ দুৰ্গা, ভগৱতী, উমা, পাৰ্বতী, পৰ্বতদুহিতা, গিৰিনন্দিনী, গিৰিজা, গিৰিসুতা, গিৰিবালা, শৈলজা, শৈলসুতা, হৈমৱতী, বিন্ধ্যবাসিনী, গৌৰী, দক্ষজা, দক্ষকন্যা, দাক্ষায়ণী, হিমালয়নন্দিনী, দশভুজা, শিৱপত্নী, মহেশ্বৰী, শিৱপ্ৰিয়া, শিৱানী, শিৱা, শংকৰী, জগজ্জননী, জগদম্বা, জগন্মাতা, জগদ্ধাত্ৰী, মহাদেৱী, মহামায়া, মহাবিদ্যা, মহাশক্তি, আদ্যাশক্তি, সনাতনী, আদিদেৱী, আদিভূতা, আদ্যা, অম্বা, অম্বিকা, অম্বালিকা, পৰমেশ্বৰী, বিশ্বেশ্বৰী। সুৰেশ্বৰী, ঈশ্বৰী, ঈশানী, ঐশানী, শুভঙ্কৰী, সৰ্ব্বমঙ্গলা, মঙ্গলচণ্ডী, সৰ্ব্বাৰ্থসাধিকা, অন্নদা, অন্নপূৰ্ণা, মোক্ষদা, জয়া, বিজয়া, সৰ্ব্বজয়া, জয়ন্তী, প্ৰকৃতি, পৰমাপ্ৰকৃতি। জগন্ময়ী, শাৰদা, শৰ্ব্বানী, কৌশিকী, সাত্ত্বিকী, দানবদলনী, মহিষাসুৰমৰ্দ্দিনী, সিংহবাহিনী, ত্ৰিশূলধাৰিণী, ভৱতাৰিণী, নিস্তাৰিণী, তাৰিণী, ত্ৰিনয়নী, ত্ৰিনয়না, ৰুদ্ৰাণী।

চণ্ডী। চামুণ্ডা, কাত্যায়নী, শাকম্ভৰী, আৰ্য্যা, যোগমায়া, গৌতমী, সৰ্ব্বজ্ঞা, সতী, সাবিত্ৰী, ভদ্ৰকালী, বাসন্তী, ভাস্বতী, কৈলাশবাসিনী, কামাক্ষী, ৰাজৰাজেশ্বৰী, অপৰ্ণা।

দশমহাবিদ্যা [কালী; তাৰা; ষোড়শী, ভুৱনেশ্বৰী; ভৈৰৱী; ছিন্নমস্তা; ধূমাৱতী; বগলা; মাতংগী; কমলা]।

ত্ৰিশক্তি [কালী; তাৰা; ত্ৰিপুৰা]

নৱদুৰ্গা [শৈলপুত্ৰী, পাৰ্ব্বতী; ব্ৰহ্মচাৰিণী; চন্দ্ৰঘণ্টা; কুষ্মাণ্ডা; স্কন্দমাতা; কাত্যায়নী; কালৰাত্ৰি; মহাগৌৰী; সিদ্ধিদা]।

জয়দুৰ্গা।

দুৰ্গাপূজা, দুৰ্গোৎসৱ; শাৰদীয় দুৰ্গাপূজা, অকালবোধন;

শাৰদোৎসৱ; বাসন্তীপূজা; অন্নপূৰ্ণাপূজা; জগদ্ধাত্ৰীপূজা।
মহালয়া। দেৱীপক্ষ। পিতৃপক্ষ। মহাষষ্ঠী। মহাসপ্তমী। মহাষ্টমী। সন্ধিপূজা। মহানৱমী। বিজয়াদশমী, বিজয়া।
নৱপত্ৰিকা [ কলপুলি; কচু; হালধি; অশোক; ডালিম; তেল; জয়ন্তী; মানকচু; ধানৰ পাত]।
দুৰ্গামন্দিৰ।

৫৭৮.২ কালী, কালিকা, তাৰা, শ্যামা, কৰালী, চামুণ্ডা, চণ্ডিকা, কৰালবদনা, কপালিনী, কঙ্কালমালিনী, নৃমুণ্ডমালিনী, মুণ্ডমালিনী, দিগম্বৰী, দিগ্বসনা; উগ্ৰকালী; গুহ্যকালী; চামুণ্ডাকালী; দক্ষিণাকালী; ভদ্ৰকালী; মহাকালী; শ্মশানকালী; সিদ্ধকালী; ৰক্ষাকালী।
কালীমন্দিৰ। কালীপূজা, শ্যামাপূজা। ৰটন্তীকালিকাপূজা।
বিশ. কালীসাধক, কালীভক্ত।

৫৭৮.৩ লক্ষ্মী, কমলা, ইন্দিৰা, নাৰায়ণী, হৰিপ্ৰিয়া, পদ্মা, শতদলবাসিনী, অচলা, ধনদা, ৰমা, শ্ৰী।
লক্ষ্মীপূজা; কোজাগৰী লক্ষ্মীপূজা।

৫৭৮.৪ সৰস্বতী, সাৰদা, বাগ্দেৱী, বিদ্যাদেৱী, বাণী, বীণাপাণি, ভাৰতী, মহাশ্বেতা, শতৰূপা, পদ্মাসনা, হংসাৰূঢ়া, হংসবাহিনী, কাদম্বৰী, শুক্লা, সৰ্ব্বশুক্লা।
সৰস্বতী পূজা; শ্ৰীপঞ্চমী, বসন্তপঞ্চমী।
বিশ. সাৰস্বত।

৫৭৮.৫ ব্ৰহ্মা, বিধাতা, প্ৰজাপতি, বিৰিঞ্চি, সৃষ্টিকৰ্ত্তা, স্ৰষ্টা, স্বয়ম্ভু, লোকনাথ, লোকেশ, হিৰণ্যগৰ্ভ, চতুৰানন, চতুৰ্মুখ, চতুৰ্বক্ত্ৰ, কমলাসন, কমলযোনি, পদ্মযোনি, পদ্মোদ্ভৱ, হংসবাহন।
ব্ৰহ্ম-কল্প। ব্ৰহ্মজ্ঞান, ব্ৰহ্মজ্ঞানী। ব্ৰহ্মত্ব।
ব্ৰহ্ম-নিৰ্বাণ। ব্ৰহ্মপদ।

৫৭৮.৬ বিষ্ণু, নাৰায়ণ, হৰি, শ্ৰীনিবাস, লক্ষ্মীপতি, লক্ষ্মীনাৰায়ণ, লক্ষ্মীকান্ত, চক্ৰপাণি, চক্ৰধাৰী, সুদৰ্শনধাৰী, গোলোকনাথ, গোলোকপতি, গোলোকবিহাৰী, দৰ্পহাৰী, বিশ্বম্ভৰ, কমলাকান্ত, কমলাপতি, চতুৰ্ভুজ, জগন্নাথ, জনাৰ্দ্দন, সত্যনাৰায়ণ, পদ্মনাভ, অনন্তশয়ান, গৰুড়ধ্বজ, গৰুড়বাহন, শাৰ্ঙ্গধৰ, শাৰ্ঙ্গপাণি, পুৰুষোত্তম, হৃষীকেশ।
বিষ্ণুলোক, বিষ্ণুধাম, বিষ্ণুপুৰী, বৈকুণ্ঠ, গোলোক, গোলোকধাম। বিষ্ণু-দূত। বিষ্ণু-পদ।
বিশ. বৈষ্ণৱ; বিষ্ণুভক্ত, হৰিভক্ত।

৫৭৮.৭ শিৱ, মহাদেৱ, আদিদেৱ, দেৱাদিদেৱ, দেৱেশ, সুৰেশ্বৰ, মহেশ্বৰ, মহেশ, বিশ্বনাথ, বিশ্বেশ্বৰ, পশুপতি, ব্যোমকেশ, শম্ভু, হৰ, দুৰ্গাপতি, দুৰ্গাধীশ, উমাপতি, উমেশ, ভৱানীপতি, গৌৰীনাথ, নীলকণ্ঠ, নীলগ্ৰীৱ, সিতিকণ্ঠ, বিষকণ্ঠ, ভোলানাথ, বিভু, বিশ্বনাথ, পিনাকী, ত্ৰিনয়ণ, পিনাকপাণি, পঞ্চানন, চন্দ্ৰমৌলি, চন্দ্ৰশেখৰ, চন্দ্ৰচূড়, শশীভূষণ, ভালচন্দ্ৰ, কলাধৰ, জটাধৰ, জটাধাৰী, তাৰকনাথ, তাৰকেশ্বৰ, কেদাৰনাথ, কেদাৰেশ্বৰ, সদাশিৱ, ভূতনাথ, ভূতভাৱন, ভূতেশ, ভূতপতি, কাশীনাথ, কাশীশ্বৰ, কালীপতি, শংকৰ, ত্ৰ্যম্বক, গঙ্গাধৰ, মহাকাল, কালনাথ, দিগম্বৰ, নীললোহিত, শূলপাণি, নটৰাজ, নটশেখৰ, বাণেশ্বৰ, ভৈৰৱ, বৃষধ্বজ, বৃষবাহন।
শিৱালয়, শিৱমন্দিৰ, কৈলাস।
শিৱলিঙ্গ।
হৰধনু।
শিৱানুচৰ ঃ নন্দী, নন্দীকেশ্বৰ; ভৃঙ্গী, ডাক; প্ৰথম; বীৰভদ্ৰ।
তাণ্ডৱনৃত্য।
শিৱৰাত্ৰি, শিৱচতুৰ্দ্দশী।
বিশ. শৈৱ, শিৱভক্ত, শৈব্য, মাহেশ, মাহেশ্বৰ; পাশুপত।
লিঙ্গায়ত।

৫৭৮.৮ ইন্দ্ৰ, দেৱৰাজ, সুৰপতি, মহেন্দ্ৰ, সুৰেন্দ্ৰ, সুৰেশ, সুৰেশ্বৰ, দেৱপতি, দেৱেন্দ্ৰ, পুৰন্দৰ, বাসৱ, শক্ৰ, সহস্ৰনয়ন, সহস্ৰলোচন, সহস্ৰাক্ষ, শচীন্দ্ৰ, শচীপতি, বলভিদ, বৃত্ৰাৰি, গোত্ৰভিৎ, অমৰনাথ। অমৰপতি, পাকশাসন, ঘনবাহন, মেঘবাহন, জীমূতবাহন। পৰ্জন্য, মঘবা, বজ্ৰপাণি, কুলিশী, শতক্ৰতু।
ইন্দ্ৰপুৰী, ইন্দ্ৰলোক, স্বৰ্গ; বৈজয়ন্ত, বৈজয়ন্তী।
ইন্দ্ৰপত্নী, শচী, ইন্দ্ৰাণী, মহেন্দ্ৰাণী।

৫৭৮.৯ শ্ৰীকৃষ্ণ, কৃষ্ণ, কানু, কানাই, শ্যাম, শ্যামকানু, মধুসূদন, মুকুন্দ, মুৰাৰি, কেশৱ, গোবিন্দ, গোপাল, গোপেন্দ্ৰ, গোপবল্লভ। গোপিনীবল্লভ, গোপীনাথ, গোপিকাৰমণ, গোপিকামোহন, গোবৰ্দ্ধনধাৰী, গিৰিধাৰী, ৰাধানাথ, ৰাধাবল্লভ, ৰাধামাধৱ, নন্দদুলাল, নীলমণি, পুণ্ডৰীকাক্ষ, পীতাম্বৰ, বংশীধৰ, শ্যামসুন্দৰ, মুৰলীধৰ, ব্ৰজবল্লভ, ব্ৰজদুলাল, ব্ৰজমোহন, মদনমোহন, কংসাৰি, পাৰ্থসাৰথি, জনাৰ্দ্দন। দামোদৰ, বনমালী, বিপিনবিহাৰী, যশোদানন্দন, দৈৱকীনন্দন।
বৃন্দাবন। দ্বাৰকা; গোকুল; ব্ৰজধাম। যমুনা; কালিন্দী।
গোবৰ্দ্ধনগিৰি। পাঞ্চজন্য।
জন্মাষ্টমী, কৃষ্ণাষ্টমী।

৫৭৮.১০ কাৰ্ত্তিক, কাৰ্ত্তিকেয়, সুব্ৰহ্মণ্য, দেৱসেনাপতি, ষড়ানন।

৫৭৮.১১ গণেশ, গণপতি, গণনাথ, গণাধিপ, বিনায়ক, গজানন, একদংষ্ট্ৰ, একদন্ত, সিদ্ধিদাতা, বিঘ্নহৰ, বিঘ্ননাশক, লম্বোদৰ।

৫৭৮.১২ মদন, কামদেৱ, অনঙ্গ, ৰতিপতি, ৰতিকান্ত, কন্দৰ্প,

মন্মথ, স্মৰ, মনোজ, কুসুমধনু, কুসুমধন্বা, কুসুমায়ুধ, মীনধ্বজ, মনসিজ।

পঞ্চশৰ, পঞ্চবাণ [সম্মোহন; উন্মাদন; শোষণ; তাপন; স্তম্ভন]। ফুলশৰ [ অৰবিন্দ; অশোক; নৱমল্লিকা, শিৰীষ; নীলোৎপল]।

মদনপত্নী, ৰতি, কামদেৱী, কন্দৰ্পপত্নী, কামকলা।

৫৭৮.১৩ যম, যমৰাজ, যম-ৰজা, কৃতান্ত, শমন, অন্তক, মহিষবাহন, ধৰ্ম্মৰাজ, ধৰ্ম্মৰায়, মৃত্যু, নৰান্তক, প্ৰজান্তক।

যমদণ্ড, কালদণ্ড। চিত্ৰগুপ্ত। যমদূত।

যমালয়, যমপুৰী, যমদ্বাৰ। নৰক।

৫৭৮.১৪ অগ্নি, অগ্নিদেৱতা, অগ্নিদেৱ, অনল, বহ্নি, পাবক, বৈশ্বানৰ, হুতাশন, জাতবেদা।

অগ্নিপত্নী, স্বাহা, স্বধা।

বিণ. আগ্নেয়।

৫৭৮.১৫ পৱন, পৱনদেৱ, মৰুৎপতি, বায়ুদেৱতা।

৫৭৮.১৬ বলভদ্ৰ, বলৰাম, বলাই, হলধৰ, হলায়ুধ, ৰেৱতীমোহন, ৰেৱতীৰমণ।

৫৭৮.১৭ শ্ৰী ৰাধিকা, ৰাধা, ৰাধিকা, ৰাই, ৰাই কিশোৰী, শ্ৰীময়ী, ব্ৰজকিশোৰী, ব্ৰজসুন্দৰী, ব্ৰজেশ্বৰী, কৃষ্ণপ্ৰিয়া।

ৰাধাকৃষ্ণ, ৰাধামাধৱ; ৰাধেশ্যাম।

৫৭৮.১৮ জগন্নাথ, মহাপ্ৰভু।

জগন্নাথ ধাম, জগন্নাথ ক্ষেত্ৰ, শ্ৰীক্ষেত্ৰ, পুৰীধাম।

৫৭৮.১৯ কুবেৰ, যক্ষৰাজ, যক্ষপতি, অলকাধিপ, ধনপতি, ধনদেৱতা, ধনাধিপতি, ধনেশ, ধনেশ্বৰ, ধনাধিপ, ধনাধ্যক্ষ, নিধিনাথ, নিধিপতি, নিধীশ।

৫৭৮.২০ মনসা, পদ্মা, পদ্মাৱতী, নাগমাতা, নাগেশ্বৰী, বিষহৰা।

মনসাপূজা, পদ্মাপূজা।

৫৭৮.২১ [ গ্ৰিক/ৰোমান দেৱ-দেৱী]

অলিম্পিয়ান; জুপিটাৰ, জিউচ, জোভ, হেলিওচ; এপোলো, ফেবিয়াচ; মাৰ্চ; মাৰ্কাৰি; নেপচুন; ভালকান; ডায়োনিচাচ; প্লুটো; চেটাৰ্ন; কিউপিড, ইৰচ; ফিলক্স; জুনো, হেৰা; ডেমিটাৰ; প্ৰজাৰপাইন; ডায়েনা, আৰটেমিচ; মিনাৰ্ভা; ভেনাচ; এফ্ৰোদাইত; ৰিয়া; টেলাচ।

৫৭৯ সিদ্ধপুৰুষ

বিণ/বি. সিদ্ধপুৰুষ, সাধি-যজ্ঞ, যোগী, মহাযোগী, যোগসিদ্ধ, যোগীন্দ্ৰ, পৰমহংস। মন্ত্ৰসিদ্ধ, মন্ত্ৰসাধক।

সাধু, সন্ত, সাধক।

অৱতাৰ; যুগাৱতাৰ।

মহামানৱ, মহাপুৰুষ, অতিমানৱ।

মহাত্মা, পুণ্যাত্মা; পুণ্যকীৰ্ত্তি, পুণ্যশ্লোক; সিদ্ধাত্মা।

কালদ্ৰষ্টা, ত্ৰিকালজ্ঞ, কালত্ৰয়জ্ঞ, কালত্ৰয়দৰ্শী, কালত্ৰয়বেদী, ত্ৰিকালদৰ্শী, ত্ৰিকালসিদ্ধ; ক্ষেত্ৰজ্ঞ।

ধৰ্ম্মদূত, ধৰ্ম্মাৱতাৰ।

ধৰ্ম্মগুৰু, বাবাজী; গুৰু, দীক্ষাগুৰু, গুৰুদেৱ; বাবা; মহাৰাজ।

ঈশ্বৰৰ পুত্ৰ; পয়গম্বৰ; ৰসুল; নবি; পীৰ।

জিন।

বিণ. অতিমানবিক; লোকাতীত, লোকোত্তৰ, অলৌকিক।

৫৮০ পৌৰাণিক চৰিত্ৰ

অগস্ত্য; অজ, দক্ষ প্ৰজাপতি।

অৰ্জ্জুন, সব্যসাচী, পাৰ্থ, ফাল্গুনি, সব্যসাচী, ধনঞ্জয়, গাণ্ডীৱধন্বা, কপিধ্বজ, শ্বেতবাহন, গুড়াকেশ।

অদিতি, দেৱমাতা, কশ্যপপত্নী।

অভিমন্যু, সৌভদ্ৰ, সৌভদ্ৰেয়।

অৰুন্ধতী, বশিষ্ঠপত্নী।

অশ্বত্থামা।

অশ্বিনীকুমাৰ, স্বৰ্গবৈদ্য, দেৱচিকিৎসক।

অষ্টনাগ [ অনন্ত; বাসুকি, অনন্তশীৰ্ষা; পদ্ম; মহাপদ্ম; তক্ষক; কুলীৰ; কৰ্কট, শংখ]।

অষ্টদিকপাল [ পূৰ্ব-ইন্দ্ৰ; অগ্নিকোণ-অগ্নি; দক্ষিণ-যম; নৈৰ্ঋত-নিৰ্ঋতি; পশ্চিম-বৰুণ; বায়ুকোণ-মৰুৎ; উত্তৰ-কুবেৰ; ঈশান-ঈশ]।

অষ্টবসু [ ধৰ; ধ্ৰুব, সোম; অনল; অনিল; সাবিত্ৰ; প্ৰত্যূষ; প্ৰভাস];

মতান্তৰে [ দ্ৰোণ; প্ৰাণ; ধ্ৰুব; অৰ্ক; অগ্নি; দোষ; বাস্তু; বিভাবসু ];

মতান্তৰে [ বহুৰূপ; ত্ৰ্যম্বক; সাবিত্ৰ; সুৰেশ্বৰ; জয়ন্ত; পিনাকী; অপৰাজিত ]।

অষ্টদিগ্গজ [ ঐৰাৱত; পুণ্ডৰীক; বামন; কুমুদ; অঞ্জন; পুষ্পদন্ত; সাৰ্বভৌম; সুপ্ৰতীক ]।

অষ্টাৱক্ৰ।

অহল্যা, পাষাণী।

ইন্দ্ৰজিৎ, মেঘনাদ, শক্ৰজিৎ।

একলব্য।

একাদশতনু, একাদশ ৰুদ্ৰ [ অজ; একপাদ; অহিব্ৰধ্ন; পিনাকী; অপৰাজিত; ত্ৰ্যম্বক; মহেশ্বৰ; বৃষাকপি; শম্ভু; হৰ; ঈশ্বৰ]।

কংস।

কচ, বৃহস্পতি পুত্ৰ। দেবযানী, শুক্ৰাচাৰ্য্যতনয়া।
কন্বমুনি।
কদ্ৰু, নাগমাতা।
কপিল; সাংখ্যদৰ্শন প্ৰণেতা।
কশ্যপ, কণাদি।
কৰ্ণ, সুতপুত্ৰ, সূৰ্যপুত্ৰ, ৰাধেয়, বৈকৰ্তন, বসুষেণ।
কুম্ভকৰ্ণ।
কুৰু। কুৰুপুত্ৰ [অবিক্ষিত; অবিষ্যন্ত; চৈত্ৰৰথ; মনু; জনমেজয়]
কৌৰব, ধাৰ্তৰাষ্ট্ৰ।
কৃষ্ণদ্বৈপায়ন, ব্যাসদেব, বেদব্যাস, দ্বৈপায়ন, পাৰাশৰ, সত্যবতীতনয়, সাত্যব্ৰত, বাদৰায়ণ।
কুন্তী, পৃথা।
গন্ধৰ্ব, স্বৰ্গৰ গায়ক [ হাহা; হু হু; চিত্ৰৰথ; হংস; বিশ্ববসু; গোমায়ু; তুম্বুৰু; নন্দি ]; দেবগায়ন, কিন্নৰ। গন্ধৰ্বলোক।
গৰুড়, পক্ষীৰাজ, বৈনতেয়, কাশ্যপী, সুপৰ্ণ, খগেশ্বৰ, খগৰাজ, খগপতি, হৰিবাহন, সুৰেন্দ্ৰজিৎ, বজ্ৰজিৎ।
গান্ধাৰী, ধৃতৰাষ্ট্ৰ মহিষী, গান্ধাৰ ৰাজকন্যা।
গায়ত্ৰী, বেদমাতা; সাবিত্ৰী।
চৰক, আয়ুৰ্ব্বেদবেত্তা। চৰকসংহিতা।
জনক, মিথিলাৰাজ, বৈদেহ।
দধীচি। দধীচ্যস্থি।
দশৰথ। কৌশল্যা; কৈকেয়ী; সুমিত্ৰা।
দিতি, দনু, কশ্যপপত্নী।
দুৰ্বাসা, অত্ৰিপুত্ৰ।
দুষ্মন্ত। শকুন্তলা, কন্বসুতা।
দৈবকী।
দ্ৰোণাচাৰ্য্য, ভাৰদ্বাজ।
দ্ৰৌপদী, পাঞ্চালী, কৃষ্ণা, যাজ্ঞসেনী।
ধন্বন্তৰি। দেৱবৈদ্য।
ধুন্ধুমাৰ।
ধৃতৰাষ্ট্ৰ। গান্ধাৰী।
নচিকেতা।
নল। দময়ন্তী।
নাৰদ, দেবৰ্ষি।
পঞ্চকন্যা [ অহল্যা; দ্ৰৌপদী; কুন্তী; তাৰা; মন্দোদৰী ]।
পৰশুৰাম, ভাৰ্গব, ভৃগুসুত, জামদগ্ন্য, জামদগ্নেয়।
পৰীক্ষিৎ।
পাণ্ডু। পাণ্ডব, পঞ্চপাণ্ডব [ যুধিষ্ঠিৰ; ভীম; অৰ্জ্জুন; নকুল; সহদেব]।

পাণ্ডৱমাতা; কুন্তী; পৃথা; মাদ্ৰী।
বশিষ্ঠ, মৈত্ৰাবৰুণি।
বাল্মীকি, আদিকবি, ৰত্নাকৰ, প্ৰাচেতস।
বালী, কপিৰাজ, কিষ্কিন্ধ্যাৰাজ।
বিভীষণ।
বিশ্বামিত্ৰ, কৌশিক, গাধেয়, গাধিজ, গাধিনন্দন, পৌৰব।
বৃহস্পতি, দেবগুৰু, সুৰগুৰু, ত্ৰিদশাচাৰ্য্য, ত্ৰিদশগুৰু, গীষ্পতি, গীঃ পতি, সুৰাচাৰ্য্য।
ভৰত। মাণ্ডবী।
ভৰদ্বাজ, বিতথ।
ভীম, মধ্যমপাণ্ডব, ভীমসেন, পবননন্দন, বৃকোদৰ, জয়ন্ত।
ভীষ্ম, দেবব্ৰত। কুৰুবৃদ্ধ, গাঙ্গ, গঙ্গাসুত। গঙ্গাপুত্ৰ, গাঙ্গেয়।
মনু, চতুৰ্দ্দশ মনু [ স্বায়ম্ভুব; সাৰ্বণ; স্বাৰোচিষ; উত্তম; তামস; ৰৈবত; চাক্ষুষ; বৈবস্বত; সাৰ্বৰ্ণি; দক্ষসাৰ্বৰ্ণি; ব্ৰহ্মসাৰ্বৰ্ণি; ধৰ্ম্মসাৰ্বৰ্ণি; ৰুদ্ৰসাৰ্বৰ্ণি; ইন্দ্ৰসাৰ্বৰ্ণি]; (মতান্তৰে) [সায়ম্ভুব; স্বৰোচিষ; ঔত্তমী; তামস; ৰৈবত; চাক্ষুষ; বৈবস্বত, সত্যব্ৰত; সাবৰ্ণ; দক্ষসাৰ্বৰ্ণ; ৰৌচ; ভৌত্য ] (মতান্তৰে) [স্বায়ম্ভুব; স্বাৰোচিষ; ঔত্তমী; তামস; ৰৈবত; চক্ষুস; বৈবস্বত; সাৰ্বৰ্ণি; ৰৌচ্য; ভৌত্য; মেৰুসাৰ্বৰ্ণি; ঋভু; ঋতুধামা; বিষ্কক্সেন]।
মহিষাসুৰ।
মান্ধাতা।
মাৰীচ।
মেঘনাদ, ইন্দ্ৰজিৎ, ৰাবণি।
মেনকা, গিৰিজায়া, গিৰিপ্ৰিয়া, উমাজননী।
যশোদা।
যাজ্ঞবল্ক্য, মৈত্ৰেয়ী।
যুধিষ্ঠিৰ, ধৰ্ম্মপুত্ৰ, ধৰ্ম্মৰাজ, জ্যেষ্ঠপাণ্ডব, অজাতাৰি।
ৰাবণ, দশমুণ্ড, দশানন, দশাস্য, দশগ্ৰীৱ, ৰাক্ষসেন্দ্ৰ। ৰাক্ষসেশ্বৰ, লঙ্কেশ, লঙ্কেশ্বৰ, লঙ্কাপতি।
ৰামচন্দ্ৰ, ৰাম, ৰঘুনাথ, ৰঘুপতি, ৰঘুবৰ, ৰঘুমণি, ৰঘুকুলতিলক, ৰঘুকুলনন্দন, দাশৰথ, দাশৰথি, দশৰথ নন্দন। কৌশল্যেয়, কৌশল্যায়ন, সীতাপতি, সীতাকান্ত, সীতানাথ, জানকীনাথ, জানকীবল্লভ, ৰাজীবলোচন।
ৰামতনয়; লব; কুশ।
লক্ষ্মণ, সৌমিত্ৰ, সৌমিত্ৰি, ৰামানুজ।
লক্ষ্মণপত্নী, উৰ্মিলা।
শকুনি।
শত্ৰুঘ্ন। শ্ৰুতকীৰ্ত্তি, কুশধ্বজকন্যা।
শুক্ৰাচাৰ্য্য, দৈত্যগুৰু।

সপ্তর্ষি, চিত্রশিখণ্ডী [ মৰীচি; অত্রি; পুলহ; পুলস্ত্য; ক্রতু; অঙ্গিৰা; বশিষ্ঠ]।
লোকজননী [সম্ভূতি; অনসূয়া; ক্ষমা; প্রীতি; সন্নতি; অৰূন্ধতী; লজ্জা]।
সপ্তৰথী [ দ্রোণ; কৃপ; কর্ণ; অশ্বত্থামা; শকুনি; জয়দ্ৰথ; দুঃশাসন]।
গীতা, জানকী, জনকনন্দিনী, বৈদেহী, মৈথিলী, ভূপুত্রী।
সুগ্রীব, কিষ্কিন্ধ্যাপতি, বানৰৰাজ।
হনুমান, পৱননন্দন, পৱনসুত, ৰামভক্ত, মহাবীৰ, মাৰুতি।

**৫৮১ প্রতিমা**

বি. প্রতিমা, মূর্ত্তি, প্রতিমূর্ত্তি।
দেৱমূর্ত্তি, দেৱীমূর্ত্তি, বিগ্রহ।
মৃন্ময়মূর্ত্তি, মাটিৰ প্রতিমা।
পট।
শালগ্রামশিলা, নাৰায়ণশিলা। শিৱলিঙ্গ।
প্রস্তৰমূর্ত্তি, পাষাণমূর্ত্তি, পাষাণপ্রতিমা।
প্রতিমাপূজা, মূর্ত্তিপূজা, সাকাৰ উপাসনা,
পুতলাপূজা, পৌত্তলিকতা, পৌত্তলিকতাবাদ।
খনিকৰ, প্রতিমাশিল্পী।
বিণ. বি. পৌত্তলিক, মূর্ত্তিপূজক, প্রতিমাপূজক, সাকাৰোপাসক।

**৫৮২ ধৰ্ম্মক্ষেত্ৰ**

বি. দেৱালয়, দেৱগৃহ, দেৱায়তন, মন্দিৰ, দ'ল, দৌল, দেৱদৌল, শিৱদৌল, দেৱীদৌল, বিষ্ণুদৌল। মণ্ডপ, চণ্ডীমণ্ডপ, পূজামণ্ডপ, কালীমন্দিৰ; নাটমন্দিৰ। মণিকূট।
উপাসনা গৃহ, উপাসনামন্দিৰ, ভজনালয়, প্রার্থনাগৃহ।
মঠ, আশ্রম, আখড়া। থান। নামঘৰ, সত্ৰ, টেঁকেৰী-চালি।
বেদী, বেদিক। থাপনা, থাপনি।
যজ্ঞশালা।
মন্দিৰদ্বাৰ, গোপুৰ। জগমোহন।
মচ(ছ)জিদ; জামে মচ(ছ)জিদ; বুঢ়া মচ(ছ)জিদ; মচিদ; ইমামবাড়া; ঈদগাহ; দৰগাহ, দৰগা।
গীৰ্জ্জা, চার্চ; চাপেল; কেথেড্রাল।
বুদ্ধমন্দিৰ; সঙ্ঘাৰাম; গোম্ফা; চৈত্য; মঠ; পেগোডা। গুৰুদ্বাৰ। চিনেগ'গ।
তীর্থ, তীর্থক্ষেত্র, তীর্থস্থান, দেৱস্থান, পুণ্যক্ষেত্র, পুণ্যভূমি, পুণ্যস্থান, পুণ্যধাম, ধৰ্ম্মক্ষেত্ৰ, ধৰ্ম্মস্থান।
তীর্থসলিল, তীর্থনীৰ, তীর্থোদক, তীর্থজল।
তীর্থ, তীর্থদর্শন, তীর্থভ্রমণ, তীর্থযাত্রা, তীর্থবাস। কাশীবাস। হজযাত্রা; হজ।
পঞ্চতীর্থ [ কুৰুক্ষেত্ৰ; গয়া; গঙ্গা; প্রভাস; পুষ্কৰ ]।
চতুৰ্দ্ধাম [ ৰামনাথ; বৈদ্যনাথ; জগন্নাথ; দ্বাৰকানাথ]।
পুৰী, পুৰীধাম, জগন্নাথধাম, শ্ৰীক্ষেত্ৰ, জগন্নাথক্ষেত্ৰ; গয়া; কাশীধাম, বাৰাণসী, বিশ্বনাথধাম, কাশীপুৰী; বৃন্দাবন, ব্ৰজধাম; মথুৰা; দ্বাৰকা; প্রভাস, চক্রতীর্থ; সোমতীর্থ; পুষ্কৰ; কেদাৰনাথ; বদ্রীনাথ, বদৰিকাশ্রম; বৈষ্ণোদেৱী; অমৰনাথ; মানস সৰোৱৰ; গোমুখ, গোমুখী; কালীঘাট; দক্ষিণেশ্বৰ; তিৰুপতি, তিৰুপতিধাম; কন্যাকুমাৰী, মহাবলীপুৰম; মাদুৰাই; মীনাক্ষীমন্দিৰ; সোমনাথ; পশুপতিনাথ; কামাখ্যা, হৰিদ্বাৰ; গঙ্গোত্রী; প্রয়াগ; এলাহাবাদ; গঙ্গাসাগৰ, সাগৰ; বৈদ্যনাথধাম, দেওঘৰ, ঝাড়খণ্ড; তাৰকেশ্বৰ; ত্রিপুৰেশ্বৰী; নবদ্বীপধাম; জল্পেশ্বৰ; জ্বালামুখী; ৰামেশ্বৰম; ধনুষ্কোটি।
মক্কা, মক্কাশৰিফ; কাবা; মদিনা; আজমিৰ শৰিফ।
সাৰনাথ, বৌদ্ধগয়া, বোধগয়া; কপিলাবস্তু; ৰাজগীৰ, ৰাজগৃহ।
জেৰুজালেম; ৰোম; ভেটিকান চিটি।
অমৃতসৰ; স্বৰ্ণমন্দিৰ।
সিদ্ধপীঠ, পীঠ, পীঠস্থান, মহাপীঠ।
পঞ্চতীর্থ [ কামাখ্যা, উমানন্দ, বশিষ্ঠাশ্রম, অশ্বক্রান্ত, শুক্রেশ্বৰ]; [ মতান্তৰে] [ নৈমিষাৰণ্য, প্রয়াগ, শৌকৰ, বিশ্ৰান্তি, পুষ্কৰ]।
অক্ষয়বট; বোধিবৃক্ষ, বোধিদ্রুম।
বিণ./বি. তীর্থযাত্রী, তীর্থাভিলাষী, হজযাত্রী।
তীর্থবাসী।
পাণ্ডা।
আশ্রমিক, আশ্রমবাসী।
মহান্ত; মঠাধ্যক্ষ
দেৱদাসী।

**৫৮৩ সন্ন্যাস**

বি. সন্ন্যাস, সন্ন্যাসধৰ্ম্ম, সন্ন্যাসবৃত্তি, বৈৰাগ্য, বৈৰাগ, বিৰাগভাব, সংসাৰ বৈৰাগ্য, বিষয়াবিতৃষ্ণা, বিষয়বৈৰাগ; ত্যাগধৰ্ম্ম; বৈৰাগ্যসাধন, ভিক্ষুধৰ্ম্ম, প্রব্রজ্যা, মাধুকৰী, মাধুকৰীবৃত্তি।
যোগ, যোগসাধনা, যোগসাধন, যোগানুষ্ঠান, যোগাচাৰ, যোগাভ্যাস; যোগবিদ্যা, যোগশাস্ত্ৰ, যোগমাৰ্গ, যোগবিধি। যোগাসন। যোগী।
ক্রিয়া যোগ; মন্ত্ৰযোগ; হঠযোগ; প্রাণায়াম; লয়যোগ; কুম্ভক; ৰাজযোগ; জ্ঞানযোগ; ভক্তিযোগ; কৰ্ম্মযোগ; সন্ন্যাসযোগ; ধ্যানযোগ, অভ্যাসযোগ।
যোগ-শাস্ত্ৰ। যোগ-সিদ্ধি।
সহজিয়া সাধন, সহজসাধন, সহজিয়াধৰ্ম্ম, সহজযান।

কুণ্ডলিনী, কুলকুণ্ডলিনী।
তন্ত্র, তন্ত্রসাধনা, তন্ত্রচর্যা, বামাচাৰ, তান্ত্রিকতা; তন্ত্রশাস্ত্র, আগম, আগম-পুৰাণ। শব-সাধনা।
অঘোৰপন্থা; বীৰাচাৰ; পশ্বাচাৰ; কুলাচাৰ।
পঞ্চমকাৰ [ মদ্য; মাংস; মৎস্য; মুদ্রা; মৈথুন]; পঞ্চসাধন।
ৰাতি-খোৱা।

**ৰিণ./ৰি.** সন্ন্যাসী, সাধু, সন্ত, সাধু-সন্ত, বাবাজী, সাধক, যোগী, যোগমাৰ্গী, যতী, বৈৰাগী, ব'ৰাগী, বাসনাৰহিত।
তপস্বী, ঋষি, মুনি, তপোধন, তপোনিধি।
সন্ন্যাসিনী, সাধিকা।
ব্ৰহ্মচাৰী, দণ্ডী, দণ্ডধাৰী।
মহাযোগী, পৰমযোগী, পৰমহংস। যোগী, যোগসাধক।
হঠযোগী; কৰ্ম্মযোগী।
স্বামীজী; মহাৰাজ।
সহজিয়া সাধক, আউল।
তান্ত্রিক, তন্ত্রচাৰী, তন্ত্রসিদ্ধ; নাগাসন্ন্যাসী, কৌলিক, বামাচাৰী।
কাপালী, কাপালিক; তন্ত্রাচাৰ্য্য, আঁগমবাগীশ। শৱসাধক।
অবধূত, শৈৱসন্ন্যাসী; লিংগায়ত, অঘোৰপন্থী।
ফকিৰ, দৰবেছ; আউলিয়া, পিৰ। হাজি।
বাউল।
ভিক্ষু, শ্ৰমণ, বৌদ্ধসন্ন্যাসী।
সন্ত; জাঠেদাৰ।

**ৰিণ.** তান্ত্রিক।
অৱধৌত।

**৫৮৪ উপাসনা**

**ৰি.** উপাসনা, আৰাধনা, অৰ্চ্চনা, পূজা, পূজা-অৰ্চ্চনা, পূজা-পাঠ, পূজা-পাৰ্ব্বণ, বন্দনা, স্তুতি, নাম, কীৰ্ত্তন, নাম-কীৰ্ত্তন, ভকতালি, প্ৰাৰ্থনা, বন্দনা, জপ, মালাজপ, ধ্যান, মন্ত্রপাঠ।
সন্ধ্যা, সন্ধ্যা-আহ্নিক, নিত্যপূজা, সন্ধ্যা-সেৱা।
ত্ৰিসন্ধ্যা [প্ৰাতঃসন্ধ্যা, প্ৰাতৰাহ্নিক; মধ্যাহ্ন সন্ধ্যা; সায়ংসন্ধ্যা, সায়ংকৃত্য]। আচমন।
সাধনা, তপস্যা, তপশ্চৰ্য্যা, সাধনভজন, তপশ্চৰণ, সাধন, সাধনপ্ৰক্ৰিয়া।
তপোধন, তপোনিধি, তপস্বী, তাপস, তাপসী (স্ত্রী)।
পৌৰোহিত্য, পুৰোহিতালি, ব্ৰাহ্মণালি। যজমানি, যাজন।
পুৰশ্চৰণ [মন্ত্র; জপ; হোম; তৰ্পণ; অভিষেক; ব্ৰাহ্মণ-ভোজন]।
তপঃপ্ৰভাৱ, তপোবল। তপোবন, আশ্ৰম।
নিবেদন, উছৰ্গা; অৰ্ঘ্যদান; অঞ্জলি; পুষ্পাঞ্জলি, কুসুমাঞ্জলি।
পুৰোহিত; পূজাৰী; যাজক। যজমান; ভক্ত; সেৱক, সেৱাইত, উপাসক।
প্ৰণাম, প্ৰণতি, প্ৰণিপাত; নমস্কাৰ, চৰণবন্দনা, চৰণসেৱা, চৰণপূজা, পদ-সেৱা, পঞ্চাঙ্গ প্ৰণাম [শিৰ; দুই বাহু; দুই আঁঠু; দুই চকু; বাক্যসংযোগ]; সাষ্টাঙ্গ প্ৰণাম [শিৰ; দুই চকু; দুই হাত; বুকু; দুই আঁঠু; দুই ভৰি; বাক্য; মনোসংযোগ]।
নমাজ, নামাজ। আজান।
পূজাৰম্ভ, কল্পাৰম্ভ। সংকল্প। অঙ্গন্যাস। কৰণ্যাস। আসনশুদ্ধি। জলশুদ্ধি। আবাহন। প্ৰাণপ্ৰতিষ্ঠা। জীৱন্যাস। অৰ্ঘ্য। ঘটস্থাপন। আৰতি, নীৰাজনা, সন্ধ্যাৰতি। ভোগ; বলি, পশুবলি, পশু উৎসৰ্গা।
বিসৰ্জ্জন, উটোৱা—।
মুদ্ৰা, অঙ্গুলি মুদ্ৰা।
উপচাৰ, পূজাসামগ্ৰী, পূজোপকৰণ, পঞ্চোপচাৰ [গন্ধ; পুষ্প; ধূপ; দীপ; নৈৱেদ্য], দশোপচাৰ [ গন্ধ; পুষ্প, দীপ; নৈৱেদ্য; পাদ্য, অৰ্ঘ্য; আৰৈ চাউল; বেলপাত; মধুপৰ্ক ]; ষোড়যোপচাৰ [আসন, স্বাগত; পাদ্য; অৰ্ঘ্য; আচমনীয়; স্নানীয়; বসন; ভূষণ, গন্ধ; পুষ্প; ধূপ; দীপ; মধুপৰ্ক; তাম্বুল; তৰ্পণ, নতি]; (মতান্তৰে) [ আসন; স্বাগত; পাদ্য; অৰ্ঘ্য; আচমনীয়, মধুপৰ্ক; পুনৰাচমনীয়; স্নান; বসন; আভৰণ; গন্ধ; পুষ্প; ধূপ; দীপ; নৈৱেদ্য; বন্দন]।
চৰণামৃত, পদজল, পাদোদক। নিৰ্ম্মালি, নিৰ্ম্মাল্য; প্ৰসাদ।
প্ৰদীপ, দীপ। আসন আওঠি।
গন্ধদ্ৰব্য ঃ অগৰু; চন্দন, শ্বেতচন্দন; ৰক্তচন্দন। ফুল। বেলপাত। তুলসী; মটুক (তুলসীৰ ফুল)। দুবৰি। ঘট, মঙ্গলঘট; ডাব; আমপাত; আমডালি। ঘিউ। দৈ। মৌ। ফলমূল। কলপাত। গঙ্গামৃত্তিকা। গঙ্গাজল। ফুলৰ থাল। কোষা; অৰ্ঘা; তামী। কুশাসন, কঠ।
শংখ। ঘণ্টা। কাঁহ। দবা।
মন্ত্ৰ; স্তৱ, স্তুতি, স্তোত্ৰ; ইষ্টমন্ত্ৰ, বীজমন্ত্ৰ। গায়ত্ৰীমন্ত্ৰ। মন্ত্ৰবল, মন্ত্ৰশক্তি।

**ৰিণ.** উপাসিত, আৰাধিত, পূজিত, বন্দিত, অৰ্চ্চিত।
নিবেদিত, উৎসৰ্গীকৃত, উৎসৰ্গিত।
কৃতাহ্নিক। তপোনিষ্ঠ, [বিপ.] অকৃতাহ্নিক।

**ৰিণ./ৰি.** পূজনীয়, পূজ্য, পূজাৰ্হ, পূজ্যাস্পদ, পূজ্যপাদ, ভজনীয়, উপাস্য, উপাসনীয়, অৰ্চনীয়, বন্দনীয়, বন্দ্য, আৰাধ্য, আৰাধনীয়, ধ্যেয়।
নমস্য।
পূজক, পূজাৰী, দেৱল, অৰ্চক, উপাসক, ভজোঁতা, ভজন্তা, আৰাধক। সেৱাইত।

পুৰোহিত; পণ্ডিত, আচাৰ্য্য। ব্ৰাহ্মণ।
নামলগোৱা। ভকত। পাঠক। নামঘৰীয়া; পালধৰীয়া।
মৌলবী, ইমাম, মৌলানা; মোয়াজ্জিন। মোল্লা।
পাদ্ৰী, পাদুৰী, যাজক, ধৰ্ম্মযাজক, বিশ্বপ; কাৰ্ডিনাল; আৰ্চবিশ্বপ; ফাদাৰ।
লামা; দালাইলামা; পাঞ্চেনলামা।
ধৰ্ম্মাচাৰ্য্য, ধৰ্ম্মগুৰু।
ধ্যানী, ধ্যানমগ্ন, ধ্যানৰত। ধ্যানস্থ; ধ্যানাসীন, যোগপৰায়ণ, যোগনিষ্ঠ।
স্তোতা, বন্দনাকাৰী। স্তৱকাৰী।
ক্ৰি. বিন. ভক্তিভাৱে, ভক্তিত গদগদ হৈ, সভক্তিৰে, কৃতাঞ্জলি হৈ।

**৫৮৫ যজ্ঞ**

বি. যজ্ঞ, যাগ, হোম, হৱন, আহুতি, ক্ৰতু, ইষ্টি, বষট্‌কাৰ।
যাগযজ্ঞ; অগ্নিশুদ্ধি; অগ্নিপ্ৰতিষ্ঠা; অগ্নিহোত্ৰ, অগ্নিষ্টোম।
হোমাগ্নি, হোমানল, যজ্ঞাগ্নি, যজ্ঞানল, হুতাশন। যজ্ঞকাঠ, সমিধ। আহুতি; পূৰ্ণাহুতি; ঘৃতাহুতি।
যজ্ঞশালা, যজ্ঞগৃহ, হোমগৃহ, যজ্ঞকুণ্ড, হোমকুণ্ড; যজ্ঞভূমি, যজ্ঞস্থল। যজ্ঞবেদী। অগ্নিশালা।
অশ্বমেধ যজ্ঞ; ৰাজসূয় যজ্ঞ; পুত্ৰেষ্টি যজ্ঞ; শ্ৰৌতযজ্ঞ; গৃহ্যযাগ; ইষ্টিযাগ; পশুযাগ, পূৰ্ণমাসযাগ; সোমযাগ; পুৰুষযজ্ঞ, অভিচাৰ যজ্ঞ; অধিযজ্ঞ; আয়ুষ্টোম; প্ৰাজাপত্য।
পঞ্চযজ্ঞ [ব্ৰহ্মযজ্ঞ; নৃযজ্ঞ, দেৱযজ্ঞ, পিতৃযজ্ঞ; ভূতযজ্ঞ]।
বিণ. যজ্ঞীয়, হোত্ৰীয়।
যজনীয়।
বিণ./বি. যাজ্ঞিক, যজ্ঞকৰ্ত্তা, হোমকৰ্ত্তা, হোতা, হোত্ৰী, ঋত্বিক, ঋত্বিজ, বাজপেয়, সাগ্নিক, অগ্নিহোত্ৰী, আহিতাগ্নি।

**৫৮৬ পবিত্ৰতা**

বি. পবিত্ৰতা, পবিত্ৰতা, শুচিতা, শুদ্ধতা, নিৰ্ম্মলতা, শুদ্ধি, শুধি, পৰিশুদ্ধি, নিষ্কলুষতা।
শুদ্ধাচাৰ, শুদ্ধাচাৰিতা; নৈষ্ঠিকতা, আচাৰনিষ্ঠা, নিয়মনিষ্ঠা; আচাৰবিচাৰ; সাত্ত্বিকতা।
চিত্তশুদ্ধি, শুদ্ধচিত্ততা
শুচিবায়ু, শুচিবায়ুগ্ৰস্ততা।
পবিত্ৰীকৰণ, পাৱন, শোধন, সংস্কাৰ।
চাক-চিক, চিক্-চাক, একাচ-বিকাচ, শুচি-অশুচি, ধুতি-বিধুতি, চুৱা-নিকা, চিকা-চন্দা।
বিণ. পবিত্ৰ, পূত, শুদ্ধ, শুচি, অমল, নিৰ্ম্মল, গঙ্গাজলীয়া, সাত্ত্বিক।
পবিত্ৰিত, শোধিত, সংস্কৃত।
বিণ./বি. শুদ্ধাচাৰী, নিষ্ঠাবান, নৈষ্ঠিক, নিষ্ঠাশীল, নিয়মনিষ্ঠ, অচাৰনিষ্ঠ; শুদ্ধচিত্ত, শুদ্ধমতি, শুদ্ধাত্মা, পূতাত্মা, পৱিত্ৰাত্মা, পুণ্যাত্মা। নিষ্কলুষ, নিষ্কলঙ্ক। শুচিমন্ত।
অপাপবিদ্ধ, অকলঙ্কচিত্ত, অব্যভিচাৰী।
শুচিবায়ুগ্ৰস্ত।
ক্ৰি.বিণ. শুচি-সংযমন হৈ।

**৫৮৭ অপবিত্ৰতা**

বি. অপবিত্ৰতা, অশুচিতা, অশুদ্ধতা, অশুদ্ধি, অশৌচ, শুদ্ধিহীনতা, কলুষতা। উচ্ছিষ্ট, জুঠা, চুৱা।
বিণ. অপবিত্ৰ, অশুচি, বিধুতি, অশুদ্ধ, কলুষিত। চুৱা।

**৫৮৮ পাপ**

বি. পাপ, পাতক, প্ৰত্যবায়, অধৰ্ম্ম, অপৰাধ, কল্মষ, কলুষ। দোষ, গুণাহ, গোনাই। পাপাচৰণ, পাপকৰ্ম্ম; পাপাসক্তি, পাপানুৰক্তি, পাপপ্ৰৱণতা; পাপপঙ্ক। অজাচাৰ, অঘ।
লঘুপাপ। গুৰুপাপ, ঘোৰপাপ, মহাপাপ।
অতিপাতক [মাতৃগমন; কন্যাগমন; বধুগমন]।
উপপাতক [পৰদাৰগমন; আত্মবিক্ৰয়; মাতৃত্যাগ; পিতৃত্যাগ; সুতত্যাগ; কন্যাদূষণ; দাৰবিক্ৰয়; অপত্যবিক্ৰয়; বান্ধৱত্যাগ; অভিচাৰ; ঋণ অপৰিশোধ, নাস্তিকতা; গো-হত্যা ইত্যাদি— উনষাঠিটা পাপকৰ্ম্ম]।
মহাপাপ, মহাপাতক [ব্ৰহ্মহত্যা; ব্ৰাহ্মণৰ সোণ চুৰি; সুৰাপান, গুৰুভাৰ্য্যাহৰণ]।
ত্ৰিপাপ, পাতকত্ৰয় [অতিপাতক; উপপাতক; মহাপাতক]।
অধৰ্ম্ম, অধৰম, বিধৰম, বিধৰ্ম্ম, অনাচাৰ, অধৰ্ম্মাচাৰ, অধাৰ্ম্মিকতা, ভ্ৰষ্টাচাৰ, ন্যায়লঙ্ঘন, নীতিলঙ্ঘন।
ধৰ্ম্মদ্ৰোহিতা, ধৰ্ম্মদ্বেষিতা, ধৰ্ম্মবিদ্বেষ।
তপোভঙ্গ, ধ্যানভঙ্গ, যোগভঙ্গ।
বিণ. পাপজনক, পাপময়, অবিহিত, ধৰ্ম্মবিৰুদ্ধ, নীতিবিৰুদ্ধ, অন্যায়। পাপকৰ্ম্মা, পাপাসক্ত, পাপানুৰক্ত। অজাচাৰী, অধাচাৰী, অনাচাৰী, আচাৰভ্ৰষ্ট, জাহিল।
বিণ/বি. পাপী, পপীয়া, পাতকী, প্ৰত্যবায়ী, পাপিষ্ঠ, পাপাত্মা, পাপাশয়, দুৰাশয়, পাপবুদ্ধি, পাপমতি, মলমতি, পাম; অঘৱন্ত, মহাপাপী, অতিপাতকী, মহাপাতকী, পাপাসক্ত, গুণাহগাৰ।
অধাৰ্মিক, অধৰমী।
[বিপ.] বি. প্ৰায়শ্চিত্ত, পশ্চাচিত, পাপস্খালন, পাপক্ষালন, পাপনাশন, পাপশুদ্ধি, অঘনাশন, অঘমৰ্ষণ, পাপক্ষয়।
স্বস্ত্যয়ন, শান্তিস্বস্ত্যয়ন। আত্মশোধন, আত্মশুদ্ধি।
প্ৰায়শ্চিত্তবিধান। চান্দ্ৰায়ণ। অন্তৰ্জলি।
বিণ. পাপনাশক, পাপহাৰক, পাপঘ্ন, অঘনাশক।
বিণ./বি. প্ৰায়শ্চিত্তকাৰী।

**৫৮৯ অধ্যাত্মচেতনা**

বি. অধ্যাত্মচেতনা; আধ্যাত্মিকতা, অধ্যাত্মসাধন; পৰমাৰ্থসাধন।

আধ্যাত্মিকচেতনা। দিব্যজ্ঞান।
ঈশ্বৰতত্ত্ব, থিয়োলজি। অধ্যাত্মতত্ত্ব, অধ্যাত্মবাদ।
পৰাবিদ্যা, ব্ৰহ্মবিদ্যা, ব্ৰহ্মজ্ঞান। অধিবিদ্যা।
আত্মজ্ঞান, আত্মতত্ত্ব, আত্মবিদ্যা, পৰমাত্মাতত্ত্ব;
আত্মানুসন্ধান, আত্মান্বেষণ, আত্মজিজ্ঞাসা, আত্মদৰ্শন, আত্মানুভূতি, সানুভৱ।
ভাব, ভাবসমাধি, সমাধি।
অধ্যাত্মবাদ; অদ্বৈতবাদ; দ্বৈতবাদ; ব্ৰহ্মবাদ; একেশ্বৰবাদ; আত্মবাদ; কৰ্ম্মবাদ; চুফীবাদ।
দেহাত্মবাদ, দেহতত্ত্ব।
ষট্‌চক্ৰ।
বি. আধ্যাত্মিক, অধ্যাত্ম।
আত্মিক, আত্মবিষয়ক।
অজ্ঞেয়, নিৰ্জ্ঞেয়।
পৰমাৰ্থিক।
অতীন্দ্ৰিয়, দেহাতীত, ইন্দ্ৰিয়াতীত; আধিবিদ্যক; অতিপ্ৰাকৃত।
তুৰীয়। ঐশ্বৰিক।
বিণ./বি. অধ্যাত্মবাদী, অধ্যাত্মতত্ত্ববিদ।
আত্মজ্ঞ, আত্মতত্ত্ববিদ, আত্মানুসন্ধানী।
দিব্যজ্ঞানী, দিব্যদৰ্শী, জ্ঞানী।
অদ্বৈতবাদী; একাত্মবাদী; একেশ্বৰবাদী। দ্বৈতবাদী।
জড়বাদী, প্ৰত্যক্ষবাদী; দেহাত্মবাদী; অনাত্মবাদী। কৰ্মবাদী।

**৫৯০ ধৰ্ম্ম**

বি. ধৰ্ম্ম, ধৰ্ম্ম-কৰ্ম্ম, ধৰম, ধৰম-কৰম; ধৰ্ম্মমত; ধৰ্ম্মকাৰ্য্য, ধৰ্ম্মক্ৰিয়া, ধৰ্ম্মকৃত্য, ধৰ্ম্মাচাৰ, ধৰ্ম্মানুষ্ঠান, ধৰ্ম্মচৰ্চ্চা, ধৰ্ম্মসাধন, ধৰ্ম্মৰক্ষা, ধৰ্ম্মাচাৰণ, ধৰ্ম্মব্ৰত, ধৰ্ম্মপালন।
ধৰ্ম্মনীতি, ধৰ্ম্মচিন্তা, ধৰ্ম্মভাবনা; ধৰ্ম্মবুদ্ধি, ধৰ্ম্মবোধ, ধৰ্ম্ম-প্ৰবৃত্তি, ধৰ্ম্মপৰায়ণতা, ধৰ্ম্মমাৰ্গ, ধৰ্ম্মপথ, ধৰ্ম্মপন্থা।
ধৰ্ম্মপ্ৰতিষ্ঠা, ধৰ্ম্মসংস্থাপন; ধৰ্ম্মৰক্ষা; ধৰ্ম্মবিপ্লব।
ধৰ্ম্মতত্ত্ব, ধৰ্ম্মজ্ঞান; ধৰ্ম্মোপদেশ, ধৰ্ম্মকথা, ধৰ্ম্মশিক্ষা; ধৰ্ম্মানুশাসন। ধৰ্ম্মপুস্তক। ধৰ্ম্মধ্বজা, ধৰ্ম্মনিচান।
ধৰ্ম্মভয়, ধৰ্ম্মভীৰুতা, ধৰ্ম্মান্ধতা।
ধৰ্ম্মভাব, ধৰ্ম্মশিক্ষা, ধৰ্ম্মবিশ্বাস, ধাৰ্ম্মিকতা, ধৰ্ম্মনিষ্ঠা।
ধৰ্ম্মপৰায়ণতা, ধৰ্ম্মপ্ৰবণতা; ঈশ্বৰপৰায়ণতা, ঈশ্বৰবিশ্বাস; ভগবদ্ভক্তি।
পুণ্য, পুণ্যকৰ্ম্ম। পুণ্যসঞ্চয়, পুণ্যাৰ্জন। ধৰ্ম্ম-ভূমি। ধৰ্ম্মত্যাগ। ধৰ্ম্মপৰিবৰ্তন, ধৰ্ম্মান্তৰ।
ধৰ্ম্মোপদেশ। ধৰ্ম্মমণ্ডলী। ধৰ্ম্মভূমি। ধৰ্ম্ম-পত্নী। ধৰ্ম্মাধি, ধৰ্ম্মাধিকাৰ, ধৰ্ম্ম-গুৰু। ধৰ্ম্মপাল, ধৰ্ম্মপালক। ধৰ্ম্ম-পুত্ৰ।
ধৰ্ম্ম-নিৰপেক্ষতা।
ধৰ্ম্মাধৰ্ম্ম; পাপপুণ্য; ধৰ্ম্মাধৰ্ম্মবোধ।
বিণ. ধৰ্ম্মীয়, ধৰ্ম্মানুগত, ধৰ্ম্মানুমত, ধৰ্ম্মসংগত, ধৰ্ম্মসন্মত, ধৰ্ম্মানুমোদিত; ঐশ্বৰিক, ঐশ্বৰীয়।
বিণ./বি. ধাৰ্ম্মিক, ধৰ্ম্মপৰায়ণ, ধৰ্ম্মপ্ৰবণ, ধৰ্ম্মিষ্ঠ, ধৰ্ম্মনিষ্ঠ, ধৰ্ম্মানুৰাগী, ধৰ্ম্মপ্ৰাণ, ধৰ্ম্মশীল, ধৰ্ম্মশীলা, ধৰ্ম্মাচাৰী, ধৰ্ম্মানুগত, ধৰ্ম্মাত্মা, ধৰমী। ধৰ্ম্মাবলম্বী, ধৰ্ম্মাশ্ৰয়ী, ধৰ্ম্মী.
ঈশ্বৰনিষ্ঠ, ঈশ্বৰপৰায়ণ, ঈশ্বৰভক্ত, ভগবদ্ভক্ত, ইমানদাৰ।
ধৰ্ম্মজ্ঞ, ধৰ্ম্মবিদ, ধৰ্ম্মবেত্তা; ধৰ্ম্মপিপাসু। ধৰ্ম্মোপদেশক, ধৰ্ম্মোপদেষ্টা, ধৰ্ম্ম-প্ৰচাৰক। দীক্ষাগুৰু। ধৰ্ম্মভীৰু। ধৰ্ম্মান্ধ, ধৰ্ম্মোন্মত্ত।
ধৰ্ম্মাবলম্বী। ধৰ্ম্মোত্তৰ, দেৱোত্তৰ। ধৰ্ম্মস্ব।
ধৰ্ম্ম-নিৰপেক্ষ।
পুণ্যবান, পুণ্যশ্লোক, পুণ্যশীল, পুণ্যকীৰ্ত্তি, পুণ্যকৰ্ম্মা, পুণ্যৱন্ত, অপাপবিদ্ধ, নিষ্পাপ।
পুণ্যাৰ্থী।
ক্ৰি. বিণ. ধৰ্ম্মতঃ ধৰ্ম্মানুসৰি, ধৰ্ম্মানুযায়ী।

**৫৯১ ধৰ্ম্মবৈভিন্ন্য**

৫৯১.১ বি. সনাতনধৰ্ম্ম, হিন্দুধৰ্ম্ম, বেদাশ্ৰিত ধৰ্ম্ম, বেদাশ্ৰয়ী ধৰ্ম্ম।
হিন্দুত্ব।
হিন্দুসমাজ, সনাতনপন্থী সমাজ।
শাক্তধৰ্ম্ম, শক্তি উপাসনা; তান্ত্ৰিক সাধনা।
তন্ত্ৰচৰ্য্যা, তান্ত্ৰিকতা।
বৈষ্ণৱ ধৰ্ম্ম, বিষ্ণু উপাসনা, বিষ্ণু সেৱা; হৰিনাম সংকীৰ্ত্তন; নাম-ধৰ্ম্ম. মহাপুৰুষীয়া ধৰ্ম্ম।
হৰিভক্তি, কৃষ্ণভক্তি, হৰিনাম সংকীৰ্ত্তন।
শৈৱধৰ্ম্ম, শিৱোপাসনা, শিৱপূজা, শিৱাৰাধনা। লিঙ্গায়ত।
ৰুদ্ৰাক্ষধাৰণ; সিদ্ধিপান; বিভূতিলেপন, ভস্মলেপন, ছাইলেপন।
সুৰ্য্যোপাসনা, সূৰ্যসাধনা, সূৰ্যপূজা; ছটপূজা; সূৰ্যব্ৰত।
গাণপত্য, গণেশপূজা, গণেশোপাসনা।
ব্ৰাহ্মধৰ্ম্ম, ব্ৰহ্মোপাসনা। ব্ৰাহ্মসমাজ; আদি ব্ৰাহ্মসমাজ; সাধাৰণ ব্ৰাহ্মসমাজ। আৰ্যসমাজ।
ব্ৰাহ্মণ্য ধৰ্ম্ম; বৈদিকধৰ্ম্ম।
বিণ./বি. হিন্দু, সনাতনধৰ্ম্মী।
শাক্ত, শক্তিউপাসক। তান্ত্ৰিক। কালীসাধক।
কৃষ্ণভক্ত, কৃষ্ণোপাসক, হৰিভক্ত।
বৈষ্ণৱ, মহাপুৰুষীয়া।

শৈৱ, শিৱভক্ত; অঘোৰপন্থী।

সৌৰসাধক, সূৰ্য্যোপাসক.

ব্ৰাহ্ম, ব্ৰাহ্মসমাজী, ব্ৰহ্মোপাসক।

[ বিপ.] অহিন্দু, ম্লেচ্ছ, যৱন।

**৫৯১.২ ইসলাম ধৰ্ম্ম**, মুছলমান, মুছলিম।

বিণ. বি. ইচলাম ধৰ্ম্মাৱলম্বী, মুছলমান, মুছলিম।

চুন্নী। চিঁয়া। আহমদিয়া।

বিণ. ইচলামি, মুছলমানী, ইচলামিক।

**৫৯১.৩ খ্ৰিষ্টধৰ্ম্ম**, খ্ৰষ্টানধৰ্ম্ম।

বিণ. খ্ৰিষ্টীয়।

বিণ./বি. খ্ৰিষ্টান, খ্ৰিষ্টধৰ্ম্মাৱলম্বী। নাজাৰিণ, নাজাৰাইট।

বেপটিষ্ট; মেথডিষ্ট; প্ৰটেষ্টাণ্ট; কেথলিক; ৰোমান কেথলিক; পেপিষ্ট; এংলিকান; লুথাৰিয়ান; প্ৰেচব্ৰিটাৰিয়ান; পিউৰিটান; ইৰাচিয়ান; গ্ৰিক অৰ্থডক্স; জেচুইট; ফ্ৰানচিচকান; চিৰিয়ান।

**৫৯১.৪** বৌদ্ধধৰ্ম্ম; হীনযান; মহাযান; অৰ্হৎ। প্ৰজ্ঞাপাৰমিতা।

বিণ./বি. বৌদ্ধ, বৌদ্ধধৰ্ম্মাৱলম্বী, সৌগত, বৈনায়িক। জেন।

**৫৯১.৫ জৈনধৰ্ম্ম**

বিণ./বি. জৈন, জৈনধৰ্ম্মাৱলম্বী। শ্বেতাম্বৰ; দিগম্বৰ।

**৫৯১.৬ শিখধৰ্ম্ম**

বিণ./বি. শিখ; আকালি; খালসা, নিৰঙ্কৰি; নানকশাহী, নানকপন্থী।

**৫৯১.৭ ইহুদীধৰ্ম্ম**

বিণ./বি. ইহুদী, হেব্ৰাইষ্ট; ইজৰায়লাইট; জুডাপন্থী।

**৫৯১.৮** পাৰসিক ধৰ্ম্ম; জৰথুষ্ট্ৰবাদ।

বিণ./বি. পাৰ্চি, পাৰসিক, জৰথুষ্ট্ৰবাদী।

অগ্নি উপাসক।

**৫৯১.৯** [ অন্যান্য ধৰ্ম্ম ] কনফুচীয়। বাহাই। শ্বিণ্টো, শ্বিণ্টোধৰ্ম্ম।

জড়োপাসক, প্ৰকৃতিপূজক।

**৫৯২ ধৰ্ম্মপ্ৰচাৰক**

বিণ./বি. ধৰ্ম্মপ্ৰচাৰক। ধৰ্ম্মপ্ৰৱৰ্ত্তক, ধৰ্ম্মপ্ৰবক্তা, ধৰ্ম্মসংস্থাপক, ধৰ্ম্মপ্ৰৱৰ্ত্তনকাৰী। ধৰ্ম্মপ্ৰতিষ্ঠাতা; অৱতাৰ; ৰসুল, নবিধী, পয়গম্বৰ; মহাপুৰুষ। ধৰ্ম্মসংস্কাৰক।

বি. ধৰ্ম্মপ্ৰচাৰ, ধৰ্ম্মসংস্থাপন, ধৰ্ম্মপ্ৰতিষ্ঠা।

[বৈষ্ণৱ] শ্ৰীমন্ত শংকৰদেৱ, শ্ৰীমন্ত মাধৱদেৱ, দামোদৰ দেৱ; চৈতন্যদেৱ, ৰামানুজ। [ব্ৰাহ্ম] ৰামমোহন ৰায়। [ ইসলাম] হজৰত মহম্মদ। [ খ্ৰিষ্টধৰ্ম্ম] যীশু, যীশুখ্ৰিষ্ট, ঈশা, ক্ৰাইষ্ট। [বৌদ্ধধৰ্ম্ম] বুদ্ধদেৱ, গৌতমবুদ্ধ, বোধিসত্ত্ব, অমিতাভ, তথাগত, মহাবোধি, বিনায়ক, গৌতম, অৱলোকিতেশ, সিদ্ধাৰ্থ, শাক্যমুনি, বুদ্ধাৱতাৰ। [জৈনধৰ্ম্ম] মহাবীৰ, তীৰ্থংকৰ; পাৰ্শ্বনাথ, পৰেশনাথ। [শিখ] গুৰু নানক। [ কনফুচীয়] কনফুসিয়াস। [ইহুদি] মুসা, মোজেস। [ পাৰসিক ] জৰথুষ্ট্ৰ।

**৫৯৩ ধৰ্ম্মগ্ৰন্থ**

বি. ধৰ্ম্মগ্ৰন্থ, ধৰ্ম্মশাস্ত্ৰ।

[ হিন্দু] বেদ, চতুৰ্ব্বেদ [ ঋক; সাম; যজুঃ; অথৰ্ব্ব]। শ্ৰুতি। সংহিতা।

বেদাঙ্গ। বেদমন্ত্ৰ, সামমন্ত্ৰ।

ব্ৰাহ্মণ, বৈদিক কৰ্ম্মকাণ্ড; [ঋকবেদৰ ব্ৰাহ্মণ] ঐতৰেয়; কৌষীতকি; শাঙ্খ্যায়ন। [ যজুৰ্ব্বেদৰ ব্ৰাহ্মণ] শতপথ; তৈত্তিৰীয়। [সামবেদৰ ব্ৰাহ্মণ] তাণ্ড্য, মহাব্ৰাহ্মণ, পঞ্চবিংশ ব্ৰাহ্মণ, প্ৰৌঢ় ব্ৰাহ্মণ; ষড়বিংশ; সামবিধান; আৰ্ষেয়; দেৱতাধ্যায়; মন্ত্ৰ ব্ৰাহ্মণ, উপনিষদ ব্ৰাহ্মণ; সংহিতোপনিষৎ; বংশ ব্ৰাহ্মণ। [ অথৰ্ব্ববেদৰ ব্ৰাহ্মণ] গোপথ ব্ৰাহ্মণ।

আৰণ্যক।

উপনিষদ, বেদান্ত [ঐতৰেয়; কৌষীতকি; বৃহদাৰণ্যক; তৈত্তিৰীয়; ছান্দোগ্য; কেন; কঠ; শ্বেতাশ্বতৰ; ঈশ; মুণ্ডক; মাণ্ডুক্য; প্ৰশ্ন; মহানাৰায়ণ]।

উপবেদ [আয়ুৰ্ব্বেদ; ধনুৰ্ব্বেদ; বিদ্যা; গন্ধৰ্ব্ববেদ; অৰ্থবেদ; স্থাপত্যবেদ]।

মনুসংহিতা।

গীতা, শ্ৰীমদ্ভাগৱত গীতা। ভাগৱত গীতা, ভগৱদ্‌গীতা, ভাগৱত।

ৰামায়ণ, সপ্তকাণ্ড ৰামায়ণ, আদিকাব্য [ আদি; বাল; অযোধ্যা; অৰণ্য; কিষ্কিন্ধ্যা সুন্দৰ; লঙ্কা; যুদ্ধ; উত্তৰ]; ৰামকথা; ৰামচৰিতমানস; কৃত্তিবাসী ৰামায়ণ; যোগবাশিষ্ঠ ৰামায়ণ; অদ্ভুত ৰামায়ণ; তুলসীদাসী ৰামায়ণ; মাধৱকন্দলীৰ ৰামায়ণ; কাৰ্বি ৰামায়ণ।

মহাভাৰত, পঞ্চমবেদ, অষ্টাদশ পৰ্ব্ব মহাভাৰত [ আদি; সভা; বন; বিৰাট; উদ্যোগ; ভীষ্ম; দ্ৰোণ; কৰ্ণ; শল্য; সৌপ্তিক; স্ত্ৰী; শান্তি; অনুশাসন; আশ্বমেধিক; আশ্ৰমবাসিক; মৌষল; মহাপ্ৰস্থানিক; স্বৰ্গাৰোহণ]; কাশীদাসী মহাভাৰত।

তন্ত্ৰশাস্ত্ৰ, তন্ত্ৰ, শিৱোক্ত শাস্ত্ৰ [আগম; নিগম; ডামৰ; বাৰাহী; তন্ত্ৰ ]।

পুৰাণ, অষ্টাদশ পুৰাণ।

শাস্ত্ৰপাঠ; বেদপাঠ, বেদাধ্যয়ন, বেদচৰ্চ্চা, বেদানুশীলন, বেদাভ্যাস, স্বাধ্যায়।

বিণ. শাস্ত্ৰীয়, শাস্ত্ৰসম্মত, শাস্ত্ৰানুমোদিত; শাস্ত্ৰবিহিত; শাস্ত্ৰানুগ।

বৈদিক, বেদনিৰ্দিষ্ট, বেদোক্ত, বেদবিহিত।

বিণ./বি. শাস্ত্ৰজ্ঞ, শাস্ত্ৰবেত্তা, শাস্ত্ৰবিদ, শাস্ত্ৰী।

শাস্ত্ৰকাৰ, শাস্ত্ৰপ্ৰণেতা [মনু; যাজ্ঞবল্ক্য; চাৰ্বাক; কৌটিল্য; চ্যৱন;

কণাদ; জৈমিনী]।

বেদজ্ঞ, বেদবিৎ। বেদবিশাৰদ, বেদবেত্তা, বেদপাৰগ; দ্বিবেদী; ত্ৰিবেদী; চতুৰ্ব্বেদী।

পাঠক।

ৰি. [ইচলাম] কোৰান, কোৰানচৰিফ।

[খ্ৰিষ্টধৰ্ম্ম] বাইবেল; টেষ্টামেণ্ট। ওল্ডটেষ্টামেণ্ট; নিউটেষ্টামেণ্ট।

[ইহুদী] তোৰা, তালমুদ।

[শিখ] গ্ৰন্থচাহেব, আদিগ্ৰন্থ।

[বৌদ্ধ] ত্ৰিপিটক।

[জৈন] কল্পসূত্ৰ।

[জৰথুষ্ট্ৰ] আবেস্তা, জেন্দ আবেস্তা।

**৫৯৪ ধৰ্ম্মীয় অনুষ্ঠান**

ৰি. ধৰ্ম্মানুষ্ঠান, মাঙ্গলিক অনুষ্ঠান, মাঙ্গলিক কাৰ্য্য, ক্ৰিয়া-কৰ্ম্ম, কাজ-কৰ্ম্ম, পূজা-পাৰ্ব্বন, পূজা, পূজা-পাতল, নাম-প্ৰসঙ্গ, নাম-কীৰ্ত্তন, সবাহ, অপেছৰী সবাহ, আইনাম, আইসবাহ, গোপিনী সবাহ। শীতলা পাঠ। বৰ সবাহ, পালনাম, থিয়নাম, দিহানাম, কীৰ্ত্তন-পাঠ, যজ্ঞ। অধিবাস, জাগৰ।

নিত্যকৰ্ম, নিত্যক্ৰিয়া, সন্ধ্যা-পূজা, সন্ধ্যা-আহ্নিক। শান্তিকৰ্ম, শান্তিকৰম, শান্তি-স্বস্ত্যয়ন। ধৰ্ম্মাচাৰ। লোকাচাৰ, দেশাচাৰ।

নিশিপালন [অমাৱস্যা; পূৰ্ণিমা]; একাদশী ব্ৰত।

দীক্ষা, মন্ত্ৰ, শৰণ, শৰণ-ভজন।

ইষ্টমন্ত্ৰ।

দশকৰ্ম্ম [ গৰ্ভাধান; পুংসৱন; পোহন বিয়া; সীমন্তোন্নয়ন; জাতকৰ্ম্ম; নামকৰণ; অন্নপ্ৰাশন; চূড়াকৰণ; উপনয়ন; সমাৱৰ্ত্তন; বিবাহ]। কৰ্ণবেধ।

অন্নপ্ৰাশন; উপনয়ন, লগুণদিয়নী। লগুণ, যজ্ঞোপবীত, যজ্ঞসূত্ৰ।

পাৰলৌকিক ক্ৰিয়া, ঔধৰ্বদেহিক ক্ৰিয়া; তিলনি; চতুৰ্থা; দহা; শ্ৰাদ্ধ, আদ্যশ্ৰাদ্ধ।

শ্ৰাদ্ধ, শৰাধ, পিণ্ড, পিণ্ডদান, সপিণ্ডন, মুখৰ ছাই গুচোৱা—, মুখৰ ছাই-মাটি গুচোৱা—।

মাহেকীয়া শৰাধ; ছমহীয়া শৰাধ; বছেৰেকীয়া শৰাধ; একোদ্দিষ্ট; নান্দীমুখ, ন-পুৰুষৰ শ্ৰাদ্ধ; বৃদ্ধিশ্ৰাদ্ধ, আভ্যুদয়িক শ্ৰাদ্ধ; তিলকাঞ্চন।

পিতৃশ্ৰাদ্ধ, পিতৃক্ৰিয়া, পিতৃকৃত্য, পিতৃকাৰ্য্য, পিতৃদায়, বাপদায়, পিতৃমেধ। মাতৃশ্ৰাদ্ধ, মাতৃদায়। বৃষোৎসৰ্গ, গোদান।

বলি দিয়া—, বলি-বিধান।

পিণ্ডদাতা, শ্ৰাদ্ধকৰ্ত্তা।

[ইসলাম] চালিছা; জানাজা।

ৰোজা, কোৰবানি। [বিণ.] ৰোজাধৰীয়া।

[খ্ৰিষ্ট] বেপটিজিম, ক্ৰিছনিং।

মাস; হাই মাচ; ল' মাচ; ৰিকুইম।

ৰিণ. দীক্ষিত; শৰণীয়া।

[ৰিপ.] অদীক্ষিত; অশৰণীয়া।

**৫৯৫ পাল-পৰ্ব্ব**

ৰি. পৰ্ব্ব, পৰব, পাল-পৰ্ব্ব, উৎসৱ। উছৱ।

শুভদিন; তিথি।

জন্মাষ্টমী, নন্দোৎসৱ, পাঁচতি, পেঁক-ভাওনা, বোকা-ভাওনা।

অশোকাষ্টমী।

ৰাসপূৰ্ণিমা, দোলপূৰ্ণিমা। ভ্ৰাতৃদ্বিতীয়া; ৰাখিপূৰ্ণিমা।

গুৰুপূৰ্ণিমা। বুদ্ধপূৰ্ণিমা।

মেলা; অম্বুবাচী মেলা; শিৱৰাত্ৰি মেলা।

গঙ্গাসাগৰ মেলা। কুম্ভমেলা; পুষ্কৰ মেলা।

বৰদিন, গুডফ্ৰাইডে; ইষ্টাৰ চানডে, ইষ্টাৰ মনডে।

**৫৯৬ সংস্কাৰ**

ৰি. সংস্কাৰ, সংস্কাৰ-সাধন, ধৰ্ম্মসংস্কাৰ; বিশ্বাস।

দেশাচাৰ, লোকাচাৰ।

কু-সংস্কাৰ; অন্ধবিশ্বাস, অন্ধসংস্কাৰ।

ধৰ্ম্মান্ধতা।

ৰিণ. সংস্কাৰমূলক; সংস্কাৰাচ্ছন্ন; কু-সংস্কাৰমূলক, কু-সংস্কাৰাচ্ছন্ন।

অন্ধবিশ্বাসী। ধৰ্ম্মান্ধ।

**৫৯৭ স্বৰ্গ**

ৰি. স্বৰ্গ, সৰগ, স্বৰ্গলোক, স্বৰ্গধাম, স্বৰ্গৰাজ্য, স্বৰ্গপুৰী, দেৱলোক, দেৱপুৰী, দেৱসভা, সুৰসভা, সুৰলোক, সুৰালয়, অমৰাৱতী, অমৰলোক, অমৰধাম, অক্ষয়লোক, অক্ষয়ধাম, ইন্দ্ৰলোক, দিব্যলোক, দিব্যধাম। দ্যাবাপৃথিবী, স্বৰ্গমৰ্ত্ত্য। বেহস্ত।

পৰলোক, পৰকাল, স্বৰ্গাৰোহণ। সপ্তস্বৰ্গ।

স্বৰ্গতৰু, কল্পতৰু, কল্পবৃক্ষ।

স্বৰ্গোদ্যান, দেৱাৰণ্য, নন্দনকানন।

স্বৰ্গগঙ্গা, সুৰনদী, সুৰধুনী, মন্দাকিনী।

স্বৰ্গধেনু, কামধেনু।

স্বৰ্গগিৰি, স্বৰ্গাচল, সুমেৰু, স্বৰ্ণগিৰি, ৰত্নগিৰি, কাঞ্চনগিৰি, কনকাচল, স্বৰ্ণকূট, হেমকূট।

স্বৰ্বৈদ্য; অশ্বিনীকুমাৰদ্বয়।

স্বৰ্গলোকবাসী। সুৰলোকবাসী।

দেৱবালা, সুৰবালা, সুৰাঙ্গনা, দেৱাঙ্গনা, দিব্যাঙ্গনা, সুৰবধূ। সুৰকন্যা। সুৰনাৰী, দিব্যনাৰী, সুৰসুন্দৰী,

ত্রিদশবনিতা।

অপ্সৰা, [উৰ্বশী; মেনকা; ৰম্ভা; তিলোত্তমা; হেমা; মিশ্ৰকেশী; চিত্ৰলেখা; বিদ্যুৎপৰ্ণা; স্বৰ্গণিকা, দেৱগণিকা, পুণ্ডৰীকা; সুবাহু; সুৰথা; প্ৰমাথিনী; সুকেশী; ৰুচিৰা; পুঞ্জিকাস্থলা; অলম্বুষা; সুমধ্যা; বিশ্বাচী; নাগদন্তা; বাসনা], অপেছৰা, অপেছৰী। অপেস্বৰা, অৰ্পেস্বৰী।

গন্ধৰ্ব্ব, কিন্নৰ।

স্বৰ্গাৰোহণ, স্বৰ্গলাভ, স্বৰ্গগতি।

বিণ. স্বৰ্গীয়; স্বৰ্গী, স্বৰ্গাৰূঢ়; অপাৰ্থিৱ; দিব্য, অমৰ্ত্ত্য; পাৰলৌকিক।

৫৯৮ নৰক

বি. নৰক, নৰ্ক।

মৃত্যুপুৰী, যমপুৰী, যমালয়, শমনালয়।

জহন্নাম, জাহন্নম, দোজখ।

নৰকযন্ত্ৰণা, যমযন্ত্ৰণা।

নৰকভোগ, নৰকবাস।

নৰককুণ্ড [বিষ্ঠাকুণ্ড; অগ্নিকুণ্ড; তপ্তলৌহকুণ্ড]।

বৈতৰণী [ দুৰ্গন্ধপূৰ্ণ; ৰুধিৰবহা; উষ্ণতোয়া; মহাবেগা]।

নৰকৰাজ, যম, শমন।

বিণ. নাৰকীয়।

বিণ./বি. নৰকী, নৰকগামী, নৰকভোগী, পাতকী, পাপী।

৫৯৯ নিৰ্বাণ

বি. নিৰ্বাণ, মহানিৰ্বাণ, মুক্তি, কৈৱল্য, মোক্ষ, পৰিনিৰ্বাণ, পৰমগতি, পৰমপদ, পৰমাৰ্থ, চিৰনিবৃত্তি, মোক্ষপদ।

জীৱন্মুক্তি, স্বৰ্গলাভ, স্বৰ্গপ্ৰাপ্তি, অক্ষয়স্বৰ্গ।

পঞ্চমুক্তি [সাষ্টি; সাৰূপ্য; সালোক্য; সাযুজ্য; নিৰ্বাণ]। সিদ্ধি, সিদ্ধিলাভ, অষ্টসিদ্ধি [অণিমা; লঘিমা; গৰিমা; প্ৰাপ্তি; প্ৰাকাম্য; মহিমা; ঈশিত্ব; বশিত্ব]।

সমাধি, নিৰ্বিকল্প সমাধি।

ত্ৰিবৰ্গ [ ধৰ্ম্ম; অৰ্থ; কাম]।

পুৰুষাৰ্থ, চতুৰ্বৰ্গ [ধৰ্ম্ম; অৰ্থ; কাম; মোক্ষ]।

মোক্ষধাম, কৈৱল্যধাম, মুক্তিস্থান, নিৰ্বাণাস্পদ, মুক্তিপদ; স্বৰ্গ।

মোক্ষমাৰ্গ, মুক্তিপথ, মোক্ষোপায়, মোক্ষসাধন, নিৰ্বাণমাৰ্গ, মুক্তিমাৰ্গ।

সিদ্ধিভূমি, সিদ্ধিক্ষেত্ৰ।

পুণ্যফল।

বিণ. মোক্ষদ, মোক্ষদায়ক, নিৰ্বাণদায়ক।

বিণ./বি. মোক্ষপ্ৰাপ্ত, মুক্ত, মুক্তিপ্ৰাপ্ত, নিবৃত্ত; চিৰনিবৃত্ত।

মুক্তিকামী, মোক্ষাভিলাষী, নিৰ্বাণকামী, কৈৱল্যপ্ৰয়াসী, মোক্ষপ্ৰাৰ্থী, মুক্তিপ্ৰাৰ্থী, মুমুক্ষু।

[বিপ.] অকৈৱল্য।

৬০০ অসুৰ

বি. অসুৰ, দৈত্য, দৈত, দানৱ, দনুজ, দেৱাৰি, সুৰাৰি, সুৰৰিপু, দেৱান্তক, দেৱশত্ৰু, ইন্দ্ৰশত্ৰু, ত্ৰিদশাৰি।

ৰাক্ষস, কৰ্ব্বুৰ, আসুৰি। ক্ৰব্যাদ।

ৰাক্ষসী, দানৱী, পিশাচ, ভূত, প্ৰেত।

পিশাচী, পিশাচিনী।

দৈত্যদানৱ।

দানৱকুল, দৈত্যকুল, অসুৰকুল, দানৱবংশ। ৰাক্ষসজননী; দিতি।

ৰাৱণ, দশানন, লঙ্কাধিপতি, ৰাক্ষসেন্দ্ৰ, লঙ্কেশ, লঙ্কাধিপ।

ৰাক্ষসপুৰী; লঙ্কা।

হিৰণ্যকশিপু, দৈত্যপতি, দৈত্যৰাজ।

সুন্দ; উপসুন্দ; মধু; কৈটভ; মহিষাসুৰ; বৃত্ৰাসুৰ; ধূম্ৰাক্ষ, ৰক্তবীজ; ধেনুক; অঘাসুৰ; বকাসুৰ; তাৰকাসুৰ; লৱণাসুৰ, শুম্ভ, নিশুম্ভ; ভস্মলোচন; বকৰাক্ষস; হিড়িম্ব; ইন্দ্ৰজিৎ, মেঘনাদ; বাতাপি; ঘটোৎকচ; চাৰ্বাক; নৰকাসুৰ; কালনেমি, ধূম্ৰলোচন; বিৰোচন; মকৰাক্ষ; ময়দানৱ; মাৰীচ; মাল্যবান; বাহু, হয়গ্ৰীৱ; সুবাহু; চণ্ড; শঙ্খচূড়; শম্বৰ; হিৰণ্যাক্ষ।

তাড়কা; হিড়িম্বা, শূৰ্পনখা; পৌলস্ত্যী, নিকষা; কৈকসী; ত্ৰিজটা; পূতনা।

বিণ. আসুৰিক, দানৱীয়, পৈশাচিক।

**৬০১ পৰিচিতি**

**বি.** পৰিচিতি, পৰিচয়, চিনাচিনি, চিনা-পৰিচয়, চা-চিনাকি। গোৰা-গোষ্ঠী। নাম-ধাম, নাম-গোত্ৰ, বংশ-পৰিচয়।

আলাপ; অন্তৰঙ্গতা, বন্ধুত্ব। ঘনিষ্ঠতা।

মিলামিচা, আদান-প্ৰদান, অহা-যোৱা, আহ-যাহ।

হলি-গলি, হৰিল-গৰিল, মিলা-প্ৰীতি।

পৰিচয়পত্ৰ।

নামধাম, ঠিকনা।

**বিণ.** চিনাকি, পৰিচিত, সুপৰিচিত; পৰিচায়ক, পৰিচয়দানকাৰী। বিদিত, সুবিদিত।

**বিণ./বি.** চিনা-জনা, জনা-শুনা।

**৬০২ পৰিচয়াভাৱ**

**বি.** অপৰিচয়, অপৰিচিতি, পৰিচয়াভাব।

**বিণ.** অপৰিচিত, অচিন, অচিনাকি, নিচিনা, নিচিনা-নজনা, নজনা, নজনা-নুশুনা।

অজ্ঞাতকুলশীল, নামগোত্ৰহীন, পৰিচয়হীন, অচিন, অচিন-অজান, অজ্ঞাতনামা, অখ্যাতনামা।

**৬০৩ বন্ধুত্ব**

**বি.** বন্ধুত্ব, বন্ধুতা, বন্ধুভাব, মিত্ৰতা, মি[illegible]ৰতি, মৈত্ৰী, সখ্য, সখিত্ব, মিতালি, ভালৰি, দোস্তি। কুটুম্বিতা, আপোনভাব। ভাব, সদ্ভাব, সম্প্ৰীতি, প্ৰীতি।

বন্ধুবাৎসল্য, মিত্ৰবাৎসল্য, বন্ধুপ্ৰীতি, সখ্যভাব, সখিত্ব।

ঘনিষ্ঠতা, সংস্ৰব, সংসৰ্গ।

অন্তৰঙ্গতা, হৃদ্যতা, সৌহাৰ্দ্য। আত্মীয়তা, ঘনিষ্ঠতা, মিতিৰালি।

সহমৰ্ম্মিতা, সমমৰ্ম্মিতা। একাত্মতা, একাত্মবোধ।

সখা, সখি, সখী (স্ত্ৰী); সজনী, সঙ্গিনী। হৰিভকত; সঙ্গী-ভকত। মিত্ৰ, ইষ্ট-মিত্ৰ, ইষ্ট-কুটুম্ব, বাপ-ভাই। বন্ধু, বান্ধৱ, বন্ধু-বান্ধৱ, সুহৃদ, আত্মীয়, মিতিৰ, মিতিৰ-কুটুম্ব, কুটুম, কুটুম্ব, কুৰ্ম্মা।

মিতা, বান্ধ, বান্ধৈ, ভায়া, বুকুৰ বান্ধৈ, দোস্ত, দোচ, দিলৰ দোস্ত। প্ৰাণ-বন্ধু, প্ৰাণ-ধন, সুহৃদ, সুহৃদ্বৰ, বয়স্য।

আইৰ ফালৰ কুটুম। সাজি-সখি, সখি-সাজি, নোওৱা-ধোওৱা সখি, ঘটধৰা সখি। হৰি-হৰ আত্মা।

জ্ঞাতি, গিয়াতি, গোট-জ্ঞাতি।

বাল্যবন্ধু; সহপাঠী বন্ধু। লগ, লগ-ভাগ, লগৰীয়া। সাঙ্গোপাঙ্গ, লটবহৰ।

**বিণ.** বন্ধুত্বপূৰ্ণ, সৌহাৰ্দ্যমূলক, সৌহাৰ্দ্যপূৰ্ণ, সম্প্ৰীতিমূলক, ঘনিষ্ঠ, আপোন, জয়জনমী, অন্তৰঙ্গ, সহৃদয়। সনা-পোটকা, সনা-পিঠা, নলেগলে লগা।

**বিণ./বি.** প্ৰিয়, প্ৰিয়পাত্ৰ; লাহৰী, সুৱাগী।

বহনা, সোণাই, চেনাই, চেনাইটি।

**৬০৪ প্ৰণয়**

**বি.** প্ৰণয়, প্ৰেম, ভালপোৱা, অনুৰাগ, পিৰীতি, প্ৰীতি, মহব্বত, আসক্তি, অনুৰক্তি, টান, মোহ, আকৰ্ষণ। অভিসাৰ।

প্ৰেমানুৰাগ, প্ৰেমানুভৱ, প্ৰণয়াসক্তি, প্ৰেমাসক্তি; প্ৰেমাগ্নি, প্ৰেমানল।

আদৰ; কামভাব; সোহাগ, আদৰ-সোহাগ।

লেণ্ডেৰা-লেণ্ডেৰি কৰা—।

পূৰ্বৰাগ।

প্ৰণয়গ্ৰন্থি; প্ৰেমবন্ধন, প্ৰেমপাশ।

প্ৰেমদৃষ্টি। প্ৰেমালাপ, প্ৰণয়ালাপ, বিশ্ৰম্ভালাপ, ৰসালাপ।

চেনেহী, মৰমী। বহনা; চেনাই, চেনাইটি, ধন।

প্ৰেমপত্ৰ। প্ৰেমাশ্ৰু, প্ৰেমধাৰা।

প্ৰণয়াভিমান।

প্ৰেমবাণ, কামবাণ, কামশৰ, মদনৰ শৰ।

অবৈধপ্ৰণয়, অবৈধপ্ৰেম, পৰকীয়াপ্ৰেম।

ৰতিক্ৰিয়া, সঙ্গম, শৃঙ্গাৰ।

**বিণ./বি.** প্ৰেমিক, প্ৰেমাস্পদ, প্ৰণয়াস্পদ, দয়িত, প্ৰণয়ী, প্ৰেয়, প্ৰেমী, প্ৰিয়, প্ৰেমপাত্ৰ; প্ৰিয়তম; প্ৰেমাসক্ত, প্ৰণয়াসক্ত, বল্লভ, কান্ত; প্ৰাণনাথ, প্ৰাণবল্লভ, প্ৰাণেশ্বৰ, বঙহৰ দেও।

প্ৰেমিকা, প্ৰণয়িনী, দয়িতা, প্ৰেয়সী, প্ৰিয়া, প্ৰিয়তমা, প্ৰেমপাত্ৰী, প্ৰেমাসক্তা, প্ৰণয়াসক্তা। অভিসাৰী।

নায়িকা [ প্ৰোষিতভৰ্তৃকা; কলহান্তৰিতা; খণ্ডিতা; অভিসাৰিকা; বাসসজ্জা, বাসকসজ্জা, বাসকসজ্জিকা; বিপ্ৰলব্ধা ];

ধীৰা, ধীৰাধাৰা।

নায়ক [ ধীৰোদ্ধত, ধীৰোদাত্ত ]।

অনুৰাগী, অনুৰক্ত; মুগ্ধ।

অনুৰাগিনী, অনুৰক্তা, আসক্তা; মুগ্ধা।

সজনী, সখী, সঙ্গিনী।

ব্যভিচাৰী, লম্পট; ধেমনা, বটলা, উপ-পতি, নাগৰ, পৰপুৰুষ, পৰপতি, ধদুৱা, চপনীয়া, লঠৰিয়া, গোভিয়া। অসতী, ব্যভিচাৰিণী, ধেমনী, বাটলু, ভ্ৰষ্টা, কুলটা, দ্বিচাৰিণী, স্বৈৰিণী, উপপত্নী।

পদু(দ্)লি-সুঙা।

৬০৫ স্নেহ

বি. স্নেহ, আন্তিক, চেনেহ, মমতা, মৰম, দৰদ, নেহা, বেথা, মৰম-চেনেহ, প্ৰীতি-অনুবন্ধ, স্নেহ-প্ৰীতি, চেনেহা-চেনেহি; আতোল-তোল কৰা—।

আদৰ, সাদৰ, আদৰ-সাদৰ, সুৰাগ, হেঁপাহ, খুদমুদি, আতি-পুতি, লাটি-পুটি, আতৌ-পুতৌ, আলহ-উদহ, আতোল-তোল।

বাৎসল্য, বৎসলতা, অপত্যস্নেহ। পিতৃস্নেহ, মাতৃস্নেহ, ভ্ৰাতৃস্নেহ, ভগ্নীস্নেহ।

মমত্ব, মমত্ববোধ।

আঁকোৱাল, আকোলা-আকুলি, সাবটা-সাবটি। প্ৰেমালিঙ্গন, স্নেহালিঙ্গন। মেৰাই ধৰা—, সাবটি ধৰা—, জপটিয়াই ধৰা—, গবামাৰি ধৰা—। স্নেহাশীৰ্বাদ, স্নেহাশিস। স্নেহবন্ধন, মায়াপাশ, মায়াবন্ধন।

প্ৰশ্ৰয়, লাই, আসে।

বিণ. স্নেহময়, স্নেহশীল, স্নেহশীলা (স্ত্ৰী), স্নেহপৰায়ণ, স্নেহবৎসল, চেনেহবা, মৰমিয়াল। বেথা লগা। বুকুজুৰণীয়া, হিয়াজুৰণীয়া। দৰদী।

বিণ. বি. প্ৰিয়পাত্ৰ, স্নেহভাজন, স্নেহাস্পদ, স্নেহধন্য, প্ৰিয়ভাজন, প্ৰীতিভাজন; লাহৰ, প্ৰিয়জন, প্ৰিয়, প্ৰাণাধিক, প্ৰাণপ্ৰিয়, জীউ-লাউ। পৰমপ্ৰিয়, সুপ্ৰিয়, প্ৰিয়তম। দুলাল, আতোল তোল। সোণামুৱা, সোণামুই (স্ত্ৰী)। বঙহৰ দেও।

লাহৰী, সাদৰী, মৰমী, চেনেহী, সোণজনী; সোণফেৰি। আদৰুৱা, আদেৰী। সুৰাগী, সোহাগী, সোহাগিনী, লাগী। চকুৰ মণি, হিয়াৰ মাণিক। সোণাই। পানেশৈ, ধন, জীউ, বহনা, চেনাই, জান, জানমণি, জানৈ, দিলজান। আপুতৰ পুত; আলাসৰ লাৰু।

দেহলাও, জীউলাও, হিয়াৰ আমঠু। দেহ ডুখৰি, দেহিখানি। আইটি, আইকণ, আইদেউ। বোপা, বোপাটি, বোপাই, আপুটি, মইনা; বোপাকণ, বোপাদেও।

হিয়াজালী। সোণটো, সোণটি, সোণকণ, সোণমণি।

স্নেহযোগ্য, আদৰণীয়।

লাইপোৱা।

ক্ৰি. বিণ. সাদৰে, সস্নেহে, আদৰি-সাদৰি, মৰমেৰে, বেথা লগাকৈ, হেঁপাহেৰে, আতৌ-পুতৌকৈ, আতি-পুতিকৈ, আথে-বেথে, আথ-বেথ কৰি, আথ-বেথকৈ, আলহ-দুলহকৈ, আলহ-উদহকৈ।

৬০৬ প্ৰৱণতা

বি. প্ৰৱণতা, স্পৃহা, প্ৰবৃত্তি, টান, আসক্তি, ধাউতি, অনুৰাগ, জেদ। প্ৰভাৱ, মাইৰ।

পক্ষপাত, পক্ষপাতিত্ব, পক্ষপাতিতা।

আকৰ্ষণ। নিচা, অভিৰুচি, অভিলাষ।

হাবিলাস, হাবিয়াহ, হেঁপাহ, ৰতি, ৰাগ, আসক্তি, নিচা; আগ্ৰহ। চ(ছ)খ, ঈপ্সা, অভীপ্সা।

বিণ. হেঁপেহুৱা, আকলুৱা।

বিণ./বি. আসক্ত, অনুৰাগী; জেদী।

৬০৭ ভদ্ৰতা

বি. ভদ্ৰতা, শিষ্টতা, সৌজন্য, ভব্যতা, শালীনতা, সুশীলতা। বিনয়, নম্ৰতা, অমায়িকতা।

লৌকিকতা।

শিষ্টাচাৰ, ভদ্ৰতাচৰণ, সদাচাৰ।

শ্লীলতা, শ্লীলতাবোধ।

ভদ্ৰতাবোধ, সৌজন্যবোধ।

সুৰুচি।

সামাজিকতা। লৌকিকতা। আনুষ্ঠানিকতা, বাহ্যিকতা।

বিণ. ভদ্ৰ, শিষ্ট; শোভনীয়, সৌজন্যপূৰ্ণ, সৌজন্যমূলক; সৌহাৰ্দ্যমূলক।

নম্ৰ; বিনীত; অমায়িক, সৰবৰহী।

বিণ/বি. ভদ্ৰ, সুজন, সজ্জন, শিষ্ট, ভব্য, ভব্য-গব্য। শিষ্টাচাৰী, সদাচাৰী, সদাচাৰপৰায়ণ। সাধু, সুশীল, সুবোধ। শান্ত, ধীৰ। মাৰ্জিত, সংস্কৃত, সু-সংস্কৃত, ৰুচিসম্পন্ন, সুৰুচিসম্পন্ন। সম্ভ্ৰান্ত। মিষ্টভাষী, মিঠামুখীয়া, সদালাপী।

ক্ৰি. বিণ. ভদ্ৰভাৱে, সবিনয়ে, নম্ৰভাৱে, অমায়িকতাৰে; থিৰে-জুৰে, মিঠা মুখেৰে।

৬০৮ অভদ্ৰতা

বি. অভদ্ৰতা, অভব্যতা, অশিষ্টতা, অসভ্যতা, অসৌজন্য, গ্ৰাম্য-কথা, অশ্লীলতা, ব্যাদপি, বেয়াৰ্দপি, বেয়াদপ, গোস্তাকি।

অবিনয়, ঔদ্ধত্য, ধৃষ্টতা। অপমান। অশ্ৰদ্ধা। দুৰ্ব্যৱহাৰ, অসদাচাৰণ, অসদাচাৰ, অসদ্ব্যৱহাৰ,

অশিষ্টাচাৰ; বদমাছি, বইজাতি, বজ্জাতি। আইচটি, আইচটি-হাইচটি।

নীচতা, ইতৰতা। অসামাজিকতা।

ঠাট্টা, বিদ্ৰূপ, ইয়াৰ্কি, পেং লাই, পেংচালি, ইন্তিকিং।

খেজালনি। ইতৰামি, ইতৰালি, ইতৰতা।

বিণ. অশালীন, অসৌজন্যমূলক।

অশ্লীল, কুৎসিত, জঘন্য।

বিণ./বি. অভদ্ৰ, অভব্য, জঠৰ্মঠং, অশিষ্ট, অসভ্য। খেচেৰা, বিজতৰীয়া, বিজাতৰীয়া, বিজতুৱা, অজাতৰীয়া, ঠহঠহীয়া, অমাৰ্জিত, আমঠ, ঢীঠা, কঠুৱা, গোঞোৰা, গোমোঠা, অসংস্কৃত। ইতৰ, নীচ। বজ্জাত, বইজাত, বইজ্জাত, বদমাছ।

ৰুচিহীন, বিকৃতৰুচি।

কটুভাষী, অপ্ৰিয়ভাষী। মুখচোকা, মুখ-আগলিকা।

লম্পুৱা; লম্পুৰী (স্ত্ৰী)।

অশোভনীয়, শোভা নোপোৱা, নুশুওৱা, ভাল নেদেখা, খাপ নোখোৱা, নিমিলা।

ক্ৰি. বিণ. অভদ্ৰভাৱে, বেয়াকৈ, অশিষ্টভাৱে, গোঙোৱা মাৰি, ঠহৰ কৰে।

৬০৯ ৰীতি-নীতি

বি. ৰীতি-নীতি, দা-দস্তুৰ, প্ৰথা, সজ, নিত-বাট, আচাৰ, ৰীতি, ঢং। পৰম্পৰা।

শাস্ত্ৰাচাৰ; ধৰ্ম্মাচাৰ; দেশাচাৰ, লোকাচাৰ। সামাজিক আচাৰ; আচাৰ-বিচাৰ, আচাৰ-ব্যৱহাৰ। চলন, আদব-কায়দা, গতি-বিধি, হাব-ভাব, ভাব-ভঙ্গী, চাল-চলন, ধৰণ-কৰণ, আচৰণ।

স্ত্ৰী-আচাৰ, বিধি, নিয়ম, বিধান, নিৰ্ব্বন্ধ, আইন।

প্ৰণালী, পদ্ধতি, প্ৰক্ৰিয়া।

সংস্কাৰ; ধাৰণা; কু-সংস্কাৰ, কু-প্ৰথা, কু-ৰীতি, কু-নীতি।

চাহেবিয়ানা। ভকতালি।

বিণ. বিহিত, যথাবিহিত, প্ৰথানুগ, প্ৰথানুগত, প্ৰথাগত, প্ৰথানুসাৰী; আনুষ্ঠানিক।

চলতি, প্ৰচলিত।

শাস্ত্ৰানুগ, শাস্ত্ৰবিহিত; বিধিসম্মত, বিধিগত। সংস্কাৰবদ্ধ।

আচাৰনিষ্ঠ, ৰীতি-নীতি মনা।

ক্ৰি. বিণ. বিধিমতে, যথাবিধি, প্ৰথানুসাৰে, প্ৰথানুসৰি, ৰীতিমত। যথাৰীতি, দস্তুৰমত, পুৰাদস্তুৰ, শাস্ত্ৰানুযায়ী, শাস্ত্ৰমতে। নিয়মকৈ, নিয়মমতে, যথানিয়মে, নিয়মত, নিয়মে, নিয়ম মাফিক, নিয়মানুযায়ী।

৬১০ অভিনন্দন

বি. অভিনন্দন, সম্বৰ্দ্ধনা। অভ্যৰ্থনা, সমাদৰ, ওলগ, ওলগনি।

প্ৰশংসা।

গুণগান, প্ৰশস্তি। আত্মশ্লাঘা, আত্মগৌৰব।

আপ্যায়ন। সম্ভাষণ।

অভিনন্দন-পত্ৰ, মানপত্ৰ, প্ৰশস্তি-পত্ৰ, প্ৰশংসা পত্ৰ, অভিনন্দনবাণী। শুভেচ্ছা জ্ঞাপন, শুভকামনা।

হাত-তালি, কৰতালি, চাপৰি; হস্তমৰ্দ্দন, হেণ্ডশ্বেক, হৰ্ষধ্বনি, হৰ্ষনাদ, হৰ্ষৰৱ, জয়ধ্বনি।

প্ৰশংসা, বাহবা দিয়া—।

আলিঙ্গন, সাবটা-সাবটি।

বিণ. অভিনন্দিত, সম্বৰ্দ্ধিত, প্ৰশংসিত। সমাদৃত। অভিনন্দনযোগ্য, অভিনন্দনীয়।

সম্মানিত।

সম্মানযোগ্য, সম্মানীয়।

বিণ./বি. সম্বৰ্দ্ধনাকাৰী।

৬১১ আহ্বান

বি. আহ্বান, আৱাহন, মাত, ডাক। ৰিং, উকি, গেৰি।

আমন্ত্ৰণ, নিমন্ত্ৰণ, তলব।

সম্বোধন।

হাত-বাউল, হাত-বাউলি।

আজান।

বিণ./বি. আহূত, আৱাহিত।

নিমন্ত্ৰিত, আমন্ত্ৰিত।

আহ্বায়ক, আহ্বানকাৰী, আৱাহনকাৰী।

নিমন্ত্ৰক, নিমন্ত্ৰণকাৰী, আমন্ত্ৰক, আমন্ত্ৰণকাৰী।

ক্ৰি. বি. ঠাৰে ঠাৰে, ঠাৰে-চিয়াঁৰে। গেৰিয়াই, ৰিঙিয়াই, উকিয়াই।

[বিপ.] অনাহূত, অনিমন্ত্ৰিত, অপহুতা; ৰবাহুত।

৬১২ আপ্যায়ন

বি. আপ্যাযন, আদৰ-আপ্যায়ন, আদৰ, আদৰ-যত্ন, অভ্যৰ্থনা, শোধ-পোছ, আথ-বেথ, আদৰ-সাদৰ, আল-পৈচান, সমাদৰ, হাত-মুখ ধুওৱা—, সোধন-পোচন, খুৱান-ধুৱান, খুউৱা-ধুউৱা, আলহ-উদহ, ল ল চ চ, ভাত-পানী খুওৱা। নেউৰি।

আদৰণ, আদৰণি, সম্ভাষণ, আদৰ-সম্ভাষণ, সাদৰ-সম্ভাষণ, সাদৰ-সম্ভাষা, আদৰ-সম্ভাষা, অভিনন্দন, সম্বৰ্দ্ধনা, সম্বৰ্দ্ধনা-জ্ঞাপন।

অতিথি সৎকাৰ, অতিথি সেৱা, আতিথ্য, অতিথি-পৰায়ণতা, অতিথিপৰিচৰ্য্যা, আতিথ্য-স্বীকাৰ।

ভোজ, ভোজ-ভাত খুওৱা—, ভোজমেল, প্ৰীতি-ভোজ; চাহ-মেল; নৈশভোজ।

আদৰণী মেল, আদৰণী সভা।

অভিনন্দন-পত্ৰ, আদৰণী-পত্ৰ।

অভ্যৰ্থনা সমিতি, আদৰণী সমিতি।

বিণ. আপ্যায়িত: অভ্যৰ্থিত, অভিনন্দিত, সম্বৰ্দ্ধিত। আদৰণীয়, অভ্যৰ্থনীয়।

বিণ./বি. আপ্যায়ণকাৰী, অভ্যৰ্থনাকাৰী, আদৰোঁতা।

৬১৩ শ্ৰদ্ধা

বি. শ্ৰদ্ধা, মান, মান-সৎকাৰ, সম্মান, মান-সম্মান, ভক্তি; গুৰুভক্তি।

সম্ভ্ৰম, সমীহ, সমাদৰ, মানন। অভিবাদন, গণাগন, গণিতা।

শ্ৰদ্ধা-জ্ঞাপন, শ্ৰদ্ধাপ্ৰদৰ্শন, শ্ৰদ্ধাৰ্ঘ্য নিবেদন, সম্মানপ্ৰদৰ্শন।

নমস্কাৰ, চালাম, প্ৰণাম, সাষ্টাঙ্গ প্ৰণাম, প্ৰণিপাত, তসলিম, কুৰ্নিছ। দণ্ডৱৎ, নতজানু হোৱা—।

পাদস্পৰ্শ কৰা—, মূৰ দোওৱা—, নতশিৰ হোৱা—, চৰণ চোৱা—, ভৰিত ধৰা—, সেৱা কৰা—, পদধূলি লোৱা—, পদসেৱা, পাদসেৱা, পদজল খোৱা—। প্ৰতিনমস্কাৰ।

বিণ. শ্ৰদ্ধাপূৰ্ণ, শ্ৰদ্ধাযুক্ত, ভক্তিপূৰ্ণ, সশ্ৰদ্ধ।

ভক্তিমূলক।

বিণ./বি. শ্ৰদ্ধেয়, শ্ৰদ্ধাস্পদ, শ্ৰদ্ধাভাজন, ভক্তিভাজন; সম্মানীয়,

সম্মানাৰ্হ; নমস্য, পূজনীয়; প্ৰাতঃস্মৰণীয়। মানী।
নমস্কাৰকাৰী, নমস্কৰ্ত্তা। মানস্তা, মানোতা।
শ্ৰদ্ধাবান, শ্ৰদ্ধাশীল, শ্ৰদ্ধালু, শ্ৰদ্ধান্বিত, শ্ৰদ্ধাপূৰ্ণ, ভক্তিমান। ভক্তিবিহ্বল; ভক্ত।
ক্ৰি. বিণ. শ্ৰদ্ধাৰে, ভক্তিভৰে, সভক্তিৰে, ভাবে-ভক্তিৰে, সসম্মানে।

৬১৪ অশ্ৰদ্ধা

বি. অশ্ৰদ্ধা, অৱজ্ঞা, অৱমাননা, উপেক্ষা, অৱহেলা, আওহেলা। অনাদৰ, অসন্মান, অপমান। গৰিহণা, গালি-গালাজ, কটূক্তি, নাকনি-কাণনি। লাঞ্ছনা, লঘু-লাঞ্ছনা, লাঞ্ছনা-গঞ্জনা।
শ্ৰদ্ধাহীনতা, শ্ৰদ্ধাশূন্যতা।
ঘৃণা, বিতৃষ্ণা, অনাস্থা, অভক্তি।
অপদস্থ কৰা—, উপহাস কৰা—, ব্যঙ্গ কৰা—, বিদ্ৰূপ কৰা—, টিটকাৰি দিয়া—, ধিক্কাৰ, ঠাট্টা, ইয়াৰ্কি, ঠাট্টা-ইয়াৰ্কি। নিন্দা। গৰিহা, গৰিহণা।
তৃণজ্ঞান, হেয়জ্ঞান, তুচ্ছজ্ঞান, উৎনিয়া, বুঢ়া-আঙুলি দেখুওৱা—, বৃদ্ধাঙ্গুষ্ঠ প্ৰদৰ্শন।
বিণ. অৱজ্ঞা প্ৰসূত। অপমানিত, অনাদৃত, অৱহেলিত, উপেক্ষিত। অৱজ্ঞাসূচক, অৱজ্ঞাপূৰ্ণ, অশ্ৰদ্ধাসূচক, অশ্ৰদ্ধামূলক, অশ্ৰদ্ধাপূৰ্ণ। হেয়, ঘৃণ্য।
নিন্দাসূচক, অপমানসূচক। লাঞ্ছিত, ঘৃণিত।
অপাঙক্তেয়।
ধিক্কাৰজনক; বিদ্ৰূপমূলক; বিদ্ৰূপাত্মক।
বিণ./বি. শ্ৰদ্ধাহীন, ভক্তিহীন। গুৰু-গোসাঁই নমনা, ডাঙৰ-সৰু বাচ-বিচাৰ নকৰা।
ক্ৰি. বিণ. অৱজ্ঞাৰে।

৬১৫ অনাদৰ

বি. অনাদৰ, অসাদৰ, স্নেহাভাৱ, অযত্ন, অযতন, হেলা, অৱহেলা, আওহেলা, অভক্তি।
দেখিব নোৱৰা—, চকুপাৰি দেখিব নোৱৰা—, চকুৰ কুটা দাঁতৰ শূল হোৱা—। নেওচা খোৱা—, নেওচনি খোৱা—, কেটেৰ-জেঙেৰ, কেটেৰা-জেঙেৰা, থেকেচ-নেকেচ কৰা—, কেটকেটনি, কেটেৰা মৰা—, থেকেচনি খোৱা—, দকচনি, দকচালি, গালি-গালাজ, শাও-শপনি।
নিৰ্দ্দয়তা, নিষ্ঠুৰতা।
বিণ. অনাদৃত, অধঃকৃত, নেওচা খোৱা।
অৱহেলিত, অযত্নপালিত, উপেক্ষিত। বঁহিয়া পৰা।
বিণ./বি. দয়া-মায়াহীন, নিষ্ঠুৰ, নিৰ্দ্দয়, নিমৰমিয়াল। য-ছেৰা, ঘাতুক।
ক্ৰি. বিণ. অনাদৰে-অৱহেলাই, ধূলিয়ে-মাটিয়ে বাগৰি, কৰ্কৰা-পঁইতা খাই, থেকেচনি-নেকেচনি খাই খাই, এবেহা খাই। অযতনে, অযত্নে, অযতনত।

৬১৬ অসদ্ভাৱ

বি. অসদ্ভাৱ, অপ্ৰীতি, অসূয়া, কুধাৰি, ঈৰ্ষা, খিয়াল, কপটালি, কপটতা, ভণ্ডামি, দ্বেষ, বিদ্বেষ। খেপা-খেপি, কপটা-কপটি, শত্ৰুতা, বৈৰিতা।
বিণ. অসদ্ভাৱসূচক, ঈৰ্ষাপৰ, খিয়লীয়া, কপট, ভণ্ড। অপ্ৰসন্ন। আতাৰি।
বিণ./বি. শত্ৰু।

৬১৭ বিবাহ

বি. বিবাহ, বিয়াহ, শুভবিবাহ, বিয়া, পৰিণয়, শুভপৰিণয়, ছাদি, নিকাহ, পাত্ৰস্থ কৰা—। ঘৰ পতা—, ঘৰ কৰা—, ভাৰ পেলোৱা—, খোজা-বঢ়া, সাধনীভাৰ। আঙুঠি পিন্ধোৱা—দাৰপৰিগ্ৰহ, পাণিগ্ৰহণ।
কন্যাদান, সম্প্ৰদান, কন্যাদায়।
প্ৰজাপতিৰ নিৰ্বন্ধ; মালা বদল। মড়ল; বেইঘৰ, নোৱনী ঘৰ।
মাহ-হালধি ঘঁহা—।
বেই ঘূৰা—। শিৰত সেন্দুৰ লোৱা— । সংসাৰ পতা। সম্বন্ধ, মিতিৰ। ঘটকালি। বাগদান।
বিবাহবন্ধন, পৰিণয়সূত্ৰ।
জোৰা চোবা—।
সবৰ্ণবিবাহ। অসবৰ্ণ বিবাহ। অন্তৰ্বিবাহ।
জোৰোণ, পানী তোলা—, নোওৱা-ধুওৱা, দৈয়ন দিয়া—, সুবাগুৰি তোলা, গাঠিয়ন। শৰাই; দুণৰি।
দৰা আদৰা—। হোমপোৰা; সম্প্ৰদান। সাত পাক ঘূৰা। ঘৰ গছকা—। বিয়া ঘৰ; ৰভাতল, ৰভা-পৰলা। নামতী; বিয়া নাম; জোৰানাম। দৰা-কন্যা, দম্পতী, নৱদম্পতী। ফুলশয্যা। মধুচন্দ্ৰিকা। ন কন্যা, ন জোঁৱাই। আঠ-মঙলা।
যৌতক, যৌতুক, যুতক।
তোলনী বিয়া। ৰেজিষ্ট্ৰি বিয়া, চিভিল মেৰেজ।
বাল্যবিবাহ, কুমাৰী বিবাহ। গৌৰীদান।
হিন্দুবিবাহ। গান্ধৰ্ববিবাহ।
স্বয়ংবৰ সভা।
বিধবা বিবাহ। পুনৰ্বিবাহ, পুনৰ্ভূ। পৰপূৰ্ব্বা।
বিণ./বি. বিবাহযোগ্য; বিবাহযোগ্যা।
অবৰুণীয়া।
বাগ্দত্তা।
বিবাহিত; বিবাহিতা, পৰিণীতা। বেইতা।
সম্প্ৰদানকাৰী, সম্প্ৰদাতা।
কন্যাদায়ী।
বিণ. বৈবাহিক; দাম্পত্য।
[বিপ.] বিবাহবিচ্ছেদ, ডাইভোৰ্চ, তালাক, পতিত্যাগ, পত্নীত্যাগ।

**৬১৮ স্বামী**

**বি.** স্বামী, পতি; বৰ, দৰা। পৈ, পৈয়েক, গিৰিয়েক, মতা। গিৰি, গৃহস্থ, গিৰিহঁত; ভৰ্ত্তা, ভাতাৰ; জীৱন-সঙ্গী।
স্বামিত্ব, পতিত্ব।
পতিগৃহ, স্বামীগৃহ।

**৬১৯ স্ত্রী**

**বি.** স্ত্রী, মাইকী, তিৰী। গৃহিণী, ভাৰ্য্যা, পত্নী, ঘৈণী, সহধৰ্ম্মিনী, সধৰ্ম্মিনী, দাৰা, জীৱন-সঙ্গিনী, জীৱন-লগৰী, অৰ্দ্ধাঙ্গিনী, ধৰ্ম্মপত্নী, পৰিবাৰ, গৃহলক্ষ্মী।
জানানা, বিবি, বেগম, বেগম চাহেবা, মেমচাহেব।
ল'ৰাহঁতৰ মাক; ঘৰ-শুৱাই।
সধৱা, আয়তী, সীমন্তিনী।
স্ত্রীৰত্ন, কুলবধু, কুলস্ত্রী, কুলনাৰী, গৃহবধু। পুৰস্ত্রী। পতিব্রতা, পতিপৰায়ণা, পতিপ্ৰাণা, স্বামীশুৱা; সুভাগী, সাধবী, সতী, সতীসাধবী, সতীসাবিত্রী, সতীলক্ষ্মী।
সতীত্ব, পাতিব্ৰত্য, সতীধৰ্ম্ম।
পৰস্ত্রী, পৰদাৰ, পৰপত্নী, পৰনাৰী; পৰবাসু, উপপত্নী।

**ক্রি. বিন.** সপত্নীক, সস্ত্রীক, সপৰিবাৰে, সভাৰ্য্যে।

**৬২০ কৌমাৰ্য্য**

**বি.** কৌমাৰ্য্য, কৌমাৰ।
কুমাৰীত্ব

**বিণ./বি.** অবিবাহিত, কুমাৰ, চিৰকুমাৰ, অকৃতদাৰ। আবিয়ৈ; খুকুৰা, থুপৰা, থুপৰী (স্ত্রী)।
অবিবাহিতা, কুমাৰী, চিৰকুমাৰী।

**৬২১ পতিহীনতা**

**বি.** পতিহীনতা; বৈধব্য, বৈধব্যদশা, বিধৱাৱস্থা। বালবিধৱা।

**বিণ./বি.** বিধৱা, স্বামীহীনা, পতিহীনা, বাঁৰী।
বালবিধৱা।

[বিপ.] বিপত্নীক, পত্নীহীন, মৃতদাৰ, বৰলা।

**৬২২ সতিনী**

**বি.** সতিনী, সপত্নী।
সতিয়ৰী।

**বিণ.** সতিয়ৈ।

**৬২৩ উপপত্নী**

**বি.** উপপত্নী, ৰক্ষিতা, গণিকা, ধেমনী, বাটলু, মাগী, বেশ্যা, বাৰে-পৈয়াঁতী, বাৰেঘৰী, সাতভাতেৰী। চটাই-পাখৰী, ভ্ৰষ্টা, নষ্টা, কুলটা, ব্যভিচাৰিণী, স্বৈৰিণী, নাগৰী, নাটেশৰী, পতিতা, বাৰাঙ্গনা, বাৰনাৰী, বাৰবণিতা, বাৰবধু, বাৰবিলাসিনী, কুটিনী, কুটনা, কুটনী (স্ত্রী), কুঠুনী, দেহোপজীৱিনী, পণ্যাঙ্গনা, পুংশ্চলী, নটী, নটিনী, বনৰী, ডাং-কাটী, ৰাণ্ডী, ৰাজহী। খাৰছাই, খাৰ্চাই।
গণিকাবৃত্তি, বেশ্যাবৃত্তি।
পৰদাৰাসক্তি, হুতালি-বটালি; পৰনাৰীগমন, পৰস্ত্রীগমন, পৰদাৰগমন।
গণিকালয়, বেশ্যালয়, পতিতালয়, বেশ্যাপল্লী, বেশ্যাপাড়া, নটীপাড়া, নিষিদ্ধপল্লী, ৰেড লাইট এৰিয়া। বেশ্যালি।

**বিণ.** পাৰদাৰিক, পৰদাৰাসক্ত, পৰস্ত্রীৰত, বেশ্যাসক্ত।

**৬২৪ সংসাৰ**

**বি.** সংসাৰ; গৃহবাস, সংসাৰ-বাস, সংসাৰ ধৰ্ম্ম; দুনিয়াদাৰী; গৃহস্থালী, গৃহস্থি, ঘৰসংসাৰ, গৃহবাস, গৃহী হোৱা—।
গৃহস্থজীৱন, গাৰ্হস্থ্যজীৱন; গৃহাশ্ৰম, গৃহস্থাশ্ৰম।
গাৰ্হমেধ [বেদাধ্যয়ন, অগ্নিহোত্ৰ; পিতৃতৰ্পণ, ভূতবলি, অতিথিসৎকাৰ]।
গৃহকৰ্ম্ম, গৃহকাৰ্য্য; লাঙনি-পাঙনি। সংসাৰযাত্ৰা।
সংসাৰবন্ধন, সংসাৰমায়া; মায়াবন্ধন। সংসাৰসমুদ্ৰ।
গৃহবাস।

**বিণ.** সাংসাৰিক, পাৰিবাৰিক।

**বিণ./বি.** সংসাৰী, গৃহস্থী, গৃহস্থ, গৃহবাসী, গৃহী, গৃহাশ্ৰমী। গৃহবাস। গাৰ্হস্থ্য। সংসাৰাবদ্ধ, গৃহাসক্ত, ঘৰগোনা, ঘৰ-বন্দী। ঘৰগিৰী, গৃহ-স্বামী। সংসাৰী। তিৰিলগীয়া।
গৃহিণী, সুগৃহিণী, গৃহ-লক্ষ্মী।

**৬২৫ সন্তান**

**বি.** সন্তান, অপত্য, সতি-সন্ততি, সতি-সন্তান, ল'ৰা-ছোৱালী, বেটা-বেটী, পুত্ৰ-কন্যা, ছাহা-বাহা, ছাৱ-পুতাই, পো-পোৱালি, ছা-ছলি, ছানা-পোণা, শাৱক, ল'ৰা-দামুৰি, ল'ৰা-লুৰি, পোৱালি।
পো, পো-জী, পুত্ৰসন্তান, বালক, বালিকা (স্ত্রী), পুত্ৰসন্ততি।
কন্যাসন্তান, কন্যাসন্ততি।
নাতি-পুতি।
বংশধৰ, উত্তৰপুৰুষ।
সন্তানস্নেহ, অপত্যস্নেহ।
দত্ত, দত্তক পুত্ৰ। তোলনীয়া ল'ৰা। পোষ্যপুত্ৰ। তোলনীয়া ছোৱালী।
সঁতিয়া পো; সঁতিয়া জী। সাপত্ন।
ল'ৰা, মতা ল'ৰা, গভুৰা, দায়াদ, পুত্ৰ, পুতাই, আপা, তনয়, নন্দন, কুমাৰ, কোঁৱৰ।
কন্যাসন্তান, কন্যা, ছোৱালী, আপী। জী, জীয়াৰী। বেটী, দুহিতা, তনয়া, কুমাৰী, কুঁৱৰী।
চোক্লোৰা; চুকুৰী (স্ত্রী)।
সুপুত্ৰ, সু-সন্তান। দুহিতা।
কু পুত্ৰ, কু সন্তান, কুলাঙ্গাৰ। ত্যাজ্য পুত্ৰ।
জাৰজ, জহৰা, কানীন, ক্ষেত্ৰজপুত্ৰ।

কোলাৰ কেঁচুবা; পেটৰ পোৱালি। পেট-মচা।
বিণ. সন্তানোপম, সন্তানবৎ।
বিণ./বি. সন্তানৱতী; পুত্ৰৱতী। সবৎসা, সবৎস।
যমজ, যঁজা।

**৬২৬ অনপত্যতা**

বি. অনপত্যতা, সন্তানহীনতা।
বিণ. সন্তানহীনা; নিঃসন্তান, ডাং-মুঠীয়া, নিছুৰীয়া, সন্তানহীন, নিৰথুক, লাই-লেঠীয়া, অপুত্ৰক, আপুত, পুত্ৰহীন, বঁজা। অপুত্ৰিকা।
বন্ধ্যা, বাঁজী, আঠকুৰিয়া, আপুতি, আপুতী।
কাঠ-বাঁজী; বিয়ে-বাঁজী, কাকবন্ধ্যা, কাউৰী-বাঁজী।
আপুতৰ পুত।

**৬২৭ আই**

বি. আই, বৌটি, বৌ, মা, মাতা, জননী, মাতৃ, জন্মদাত্ৰী, জনমতী।
বিমাতা, বিমাতৃ, মাহীমাক, মাহীআই, সৰু আই, সৎমা, সঁতীয়া মা, ল'ৰি মাতৃ।
মাতৃত্ব। মাতৃ-কুল।
মাতৃ-কৰ্ম্ম, মাতৃ-তৰ্পণ। মাতামহ; মাতামহী। মাতৃহন্তা, মাতৃঘাতী। মাতৃহা, মাতৃকোষ। মাতৃ-গৃহ।
বিণ. মাতৃস্থানীয়া। জন্মদাত্ৰী, জনমতী।
সন্তানৱতী; পুত্ৰৱতী।

**৬২৮ পিতা**

বি. পিতা, পিতাদেউ (ও), পিতৃ, জনক, জন্মদাতা, পিতৃদেৱ; আব্বা, আব্বাজান। বাপ, বোপাই।
পিতৃত্ব।
পঞ্চপিতা [ জন্মদাতা; ভয়ত্ৰাতা, দীক্ষাদাতা; শহুৰ; অন্নদাতা ]।
পিতৃ-কৰ্ম্ম, পিতৃ-তৰ্পণ, পিতৃ-পিতামহ, পিতৃ-পুৰুষ। পিতৃলোক। পিতৃহন্তা, পিতৃঘাতী। পিতৃহা। পিতৃ-কোষ। পিতৃ-ধৰ্ম্ম, বাপদায়।
পিতৃ-পিতামহ; ককা; আতা; পুথাওঁ; ককাদেউতা।
পিতৃগৃহ, পিত্ৰালয়।
বিণ. পৈতৃক, বাপতীয়া, বাপতীকলীয়া; সাতামপুৰুষীয়া।
পিতৃস্থানীয়, পিতৃসম, পিতৃকল্প, পিতৃতুল্য, পিতৃবৎ।

**৬২৯ ভাই-ককাই**

বি. ভাই, ভ্ৰাতা, অনুজ, ভাইটি; সহোদৰ, সোদৰ, একেগৰ্ভী, স্বগৰ্ভী।
ভাই বোৱাৰী।
ককাইদেউ, দাদা, অগ্ৰজ।
নবৌ।
সঁতিয়ে ভাই; সঁতিয়ে ককাই।
বৈমাত্ৰেয়।
ভাই-শহুৰ, বৰজনা।
ভাই-ভাগী।
ভ্ৰাতৃত্ব, ভ্ৰাতৃত্ববোধ, ভ্ৰাতৃভাব, সৌভ্ৰাত্ৰ।
ভ্ৰাতৃস্নেহ, ভ্ৰাতৃপ্ৰেম, ভ্ৰাতৃবৎসলতা।
বিণ. ভ্ৰাতৃসুলভ, ভ্ৰাতৃপ্ৰতিম, সোদৰপ্ৰতিম, সহোদৰপ্ৰতিম। ভ্ৰাতৃবৎসল।

**৬৩০ বাই-ভনী।**

বি. বাই, বাইদেউ; বাইটি। দিদি। অগ্ৰজা।
বাইচাও, বাইচাদেও।
ভনী, ভগিনী, ভনীটি, ভন্টি, ভগ্নী। অনুজা।
ভিনিহি।
ভনী-জোঁৱাই। বৈনাই। জেঠেৰী, বৰগিৰী।

**৬৩১ আত্মীয়তা**

বি. আত্মীয়তা, স্বজনতা, মিত্ৰতা। আপিত্ব, আপিত, আপোনভাৱ।
তেজৰ সম্পৰ্ক।
জ্ঞাতি, গিয়াতি। কুৰ্ম্মা।
সাপিণ্ড। কুল; বংশ; পৰিয়াল। ঘৰোৱাহ।
পূৰ্ব পুৰুষ, পিতৃপুৰুষ। অৰ্জ্জমা।
চৰু পেলাব লগীয়া—, বৰত খাটিব লগীয়া—।
বিণ./বি. আত্মীয়, স্বজন, আত্মীয়-স্বজন, আপোন, পৰিজন।
সাত-সমধীয়া।
সগোত্ৰ, সগোত্ৰীয়। সবৰ্ণ।

**৬৩২ আত্মীয়-স্বজন**

বি. আত্মীয়, স্বজন, আত্মীয়-স্বজন, মিতিৰ, মিতিৰ-কুটুম, কুটুম, পৰিজন, আপোন মানুহ, পৰিয়াল, পৰিজন, আপোনজন, মিত্ৰ, আত্মীয়-কুটুম, আত্মীয়-কুটুম্ব, কুটুম্ব, ইষ্ট-মিত্ৰ, ইষ্ট-কুটুম্ব, জ্ঞাতি-কুটুম্ব, জ্ঞাতিভাই, পো-ভাই, লগা-ভগা, অণ্ডহী-বণ্ডহী।
বণ্ডহ, বৈ বণ্ডহ, বতি-বণ্ডহ।
গোট-জ্ঞাতি, বংশ-পৰিয়াল। তিনিকুল [ পিতৃকুল; মাতৃকুল; শ্বশুৰকুল]
আপোন, ঘনিষ্ঠ, জয়জনমী।
নিকটাত্মীয়, পৰমাত্মীয়।
ককা, আতা; আইতা, আথাও। আজো ককা; মূৰৰ দেউতা, আজো আইতা।
নাতি, নাতিপুতি, পৰিনাতি, আজোনাতি।
ককাই; ভাই। ভতিজা, ভতিজী (স্ত্ৰী)।
মোমাই, মোমাইদেউ; মাহ (স্ত্ৰী); মামী (স্ত্ৰী)।
পেহা; পেহী (স্ত্ৰী)।
বোপাই, পিতা, পিতাই, দেউতা, বৰদেউতা, বৰপিতা, বৰপিতাই।
আই, বৌ, বৌটি, মা। বৰ মা, (স্ত্ৰী), বৰবৌ (স্ত্ৰী)।
দদাই, দাইতি, খুড়া, পিতৃব্য। খুড়ী (স্ত্ৰী), খুড়ীটি (স্ত্ৰী), খুৰীটি (স্ত্ৰী)।

জেঠপেহা, জেঠো, জেঠা; জেঠাই (স্ত্ৰী)। মহা; মাহী (স্ত্ৰী)।
বৰজনা, জেঠোত, জেঠাল।
নিচাও, নিচাদেও, পথাও।
পো; জী। জোঁৱাই, জামাই। বিঁয়ৈ; বহিনাই, বৈনাই; শালপতি, দোহমতি। খুলশালী। শহুৰ; শাহু (স্ত্ৰী), শাহু আই। জেঠিয়ৈ, জেশাহু। ননদ, ননন্দ, ননন্দী। ভনী-জোঁৱাই, ভগ্নীপতি।
ক্ৰি. বিণ. সবান্ধৱে, সপৰিয়ালে।

**৬৩৩ অনাত্মীয়তা**

বি. অনাত্মীয়তা, সম্বন্ধহীনতা, অসঞ্চাৰ, সম্পৰ্কশূন্যতা, অসম্পৰ্ক।
পৰভাব। আলৈকৰ পালেক, এলেকৰ পেলেক। ক'ৰবাৰ কোনোবা।
বিণ. অনাত্মীয়, পৰ, সম্পৰ্কৰহিত, সম্পৰ্কহীন, সম্বন্ধহীন, অসম্পৰ্ক। অসমধ। বজুৱা, বাহিৰা।
অসম্বন্ধ। অসগোত্ৰ। এহেৰ-তেহেৰ।

**৬৩৪ আপোন**

সৰ্ব. মই; মোৰ, নিজৰ, স্ব, স্বয়ং, স্বতঃ। আত্ম।
বি. নিজস্বতা, স্বাতন্ত্ৰ্য, স্বকীয়তা, নিজত্ব।
অহংবোধ। মইত্ব, অহংভাব।
স্বকৰ্ম্ম, স্বকাৰ্য্য, আত্মকৰ্ম্ম, আত্মকাৰ্য্য।
আত্মপ্ৰকাশ, আত্মবিকাশ।
স্বমত, স্বাভিলাষ।
বিণ. নিজগৰী, নিজগৰীয়া। মোৰ, স্বীয়। আমাৰ, নিজৰ, নিজ, নিজা, নিজাপী, নিগাজী। আপোন, স্বকীয়, নিজতীয়া। স্বয়ং, স্বয়ংপ্ৰবৃত্ত। স্বতঃপ্ৰবৃত্ত।
খুদ, খোদ।
ক্ৰি. বিণ. নিজে, আপুনি, নিজে নিজে, ব্যক্তিগতভাৱে। আপোনা-আপুনি।
স্বেচ্ছাই, স্বেচ্ছাকৃতভাৱে।
নিজাকৈ, নিজৰকৈ, নিজাববীয়াকৈ।

**৬৩৫ পৰ**

বি./বিণ. কোনো, কোনো কোনো, কোনোবা, খেনো, খেতো। লোক।
বিণ. পৰ, পৰৰ, অন্য, আন, অন্যৰ, আনৰ, আনক, লোকৰ, লোকক; ভিন্ন; ইতৰ। অনাত্মীয়, নিলগীয়া। বেলেগতীয়া, বিলগতীয়া, বেলেগ, নিলগ, আলগ; ব-ছেৰা। পৰকীয়া।
কাৰোবাক; কাৰ, কাৰোবাৰ; খেতোক, কাকো। আক-তাক, আনক, ইটো-সিটোক।
বিণ./বি. বিদেশী, পৰদেশী।
সৰ্ব. কেও, কেউ।
কেৱে, কোনেও।
ক্ৰি.বিণ. বেলেগে, বেলেগকৈ; পৃথকে, পৃথককৈ;
আলগে, আলগকৈ; নিলগে, নিলগকৈ।

**৬৩৬ প্ৰতিনিধি**

বি. প্ৰতিনিধি, প্ৰতিভূ, এজেন্ট, ডেপুটি; প্ৰক্সি, সলনি। দূত, কটকী, টেকেলা, চৰ; ৰাজদূত, ৰাজপ্ৰতিনিধি, ৰাষ্ট্ৰদূত, এম্বেছাডৰ; কনসাল।
জনপ্ৰতিনিধি; বিধায়ক, এম. এল, এ; এম পি।
উকিল; মোক্তাৰ; এটৰ্নি।
ডেলিগেট।
প্ৰতিনিধিত্ব।
দৌত্য, দূতগিৰি।
প্ৰতিনিধি সভা; লোকসভা; বিধানসভা।
বিণ. প্ৰতিনিধিত্বমূলক।

**৬৩৭ তত্ত্বাৱধান**

বি. তত্ত্বাৱধান, তদাৰক, তদ্বিৰ, অভিভাৱকতা, অভিভাৱকত্ব।
দেখা-শুনা, চোৱা-চিতা, ৰক্ষণাবেক্ষণ। অভিভাৱক, অভিভাৱিকা (স্ত্ৰী)।
দায়, দায়িত্ব, দায়-দায়িত্ব, দায়িত্বভাৰ। ভাৰ, মহাভাৰ। জাৰবানাহ।
বিণ./বি. তত্ত্বাৱধায়ক, তত্ত্বাৱধানকাৰী, দিহদাৰ। পট্টাদাৰ; ইজাৰদাৰ। চৰ্দাৰ; মুখিয়াল; অধিকৰ্ম্মিক।
বিণ. তদাৰকী।

**৬৩৮ প্ৰতিপালন**

বি. প্ৰতিপালন, পালন, লালন-পালন, পৰিপালন, পোষণ, পোহন, পৰিপোষণ, পোহন-পালন, ভৰণপোষণ, পোহ-পাল, আশ্ৰয়।
ভাত-কাপোৰ, অন্ন-বস্ত্ৰ, খোৱা-পিন্ধা, থকা-খোৱা।
পোষ্যপুত্ৰ; পোষ্যপুত্ৰী; পালিতাকন্যা; দত্তকপুত্ৰ।
বিণ. প্ৰতিপালনীয়, পোষ্য।
বিণ./বি. প্ৰতিপালিত, পৰিপালিত, আশ্ৰিত, পৰিপোষিত, লালিত-পালিত।
প্ৰতিপালনকাৰী, প্ৰতিপালক, পালক, পোষক, পৰিপালক।
পোহোঁতা, পোহপাল দিওঁতা।
অন্নদাতা। মালিক।
ক্ৰি. বিণ. লালি-পালি, লালন-পালন কৰি, তুলি-তালি, গু-মূত ধুই।

**৬৩৯ অনাথ**

বিণ. বি. অনাথ।
পিতৃহীন; মাতৃহীন; মাউৰা; মাউৰী। ঘাট-মাউৰা, ঘাট-মাউৰী।
নিঃসহায়, অসহায়।
আশ্ৰয়হীন, নিৰাশ্ৰয়, নিঃসম্বল। সম্বলহীন।
অনাথিনী; অনাথা।
অনাথ-আশ্ৰম।

৬৪০ জাতি
বি. জাতি। ৰাষ্ট্ৰ। স্বদেশ
উপজাতি। সম্প্ৰদায, সমাজ।
জাতীয়তা, জাতীয়তাবাদ, জাতীয়তাবোধ, জাত্যাভিমান।
স্বাদেশিকতা।
স্বজাতি, সমজাতি, সমজাতীয়তা, সমজাতীযত্ব, একজাতীয়তা।
জাতীয় ঐক্য, জাতীয় সংহতি, সাম্প্ৰদায়িক সংহতি, সাম্প্ৰদায়িক সম্প্ৰীতি, সাম্প্ৰদায়িক মিলা-প্ৰীতি, সাম্প্ৰদায়িক বুজাপৰা। অখণ্ডত্ব, অখণ্ডতা, একাত্মতা।
জাতীয় চৰিত্ৰ। জাতিধৰ্ম্ম। জাতীয় বৈশিষ্ট্য।
বিণ জাতীয়, জাতিগত।
ৰাষ্ট্ৰীয। সামাজিক।
সমজাতীয়। অন্তৰ্জাতীয।
বিণ./বি. জাত্যাভিমানী।
৬৪১ জাতি, জাত, সম্প্ৰদায়
বি জাতি। প্ৰজাতি। গণ। জাতিতত্ত্ব, বৰ্ণতত্ত্ব, এথনোলজি।
আৰ্য্য। অনাৰ্য্য, দ্ৰাবিড়।
জাতিভেদ, জাতিবৈষম্য, বৰ্ণদ্বেষ, বৰ্ণবিদ্বেষ, বৰ্ণভেদ, জাতিবিদ্বেষ, জাতি-বিৰোধ।
জাত, জাত-কুল, কুল, গোত্ৰ, জাত-পাঁত, বংশ। খেল, ফৈদ।
জাত এৰা—, জাত মৰা—।
অস্পৃশ্যতা, স্পৰ্শ দোষ।
সম্প্ৰদায়, গোষ্ঠী।
সমাজ।
সাম্প্ৰদায়িকতা। আঞ্চলিকতা। প্ৰাদেশিকতা।
বিণ. সাম্প্ৰদায়িক; সম্প্ৰদায়ভুক্ত। আঞ্চলিক।
বিজাতীয়, বিজতুৱা।
৬৪২ জাতি বৈচিত্ৰ্য
বি. উপজাতি; আদিবাসী; ট্ৰাইব।
পাৰ্ব্বত্যজাতি, পাহাৰী জাতি।
জনজাতি।
মিচিং, বড়ো; ৰাভা; ৰাজবংশী; টিৱা; কাৰ্বি; গাৰো; কোচ; আও (নগা); আঙ্গামী (নগা); কুকি (নগা); মিজো, চাওতালী, ভুটিয়া; গুৰখা, গোৰ্খা; খেৰপা। কোল; ভীল, মুণ্ডা; ডোগৰি।
অসমীয়া, বঙালী, মাৰাঠী, মণিপুৰী; গুজৰাটী; পাঞ্জাবী; ৰাজস্থানী, ৰাজপুত, মাৰোৱাৰী, গড়োৱালী; সিন্ধি; কাশ্মীৰী; বিহাৰী, উৰিয়া, তামিল, তেলেগু; কোঙ্কনি, কৰ্ণাটকি (ইত্যাদি বিভিন্ন ৰাজ্যৰ বিভিন্ন জাতি)।
শক, হুন, মোগল, পাঠান।
৬৪৩ বংশ
বি বংশ, কুল।
বৰ্ণ, গোষ্ঠী, ফৈদ। গগ।
পৰিবাৰ।
পুৰুষ, প্ৰজন্ম, বংশানুক্ৰম।
বংশ পৰম্পৰা, বংশধাৰা, পুৰুষানুক্ৰম। পুৰুষ পৰম্পৰা।
আদিপুৰুষ, পূৰ্ব্বপুৰুষ।
বোপা-ককা, আথাও-পুথাও। তিনি পুৰুষ। ন পুৰুষ।
সাত পুৰুষ। চৌধপুৰুষ।
বংশবিস্তাৰ, বংশবৃদ্ধি, বংশবৰ্দ্ধন।
বংশৰক্ষা, বংশত বাতি দিওঁতা—।
বংশধৰ, উত্তৰপুৰুষ।
বংশগতি, বংশ পৰম্পৰা।
বংশ পৰিচয়, কুল পৰিচয়, বংশাৱলী, বংশ লতা;
বংশানুচৰিত, কুলপঞ্জিকা।
কুলধৰ্ম্ম, কুলাচাৰ, কুল ক্ৰিয়া, কুলকৰ্ম্ম, কুলপ্ৰথা।
কুলপ্ৰধান, কুলাধিপতি, কুলপতি, কুলশ্ৰেষ্ঠ।
কুলগুৰু, কুলাচাৰ্য্য, কুলবিপ্ৰ, কুলপুৰোহিত।
বংশ মৰ্য্যাদা।
কুলত্যাগ, বংশ ত্যাগ, কুল-ছেদ, বংশ-ছেদ, কুলক্ষয়, বংশক্ষয়।
বংশবিবাদ, গৃহবিবাদ।
বিণ. বংশগত, পাৰিবাৰিক, কুলগত।
বংশোদ্ভৱ, কুলোদ্ভৱ, কুলসম্ভৱ।
বোপাকালৰ।
বিণ./বি. সগোত্ৰ, স্বজাতীয়, সমগোত্ৰীয়, সমজাতীয়।
উত্তৰাধিকাৰী, ওৱাৰিছ।
বংশগৌৰৱ, কুলগৌৰৱ, বংশতিলক, কুলতিলক, কুলমণি, কুলপ্ৰদীপ, কুলভূষণ, কুলচূড়ামণি।
কুলাঙ্গাৰ, কুলাধম, কুল কলঙ্ক; কুল কলঙ্কিনী।
কুলত্যাগী, কুলত্যাগিনী।

ক্রি.বিণ. সবংশে; সপৰিবাৰে; সপৰিয়ালে। বংশানুক্রমে, বংশাদিক্রমে।

**৬৪৪ সমাজ**

বি. সমাজ; মানৱসমাজ।
গোষ্ঠীবদ্ধতা, সমাজবদ্ধতা।
জনগোষ্ঠী, জনগণ, জনসাধাৰণ।
সামাজিকতা, লৌকিকতা।
সমাজসংস্কাৰ; সমাজসচেতনতা; সমাজকল্যাণ।
সমাজতত্ত্ব, সমাজবিজ্ঞান।
সমাজতন্ত্র।

বিণ. সামাজিক; গোষ্ঠীগত। সমজুৱা।
সমাজবদ্ধ, গোষ্ঠীবদ্ধ, দলবদ্ধ।
সমাজতান্ত্রিক।

বিণ./বি. সমাজতাত্ত্বিক, সমাজতত্ত্বজ্ঞ; সমাজবিজ্ঞানী।
সমাজহিতৈষী, সমাজসংস্কাৰক।
সমাজসচেতন।

**৬৪৫ উৎসৱ**

বি. উৎসৱ, উছৱ, পৰৱ, উছৱ-পৰৱ, পৰ্ব্ব, আনন্দোৎসৱ, মহোৎসৱ।
দুৰ্গোৎসৱ। ফল্গুৎসৱ।
বিহু [ বহাগ বিহু; কাতিবিহু; মাঘবিহু ]। বিহুবান।
উৰুকা। গৰু বিহু; মানুহ বিহু; [illegible]া বিহু; গোসাঁই বিহু; শাক বিহু; সাত বিহু।
সমাৰোহ, মেলা; কাৰ্নিভাল; ফিয়েস্তা, ফে'ট। প্ৰদৰ্শনী।
অনুষ্ঠান; সাংস্কৃতিক অনুষ্ঠান, বিচিত্ৰানুষ্ঠান।
বাৰ্ষিকী। বিবাহ-বাৰ্ষিকী; জন্মবাৰ্ষিকী; মৃত্যুবাৰ্ষিকী।
দিৱস, প্ৰতিষ্ঠা দিৱস।
প্ৰীতিভোজ; নৈশভোজ; ডিনাৰ; লাঞ্চ, মধ্যাহ্নভোজন।
চাহ মেল, টি পাৰ্টি।
বালিভাত, বনভোজ, পিক্‌নিক্। লগভাত, লগভোজ।
জন্মদিন, জন্মোৎসৱ, মিলনোৎসৱ, জয়ন্তী, জন্মজয়ন্তী।
ৰজতজয়ন্তী, স্বৰ্ণজয়ন্তী। হীৰক জয়ন্তী।
বিজয়োৎসৱ।
নাট্যোৎসৱ; চলচ্চিত্ৰোৎসৱ।

বিণ. উৎসৱমুখৰ।
বিহুৱা। বিহুমুখীয়া।
আনুষ্ঠানিক।

**৬৪৬ আভিজাত্য**

বি. আভিজাত্য, কৌলীন্য, বংশমৰ্য্যাদা, বংশ গৌৰৱ, খানদান।
উচ্চবংশ, সদ্বংশ, সম্ভ্ৰান্তবংশ।

বিণ. আভিজাত্যপূৰ্ণ; অভিজাতসুলভ।

বিণ./বি. অভিজাত, খানদানী, বুনিয়াদী, সম্ভ্ৰান্ত।

**৬৪৭ অকৌলীন্য**

বি. অকৌলীন্য, কৌলীন্যহীনতা, আভিজাত্যহীনতা।
নীচবংশ, হীনবংশ, নীচজাতি, ছোটজাত, অবংশ, অজাত।

বিণ./বি. নীচ, হীন, অধম, পতিত, অজাতৰীয়া, বিজাতৰীয়া, নীহ, নিকৃষ্ট, কুকুৰ-ধূলি।
অন্ত্যজ, হীনজন্মা, নীচাশয়। আওকঠীয়া।
অস্পৃশ্য, অচ্ছুৎ, পতিত; পামৰ।
অপাঙক্তেয়। ব্ৰাত্য; ব্ৰতভ্ৰষ্ট।
অসম্ভ্ৰান্ত, অনভিজাত।
অল্পজন, অল্পসৎ।
কুলভ্ৰষ্ট, কুলচ্যুত, বংশচ্যুত, বংশভ্ৰষ্ট, জাতিচ্যুত, জাতিভ্ৰষ্ট; সমাজচ্যুত। কুলাধম, নৰাধম।

**৬৪৮ ঐক্য**

বি. ঐক্য, একতা, সংহতি, ঐক্যবদ্ধতা, ঐকাত্ম্য, একাত্মতা, একত্ব, অভেদ।
একজাতীয়তা, একধৰ্ম্মিতা।
মিল, মিলা-প্ৰীতি, সমিল-মিল, মিলন।
দল, জোট, গোষ্ঠী, সংঘ।

বিণ. ঐক্যবদ্ধ, একত্ৰ, একজোট, একতাবদ্ধ; একত্ৰিত। একমত।
দলবদ্ধ, জোটবদ্ধ, সংঘবদ্ধ, গোষ্ঠীভুক্ত, সংহত, সুসংহত।
এজমালি।
[পাৰিবাৰিক গোষ্ঠী] একান্ন, একান্নবৰ্ত্তী।

ক্রি. বিণ. একত্ৰে, একেলগ হৈ, ঐক্যবদ্ধভাৱে, মিলিজুলি, সমিলমিলেৰে।

**৬৪৯ অনৈক্য**

বি. অনৈক্য, ঐক্যাভাৱ, ভেদ, বিভেদ, মতভেদ, মতদ্বৈধ, বিৰোধ।
অমিল, গড়-মিল, গৰমিল।
দ্বিমত, মতবিৰোধ, মতানৈক্য, অন্যমত, ভিন্নমত। ভেদবুদ্ধি, বিভেদবুদ্ধি।

বিণ. বিভেদাত্মক, বিভেদমূলক, বিচ্ছেদমূলক, আঁহ-ফলা।

**৬৫০ নিঃসঙ্গতা**

বি. নিঃসঙ্গতা, একাকিত্ব, সঙ্গহীনতা, নিঃসঙ্গিতা।
নিৰলা, নিৰ্জ্জনতা। জনবিৰলতা, জনশূন্যতা।
নিটল, নিটাল, নিজম, নিৰল, নিজান।

বিণ. নিৰ্জ্জন, জনহীন, জনবিৰল, জনশূন্য, নিৰ্মনুষ্য, জনমানৱশূন্য, জনবসতিহীন, এৰা-পৰলীয়া। বিজন, নিভৃত, নিৰিবিলি,

নিৰলা, নিৰল। নিজঞ্জাল, নিমাওমাও, নিফুট, নিৰ্জ্জন, ৰিঙা, ৰিঙাৰিঙা। উকঙা।

বিণ./বি. নিঃসঙ্গ, সঙ্গীহীন, সঙ্গহীন, অসঙ্গ, অকলশৰ, অকলশৰীয়া, নীহকুটুমীয়া। অকল-কতীয়া, নিমুৰ-মুৰা। নিৰ্জ্জনতাপ্ৰিয়, নিৰলাপ্ৰিয়, আকালচৰ, ডাল-ডঙুৰা। একলা, অকল।

ক্ৰি. বিণ. অকলে, অকলে অকলে, অকলশৰে, অকলশৰীয়াকৈ, একলে, একেলায়; নিৰলে, বিৰলে, আকালচৰে। নিৰলে-নিজানে। নিৰলাত।

৬৫১ সংগঠন।

বি. সংগঠন, সংস্থা, প্ৰতিষ্ঠান।

সংসদ, পৰিষদ, এচোচিয়েশন, চোচাইটি, ইউনিয়ন, মৰ্চ্চা, মজলিচ, চেম্বাৰ। ফোৰাম, মঞ্চ, মণ্ডল, মণ্ডলী, চক্ৰ।

সমিতি; ক্লাব, সংঘ।

দল; গোষ্ঠী, জোট; ব্লক, ফ্ৰণ্ট।

সদস্যপদ, সভ্যপদ, সদস্যতা। সদস্য, সভ্য, পাৰিষদ, সভাসদ।

বিণ. সাংগঠনিক, প্ৰাতিষ্ঠানিক, সংসদীয়, পৰিষদীয়। দলীয়, দলগত, গোষ্ঠীগত।

বিণ./বি. সংগঠক, সংগঠনকাৰী।

আহ্বায়ক।

৬৫২ সভা

বি. সভা, মিটিং, মেল, মেল-মিটিং, সন্মিলন, সন্মিলনী, কনফাৰেন্স, বৈঠক, অধিবেশন; চক্ৰ, সভাসমিতি। মহাসভা। চেমিনাৰ, চিমপোচিয়াম, আলোচনাচক্ৰ। আলোচনা সভা। ওয়াৰ্কশ্বপ।

আসৰ, মজলিচ; মেহফিল।

সভাকক্ষ, সভাথলী, সভাগৃহ, সভাস্থল, সভামণ্ডপ।

স্মৰণসভা। শোকসভা। ধৰ্ম্মসভা। সাহিত্য সভা, কবি সন্মিলন।

সভাপতিত্ব, পৌৰোহিত্য।

সভাপতি, চেয়াৰমেন, অধ্যক্ষ। সভানেত্ৰী। মেলুৱাই, মেলুৱৈ, মেলেক, মেলেকী। সমজুৱা, সভাসদ, সভাজন। সদস্য।

বিণ. সভাসীন, সভাস্থ।

সভা-শুৱনি (নী)।

৬৫৩ সমিতি

বি. সমিতি, সভা, সমাজ, কমিটি; কাউন্সিল, বোৰ্ড, চিণ্ডিকেট; চিনেট; কৰ্ট।

কাৰ্য্যনিৰ্বাহক সমিতি, কাৰ্য্যকৰী সমিতি, এক্সিকিউটিভ কমিটী, এক্সিকিউটিভ কাউন্সিল।

পৰিচালক সভা, বোৰ্ড অব ডিৰেক্টাৰচ। গভৰ্ণিংবডি; মেনেজিং কমিটি।

মন্ত্ৰণাসভা।

উপসমিতি, উপসভা, উপসংসদ, চাবকমিটি।

কমিচন। তদন্তকমিটি, তদন্তকমিচন।

মন্ত্ৰীসভা, কেবিনেট।

পৰিচালক, ডিৰেক্টৰ।

কাউন্সিলাৰ।

সদস্য, মেম্বৰ।

৬৫৪ সভ্যতা

বি. সভ্যতা।

বিবৰ্ত্তন, ক্ৰমবিকাশ। বিবৰ্ত্তনবাদ।

প্ৰাচীন সভ্যতা; আদিম সভ্যতা, আধুনিক সভ্যতা, নব্য সভ্যতা। সিন্ধু সভ্যতা। মিচৰীয় সভ্যতা। বেবিলনীয় সভ্যতা। গ্ৰিক সভ্যতা। চৈনিক সভ্যতা। আৰ্য্য সভ্যতা।

বিণ. সভ্য, সুসভ্য।

৬৫৫ আদিমতা

বি. অসভ্যতা; আদিমতা; বৰ্ব্বৰতা।

প্ৰাচীনকাল।

আদিম মানব। গুহামানব।

অষ্ট্ৰেলোপিথেকাচ; ক্ৰো-মেগনন; গ্ৰিমালডি; জাভা; মেগানথ্ৰপাচ; নিয়ানডাৰথাল; পিকিং; পিথেকান থ্ৰপাচ; প্ৰেসিয়ান থ্ৰপাচ; ৰোডেশ্বিয়ান।

[প্ৰাগৈতিহাসিক প্ৰাণী] ডাইনোথেৰিয়াম; মেমথ; মাষ্টোডন; মেগাথেৰিয়াম; অৰনিথোচৰ; টেৰোডাকটিল; টেৰোচৰ; ষ্টেগাডন; টাইটানোথেৰিয়াম। ডাইনোচৰ, এলোচৰাচ; ব্ৰণ্টোচৰাচ; মেগালোচৰাচ; অৰনিথোপড; পালেওচৰ; প্ৰিডেনটাটা; ষ্টেগোচৰাচ।

বিণ. অসভ্য; আদিম; বৰ্ব্বৰ।

# ২৬ ৰাষ্ট্ৰ-প্ৰশাসন-ৰাজনীতি

**৬৫৬ ৰাষ্ট্ৰ**

**বি.** ৰাষ্ট্ৰ।
ৰাজ্য, দেশ; প্ৰদেশ; অঙ্গৰাজ্য, দেশীয় ৰাজ্য, কৰদ ৰাজ্য।
যুক্তৰাজ্য, যুক্তৰাষ্ট্ৰ; ইউনিয়ন; ফেডাৰেসন। সাম্ৰাজ্য, সুলতানেত।
মুলুক।
উপনিবেশ, কলোনি; ডমিনিয়ন।
জাতি। দ্বিজাতিতত্ত্ব।
স্বদেশ, স্বৰাজ্য, স্বৰাষ্ট্ৰ। ৰাজত্ব।
জাতীয় পতাকা, ৰাষ্ট্ৰীয় পতাকা।
নাগৰিকত্ব।
সাম্ৰাজ্যবাদ; সম্প্ৰসাৰণবাদ। ঔপনিবেশিকতাবাদ।
আন্তৰ্জাতিকতা।
ৰাষ্ট্ৰপ্ৰধান, ৰাষ্ট্ৰপতি। ৰাজ্যপাল।

**বিণ.** ৰাষ্ট্ৰীয়; ৰাজ্যিক; জাতীয়; দেশীয়, দেশী।
আন্তৰাষ্ট্ৰীয়; আন্তঃৰাজ্যিক; আন্তৰ্জাতীয়; আৰ্ন্তদেশীয়।
বহুজাতিক।
ঔপনিবেশিক। সাম্ৰাজ্যবাদী, সম্প্ৰসাৰণবাদী।
ৰাজ্যচ্যুত, ৰাজ্যভ্ৰষ্ট।

**৬৫৭ স্বাধীনতা**

**বি.** স্বাধীনতা, স্বৰাজ, স্বাতন্ত্ৰ্য, স্বতন্ত্ৰতা, অপৰাধীনতা।
সাৰ্ব্বভৌমত্ব, স্বাধিকাৰ, আজাদ, আজাদি।
আত্মনিয়ন্ত্ৰণ, স্বায়ত্তশাসন, স্ববশতা।
বন্ধনহীনতা, মুক্তি, স্বাৱলম্বন। ব্যক্তিস্বাধীনতা।
মুক্তিযুদ্ধ, মুক্তসংগ্ৰাম। স্বাধীনতা যুদ্ধ, স্বাধীনতা সংগ্ৰাম, স্বাধীনতা আন্দোলন, স্বৰাজ আন্দোলন, স্বদেশী আন্দোলন।

**বিণ.** স্বাধীন, স্বতন্ত্ৰ, স্বায়ত্ত, স্বতন্ত্ৰৰ, স্বতন্ত্ৰীয়া, অপৰাধীন।
নিৰপেক্ষ। বন্ধনহীন, উদন্তীয়া, অৰখীয়া, মুক্ত। স্বাৱলম্বী।
একচ্ছত্ৰী।
একাম্বৰী, মইমত, মইমতীয়া। দাম্ভিক, মইবৰ।

**৬৫৮ পৰাধীনতা**

**বি.** পৰাধীনতা, পৰবশতা, অধীনতা, বশ্যতা, পৰবশ্যতা, পৰনিৰ্ভৰতা। গোলামি, বন্দীত্ব, বন্দীদশা। বশ্যতা স্বীকাৰ।
বন্দী, বন্দীয়াৰ, কয়দী। বন্দিনী।
বন্দীশাল, কয়েদখানা, পোতাশাল, জেল; হাজোত।
গোলাম, ভৃত্য, চাকৰ, লগুৱা, লিগিৰা, লা-লিগিৰা। লিগিৰী।

**বিণ.** পৰাধীন, পৰবশ, অধীন।
বশীভূত, বাধ্য, পৰনিৰ্ভৰ। পৰাজিত। বন্দী। কৰায়ত্ত।
বশৱৰ্ত্তী, বশম্বদ।

**৬৫৯ দেশৰ বিভাগ**

**বি.** ৰাষ্ট্ৰ। প্ৰদেশ, ৰাজ্য। বিভাগ। জিলা। মহকুমা। থানা। অঞ্চল। ব্লক।
পঞ্চায়ত, গাঁও পঞ্চায়ত। জিলা পৰিষদ। মৌজা। মহল। তালুক।
দাগ। লাট, গাঁও, চুবা, চুবুৰী। কুচি (ছ)।

**৬৬০ ৰাজনীতি**

**৬৬০.১ বি.** ৰাজনীতি, ৰাজনয়, ৰাষ্ট্ৰনীতি।
কূটনীতি, কূটনৈতিকতা।
ৰাষ্ট্ৰবিজ্ঞান।
বিদেশ নীতি, বৈদেশিক নীতি।
কূটনৈতিক মিশন; দূতাবাস; হাইকমিসন; কনচুলেট।
ৰাজদূত, ৰাষ্ট্ৰদূত, কটকী, এম্বেচাডাৰ। হাইকমিচনাৰ।
কনচাল, কনচাল জেনাৰেল।

**বিণ.** ৰাজনৈতিক। কূটনৈতিক।

**বিণ./বি.** কূটনীতিবিদ, কূটনীতিক, কূটনীতিজ্ঞ।

**৬৬০.২ বি.** ৰাজনৈতিক দৰ্শন; ৰাজনৈতিক মতাদৰ্শ।
ৰাজতন্ত্ৰ। ধনতন্ত্ৰ, পুঁজিবাদ, কেপিটেলিজিম।
অভিজাততন্ত্ৰ।
সামন্ততন্ত্ৰ, ফিউডালিজিম। সামন্ত, সামন্ত প্ৰভু; জমিদাৰ; জোতদাৰ।
ভূমিদাস, বসতীয়া। চাৰ্ফ।
আধিয়াৰ, খন্দুৱা; ৰায়ত।
ব্যক্তিতন্ত্ৰ, ব্যক্তিবাদ।
ধ্ৰুববাদ, পজিটিভিজিম।
জাতীয়তাবাদ। ৰাষ্ট্ৰীয়তাবাদ।
ফেচীবাদ; নাৎসীবাদ। জাতীয়সমাজতন্ত্ৰ, টোটালিটাৰিয়ানিজিম।
স্বৈৰতন্ত্ৰ।
গান্ধীবাদ; সৰ্ব্বোদয়; অন্ত্যোদয়।
সত্যাগ্ৰহ; অসহযোগ আন্দোলন। অনশন ধৰ্ম্মঘট। নিৰস্ত্ৰ প্ৰতিৰোধ। মানৱতাবাদ, হিউমেনিজিম; ৰেডিকেল হিউমেনিজিম।
কৌটিল্যদৰ্শন। মেকিয়াভেলিবাদ।
উদাৰনৈতিকতা, উদাৰপন্থা।
হিতবাদ, ইউটিলিটেৰিয়ানিজম। বেন্থামিজম।

ৰেডিকেলিজিম।
বস্তুতন্ত্ৰ, জড়বাদ। চাৰ্বাকদৰ্শন।
প্ৰগতিশীলতা, বামপন্থা।
লোকতন্ত্ৰবাদ; গণতন্ত্ৰ।
সমাজতন্ত্ৰ, চ'চিয়েলিজিম, সাম্যবাদ; বলশ্বেভিজিম; কমিউনিজিম। মাৰ্ক্সবাদ, মাৰ্ক্সীয়দৰ্শন। লেনিনবাদ। মাওবাদ। নক্সালপন্থা। সন্ত্ৰাসবাদ। ৰাষ্ট্ৰীয় সমাজতন্ত্ৰ। ফেবিয়ান, চচিয়েলিজিম। সৰ্বোদয় সমাজতন্ত্ৰ। ইউটোপিয়ান চচিয়েলিজম।
শ্ৰেণী; সামাজিক শ্ৰেণী; শ্ৰেণীচৰিত্ৰ; শ্ৰেণীসংঘাত, শ্ৰেণীসংগ্ৰাম, শ্ৰেণীদ্বন্দ্ব। সৰ্বহাৰা, শোষিতশ্ৰেণী; মেহনতি জনতা, খাটিখোৱা শ্ৰেণী। বুৰ্জোৱা শ্ৰেণী। শ্ৰেণীহীন সমাজ।
উগ্ৰপন্থা, চৰমপন্থা।
বিপ্লব, ৰাষ্ট্ৰবিপ্লৱ, ৰাজদ্ৰোহ; গণ জাগৰণ; গণ বিক্ষোভ, গণ আন্দোলন। সামৰিক অভ্যুত্থান। বিপ্লববাদ। বিপ্লবীচেতনা, বিপ্লবী সত্তা।
সাম্ৰাজ্যবাদ। ঔপনিবেশিকতাবাদ।
নৈৰাজ্যবাদ; মাৎস্যন্যায়। নিহিলিজিম। বিচ্ছিন্নতাবাদ।
আঞ্চলিকতা।
দ্বৈৰাজ্য, ডায়াৰ্কি।
সাম্প্ৰদায়িকতা।
ব্যক্তিস্বাতন্ত্ৰ্যবাদ; লেছে ফেয়াৰ।
নিৰপেক্ষতা, গোষ্ঠীনিৰপেক্ষতা।
আন্তৰ্জাতিকতাবাদ।
বিণ. ধনতান্ত্ৰিক, পুঁজিবাদী।
অভিজাততান্ত্ৰিক।
সামন্ততান্ত্ৰিক, ফিউডাল। জমিদাৰি।
স্বৈৰতান্ত্ৰিক, ব্যক্তিকেন্দ্ৰিক।
স্বৈৰাচাৰী; অগণতান্ত্ৰিক।
বিণ./বি. বুৰ্জোয়া।
জমিদাৰ, সামন্ত।
দক্ষিণপন্থী, প্ৰতিক্ৰিয়াশীল। প্ৰতিবিপ্লবী।
জাতীয়তাবাদী।
ভাববাদী; আদৰ্শবাদী।
ৰক্ষণশীল; গোড়া।
ফেচিষ্ট; নাৎসী।
স্বৈৰতান্ত্ৰিক, স্বৈৰাচাৰী।
অহিংস, অহিংসাবাদী; গান্ধীবাদী। সত্যাগ্ৰহী।
অনশনব্ৰতী। অনশনধৰ্ম্মঘটকাৰী।
মানৱতাবাদী, হিউমেনিষ্ট।
উদাৰনৈতিক, উদাৰপন্থী।
ৰেডিকাল।
বস্তুবাদী, জড়বাদী।
সৰ্বহাৰা, খাটিখোৱা, শ্ৰমজীবী; কৃষিজীৱী।
প্ৰোলেটাৰিয়েত।
প্ৰগতিশীল। বামপন্থী।
সাম্যবাদী, চচিয়েলিষ্ট। কমিউনিষ্ট, বলশ্বেভিক।
মাৰ্ক্সবাদী, মাৰ্ক্সিষ্ট; লেনিনবাদী; মাওবাদী।
উগ্ৰপন্থী, চৰমপন্থী। নক্সালবাদী, নক্সালপন্থী। বিপ্লৱী, বিপ্লৱবাদী, বিপ্লৱপন্থী।
যুদ্ধবাদী, জঙ্গি, জিঙ্গোইষ্ট।
জিওনিষ্ট।
সাম্ৰাজ্যবাদী, সাম্ৰাজ্যলোভী; ঔপনিবেশিক; সম্প্ৰসাৰণবাদী;
ৰাজ্যলোলুপ; আগ্ৰাসনবাদী।
নৈৰাজ্যবাদী; মাৎস্যন্যায়ী। নিহিলিষ্ট।
বিচ্ছিন্নতাবাদী, বিভেদপন্থী।
সাম্প্ৰদায়িক।
নিৰপেক্ষ, গোষ্ঠীনিৰপেক্ষ। নিৰ্দ্দলীয়।
৬৬০.৩ বি. নিৰ্বাচন, ভোট, মতদান। ধ্বনিভোট।
প্ৰত্যক্ষ নিৰ্বাচন; পৰোক্ষ নিৰ্বাচন; উপনিৰ্বাচন।
সাধাৰণ নিৰ্বাচন। গণভোট।
ভোটাধিকাৰ।
ইস্তাহাৰ, নিৰ্বাচনী ইস্তাহাৰ।
ভোটপ্ৰাৰ্থী, নিৰ্বাচনপ্ৰাৰ্থী। নিৰ্বাচকমণ্ডলী, ভোটাৰ, নিৰ্বাচক, ভোটদাতা। ভোটাৰ তালিকা, ভোটাৰ লিষ্ট।
বেলট, বেলট পেপাৰ, বেলট বাকচ, বেলট বক্স।
মনোনয়ন পত্ৰ। আমানত।
নিৰ্বাচন প্ৰতীক; দলীয় প্ৰতীক; দলীয় চিহ্ন।
ভোটগ্ৰহণ কেন্দ্ৰ, পোলিং বুথ। পোলিং অফিচাৰ। ৰিটাৰ্ণিং অফিচাৰ।
ভোট গণনা। নিৰ্বাচন কমিছনাৰ।
নিৰ্বাচনী এলেকা।
বিণ. নিৰ্বাচনী।
৬৬০.৪ বি. ৰাষ্ট্ৰসংঘ, জাতিসংঘ, সাধাৰণ পৰিষদ; নিৰাপত্তা পৰিষদ।
৬৬১ ৰজা
বি. ৰাজতন্ত্ৰ।
ৰজা, মহাৰজা, ৰাজ-ৰাজেশ্বৰ, মহাৰাজ, নৃপতি, নৃপ, নৰেশ, নৰাধিপ, নৰেন্দ্ৰ, নৰদেৱ, ভূপতি, ভূপ, ক্ষিতীশ, চক্ৰৱৰ্ত্তী, ৰাজচক্ৰৱৰ্ত্তী, ক্ষিতিনাথ, ক্ষিতিপতি, ক্ষিতিপাল, ধৰণীপাল, ধৰণীপতি, মহীপাল, মহীপতি, অধিপতি, অধিৰাজ, অধীশ্বৰ, প্ৰজানাথ, প্ৰজাপালক। শাহ, বাদশাহ, বাদশা, পাটছা, পাটছাহ, পাৎশা, কেইজাৰ, জাহাপনা। ৰাণা, মহাৰাণা। নিজাম;

পেশোৱা। ৰাজাধিৰাজ; সম্রাট, ৰাজেন্দ্র, শাহানশাহ, ৰাজৰাজেশ্বৰ, ৰজা-মহাৰজা, ৰাজশেখৰ, ৰাজ-ৰাজোৱান, ৰাজ-ৰাজন্য; ৰাজন্য, সামন্তৰজা। ৰাজচক্ৰৱৰ্ত্তী, নৃপবৰ, নৃপমণি; নৃপচূড়ামণি।

ৰাণী, ৰাজ্ঞী, মহিষী, ৰাজৰাণী, মহাৰাণী, মহাদৈ, ৰাজৰাজেশ্বৰী, পাটৰাণী, পাটমাদৈ, পটেশ্বৰী, পটেছৰী, মাদৈ, কুঁৱৰী। সম্রাজ্ঞী, চুলতানা, বেগম।

ৰাজপুত্ৰ, ৰাজকোঁৱৰ, ৰাজকুমাৰ, যুৱৰাজ, ৰাজ-নন্দন, শাহজাদা। নবাবজাদা; কোঁৱৰ; পাট-কোঁৱৰ।

ৰাজকন্যা, ৰাজকুঁৱৰী, ৰাজকুমাৰী, ৰাজ-নন্দিনী, ৰাজদুহিতা, আইকুঁৱৰী, আই-কুঁৱৰীদেও, আইদেও। শাহজাদি, নবাবজাদি।

ৰাজ-মাও।

ৰাজশক্তি, ৰাজবল। ৰাজত্ব; ৰাজ্য। ৰাজকীয়তা।

ৰাজপ্ৰাসাদ, ধৌলিঘৰ, ৰাজকাৰেং, ৰাজপুৰী, ৰাজধানী। ৰাজভৱন, ৰাজগৃহ। ৰজাবাৰী, ৰাজবাৰী।

সিংহাসন, ৰাজ-পাট, ৰাজ-সিংহাসন, মচনদ।

মুকুট, কিৰীটি, ৰাজমুকুট।

ৰাজ-দণ্ড, ছত্ৰদণ্ড, ৰাজচ্ছত্ৰ।

ৰাজধানী।

ৰাজসভা, ৰাজ-দৰবাৰ, দৰবাৰ।

ৰাজবেশ, ৰাজ পোচাক।

ৰাজাজ্ঞা, ৰাজাদেশ। ৰাজপ্ৰসাদ, ৰাজানুগ্ৰহ, ৰাজানুকম্পা।

ৰাজকুল, ৰাজবংশ। ৰাজন্য।

অভিষেক, সিংহাসনাৰোহণ।

ৰাজধৰ্ম্ম [প্ৰজাপালন; দেশশাসন], ৰাজনীতি।

ৰাজ-গুৰু।

ৰাষ্ট্ৰদূত, ৰাজ-দূত, ৰাজ-প্ৰতিনিধি। দূত।

ৰাজ-ভক্তি।

ৰাজ-মন্ত্ৰী।

ৰাজদ্ৰোহ। ৰাজদণ্ড।

ৰাজভৃত্য, ৰাজসেৱক, ৰাজকৰ্ম্মচাৰী; ৰাজপুৰুষ। ৰাজবল্লভ।

বিণ. ৰাজকীয়; ৰাজযোগ্য, বাদশাহি, শাহি।

বিণ./বি. ৰাজভক্ত, ৰাজানুৰাগী।

অভিষিক্ত।

**৬৬২ প্ৰাধান্য**

বি. প্ৰধানতা, প্ৰাধান্য; গুৰুত্ব।

প্ৰভুত্ব, স্বামিত্ব, কৰ্তৃত্ব।

নেতৃত্ব, অধিনায়কত্ব।

বিণ. প্ৰধান, মুখ্য, ঘাই, অগৌণ; ডাঙৰ, শ্ৰেষ্ঠ।

বিণ/বি. ঘাইমূৰীয়া, বৰমূৰীয়া, সৰ্ব্বপ্ৰধান। অধিকৰ্ম্মিক, মুখিয়াল, চৰ্দাৰ, নেতা, প্ৰধান।

ক্ৰি. বিণ. প্ৰধানতঃ মুখ্যতঃ, প্ৰধানকৈ, ঘাইকৈ।

**৬৬৩ অপ্ৰধান**

বিণ. গৌণ; তুচ্ছ।

অধীন, অধীনস্থ, অধঃস্থ, অধঃস্তন, তলতীয়া।

লাপি-লুপা, সৰু-সুৰা।

নাম-নাচ, উপখেৰীয়া। পাতি; সামান্য, অপ্ৰধান।

**৬৬৪ প্ৰশাসন**

বি. প্ৰশাসন, দেশ-শাসন, ৰাজ্য-শাসন, শাসনকাৰ্য্য, শাসন। সুশাসন।

শাসনবিধি, শাসনতন্ত্ৰ, শাসন-শাল, প্ৰশাসনবিধি; সংবিধান। আইন। ৰাজ্যশাসনবিধি [ সাম; দান; দণ্ড; ভেদ ]।

চৰকাৰ, গভৰ্ণমেণ্ট।

[বিভিন্নধৰণৰ চৰকাৰ] ৰাজতন্ত্ৰ, ৰাজকতন্ত্ৰ [ অবাধ ৰাজতন্ত্ৰ; সীমিত ৰাজতন্ত্ৰ; নিয়মতান্ত্ৰিক ৰাজতন্ত্ৰ] স্বৈৰতন্ত্ৰ। অভিজাততন্ত্ৰ। ধনিকতন্ত্ৰ, প্লুটোক্ৰেচি। মুখ্যতন্ত্ৰ,-অলিগাৰ্কি। একনায়কতন্ত্ৰ [ব্যক্তিগত; সামৰিক; দলগত; শ্ৰেণীগত]।

গণতন্ত্ৰ, সাধাৰণতন্ত্ৰ, প্ৰজাতন্ত্ৰ, ৰিপাব্লিক। সংসদীয় চৰকাৰ; সংসদীয় গণতন্ত্ৰ। ৰাষ্ট্ৰপতিচালিত চৰকাৰ। যুক্তৰাষ্ট্ৰীয় চৰকাৰ, ফেডাৰেল গভৰ্ণমেণ্ট। একদলীয় চৰকাৰ; একদলীয় গণতন্ত্ৰ। দ্বৈৰাজ্য। দ্বৈতশাসন। সম্মিলিত চৰকাৰ।

জনহিত, প্ৰজাপালন, লোকপালন, প্ৰজামঙ্গল।

ৰাজকাৰ্য্য, ৰাজকৰ্ম্ম;

ৰাষ্ট্ৰভাষা, ৰাজভাষা। ৰাজ্যভাষা।

আইনসভা, বিধানসভা; বিধান পৰিষদ। লোকসভা, পাৰ্লামেণ্ট, সংসদ; ৰাজ্যসভা।

বিধায়ক, এম. এল. এ; এম. এল. সি। সাংসদ, এম. পি, সংসদ সদস্য।

স্পীকাৰ, অধ্যক্ষ। মাৰ্শ্বেল। হুইপ, চীফ হুইপ।

গভৰ্ণৰ, ৰাজ্যপাল। লেফটেনেণ্ট গভৰ্ণৰ।

প্ৰশাসনযন্ত্ৰ। অফিচ, কাৰ্য্যালয়।

প্ৰধানমন্ত্ৰী; মুখ্যমন্ত্ৰী। উপমন্ত্ৰী, ৰাজ্যমন্ত্ৰী।

কেবিনেট মিনিষ্টাৰ।

মন্ত্ৰীসভা, কেবিনেট।

সচিব, এক্সিকিউটিভ। আমোলা, বিষয়া।

সচিবালয়, চেক্ৰেটাৰিয়েট।

বিভাগ। দপ্তৰ। পৌৰসভা।

বিণ. প্ৰশাসনিক, শাসকীয়, চৰকাৰী। সুশাসিত। ৰামৰাজ্য, ধৰ্ম্মৰাজ্য।

আমোলাতান্ত্ৰিক।

চৰকাৰী।
সংসদীয়।
[বিপ.] বিণ. অশাসকীয়, বে-চৰকাৰী।
বিণ./বি. শাসিত, শাসনাধীন।
প্ৰশাসক, শাসক, শাসনকৰ্ত্তা, শাসনকাৰী।
ৰাজকৰ্ম্মচাৰী। চৰকাৰী চাকৰিয়াল।

**৬৬৫ অপশাসন**

বি. অপশাসন, দুঃশাসন, কু-শাসন।
নৈৰাজ্য, অৰাজকতা; অৰাজ।
বিণ. অপশাসিত, কু-শাসিত।
অৰাজক। স্বৈৰাচাৰী, স্বৈৰ।
বিণ./বি. অপশাসক, কু-শাসক।
স্বৈৰাচাৰী।

**৬৬৬ কাৰ্য্যালয়**

বি. কাৰ্য্যালয়, কৰণ, কৰণা, কাৰ্য্যক্ষেত্ৰ, অফিচ, দপ্তৰ, দফতৰ, দোপদৰ। কাছাৰী, সচিবালয়, চেক্ৰেটাৰিয়েট। ৰেজিষ্টাৰ্ড অফিচ। মুখ্য কাৰ্য্যালয়; শাখা কাৰ্য্যালয়। দপতৰী, দফতৰী। দপ্তৰখানা।

**৬৬৭. বিচাৰ-ব্যৱস্থা**

বি. বিচাৰ-ব্যৱস্থা, বিচাৰপদ্ধতি।
বিচাৰ, বিচাৰকাৰ্য্য। সুবিচাৰ, সুৰাহা। শুনানি। পুনৰ্বিচাৰ। মীমাংসা, নিষ্পত্তি, ফয়চলা, ছিঙা-কটা কৰা—, নিষ্টা-কষ্টা কৰা—, ৰফা, ৰফা-দফা, মিটমাট, আপোছ, চালিচ, চালিচি, আপোছনামা, ৰফানামা, চালিচিনামা।
আদালত, বিচাৰালয়, কোৰ্ট, কাছাৰী, এজলাছ; ন্যায়াধিকৰণ। কাঠ-গৰা।
ৰায়, হুকুম, হুকুমনামা, আদেছ।
অন্তৰ্বৰ্ত্তী আদেশ, ইনজাংসন। দণ্ডাজ্ঞা, দণ্ডাদেশ।
ওকালতি, মোক্তাৰি, মোক্তাৰগিৰি।
ওকালত নামা; মোক্তাৰ নামা। ব্ৰিফ। পাওয়াৰ অব এটৰ্নি।
মোকৰ্দ্দমা, কেছ। বিবাদ, বিৰোধ, কাজিয়া। নালিছ; আৰ্জ্জি।
আবেদন, পিটিছন; ৰিট আবেদন।
গোচৰ। এজাহাৰ, এফ, আই, আৰ। চাৰ্জ্জশ্বিট। আপিল। চালান। ওয়াৰেণ্ট, গ্ৰেপ্তাৰি পৰোয়ানা। চাম-অন। সাক্ষ্য, সাক্ষী, সাক্ষী-চাবুদ, সাক্ষী-প্ৰমাণ। জবানবন্দি। জেৰা।
ক্ৰচ একজামিনেশ্বন; মিছাসাক্ষী, কূটসাক্ষী।
এফিডেভিট, শপথনামা, হলফনামা।
প্ৰমাণ, চাবুদ।
অপৰাধপ্ৰমাণ, দোষী সাব্যস্ত। চাক্ষুষ সাক্ষী; প্ৰত্যক্ষপ্ৰমাণ, সাক্ষাৎ প্ৰমাণ।
খালাচ, ৰেহাই, অব্যাহতি, নিষ্কৃতি, মুক্তি। এৰল, এৰণি, ছাড়ন। ৰাজক্ষমা।
জামিন; আগতীয়া জামিন।
উকিল সভা, উকিলখানা, বাৰ, বাৰসমিতি। বাৰ লাইব্ৰেৰি।
বিণ. বিচাৰ্য্য, বিচাৰযোগ্য।
বিচাৰাধীন।
ফৌজদাৰী, দেৱানী।
দণ্ডনীয়।
খালাচ, মুক্ত।
বিণ./বি. বাদী, অভিযোগকাৰী, ফৰিয়াদি; আবেদন, আবেদনকাৰী।
আচামী, অপৰাধী। অভিযুক্ত।
বিচাৰক, বিচাৰপতি, ন্যায়াধীশ, ন্যায়পাল, ধৰ্ম্মাৱতাৰ, হাকিম, বিচাৰকৰ্ত্তা, ধৰ্ম্মাধিকাৰী, ন্যায়মূৰ্ত্তি, জাষ্টিছ। দণ্ডধৰ, দণ্ডনায়ক, দণ্ডপাল, দণ্ডপালক। প্ৰধান বিচাৰপতি; চেচন জজ; চাবজজ; মুন্সিফ।
জুৰি, জুৰৰ।
মধ্যস্থ, চালিশ, আৰবিট্ৰেটৰ। ৰেফাৰি, আম্পায়াৰ।
আইনজ্ঞ, আইনজীৱী; উকীল; মোক্তাৰ; বেৰিষ্টাৰ; এডভোকেট, অধিবক্তা। ছলিছিটাৰ; এটৰ্নি; নোটাৰি। পেশকাৰ। নাজিৰ।
মক্কেল। ডিক্ৰিদাৰ। জামিনদাৰ।
ক্ৰি. বিণ. পদে-প্ৰমাণে, সাখীয়ে-চাবুদে। নিষ্টা-কষ্টাকৈ।

**৬৬৮ আইন**

বি. আইন, বিধান, কানুন, অধিনিয়ম, বিধি; এক্ট, ৰুল, ৰেগুলেশন, অনুবিধি, উপবিধি, বাই-ল; ষ্টাটিউট; ধাৰা, উপধাৰা। বিল, বিধেয়ক।
নিয়ম, নিয়মকানুন, বিধিব্যৱস্থা, আইন-কানুন।
আচৰণবিধি, ব্যৱহাৰবিধি।
সংবিধান, শাসনতন্ত্ৰ, নিয়মতন্ত্ৰ, কনষ্টিটিউছন।
অৰডিনান্স, অধ্যাদেশ, হুকুমনামা, ফৰমান, নিৰ্দ্দেশনামা, ফতোৱা।
বৈধতা, ন্যায্যতা, আইনসঙ্গতি।
হিন্দু আইন [মিতাক্ষৰা, দায়ভাগ; হিন্দুকোড]।
মুছলমান আইন [শৰিয়ত; হানিফি, মালিকি]।
সামৰিক আইন। আন্তৰ্জ্জাতিক আইন। দেৱানী আইন। ফৌজদাৰী আইন।
দণ্ডবিধি, দণ্ডশাস্ত্ৰ, পেনালকোড, দণ্ডনীতি।
বিণ. আইনসঙ্গত, আইনসম্মত, বিধিসম্মত, বিধিসঙ্গত, বৈধ, বিধিগত, বিহিত, যথাবিহিত, ন্যায়সঙ্গত।
সাংবিধানিক, শাসনতন্ত্ৰসম্মত।
বিণ./বি. আইনজ্ঞ, বিধিবেত্তা, আইনজীৱী।
ক্ৰি. বিণ. আইন অনুসৰি, যথাবিধি, যথান্যায়; আইনতঃ, ন্যায়তঃ। দস্তুৰমত, ৰীতি অনুযায়ী, যথাৰীতি।

**৬৬৯ শৃঙ্খলা**

**বি.** শৃঙ্খলা, শৃসৃঙ্খলা। লাগ-বান্ধ, বান্ধনি।
শৃঙ্খলাপৰায়ণতা; নিয়মানুবৰ্ত্তিতা, নিয়মানুগত্য।
পাৰিপাট্য, চিজিল, সুবিন্যাস।
ৰেহা, গত লগোৱা—।
লান, লানি, লালী, শাৰী।

**বিণ.** শৃঙ্খলাবদ্ধ, সুবিন্যস্ত, বিন্যস্ত। পৰিপাটি, নিয়াৰি, আটম-টোকাৰি, আটোম-টোকাৰি, আটম-টোকালি, তমস্কাৰ। নিয়মানুগ, নিয়মাবদ্ধ, সুসম্বদ্ধ।

**ক্রি. বিণ.** পৰিপাটিকৈ, আটোম টোকাৰিকৈ, আটম-টোকাৰিকৈ, আটম-টোকালিকৈ। শৃঙ্খলাবদ্ধভাৱে, সুবিন্যস্তভাৱে, নিয়াৰিকৈ, চিজিলকৈ, চিজিল লগাই, ৰেহা লগাই, গত লগাই, গতে গতে।

**৬৭০ বিশৃঙ্খলা**

**বি.** বিশৃঙ্খলা, বিশৃঙ্খলতা, বেমেজালি, বেবেৰিবাং, খেলিমেলি, খেনোমেনো, খেলমেল, খেচেং-মেচেং, খেলেপ-জেলেপ, আলি-মুলি, এঙনি-জেঙনি, ল'বাং-লাখুটি, আউল, জোঁট। অথালি-পথালি, তল-ওপৰ, এলাং-এথাং, আলং-আথাং, খেৰেউ-খেতৌ, এলেং-এথেং। ছেদেলি-ভেদেলি, উবা-জুবা, ওপৰা-উপৰি, সিঁচৰি-পিচৰি।

**বিণ.** বিশৃঙ্খল, নেৰভেৰ, শৃঙ্খলাহীন, টোহোৰ-মোহোৰ, অপৰিপাটি, বে'-চিজিল, খেৰেউ-খেতেউ, বেবেৰিবাং, হাবি-জাবি, আউল-বাউল, অবিন্যস্ত। উবাৰ, লণ্ডভণ্ড, ৰণ্ড-ভণ্ড, লৰ্বাং-তৰ্বাং, থানবান। তৰ্ণাপ্তি, বেমালি, বেমূলীয়া। ওলোটা-ওভতা, ওপৰ-তলীয়া, ইলেটি-সিলেটি, ইলুটি-সিলুটি, তচ-নচ। আউলীয়া, ঠেলেঙা-ঠেলেঙি। চন-গুৰি নোহোৱা, লাগবান্ধ নোহোৱা।

**ক্রি. বিণ.** অথালি-পথালিকৈ, এলেং-এথেং কৈ, আউল-জাউল কৈ, বিশৃঙ্খলকৈ, লণ্ড-ভণ্ডকৈ, খেচেং-মেচেংকৈ, বেবেৰিবাংকৈ, এঙনি-জেঙনিকৈ, খেৰেউ-খেতেউ কৈ, ঠেলেঙা-ঠেলেঙিকৈ। ভাগি-ভুহৰি।

**৬৭১ সুৰক্ষা**

**বি.** সুৰক্ষা, সুৰক্ষণ।
ৰক্ষা, ৰক্ষণ, ৰক্ষণাবেক্ষণ।
প্রতিৰক্ষা, দেশৰক্ষা।
পহৰা, নজৰ, চকিদাৰি, দাৰোৱানী। পহৰীয়া, পহৰাৱালা, চকিদাৰ, পালী-পহৰী, পালী-পহৰীয়া, পহৰাদাৰ। ৰক্ষক, ৰখীয়া, পৰীয়া, প্রহৰী। দাৰোৱান, দুৱৰী, দ্বাৰ-ৰক্ষক, দ্বাৰপাল। নিৰাপত্তাৰক্ষী, গেট-কিপাৰ।
নিৰাপত্তা।
প্রাচীৰ; দুৰ্গ; দেৱাল, বেৰা, কাঁইটীয়া তাঁৰৰ বেৰা, বৈদ্যুতিক বেৰা।
ট্রেঞ্চ, বাংকাৰ, বেৰিকেড।
ষ্ট্ৰংৰুম; ভল্ট; চন্দুক। লকাৰ।

**বিণ.** ৰক্ষিত, সুৰক্ষিত।
ৰক্ষণীয়।
নিৰাপদ, নিৰ্বিঘ্ন। নিৰাপত্তামূলক।
দুৰ্ভেদ্য, অভেদ্য।

**বিণ./বি.** নিৰাপত্তা ৰক্ষী।
শান্তিৰক্ষক, শান্তিৰক্ষীবাহিনী।
দেহৰক্ষী।

**ক্রি. বিণ.** সুৰক্ষিতভাৱে, নিৰ্বিঘ্নে, নিৰাপদে।

**৬৭২ অৱৰোধ**

**বি.** অৱৰোধ, বাধা, প্রতিৰোধ, পৰিবেষ্টন। হাজোত, হাজৎ, হাজোতখানা, কাৰা, কাৰাগাৰ, ফাটক; বন্দীত্ব, বন্দীদশা। জেল, বন্দীশাল, নিজান-ফাটক, নিৰ্জ্জন-কাৰাবাস, পোতাশাল। খোৱাৰ, বাঁহাৰ, পাউণ্ড।

**বিণ.** অৱৰুদ্ধ, আৱদ্ধ, প্রতিৰুদ্ধ। কাৰাৰুদ্ধ।

**বিণ./বি.** অৱৰোধকাৰী। কয়দী, কইদী, কইদ, ফাটকিয়াল, হাজতিয়াল। বন্দী, অন্তৰীণ।

**৬৭৩ মুক্তি**

**বি.** মুক্তি, অবন্ধন, তৰণি, পৰিত্ৰাণ, ৰক্ষা, মোচন, বিমোচন। উদ্ধাৰ। অঘমৰ্ষণ।
শাপমোচন, পাপমোচন, পাপোদ্ধাৰ।

**বিণ.** মুক্ত, বিমুক্ত, নিৰ্মুক্ত। বন্ধনহীন, মুকলি, মুকলি-মূৰীয়া, নিকিলকিলীয়া, নিজঞ্জলীয়া। জ্বজ্জৰীয়া।

**বিণ./বি.** মুক্তিপ্রাপ্ত, অব্যাহতিপ্রাপ্ত।
মুক্তিদাতা, মুক্তিদানকাৰী।
উদণ্ডীয়া। মুকলিমূৰীয়া।

**ক্রি. বিণ.** মুকলি মূৰেৰে।

**৬৭৪ মঙ্গল**

বি. মঙ্গল, শুভ, কল্যাণ, হিত, শিৱ, অভ্যুদয়, কুশল, ভাল। সুফল, সুপৰিণাম।
মঙ্গলসাধন, হিতসাধন, কল্যাণসাধন; উপকাৰ, ভাল।
মঙ্গলকামনা, কল্যাণকামনা, কুশলকামনা, আশীৰ্বাদ, দোৱা, শুভাকাঙ্ক্ষা, হিতাকাঙ্ক্ষা, হিতৈষা, হিতৈষণা, শুভেচ্ছা।
হিতোপদেশ। হিতবাদী, হিতবাদিনী (স্ত্ৰী)।
সুখ। সৌভাগ্য। সমৃদ্ধি, উন্নতি, শ্ৰীবৃদ্ধি।
মঙ্গলচিহ্ন, সৌভাগ্যচিহ্ন, শুভচিহ্ন, স্বস্তিক, বসুধাৰা; সুলক্ষণ, শুভলক্ষণ।
মঙ্গলকাৰ্য্য, মাঙ্গলিক কৰ্ম্ম, মঙ্গলোৎসৱ, মঙ্গলাচৰণ।
মঙ্গলচণ্ডী। মঙ্গলঘট।
মঙ্গলতি; মঙ্গলতী (স্ত্ৰী)।
অষ্টমঙ্গল [ ব্ৰাহ্মণ; গো; অগ্নি; সুবৰ্ণ; ঘৃত; সূৰ্য; জল; ৰজা ]।

বিণ. মঙ্গলদায়ক, মঙ্গলকাৰক, মঙ্গলজনক, মঙ্গলময়, মাঙ্গলিক, মাঙ্গল্য। হিতকৰ, হিতকাৰী, হিতকাৰিণী (স্ত্ৰী), হিতকাৰক, হিতজনক। প্ৰিয়ঙ্কৰ।
শুভপ্ৰদ, শুভকৰ, কল্যাণকৰ, কল্যাণময়, কল্যাণজনক, কল্যাণকাৰক। শুভঙ্কৰ, শুভদায়ক। ক্ষেমঙ্কৰ।
শ্ৰেয়স্কৰ।
সৰ্ব্বমঙ্গলা।

বিণ./বি. মঙ্গলকাৰী, মঙ্গলবিধায়ক, মঙ্গলময়।
মঙ্গলাকাঙ্ক্ষী, সজৰথী, হিতাকাঙ্ক্ষী, হিতবাদী, হিতবাদিনী (স্ত্ৰী), হিতাকাঙ্ক্ষী, শুভাকাঙ্ক্ষী, হিতৈষী (স্ত্ৰী), হিতৈষিণী (স্ত্ৰী)।
উপকাৰক, উপকাৰী, শুভানুধ্যায়ী, মঙ্গলকামী, কল্যাণকামী (স্ত্ৰী), সদৰ্থী।
আশীৰ্বাদক, আশীৰ্বাদকাৰী।
আশীৰ্বাদপ্ৰাৰ্থী। আশীৰ্বাদধন্য, আশিষধন্য, আশীৰ্বাদপ্ৰাপ্ত।
কল্যাণী, কল্যাণৱতী, কল্যাণময়ী, মঙ্গলৱতী।
কল্যাণভাজন, কল্যাণাস্পদ।

**৬৭৫ অমঙ্গল**

বি. অমঙ্গল, বিমঙ্গল, আপদ, বিপদ, দুৰ্গতি, মহামাৰ, উৎপাত, অপায়, অপায়-অমঙ্গল, অকল্যাণ, অশুভ, অহিত। বিঘ্ন, অনৰ্থ, অনিষ্ট। মাৰ্ঘাত, মাৰঘাত। কুফল, কুপৰিণাম। চোটোকা, চোকোটা। জোলোকা, অপকাৰ, মজা। অনুপকাৰ, অহিত, অহিতাচাৰণ, অনিষ্টাচৰণ, অপখেতি।
অগুণ।
অমঙ্গলকামনা, অশুভাকাঙ্ক্ষা, অশুভকামনা, অনিষ্টচিন্তা।
পানীখোৱা পুখুৰীত বিহ দিয়া—।
দুৰ্দ্দশা, দুৰ্গ্ৰহ, গ্ৰহবৈগুণ্য, গ্ৰহবিপাক, গ্ৰহদোষ, দৈৱদোষ; পাপগ্ৰহ, কুগ্ৰহ, গ্ৰহৰ ফেৰ; কপালৰ ফেৰ।
শনিৰ দশা।
অভিচাৰ [ মাৰণ; মোহন; স্তম্ভন; বিদ্বেষণ; উচ্চাটন; বশীকৰণ ] কুলক্ষণ, দুৰ্লক্ষণ, উপঘাত, দুৰ্নিমিত্ত।

বিণ. অমঙ্গলীয়া, বিমঙ্গলীয়া, অপুদঘাত, অদ্ভুত, অমঙ্গলজনক, অমঙ্গলসূচক। উৎপতীয়া।
অশুভ, অশুভসূচক, অশুভকৰ, অনৰ্থকৰ।
অপকাৰী, ক্ষতিকাৰক, অনিষ্টকাৰক, অনিষ্টজনক, হানিকাৰক।
অভিচাৰী, অভিচাৰিণী (স্ত্ৰী)।
ক্ষতিগ্ৰস্ত, অপকৃত।
সৰ্ব্বনশীয়া। তেজখোৱা।
বাঘ তেলে ধৰা (খোৱা)।
কুলক্ষণীয়া, কুলক্ষণী, আলখনী। ৰাওমুৱা, ৰাওমুঈ (স্ত্ৰী)।
শনাহী। শাকিনা, শাকিনী (স্ত্ৰী), শাখিনী।
দুৰ্ব্বুধীয়া, কুচ্চুটীয়া, অনিষ্টকাৰী।
অহিতকাৰী, অপকাৰী, অনুপকাৰী, অনুপকাৰক।

বিণ./বি. অমঙ্গলকাৰী, অহিতকাৰী, অনিষ্টকাৰী, অগুণকাৰী, অশলাগী, অকৃতজ্ঞ।
শনিপাট। তেজখোৱা। পঘাখোৱা, পঘাখাঁতী (স্ত্ৰী)।

**৬৭৬ ভাগ্য**

বি. ভাগ্য, দৈৱ, অদৃষ্ট, কপাল, ললাট, বিধি, বৰাত, নচিব, নছিব, প্ৰাক্তন; নিয়তি, ভৱিতব্য। বাসনা, দশা, কিচমত, কিছমত।
অদৃষ্টাকাশ, ভাগ্যাকাশ।
দৈৱযোগ, দৈৱগতি।
সৌভাগ্য। দুৰ্ভাগ্য। ভাগ্যবিপৰ্য্যয়, ভাগ্যদোষ।
কপাল ফুটা—, কপালত জুই লগা—, কপাল খো (ক্ৰি.), ফুটা কপাল। কৰ্ম্মফল। কৰ্ম্মভোগ; কৰ্ম্মবন্ধ, কৰ্ম্মবন্ধন, কৰ্ম্মপাশ।
ভাগ্যলিপি, অদৃষ্টলিপি, ললাটলিপি, ললাটলিখন, বিধিলিপি, অদৃষ্টচক্ৰ, ভাগ্যচক্ৰ; দৈৱচক্ৰ।

কপালৰ ফেৰ, বিধিৰ লিখন, কপালৰ লিখন, বিধিৰ বিপাক।

ভাগ্যদেৱতা, ভাগ্যবিধাতা, ভাগ্যনিয়ন্তা; বিধাতাপুৰুষ, অদৃষ্টপুৰুষ; ভাগ্যদেৱী, ভাগ্যলক্ষ্মী।

ভাগ্যপৰীক্ষা, ভাগ্যনিৰ্ণয়, ভাগ্য নিৰূপণ, ভাগ্যগণনা, অদৃষ্টবিচাৰ, অদৃষ্টগণনা, অদৃষ্টপৰীক্ষা, হস্তৰেখাবিচাৰ, কোষ্ঠীবিচাৰ, কৰকোষ্ঠীবিচাৰ, হাত দেখুউৱা—; মঙল চোওৱা—, জ্যোতিষগণনা; সামুদ্রিক বিচাৰ।

কৰৰেখা, হস্তৰেখা; কৰকোষ্ঠী।

কোষ্ঠী, সোঁৱৰণী, জন্মপত্রিকা; জন্মকুণ্ডলী।

দৈৱবাণী, আকাশীবচন, দৈৱবাক্য।

ভাগ্যনিৰ্ভৰতা, ভাগ্যবিশ্বাস, অদৃষ্টবাদ, দৈৱবাদ।

বিণ. ভাগ্যনিৰ্ভৰ, অদৃষ্টনিৰ্ভৰ, নিয়তিনিৰ্ভৰ।

কপালহীন। ভাগ্যহীন।

ভাগ্যায়ত্ত, ভাগ্যাধীন, দুৰ্দ্দশীয়া, দৈৱাধীন, দৈৱায়ত্ত।

কাকতালীয়।

বাসনাবন্ধীয়া।

কপালগুণীয়া, কপালবন্ধীয়া।

বিণ./বি. ভাগ্যবিশ্বাসী, ভাগ্যবাদী।

জ্যোতিষী, গণক, দৈৱজ্ঞ, গ্ৰহবিপ্ৰ; ভাগ্য গণনাকাৰী; মঙলতি; দেওধাই; বাইলুং; দেও-মানুহ।

হস্তৰেখাবিশ"ৰদ; গ্ৰহাচাৰ্য্য।

ভাগ্যৱান, ভাগ্যৱন্ত।

ক্রি. বিণ. ভাগ্যক্রমে, ভাগ্যগুণে, ভাগ্যবলত, অদৃষ্টক্রমে, দৈৱক্রমে, কপালৰ গুণত, দৈৱগুণে, দৈৱবশতঃ, দৈৱাৎ।

সৌভাগ্যক্রমে।

**৬৭৭ সৌভাগ্য**

বি. সৌভাগ্য; অহোভাগ্য; উগ্ৰকপাল; ভাগ্যৰবি; ভাগ্যলক্ষ্মী; ভাগ্যগুণ, ভাগ্যবল। ভাগ্যোদয়, কপাল ফুলা—, বৃহস্পতি পোন হোৱা—, আকাশৰ চন্দ্ৰ হাততে পোৱা—, ভাগ্যৰবি উদয় হোৱা—।

জয়জয়কাৰ। সুকপাল, সুদশা, সুভাগ।

বিণ. সৌভাগ্যজনক, সৌভাগ্যকৰ; সুখী। জয় জয় ময় ময়।

বিণ./বি. ভাগ্যবান, ভাগ্যৱন্ত, ভাগ্যমন্ত, সৌভাগ্যবান, সৌভাগ্যশালী, ভাগ্যপুৰুষ। কপলীয়া, কপালী, সুখভাগী। সুভগীয়া, সুভাগী।

ক্রি. বিণ. সৌভাগ্যক্রমে, সৌভাগ্যবশতঃ, কপালৰ জোৰত।

**৬৭৮ দুৰ্ভাগ্য**

বি. দুৰ্ভাগ্য, দুৰ্দ্দশা, দুৰ্কপাল, দুৰদৃষ্ট, দুৰ্দ্দৈৱ, মন্দভাগ্য, পোৰা কপাল, আট কপাল, ঢাট কপাল। অভাগ, অভাগ্য।

ভাগ্যৰ ফেৰ, কলাপৰ ফেৰ, অদৃষ্টৰ ফেৰ, ভাগ্য বিড়ম্বনা, কপালৰ দোষ, অদৃষ্টৰ পৰিহাস।

কপাল খোৱা—, কপালত জুই লগা—, কপাল ফুটা।

দুৰ্দ্দৈৱ, দুৰ্গ্ৰহ, কুগ্ৰহ; ৰাহুৰ দশা; শনিৰ দশা।

ভাগ্য বিপৰ্য্যয়।

কৰ্ম্মদোষ, কৰ্ম্মবিপাক, কৰ্ম্মফল, কৰ্ম্মভোগ।

বিণ. দুৰ্ভাগ্য পীড়িত, দুৰ্ভাগ্যজনিত।

বিণ./বি. দুৰ্ভগীয়া, অভাগা, দুৰ্ভগা, দুঃখভাগী, কপালফুটা, ফুটাকপলীয়া, ঢাটকপলীয়া, ঢুটকপলীয়া, ঢুটকপালী (স্ত্রী), কপালহীন, ভাগ্যহীন, ভাগ্যশূন্য, দশাহীন, হতভাগ্য, অভাগীয়া, দুৰ্কপলীয়া; দুৰ্কপালী, দুৰ্দ্দশাগ্ৰস্ত, দুৰ্কপালিনী (স্ত্রী)। দুৰ্দ্দশীয়া, চান্দা-ভাহা।

অভাগী, অভাগিনী, দুৰ্ভাগিনী, দুৰ্ভাগী।

ক্রি. বিণ. দুৰ্ভাগ্যবশতঃ, ভাগ্যৰ ফেৰত, ভাগ্যৰ দোষত, কপালৰ দোষত, কপালৰ ফেৰত, কৰ্ম্মদোষত, কৰ্ম্মবিপাকত।

**৬৭৯ বিপদ**

বি. বিপদ, বিঘিনি, বিপদ-বিঘিনি, বিঘাত, বিপাক, বিলাই, আলৈ-বিলৈ, আলৈ-আহুকাল, আলৈ-আথানি, আলৈ-আপদ, বিপদ-আপদ, বিলাই-বিপত্তি, লৈ লৈ থৈ থৈ, বেফাই, আপদ, আপদ-বিপদ, আপদ-আপালি, পৰাঠ, সংকট, মস্কিল, হস্কিল-মস্কিল, আফত, জংকট, পয়মাল, বিপত্তি, আসোঁৱাহ-বিসোঁৱাহ, নিদান, অথন্তৰ, দুগতি, নাগতি, অযুগুতি। লহ-জহ, লটি-ঘটি, লট-ঘট, লটঘটনি, কলৌ-জপৌ, কলৰ-জপৰ, ককবকনি, আতৰণ।

বিপদকাল, সংকটকাল, দুঃসময়। দৈৱ-দুৰ্বিপাক; উৎপাত, অমঙ্গল, বালাই। মহা সংকট, মহামাৰ, বিপদ সাগৰ, অথাৰৰ। অথাউনিত (অথানিত) পৰা—, অথাই সাগৰত পৰা—। উভয় সংকট। দুই নাৱত দুই ভৰি। য'তে বাঘৰ ভয় ত'তে ৰাতি, নাকৰ ওপৰত ন হাত পানী হোৱা—।

আই-ধৰ বাই-ধৰ। আই ধৰাতকৈ বাই ধৰাহে চাৰ হোৱা—। প্ৰাণবায়ু বাহিৰ হোৱা অৱস্থা—, চুলিৰ আগে জীউ (জীৱ) যোৱা অৱস্থা। অণ্ঠে কণ্ঠে শুকাই যোৱা অৱস্থা। বিপাক, বিপাঙ।

দুৰ্ঘটনা, অঘটন, অঘটনা, উপচক্র, আও-ঘটনা, অঘট-ঘটনা।

থৰ-কাছুটি হেৰোৱা অৱস্থা, থৰ-যুগুতি হেৰোৱা অৱস্থা।

ত্ৰাহি মধুসূদন সোঁৱৰা—, দেও দেও দেখা—, মাকৰ বিয়া দেখুউৱা—। কোদোৰ বাহত হাত দিয়া—।

ঘটনাস্থল, ঘটনাস্থলি, সৰজমিন।

বিণ. বিপদজনক, বিপজ্জনক, বিপদসঙ্কুল; বিপত্তিকৰ,

সংকটজনক, সঙ্গীন, সংকটপূর্ণ, সঙ্কটাপন্ন, সংকটময়।

বিণ./বি. বিপদগ্রস্ত, বিপন্ন, বিপদাপন্ন, পৰঠুৰা, আপদগ্রস্ত, বিপৰ্য্যস্ত।

ক্রি. বিণ. টানে-বিপদে, বিপদে-আপদে, হস্কিলে-মস্কিলে, সম্পদে-বিপদে, বিপাকে বিপাঙে, নিদানে, নিগমে।

৬৮০ উদ্ধাৰ

বি. উদ্ধাৰ, ৰক্ষা, পৰিত্ৰাণ, ত্ৰাণ, তৰণ, বঁচোৱা—। নষ্টোদ্ধাৰ, হৃতোদ্ধাৰ, লুপ্তোদ্ধাৰ; পতিতোদ্ধাৰ।

নিষ্কৃতি, নিস্তাৰ, চাৰণ, ৰেহাই, খালাচ, অভিমুক্তি; সংকটমোচন। উদ্ধাৰ লাভ।

উদ্ধাৰ কাৰ্য্য, ত্ৰাণকাৰ্য্য।

বিণ. মুক্ত, উদ্ধাৰ পোৱা—।

বিণ./বি. উদ্ধাৰকাৰী, উদ্ধাৰক, উদ্ধাৰকৰ্ত্তা, ত্ৰাণকাৰী, ত্ৰাণকৰ্ত্তা, ত্ৰাতা, পৰিত্ৰাণকাৰী, পৰিত্ৰাণকৰ্ত্তা।

মুক্তিদাতা, নিস্তাৰক, নিস্তাৰিণী (স্ত্ৰী)।

উদ্ধাৰপ্ৰাৰ্থী; শৰণাপন্ন।

মুক্তিকামী। মুক্তিপ্ৰাৰ্থী।

৬৮১ সুযোগ

বি. সুযোগ, দাও, উপায়, সুবিধা, চল, সুচল, বাট। সোণালী সুযোগ।

সুযোগ সন্ধান; সুবিধাবাদ।

ছলগ্ৰাহ।

বিণ. সুবিধাজনক, অনুকূল।

দুইতাল বজোৱা। হাঁহেৰেও ৰাজী, মাহেৰেও ৰাজী। চলচাই চাপৰি বজোৱা—। চল পাই বিয়নী নিতৌ তিয়ায় তিয়নী।

বিণ./বি. সুযোগ সন্ধানী; সুবিধাবাদী, ছলগ্ৰাহী।

ক্রি.বিণ. টৌতে খৰ মাৰি, চল চাই, সুবিধা বুজি।

৬৮২ বাধা

বি. বাধা, নিষেধ, বাধা-নিষেধ, হকা-বধা; প্ৰতিবন্ধ, প্ৰতিবন্ধক, প্ৰতিবন্ধকতা, অন্তৰায়, জেঙা, লেঠা, হেঙাৰ, ব্যাঘাত, বিঘটন, হেঙা-পুঙা, আঁজ, আপালি, জঞ্জাল, জাঁজ, হেমগেম, হেঙ্গাম, ঘোঁকট-পাকট, ঠেওকালি, আহুকাল, আলৈ-আহুকাল, লেঠা-লুঠৰি, ৰাগ-জাল, ৰাগ জঞ্জাল, লেঠা-পিঠা।

বিধি-পথালি, বিঘিনি, বাধা-বিঘিনি। কলগ্ৰহ, গলগ্ৰহ, অভিমুক্তি; লেপাট-গাঁঠি, হাড়মাল, বাধাদান, প্ৰতিৰোধ, অবৰোধ, বাট-ভেঁটা, অগা-ভেঁটা, অগা-বগা, বাট আগচা—, বাটত বগৰী জেং দিয়া—, বাটত পথালি দিয়া—।

চকুৰেদি সৰিয়হ ফুল দেখুউৱা—, ধুন দেখুউৱা—, আধা ধুন দেখুউৱা—, তিধগতি দেখুউৱা—, জোলোকা জোলোকে পানী খুউৱা—, ব্যতিব্যস্ত কৰা—, পেপা কঢ়োৱা—, মাকৰ বিয়া দেখুউৱা—. জুকুম, নাকনি-কাণনি, লটি-ঘটি, লটঘটনি।

প্ৰতিকূলতা, প্ৰতিকূলাচৰণ, বিৰুদ্ধাচাৰণ, হায়ৰাণ, হাৰাশাস্তি, জেৰবাৰ, জাগাৰ-জিগিৰ, তালবাল খুউৱা—, উত্যক্ত কৰা—।

অৰ্গল, শলঙা, দুৱাৰ-ডাং, নঙলা, জপনা।

বিণ. বাধাপ্ৰাপ্ত, বাধাগ্ৰস্ত, বিঘ্নিত।

প্ৰতিৰুদ্ধ, অৱৰুদ্ধ।

বে-গতিক, নিৰুপায়, চৌ-ঠেঙীয়া, অত্ৰাহি, বিৰ্বুদ্ধি। প্ৰতিকূল, বিলোম। পৰিপন্থী। আহুকলীয়া, জঞ্জালীয়া।

বিণ./বি. বাধক, বাধন্তা, বাধাদানকাৰী, বাধোঁতা, প্ৰতিবন্ধকাৰী, অৱৰোধকাৰী। অৱৰোধক। বিঘটনকাৰী।

বাট-ভেঁটোতা, বাট আগচোঁতা।

অব্য. হে, হে হে।

৬৮৩ সাহায্য

বি. সাহায্য, সহায়, সহায়-সাৰথি, সহায়তা, সৰয়, অৱদান, অৰিহণা। সহযোগ, সহযোগিতা। সহকাৰিতা। উপকাৰ। মদত। অনুগ্ৰহ। পৃষ্ঠপোষকতা। সহায়ৰ হাত আগবঢ়োৱা—, হাত উজান দিয়া—, হাতে হাতে ধৰা—। উবুৰি খাই পৰা—।

লাগনি-পাগনি, মদত-পুষ্টি, লাচনি-পাঁচনি। লাগ-ভাগ, লা-চো, লাগি-ভাগি দিয়া—।

বিণ. সাহায্যকৰ, সাহায্যপূৰ্ণ, সহায়তাপূৰ্ণ, সহযোগিতাপূৰ্ণ। সহায়ক। সাহায্যপ্ৰাপ্ত, সাহায্যপুষ্ট অনুগ্ৰহলব্ধ, অনুগ্ৰহপ্ৰাপ্ত, অনুগ্ৰহপুষ্ট।

বিণ./বি. সাহায্যকাৰী, সহায়তাকাৰী, সহযোগী, সহযোগিতাকাৰী, সহযোগকাৰী।

পৃষ্ঠপোষক

উপকাৰী, হিতকাৰী, অনপকাৰী।

সাহায্যপ্ৰাৰ্থী, সাহায্যপ্ৰাৰ্থনাকাৰী।

৬৮৪ প্ৰতিযোগিতা

বি. প্ৰতিযোগিতা, প্ৰতিদ্বন্দ্বিতা। ফেৰ, ফেৰিয়া-ফেৰি, বগিয়া-বগি, অৰিয়া-অৰি, আওনা-মাউনি, অনা-অনি, অনিয়া-অনি। হৰা-জিকা, জয়-পৰাজয়, ফেৰ্পেৰি পতা—।

বিণ./বি. প্ৰতিযোগী, প্ৰতিদ্বন্দ্বী।

৬৮৫ শত্ৰুতা

বি. শত্ৰুতা, বৈৰিতা, বৈৰ, বৈৰভাব, বৈৰীভাব, আখেজ, শত্ৰুতাচৰণ। শত্ৰুশলা—: শতুৰালি। দ্ৰোহ, দ্ৰোহ-চিন্তা, হিংসা, হিংসা-হিংসি, ঈৰ্ষা, বিৰোধ, বিৰোধিতা, বিৰোধাচৰণ, দ্ৰোহাচৰণ, বিপক্ষতা, প্ৰতিপক্ষতা, প্ৰতিকূলতা, প্ৰতিকূলাচৰণ।

দ্বেষ, বিদ্বেষ; ৰেষা-ৰেষি, হিংসা-হিংসি, খিয়লাখিয়লি, সতিনী আঁহ। খোঁচা-খুচি, হনিয়াহনি। হকা-হুনা, খকা-খুন্দা, হাই-উৰুমি, হাই-কাজিয়া।

ষড়যন্ত্র, কুমন্ত্র, কুচক্র, চক্রান্ত, অভিসন্ধি, দুৰভিসন্ধি। জাল পেলোৱা—, পিছত লগা—, হুল চঁচা—।

বিশ্বাসঘাতকতা, চুকতে থাকি বুকুতে কামোৰা—। বিপক্ষ, শত্রুপক্ষ, প্রতিপক্ষ।

জ্বলাই মৰা—, জীৱন দুৰ্বিষহ কৰা—।

গুপ্তমন্ত্রণা, কু-মন্ত্রণা, কু-মতলব, কু-অভিপ্রায়।

শত্রুবল, শত্রুশক্তি, বিৰোধী শক্তি। শত্রুবাহিনী, শত্রুসেনা, শত্রুসৈন্য।

বিণ. শত্রুতাপূর্ণ, শত্রুতামূলক, আক্রোশমূলক। শত্রুভাবাপন্ন। শত্রুপক্ষীয়। শত্রুপূর্ণ, শত্রুসংকুল, শত্রুময়, অৰিসংকুল।

বিণ./বি. শত্রু, শতুৰু, অমিত্র, বৈৰী, দুশমন, দুচমন, দুছমন, মহাশত্রু, যমকাল, কাল-বাঘ, কাল-শত্রু, কালশতুৰ। ৰিপু; আততায়ী।

বিপক্ষী, প্রতিকূলাচাৰী, বিৰুদ্ধাচাৰী। প্রতিপক্ষ, বিবাদী। চিৰশত্রু, চিৰবৈৰী। দ্রোহী, দ্রুহিয়াৰ; বিদ্রোহী।

গৃহশত্রু, গৃহবৈৰী, ঘৰবিভীষণ। জাতশত্রু।

ষড়যন্ত্রী, চক্রান্তকাৰী, কু-চক্রী।

[ বিপ. ] অজাতশত্রু, শত্রুহীন।

**৬৮৬ বিবাদ**

বি. বিবাদ, খৰিয়াল, কলহ, কলৌ, কাজিয়া, কাজিয়া-পেচাল, যুঁজ-বাগৰ, হাই-কাজিয়া, হুৰা-মুৰা, হুৰামুৰি, হুৰাহুৰি, দন্দ, দন্দ-খৰিয়াল, কন্দল, কেন্দেলি, দন, দন-হাই, জুই জাল বোৱা—, জগৰা, হাল্লা, খকন্দ্, বাদ-বিবাদ, মামলা, বিৰোধ, বিৰোধিতা, ঝগড়া, ঝগৰা, দন্দ-বান্দ, হাই-উৰুমি, কোৰ্হাল, বিতণ্ডা, বাক-বিতণ্ডা, বাদ-বিতণ্ডা, খকা-খুন্দা, উতৰা-উতৰি, উখনা-উখনি, তথিয়াতথি, খেটমেট, কেৰজেৰ, খেটেং-মেটেং, খিতিং-খাতাং, হেঁকেচ-কেচ, বাচ্যা-বাচ্যি, বচ্‌বাচ, বইচ্-বাইচ, বোলা-বুলি, ঠোটা-মোজা, থৈয়া-নথৈয়া, তর্ক, তর্কাতর্কি, তর্ক-বিতর্ক, খটবাদ্ধ, বাদ-প্রতিবাদ, চুপতা-চুপতি, কথা কটাকটি, মুখ চুপতি, বকাবকি, তকৰাল, তকলতি, বাবতি, বাদানুবাদ, বাদ-বিতণ্ডা; দবিয়া-দবি। ঐয়া-হৈয়া, বিৰোধা-বিৰোধি, হয়-নহয়। জগৰা-জাতি, লেচ-কেচ, লেকেচ-কেচ, হেকেচ-কেচ, হেকেৰ-পেকেৰ।

ডাবি, ডাবি-ধমকি, ধমক, ধমকা-ধমকি, তমতমি।

হেতা-ওপৰা, আন্দোলা আন্দুলি, কঢ়া-আঁজোৰা, কঢ়া-কঢ়ি, আঁজোৰা-আঁজুৰি, টনাটনি। কুকুৰ-কন্দলি।

হোঁ হা কোঁ কা, হকা-হুনা, খোৱা-কামোৰা, খাৱা-খাই, হাই-কন্দল, কোঁহকাল। থোতা-মোজা।

দলাদলি, বিপক্ষতা, বিৰোধ, অনৈক্য, বিভেদ। তফাত, অমিল, ফাৰাক, ভেদ।

ৰেষাৰেষি, ফেৰিয়া-ফেৰি, বিদ্বেষ, শত্রুতা। বগিয়া-বগি, অৰিয়া-অৰি। মনান্তৰ, মনোমালিন্য, মতভেদ, মতবিৰোধ, মতবিভেদ, বিসংবাদ।

বিবাদী; বিবাদিনী (স্ত্রী)। ঢালুৱা, অজীণ-পাতকী, অনাৰী।

বিণ. বিতৰ্কিত, বিবাদিত, বিবদমান। আতাৰি, অমিল।

বিণ./বি. কলহপৰায়ণ, কাজিয়াখোৰ, দন্দুৰা; দন্দুৰী (স্ত্রী); মুখৰ, মুখৰা (স্ত্রী), টটাটিঙা।

কুটকুটীয়া, খুঁটখুটীয়া।

ৰাও মুৱা; ৰাওমুই (স্ত্রী)। বাখৰ-মুখা, বাখৰ-মুখী (স্ত্রী), মুখচোকা, মুখ-আগলিকা, চেকচেকী, লাওপাত-কচুপাত। বিবাদকাৰী, বিবাদী, বিৱাদী; বিৱাদিনী (স্ত্রী), বিৱাদপ্রিয়। আঁহফলা। কু-তৰ্কী।

অজীনাশী, অজীণপাতকী, অনাৰী। বাংকেক।

কুট, কুটশাল।

বিভেদকাৰী, বিভেদকামী। বিসম্বাদী, বিৰুদ্ধবাদী, বিৰোধী। তৰ্কক, তৰ্কপ্রিয়; তৰ্কী, তাৰ্কিক। তাৰ্কিকতা।

ক্রি.বিণ. খুঁট খুঁটকৈ, খুঁট খুঁট কৰে।

বিৰুদ্ধে, বিপক্ষে, অহিতে।

**৬৮৭ অবিৰোধ**

বি. অবিৰোধ, মিল, একমত, ঐক্য, মতৈক্য, সম্প্রীতি, বিৰোধাভাৱ, অবিসংবাদ।

সহযোগিতা, বন্ধুত্ব।

মিলা-মিছা, মিলাপ্রীতি, মিলমাল।

বুজাবুজি। সহযোগিতা।

বন্ধুত্ব। অদ্রোহ।

সন্ধি, সন্ধিপ্রস্তাব, সন্ধিপত্র, সন্ধিচুক্তি, শান্তিচুক্তি।

অনাক্রমণচুক্তি।

যুদ্ধবিৰতি। অস্ত্র সংবৰণ।

অনাক্রমণ।

বিণ. বিৰোধহীন, বিৰোধশূন্য, অদ্রোহী, অবিসংবাদিত।

শান্তিপূর্ণ, শান্তিময়।

বিণ./বি. অবিৰোধী, অবিসংবাদী। নিৰীহ, নিৰ্জ্জু, নিমাখিত, চাধা।

সুৰসুৰীয়া; চাধা-চিধা।

ক্রি. বিণ. নিৰ্বিবাদে, নিৰ্বিৰোধে, বিনাবাক্য ব্যয়ে।

বিনাযুদ্ধে, বিনাৰণে, বিনাৰক্তপাতে, বিনা প্রতিবাদে।

ভালে ভালে, সজে সজে।

**৬৮৮ অত্যাচাৰ**

বি. অত্যাচাৰ, অন্যায়, অন্যায়-অত্যাচাৰ, পীড়ন, উৎপীড়ন, অত্যাচাৰ-উৎপীড়ন, নিপীড়ন, নিৰ্য্যাতন, উপদ্ৰৱ, উৎপাত, শোষণ, নিষ্পেষণ। যন্ত্ৰণা। হাৰাশাস্তি, নগুৰ-নাগতি; লটি-জাগৰা, জুলুম, জোৰ-জুলুম, জলা-কলা কৰা—, লাগুনি-কাননি, নাকনি-কাণনি। ঘাত-প্ৰতিঘাত।

আঘাত, জখম, ঠেঙনা, কোব, মাৰ, কিল, আওকিল, মাৰ-কিল, মাধমাৰ, ঔ-কিল, শাৰীৰিক অত্যাচাৰ, হেঁচা, গঁতা, ঠেলা, গেমেহা কিল, কিল-কীৰ্ত্তন, কিল কীৰ্তন, পদাঘাত, লাথ, গোৰ, কাছগোৰ, চৰ, কাঠচৰ, চৰ-চাপৰ, ঢকা, বাঘ ঢকা, ভুকু, মাৰকিল, চাপৰ, ঢৰা-চাপৰ, লপা-থপা; বোন্দা-চৰ, বোন্দা-থেকেচা, গোৰ-লাঠি, থিয় গোৰ, খকৰা মুকুৰি, কাণমলা, কাণমোচৰা, লেং, ঘোচা, ঘুচিয়া-ঘুচি, কাণতলীয়া, কাণটাহা, প্ৰহাৰ, টঙনিওৱা—, লঠিওৱা—, ধুন দেখুওৱা—, আধা ধুন, জুলুকি জুলুকিকৈ শিকোৱা—। নকৰিবৰ চকৰি কৰা—। তুলাধুনা দিয়া—, তৰা ধুনা দিয়া—, ঘঁটা-জোকৰা, ঘঁটা লৰোৱা—। দগৰি পেলোৱা—, দগৰি পিটা, দগৰ পিটা দিয়া—, দপি দিয়া—, গুৰুলা-গুৰুল কৰা—, এবাছ দিয়া—। এপিটন, এদপনি। ঘটালি পেলোৱা—, ঘটা জোকৰা দিয়া—।

হতাহতি, কিলাকিলি, চুলিয়াচুলি, কেশা-কেশি, পখিযা-পখি, আঁজোৰা-আঁজুৰি, টনাটনি, আঁজোৰ-পিজোৰ, আঁচোৰা-আঁচুৰি, মৰামৰি, মৰিয়া-মৰি, টঙনা-টঙনি, দবৰা-দবৰি, বগৰা-বাগৰি। ঠেঙনা, প্ৰহাৰ, পিটন, ধুম পিটা, দগৰ পিটা, ধুমাখুন্দা, ধুমাপিটা, ধুমাৰ্জ্জয়, দগৰি পিটা, তাও-খুন্দন, ধোলাই, উত্তম-মধ্যম দিয়া—, লপা-থপা, হাত লগোৱা—, গাত হাত দিয়া—, পিঠিৰ চাল তোলা—, পিটি আধামৰা কৰা—, পিটি লম্বা কৰা—, হাড় গুড়ি কৰা—, মাৰত চেলা উলিওৱা—, মাৰপিট, মাৰধৰ, চাবুক মৰা—, বেত্ৰাঘাত, সৌকা চলোৱা—, কোবোৱা—, কোব দিয়া—। কটা ঘাত নিমখ দিয়া—, কটাঘাত চেঙা তেল দিয়া—।

তিনি টেলিঙনি খোৱা—। কপৌ চেলোৱা দিয়া—।

দংশন, কামোৰ, কিটিৰ-কামোৰ। আচোঁৰোতা, আঁচোৰতী (স্ত্ৰী), ঠোকৰ, টোকৰ।

বিণ./বি. উপদ্ৰুত, অত্যাচাৰিত। প্ৰহৃত। লাঞ্ছিত, অপমানিত, নাকাল। নিষ্পেষিত, নিৰ্য্যাতিত। ঠেঙনা-খোৱা।

আঘাতপ্ৰাপ্ত। আধাধুনীয়া।

উৎপতীয়া, শনাহী। উপদ্ৰৱকাৰী, জুলুমবাজ, অত্যাচাৰী, অত্যাচাৰকাৰী, উৎপীড়ক।

মাৰণহতীয়া, মাৰমুখ, মাৰণোদ্যত।

ক্ৰি. বিণ. ঘঁটা-জোকৰা দি। গঁতিয়াই-ভুকুৱাই, হেঁচি-ঠেলি।

**৬৮৯ অনাক্ৰমণ**

বি. অনাক্ৰমণ।

অহিংসা, হিংসাভাব।

অস্ত্ৰ সংবৰণ।

বিণ. অনাহত, অক্ষত।

ক্ৰি. বিণ. অক্ষতদেহে, অক্ষতশৰীৰে। বিনাৰক্তপাতে; বিনাযুদ্ধে।

**৬৯০ শাৰীৰিক আঘাত**

বি. ঘা; ক্ষতস্থান, ক্ষতচিহ্ন, দাগ।

নখৰ আঁচোৰ।

বিণ. আহত, আঘাতপ্ৰাপ্ত, থেতেলা-খোৱা, ক্ষতবিক্ষত। ৰক্তাক্ত, তেজে তুমকলি।

**৬৯১ পৰাক্ৰম**

বি. পৰাক্ৰম, বীৰত্ব, শক্তি, শক্তিসামৰ্থ্য, বীৰ্য্য; ক্ষমতা। প্ৰতাপ। শৌৰ্য্য। শৌৰ্য্যবীৰ্য্য, বীৰ্য্যবত্তা, বিক্ৰম।

জোৰ, বল, কোব, ক্ষমতা, তেজ, তাকত। সাহস।

জৰপুড়, জোৰপুড়, হেঁচা।

বলশালিতা, শক্তিমত্তা, বলিষ্ঠতা, সবলতা, পৰাক্ৰমশালিতা, ভীমপৰাক্ৰম, ভীমবিক্ৰম, ভীমবল।

সক্ষমতা, সামৰ্থ্য, হিম্মত।

বাহুবল, ভুজবল, পেশীবল। অস্ত্ৰবল।

জনবল, লোকবল, গণশক্তি।

জোৰ-জুলুম, জবৰদস্তী, জোৰ-জবৰদস্তী।

বলবৰ্দ্ধন, বলবৃদ্ধি, বলসঞ্চাৰ, শক্তিবৰ্দ্ধন, শক্তিবৃদ্ধি, শক্তিসঞ্চাৰ।

বলাধিক্য।

বলপ্ৰয়োগ, শক্তিপ্ৰয়োগ। জোৰ খটোৱা—।

যোগবল, যোগশক্তি; দৈববল, দৈৱীশক্তি। মন্ত্ৰবল, মন্ত্ৰশক্তি।

একল।

বিণ. বলবৰ্দ্ধক, শক্তিবৰ্দ্ধক, তেজবৰ্দ্ধক, বলদায়ক, শক্তিদায়ক। বীৰত্বপূৰ্ণ। বীৰত্বব্যঞ্জক, বীৰোচিত।

বিণ./বি. পৰাক্ৰমশালী, বলশালী, প্ৰতাপী, পৰাক্ৰমী। প্ৰতাপশালী, বিক্ৰমশালী, তেজীয়ান, তেজস্বী, তেজোদীপ্ত, তেজোদৃপ্ত।

অমিততেজা, অমিতবিক্ৰম, মহাতেজা।

তেজাল।

বীৰ; মহাবীৰ; বীৰশ্ৰেষ্ঠ, বীৰসিংহ। বীৰ্য্যবান।

বলবান, জোৰবান, বলশালী, বলী, বলিয়াৰ, বলবন্ত, বলীয়ান, বলিষ্ঠ, সবল, প্ৰবল, শক্তিধৰ, শক্তিমান, শক্তিশালী।

ভীম; হাৰকিউলিছ; চেমচন।
মহাবলশালী, মহাবলী, অতিবল।
ক্ষমতাবান, ক্ষমতাশালী, শক্তিমন্ত, শক্তিমান। বাহাদুৰ।
দুৰ্দ্ধৰ্ষ, দুৰ্মদ, দুৰ্দ্দান্ত, জবৰদস্ত।
জোৰ যাৰ মুলুক তাৰ।
ক্ৰি. বিণ. জোৰেৰে, জোৰ-জবৰদস্তী কৰি; গাৰ জোৰেৰে, জোৰপুঁড় (জড়পুঁৰ) দি, গাৰ বলেৰে। লাঠিৰ জোৰত। মন্ত্ৰবলত। যোগবলত। কট-বান্ধ কৰি।
[ফ.য.] জোৰ যাৰ মুলুক তাৰ।

**৬৯২ বলহীনতা**

বি. বলহীনতা, শক্তিহীনতা।
দুৰ্ব্বলতা, দৌৰ্বল্য, নিৰ্জীৱিতা, নিষ্প্ৰাণতা।
ক্ষীণতা, শীৰ্ণতা, ৰুগ্নতা।
ক্লীৱত্ব, ক্লীৱতা।
বলক্ষয়, শক্তিহ্ৰাস।
বিণ. মৰা-মূছা, মৰা-মুগা যেন, কেলেবাং, নিশকতীয়া, আশকতীয়া, কাহিল, শক্তিহীন, দুৰ্ব্বল, কাবু। লেতুসেতু, লালকাল।
বলহীন, হীনবল, শক্তিহীন, অক্ষম, অপাৰ্থক, অশক্ত, অথৰ, অথাৱৰ, হতবল, ক্ষীণবল, নিৰ্জীৱ, ক্ষীণ শক্তি, পয়ালগা।
অসমৰ্থ, অপাৰগ, জীৱন্ততে মৰা।
বীৰ্য্যহীন, হীনবীৰ্য্য, আংমৰা, পুৰুষত্বহীন।
ক্ষমতাচ্যুত, হৃতশক্তি।
হেলেং-পেলেং, ঢলং-পলং, থৰক-বৰক, অস্থিৰ।
ক্ৰি.বিণ. লালকাল দি, হেলেং-পেলেংকৈ, ঢলং-পলংকৈ, থৰক-বৰককৈ, হেলাই-হেঁফাই, অস্থিৰ হৈ, অস্থিৰভাৱে।

**৬৯৩ অপ্ৰতিৰোধ**

বি. অপ্ৰতিৰোধ, অনৱৰোধ, অপ্ৰতিবন্ধকতা।
অপ্ৰতিৰোধ্যতা, অপ্ৰতিৰোধনীয়তা।
বাধাহীনতা। অব্যৰ্থতা।
অনিবাৰ্য্যতা, অৱশ্যম্ভাৱিতা, অমোঘতা, অব্যৰ্থতা।
সহজলভ্যতা, অনায়াসলভ্যতা, অপ্ৰয়াসলভ্যতা।
বিণ. অপ্ৰতিৰোধ্য, বাধাহীন, অবাধ। অমোঘ, অব্যৰ্থ। নিৰঙ্কুশ।
অপ্ৰতিৰুদ্ধ, অবাৰিত, অনিবাৰিত, অব্যাহত, অনবৰুদ্ধ।
অনিৰ্বাৰ, অনিবাৰ। অনিবাৰ্য্য, অনিবাৰণীয়। অপ্ৰতিবদ্ধ। দুৰ্বাৰ, দুৰ্ম্মৰ।
সুলভ, অনায়াস লভ্য, সহজলভ্য।
ক্ৰি.বিণ. অবাধে, বিনা বাধাই, বিনা প্ৰতিৰোধে; বিনা প্ৰতিদ্বন্দ্বিতাৰে। অপ্ৰতিহতভাৱে, অনিবাৰ্য্যভাৱে।
অপ্ৰয়াসে, অনায়াসে, অপ্ৰবন্ধে।

**৬৯৪ প্ৰতিৰোধ**

বি. প্ৰতিৰোধ, বাধা, নিৰোধ, নিৰোধন, বাধাদান, নিবাৰণ, প্ৰতিহত কৰা—, থমাই দিয়া—, বাটভেটা দিয়া—।
অৱৰোধ, বেৰি ধৰা—, ঘেৰি পেলোৱা—, ঘেৰাও কৰা—, আগুৰি ধৰা। আগভেটা দিয়া—, আগভেটি ধৰা—, আগচি ধৰা—।
বিণ. প্ৰতিৰোধ্য, নিবাৰণীয়।
প্ৰতিৰুদ্ধ, ব্যাহত।
প্ৰতিৰোধমূলক, নিবাৰণমূলক। নিবাৰ্য্য।
বিণ./বি. প্ৰতিৰোধকাৰী, প্ৰতিৰোধক, প্ৰতিৰোধী।
অৱৰোধক, অৱৰোধী।
নিবাৰণকাৰী, নিবাৰক, নিৰোধক।

**৬৯৫ বিক্ষোভ**

বি. বিক্ষোভ, বিক্ষোভপ্ৰদৰ্শন; গণবিক্ষোভ। বিদ্ৰোহ। আন্দোলন, গণ-আন্দোলন।
গণ-অৱস্থান, অৱস্থান ধৰ্মঘট।
ক'লা পতাকা প্ৰদৰ্শন; কুশ পুত্তলিকা (ইফিজি) দাহ। সত্যাগ্ৰহ; অনশন। আইন অমান্য। অসহযোগ, বৰ্জ্জন, বয়কট; পিকেটিং। চকাবন্ধ। সশস্ত্ৰ বিদ্ৰোহ।
বিদ্ৰোহ, দোহ, দ্ৰোহিতা। ৰাষ্ট্ৰদ্ৰোহ, ৰাষ্ট্ৰদ্ৰোহিতা; ৰাজদ্ৰোহ, ৰাজদ্ৰোহিতা।
অভ্যুত্থান, সমুত্থান।
গৃহযুদ্ধ। গণযুদ্ধ, গণসংগ্ৰাম।
মুক্তিযুদ্ধ, মুক্তিসংগ্ৰাম, মুক্তি আন্দোলন, স্বাধীনতা সংগ্ৰাম, স্বাধীনতা আন্দোলন, স্বৰাজসংগ্ৰাম, স্বাধীনতাৰ যুদ্ধ।
সন্ত্ৰাস, সন্ত্ৰাসবাদ, আতঙ্কবাদ। কূটাঘাত। অন্তৰ্ঘাত।
উগ্ৰপন্থা, চৰমপন্থা।
সন্ত্ৰাসবাদী আন্দোলন।
বিণ./বি. বিক্ষোভকাৰী, আন্দোলনকাৰী।
অনশনকাৰী, অনশনব্ৰতী।
অৱৰোধকাৰী, ঘেৰাওকাৰী।
সত্যাগ্ৰহী।
আইন অমান্যকাৰী, আইনভঙ্গকাৰী।
বিদ্ৰোহী; ৰাজদ্ৰোহী; ৰাষ্ট্ৰদ্ৰোহী, দেশদ্ৰোহী।
সন্ত্ৰাসবাদী, আতঙ্কবাদী, চৰমপন্থী, উগ্ৰপন্থী।
উগ্ৰবাদী। অন্তৰ্ঘাতক, কূটাঘাতকাৰী।
স্বাধীনতা সংগ্ৰামী; মুক্তিযোদ্ধা।

**৬৯৬ যুদ্ধ**

বি. যুদ্ধ, যুঁজ, যুঁজ-বাগৰ, যুদ্ধ-বিগ্ৰহ, ৰণ, সংগ্ৰাম, সমৰ। ধেৰাই।

সংঘৰ্ষ, লড়াই, লৰাই, সংঘাত, ধাবা, খেবা, খেৱাই। সমৰানল।
অস্ত্ৰধাৰণ।
আক্ৰমণ, হানা, হামলা।
কুচ-কাৱাজ, ৰণ-চালি।
ৰণযাত্ৰা, ৰণাভিযান, যুদ্ধযাত্ৰা। অভিযান।
মহাযুদ্ধ, বিশ্বযুদ্ধ।
গৃহযুদ্ধ, গৃহবিবাদ।
স্থলযুদ্ধ। নৌযুদ্ধ, জলযুদ্ধ। আকাশযুদ্ধ, বায়ুযুদ্ধ, বিমানযুদ্ধ।
নক্ষত্ৰযুদ্ধ, ষ্টাৰওৱাৰ।
সম্মুখ সমৰ, সম্মুখ সংগ্ৰাম।
গেৰিলা যুদ্ধ।
পৰমাণু যুদ্ধ, আণৱিক যুদ্ধ।
ধৰ্ম্মযুদ্ধ, জেহাদ; ন্যায়যুদ্ধ, হোলি ওৱাৰ, ক্ৰুছেদ।
মুক্তি যুঁজ, মুক্তিসংগ্ৰাম।
সীমাবিবাদ।
নৈশ যুদ্ধ। অন্যায় যুদ্ধ, কূটযুদ্ধ।
ৰণক্ষেত্ৰ, ৰণভূমি, যুদ্ধভূমি, যুদ্ধক্ষেত্ৰ, যুদ্ধস্থল, ৰণস্থলি, ৰণস্থল, ৰণাঙ্গন, সংগ্ৰামক্ষেত্ৰ, সমৰক্ষেত্ৰ, সমৰভূমি।
ৰণবাদ্য, দামামা, ৰণভেৰি, ৰণশিঙা।
ৰণহুংকাৰ; যুদ্ধং দেহি, ৰণাহ্বান, যুদ্ধাহ্বান। ৰণোন্মাদনা, ৰণোন্মত্ততা, যুযুৎসা, সমৰেচ্ছা। ৰণোদ্যম, ৰণোল্লাস। ৰণ-জেউতি। ৰণসজ্জা, ৰণসাজ, সমৰসজ্জা, যুদ্ধসজ্জা।
সৈন্যসমাবেশ। সেনানিবাস।
সমৰ সম্ভাৰ, যুদ্ধ সামগ্ৰী।
যুদ্ধাস্ত্ৰ, সমৰাস্ত্ৰ।
যুদ্ধ জয়, ৰণজয়।
যুদ্ধজাহাজ, ৰণতৰী, নৌ বল।
বিমানবাহী জাহাজ; ক্ৰুজাৰ; ডেষ্ট্ৰয়াৰ; ফ্ৰেগশ্বিপ, পতাকাবাহী জাহাজ; গানবোট; ফ্ৰিগেট; টৰ্পেডো বোট; চাবমেৰিণ।
জঙ্গীবিমান; বোমাৰুবিমান; যুঁজাৰুবিমান, ফাইটাৰ প্লে'ন; হাণ্টাৰ; মিগ; ইনটাৰচেপ্টাৰ; জে'ট বম্বাৰ, জে'ট ফাইটাৰ।
ৰণ নৈপুণ্য, সংগ্ৰামপটুতা, সমৰদক্ষতা।
যুদ্ধনীতি, যুদ্ধৰীতি, ৰণনীতি, সমৰকৌশল, ৰণকৌশল; যুদ্ধবিদ্যা, ক্ষত্ৰবিদ্যা।
যুদ্ধবন্দী।
বিশ. সামৰিক। যুদ্ধকালীন।
যুদ্ধৰত, সমৰৰত।
সংগ্ৰামী।
বিশ./বি. যোদ্ধা, যুজোঁতা, যুজন্তা, যুঁজাৰু, যুদ্ধকাৰী, যুদ্ধকৰ্ত্তা।
যুদ্ধজয়ী, ৰণজয়ী।
জঙ্গী, যুদ্ধোন্মাদ। ৰণকামী। ৰণোন্মত্ত, ৰণমত্ত, যুদ্ধোন্মত্ত।
সমৰৰত, যুযুধান।
যুদ্ধবিশাৰদ; যুদ্ধনিপুণ, ৰণনিপুণ, ৰণকুশল, ৰণদক্ষ, ৰণৰঙ্গী, ৰণপটু, সংগ্ৰামদক্ষ।
আক্ৰমণকাৰী, আগ্ৰাসী, হানাদাৰ।
[পৌৰা.] ৰথী, মহাৰথী। সপ্তৰথী [ দ্ৰোণচাৰ্য্য; কৰ্ণ; কৃপ; অশ্বত্থামা; শকুনি; দুৰ্যোধন; দুঃশাসন ]।
[বিপ.] যুদ্ধবিৰতি; সন্ধি, সন্ধিচুক্তি। যুদ্ধবিৰতি চুক্তি।
অস্ত্ৰ সংবৰণ।
যুদ্ধাৱসান, যুদ্ধশেষ।
যুদ্ধবিৰতি ৰেখা।

৬৯৭ সৈন্য

বি. সৈন্য, সেনা, সৈনিক, চিপাহী, ৰণুৱা, যোদ্ধা, যুঁজাৰু, জোৱান। বল, ফৰ্চ; মিলিটাৰি, সৈন্যবল, সামৰিক বল। সেনাবাহিনী, সেনানী, সেনাদল, সৈন্যদল, সামৰিক-বাহিনী, ফৌজ, পল্টন, সশস্ত্ৰ বাহিনী।
স্থলবাহিনী, স্থলসেনা, আৰ্মি। পদাতিক, পদাতি, পাইক, ইনফেন্ট্ৰি। অশ্বাৰোহী বাহিনী, বিসালা। গোলন্দাজ বাহিনী।
জলবাহিনী, নৌ বাহিনী, নৌসেনা, নেভি।
বিমানবাহিনী, বায়ুসেনা, এয়াৰ ফোৰ্স; পেৰাছুটবাহিনী, পেৰাট্ৰুপাৰ।
গৰিলা বাহিনী, গৰিলা সৈন্য, কমাণ্ডো, কমাণ্ডোবাহিনী।
ভাৰাতীয়া সৈন্য।
ধৰ্ম্মযোদ্ধা; মুজাহিদ।
ডিভিজন, ব্ৰিগেড, ৰেজিমেণ্ট; গেৰিছন; কোম্পানী; স্কোৱাড্ৰন; স্কোৱাড; প্লেটুন, পল্টন।
সেনাপতি, সেনাধ্যক্ষ, সৈন্যাধ্যক্ষ, সেনানায়ক, বলাধ্যক্ষ; দফাদাৰ।
নৌ-সেনাপতি, নৌ-সেনানী। নৌ-সৈন্য।
বায়ু সেনা।
বৈমানিক, বিমান চালক, পাইলট।
বিমানবন্দৰ, বিমানাঙ্গন; বিমানঘাটি।
সেনানিবাস, ছাউনী, বাহৰ, সেনা শিবিৰ।
বেৰেক, কেণ্টনমেণ্ট, লাইন্‌স। কেম্প।
দুৰ্গ, কিল্লা, গড়।
বিশ. সসৈন্য। মিলিটাৰি, ফৌজি।
ক্ৰি.বিশ. সসৈন্যে।

৬৯৮ জয়

বি. জয়, বিজয়, জয়লাভ, দিগ্বিজয়, বিশ্বজয়, বিশ্ববিজয়, ভুবনজয়,

জগজ্জয়, জিকা—। জিত, জিনন।

যুদ্ধজয়, ৰণজয়, সমৰসাফল্য।

জিকা—; বশ মনোৱা—, বশ্যতা, স্বীকাৰ কৰোৱা—, কাবু কৰা—। হুৰুৱাই দিয়া- পৰাজিত কৰা—, বিপৰ্য্যস্ত কৰা—, পৰ্য্যুদস্ত কৰা—, বিধ্বস্ত কৰা—, পৰাস্ত কৰা—, পৰাভূত কৰা—। গু-হাৰণ হুৰুওৱা—।

অধীনলৈ অনা—। বশীভূত কৰা—, বশ কৰা—।

শত্ৰুদমন, শত্ৰুজয়, শত্ৰুনাশ, শত্ৰুবিনাশ, শত্ৰুমৰ্দন, বৈৰীনাশ, বৈৰীসংহাৰ, বৈৰীদমন। আবৰী বলোৱা—। বাটৰ কাঁইট গুচোৱা—।

বিজয়াভিলাষ।

জয়োৎসৱ, বিজয়োৎসৱ।

জয়ধ্বনি, জয়ঘোষ, জয়-নান্দি, জয়োল্লাস, বিজয়োল্লাস, জয়োৎসৱ, জয়নিনাদ, বিজয়নিনাদ। জয়স্তম্ভ, বিজয়স্তম্ভ।

জয়শঙ্খ; জয়ভেৰি, বিজয়দুন্দুভি, জয়ঢোল, জয়ঢাক।

জয়মালা, জয়মাল্য, বিজয়মালা, বিজয়মাল্য।

জয়লক্ষ্মী, বিজয় লক্ষ্মী; জয়শ্ৰী।

বিজয় পতাকা, বিজয় নিচান, জয়-ধ্বজা, জয়ধ্বজ, বিজয়কেতন, জয়-জয়ন্তী, জয়কেতু।

জয়লেখ, বিজয়লেখ, জয়পত্ৰ।

বিণ. অপৰাজিত, অপৰাভূত, অদমিত।

অদমনীয়, অদম্য, অপৰাজেয়, দুষ্পৰাজেয়, দুৰাক্ৰম্য।

দুৰ্জ্জয়, দুৰ্দ্দম, দুৰ্দ্দমনীয়, দোৰ্দণ্ড, বাঘৰ আগতেল খোৱা—।

দুৰ্বাৰ, দুনিবাৰ্য্য, অভঙ্গ।

বিণ./বি. জয়ী, বিজয়ী, জেতা, বিজেতা, জিনোতা, জিকাৰু, জিষ্ণু, জয়যুক্ত, জয়শীল, বশকাৰী। সফল।

বিশ্ববিজয়ী, বিশ্বজয়ী, ভুৱনজয়ী, দিগ্বিজয়ী, বিশ্ববিজেতা, জগজ্জয়ী।

বিজয়োন্মত্ত, জয়োল্লসিত।

শত্ৰুনাশকাৰী, শত্ৰুজয়ী, শত্ৰুঘ্ন, অৰিজিৎ, জিতাৰি, অৰিন্দম, অৰিমৰ্দ্দন, পৰন্তপ। শত্ৰুনাশক, শত্ৰুঘাতী।

**৬৯৯ পৰাজয়**

বি. পৰাজয়, পৰাভৱ, পৰাজয়স্বীকাৰ, বশ্যতাস্বীকাৰ, আত্মসমৰ্পণ, হৰা—, হাৰমনা—, হাৰ, হাৰণ, নেজ পেলাই দৌৰা—, ধৰা দিয়া—, ৰণভঙ্গ দিয়া—, পিছ হোহকা মৰা—, পশ্চাদপসৰণ। অস্ত্ৰসংবৰণ।

বিণ. পৰাজেয়, বশ্য।

বশীভূত।

বিণ./বি. পৰাজিত, নিৰ্জ্জিত, পৰাভূত, পৰাহত, পৰাস্ত। ধৰাশায়ী। ৰাজ্যভ্ৰষ্ট, ৰাজ্যচ্যুতি।

ক্ৰি. বিণ. বশ্যতা স্বীকাৰ কৰি, বাধ্যতা স্বীকাৰ কৰি, সেও মানি, শিৰ নত কৰি।

**৭০০ অনৱৰোধ**

বি. অনৱৰোধ, বাধাহীনতা, অৱৰোধহীনতা, অপ্ৰতিবন্ধকতা, অনুকূলতা।

মুক্তি। স্বাধীনতা।

অৱলীলা, অনায়াস, অপ্ৰয়াস।

বিণ. অবাধ, বাধাহীন, বাধাশূন্য, নিৰঙ্কুশ, অবাধিত, অপ্ৰতিহত, অবাৰিত।

মুক্ত, উন্মুক্ত, অনৰ্গল, অৰ্গলহীন, অনিৰুদ্ধ, খোলা, সৰগৰীযা, নিকিলকিলীয়া।

লেকাম নোহোৱা, উদং, উদণ্ডীয়া, উদংমূৰীযা।

হাদাং, হাদাঙি, হেদাঙি, হাদানি, হেদানি।

বাধ্য-বাধকতাহীন।

নিষ্কণ্টক, অকণ্টক, অকণ্টকা (স্ত্ৰী), নিৰ্বিঘ্ন, নিৰ্জ্জঞ্জাল।

অনুকূল।

এৰাল ছিঙা, নাকী ছিঙা।

ক্ৰি. বিণ. অবাধে, নিৰ্বিঘ্নে, নিৰ্বিঘিনিয়ে, বিনাবাধাই, অৱলীলা ক্ৰমে, অনায়াসে, অপ্ৰয়াসে, অপ্ৰবন্ধে, সহজে, অক্লেশে।

**৭০১ ৰক্ষণ**

বি. ৰক্ষণ, ৰখা—; থৈ দিয়া—; সাঁচি ৰখা, সাঁচি থোৱা—, ৰাখি থোৱা—।
ন্যাস।
সাঁচতিয়াৰ, সাঁচনিয়াৰ; সাঁচোঁতা; সাঁচতী (স্ত্রী), সাঁচনী।

বিণ. ৰক্ষিত, ন্যস্ত, গচ্ছিত; সাঁচতীয়া, সাঁচনীয়া, সঞ্চিতা।

বিণ./বি. ৰক্ষক, ৰক্ষণকাৰী; ন্যাসৰক্ষক।

**৭০২ সংগ্ৰহ**

বি. সংগ্ৰহ, গোটাই অনা—, যোগাৰ কৰা—, চপাই অনা—, সংকলন, চয়ন।
সঞ্চয়, সঞ্চয়ন, সাঁচন, জমা, সাঁচি ৰখা—, সাঁচি থোৱা—সামৰি থোৱা—।
মজুত।
দ'ম।
সামৰণ।
সংগ্ৰহালয়, সংগ্ৰহশালা; যাদুঘৰ, মিউজিয়াম।
গুদাম ঘৰ, মালখানা।
সঞ্চয় সংস্থা, সঞ্চয় ব্যৱস্থা।
বেংক; চেভিংচ বেংক; জীৱন বীমা; ভৱিষ্যনিধি, প্ৰভিডেণ্ট ফাণ্ড।

বিণ. সংগৃহীত। সংকলিত।
পুঞ্জীভূত, ৰাশিকৃত, স্তূপীকৃত, দ'লা-দ'ল, দ'লায়মান, দ'লমনি।

**৭০৩ আৰোপ**

বি. আৰোপ, আৰোপণ।
বলবৎ, কৰ্জু।
জাপি দিয়া—।

বিণ. আৰোপিত।

বিণ./বি. আৰোপক, আৰোপণকাৰী।

**৭০৪ প্ৰদান**

বি. প্ৰদান, অৰ্পণ, সমৰ্পণ, প্ৰত্যৰ্পণ, দিয়া—, দিয়ন-থোৱন, সঁপি দিয়া—।
উৎসৰ্গ, ত্যাগ, বিতৰণ।
যোগান; চাহিদা পূৰণ; অভাৱ পূৰণ, অভাৱমোচন। ভৰাই মৰা—।
দান, প্ৰতিদান।
হস্তান্তৰ, হাত-বদল। ইহাত-সিহাত কৰা—।
দি দিয়া—।
শোধ, পৰিশোধ, পৰিদান, ফিৰাই দিয়া—, ঘূৰাই দিয়া—।
ওৱাপিছ, ওৱাপেছ।
পৰিত্যাগ, পৰিবৰ্জন।

বিণ. প্ৰদত্ত, অৰ্পিত, সমৰ্পিত। হস্তান্তৰিত।
পৰিশোধ্য, পৰিশোধনীয়, দেয়।
উৎসৰ্গীকৃত; ইচ্ছাদত্ত, স্বেচ্ছাদত্ত।
পৰিত্যক্ত, পৰিবৰ্জিত

বিণ./বি. দাতা, প্ৰদাতা, দিওঁতা।
সম্প্ৰদানকাৰী, সম্প্ৰদাতা।
পৰিশোধকাৰী।

**৭০৫ বিতৰণ**

বি. বিতৰণ, বিলাই দিয়া—, ভগাই দিয়া—, আবণ্টন।
পৰিবেশন।
ভাগ, ভাগভাগ, বিভাজন, বাটোৱাৰা, বাটোৱাৰী।
আধাআধি, সমান সমান।
বিতৰণ কেন্দ্ৰ।

বিণ. আবণ্টিত; পৰিবেশিত; বিভক্ত।
বিভাজ্য, বিভাজনীয়।
বিলনীয়া।

বিণ./বি. বিতৰণকাৰী, পৰিবেশক, পৰিবেশকাৰী।
বিলনিয়াৰ।

ক্রি. বিণ. ভাগ ভাগকৈ, ভগাভগিকৈ, হ্যাৰাহ্যাৰিকৈ।

**৭০৬ দানশীলতা**

বি. দানশীলতা, বদান্যতা, দানধৰ্ম, দাক্ষিণ্য, দয়াদাক্ষিণ্য, উদাৰতা।
দান। প্ৰদান।
দানসামগ্ৰী। দান-পত্ৰ।
ধনদান, অৰ্থদান, অন্নদান; আশ্ৰয়দান; বলিদান, উৎসৰ্গ, উছৰ্গা।

বিণ. দাতব্য। দানযোগ্য।

বিণ./বি. দাতা, দানশীল, দানবীৰ, দানী,

উদাৰ। দাতাকৰ্ণ।

ধনদাতা, অৰ্থদাতা; অন্নদাতা; আশ্ৰয়দাতা।

**৭০৭ উৎসৰ্গ**

বি. উৎসৰ্গ, উছৰ্গা, নৈবেদ্য, নিবেদন, চি(ছি)ন্নি। বিসৰ্জ্জন। বলি, কুৰবানি; দান।

অৰ্পণ, সমৰ্পণ। বিসৰ্জ্জন।

আত্মোৎসৰ্গ, আত্মত্যাগ, আত্মবিসৰ্জ্জন, আত্মনিবেদন, আত্মবলি, আত্মাহুতি, আত্মবলিদান।

বিণ. উৎসৃষ্ট, উছৰ্গিত, উৎসৰ্গিত, নিবেদিত, সমৰ্পিত।

নিবেদনীয়, সমৰ্পণীয়।

বিণ./বি. উৎসৰ্জক, নিবেদন, উৎসৰ্গকাৰী।

আত্মত্যাগকাৰী, আত্মোৎসৰ্গকাৰী, আত্মনিবেদনকাৰী।

**৭০৮ উপহাৰ**

বি. উপহাৰ, উপায়ন, প্ৰীতি-উপহাৰ, তোফা; উপঢৌকন। পুৰস্কাৰ।

বকছিছ, ইনাম। নজৰানা।

ভেটি, ভাৰ-ভেটি, ঘোছ। ভেটি খোৱা—, ঘোছ খোৱা—।

বিণ. উপহাৰপ্ৰাপ্ত, পুৰস্কাৰপ্ৰাপ্ত।

ভেটুৱা।

**৭০৯ কাৰ্পণ্য**

বি. কাৰ্পণ্য, কৃপণালি, কিৰ্পিণালি, কটকিনালি, কৃপণতা; ব্যয়কুণ্ঠতা।

আঙুলিৰ মাজেদি পানী নসৰকা।

বিণ./বি. কৃপণ, কিৰ্পিণ, বান্ধকানি, কটকিনা, কোৰামুঠীয়া, কুৱাং, খবিচ, জিকাজৰী, বজ্ৰবটালি, চিপা, চিপিৰা, টানমুঠিয়া, বেতেৰি-চেপা, কাঠ-কুঠাৰ, কৰাইচ, যখ, গৃত চাউল ধোৱা, গৃ-পেৰেত, চিকটা, বখিল, কুটি-খোৱা, টটাৰি, হাঁতে শুকোৱা। হাগি তিনিবাৰ পিচলৈ চোৱা। মাখিৰ মূৰৰ ঘিঁউ কঢ়া—। অৰিকহ-পৰিকহ, আঁত-কৰালী।

**৭১০ যাচনা (যাচ্ এনা)**

বি. যাচনা, খোজন, মাগন, খোজা—, ভিক্ষা মগা—।

ভিক্ষা, কামনা, বাসনা, অভিলাষ, ঈপ্সা, বাঞ্ছা, আকাঙ্ক্ষা।

প্ৰত্যাশা। উপাসা, উপাসা-ভৰসা।

প্ৰাৰ্থনা, অনুনাথনা। ঘেঙনি।

বাঞ্ছোতা; বাঞ্ছুতী (স্ত্ৰী)।

খোজা-বঢ়া। তোবামোদ।

বিণ. যাচিত, অভিলষিত, বাঞ্ছিত, ঈপ্সিত, প্ৰাৰ্থিত, কাম্য, ইষ্ট, অভীষ্ট, কাঙ্ক্ষিত, আকাঙ্ক্ষিত।

মগনীয়া।

বিণ./বি. যাচক, প্ৰত্যাশী, খোজনীয়া, খোজনিয়াৰ, মগনিয়াৰ, ভিখাৰী; ভিক্ষুক। যাচক, প্ৰাৰ্থক।

ক্ৰি. বিণ. মাগনাই, খুজি-মেলি। বিচৰা মাত্ৰকতে, বিচৰা মাত্ৰেই।

**৭১১ অপ্ৰত্যাশা**

বি. অপ্ৰত্যাশা, অনাকাঙ্ক্ষা, নিবিচৰা—।

বিণ. অযাচিত, অপ্ৰত্যাশিত।

উপযাচিত। অপ্ৰাৰ্থিত। নিবিচৰা।

বিণ./বি. অযাচক। অচাটুৱা।

ক্ৰি. বিণ. অপ্ৰত্যাশিতভাৱে, নিবিচৰাকৈয়ে, অযাচিতে, অদাচিতে, অযাচিতভাৱে, উপযাচি।

**৭১২ লোভ**

বি. লোভ, প্ৰলোভ, মোহ, লিপ্সা, লালসা, লালচ, প্ৰলোভন, চহ, লহন, লোহন, লোলুপতা, লুতপুতনি।

দাঁহ, খঁক, হঁতাহ। আক্ৰোহ।

অতিলোভ, অতিস্পৃহা, অত্যাকাঙ্ক্ষা।

স্পৃহা, ঈপ্সা, বাঞ্ছা।

লুব্ধদৃষ্টি, লুব্ধনয়ন, লুভীয়া দৃষ্টি। লোলুপ দৃষ্টি।

অৰ্থলোভ। আতকুতি।

টু-টুৱনি, ল ল চ চ, লয় লয়, চয় চয়।

বিণ. লোভাবিষ্ট, লুভীয়া। আক্ৰোহী। লোভনীয।

স্পৃহনীয়।

প্ৰলোভিত, লুব্ধ, লালায়িত।

বিণ./বি. লোভী, আতকুত, লোভাতুৰ, লোলুপ, লোলুপা (স্ত্ৰী)। লুতুৰা, লুতপুতীয়া। অৰ্থলোভী, অৰ্থগৃধ্নু, অৰ্থপিশাচ। খকুৱা, জীয়া খোৱা।

ক্ৰি. বিণ. লোভত পৰি, লুব্ধ দৃষ্টিৰে, সতৃষ্ণ নয়নে।

বলাই-ঘটাই, কোবাই-ধৰিয়াই। লোভ লগাই, প্ৰলোভন দেখুৱাই।

টু টুৱাই।

**৭১৩ প্ৰাপ্তি**

বি. প্ৰাপ্তি, পোৱা—।

আয়, উপাৰ্জ্জন।

প্ৰাপ্য, দেনাপাওনা।

প্ৰাপ্তিস্বীকাৰ। প্ৰাপ্তিস্থান। ৰছিদ।

বিণ. লভ্য, প্ৰাপ্তব্য, প্ৰাপ্য, উপলভ্য। লভ্যমান।

সুপ্ৰাপ্য, অনায়াস লভ্য, অনায়াস লব্ধ।

বিণ./বি. পাওনা, পাউনি।

অংশীদাৰ, পাওনাদাৰ। অংশী, ভগিয়াৰ। ছৰিক।

**৭১৪ অপ্ৰাপ্তি**

বি. অপ্ৰাপ্তি, নোপোৱা—।

দুষ্প্ৰাপ্যতা, দুৰ্লভতা, আয়াসলভ্যতা, কষ্টলভ্যতা, পাবলৈ নোহোৱা হোৱা—। তাল লগা—।

অনপু-অধপু।

আবহঁতৰ-বহঁত। সাতৰি-সোণা, সোণৰ সোলেং। সোণৰ লাড়ু।

বিণ. অপ্ৰাপ্ত, আপুৰুগ।

দুৰ্লভ। সুদুৰ্লভ, বিৰল, দুষ্প্ৰাপ্য, দুৰ্মূল্য, অপ্ৰাপ্য, আয়াসলভ্য, কষ্টলভ্য; দেৱদুৰ্লভ।

আপুৰুগীয়া। অচাৰ-সঁচাৰ।

ঘোঁৰা-শিঙৰ কঁৰিয়া।

**৭১৫ গ্ৰহণ**

বি. গ্ৰহণ, লোৱা—। দখল কৰা—।

পৰিগ্ৰহ, পৰিগ্ৰহণ, লও(ৱ) ন।

গ্ৰহণেচ্ছা।

বিণ. গৃহীত। লব্ধ; প্ৰাপ্ত।

গ্ৰহণীয়।

বিণ./বি. গ্ৰহীতা, লওঁতা, লঁতী (স্ত্ৰী); গ্ৰাহক।

গ্ৰহণেচ্ছু।

**৭১৬ অগ্ৰহণ**

বি. অগ্ৰহণ, অপৰিগ্ৰহ। নোলোৱা—। পৰিহৃত, বৰ্জ্জিত।

প্ৰত্যাখ্যান। এঙোৱা—।

ফিৰত দিয়া—, ওলোটাই দিয়া—, ঘূৰাই পঠোৱা—।

ওভতাই দিয়া—, ওৱাপচ দিয়া—।

ৰদ, বাতিল, নাকচ, খাৰিজ।

বিণ. অগৃহীত, প্ৰত্যাখ্যাত।

অস্বীকৃত।

অগ্ৰহণীয়।

**৭১৭ প্ৰয়োজন।**

বি. প্ৰয়োজন, প্ৰয়োজনীয়তা, সকাম, আৱশ্যক, আৱশ্যকতা, জৰুৰত, গৰজ। দৰকাৰ। অজুহাত, ব্যপদেশ, তাগিদা, তাড়না, হেঁচা, চাপ।

বিণ. প্ৰয়োজনীয়, আৱশ্যকীয়, অত্যাৱশ্যকীয়, দৰকাৰী, লাগতিয়াল, লাগতীয়া, লগা। অৱশ্য প্ৰয়োজনীয়, জৰুলী, জৰুৰী।

ক্ৰি. বিণ. দৰকাৰত, প্ৰয়োজনত, বিচৰা মাত্ৰকে, লগামাত্ৰকে, লাগ বুলিলেই।

**৭১৮ গুৰুত্ব**

বি. গুৰুত্ব, গুৰুতা। প্ৰাধান্য।

ভ্ৰূক্ষেপ, গ্ৰাহ্য।

জোৰ, চাপ, হেঁচা, কচপা, ভিনি কতপা।

বিণ. গুৰুত্বপূৰ্ণ, তাৎপৰ্য্যপূৰ্ণ, জৰুৰী, দৰকাৰী।

প্ৰধান।

**৭১৯ অপ্ৰয়োজন**

বি. অপ্ৰয়োজন, অদৰকাৰ, অনাৱশ্যকতা।

গুৰুত্বহীনতা, প্ৰয়োজনহীনতা, তাৎপৰ্য্যহীনতা।

বিণ. অপ্ৰয়োজনীয়, অদৰকাৰী, অনাৱশ্যকীয়, পেলনীয়া, নিষ্প্ৰয়োজন, অলাগতিয়াল, অলাগতীয়া, নলগা। তাৎপৰ্য্যহীন, গুৰুত্বহীন, এলা-পেচা, লাপি-লুপা, উলা-মূলা, এলামেলা, সামান্য।

শুদা-শুদি, মামুলি।

ক্ৰি. বিণ. অপ্ৰয়োজনত, অদৰকাৰত, অনাহকত, অনাবাবে, অকথাত, অবাবত, বিথলে, আলেজালে, বিনাপ্ৰয়োজনত, এনেয়ে।

**৭২০ বিনিময়**

বি. বিনিময়, সলনি, বদলি, সলনা-সলনি, দিয়া-লোৱা, আদান-প্ৰদান, অদল-বদল।

ক্ৰি. বিণ. বিনিময়ত, পৰিবৰ্ত্তে, সলনি কৰি।

**৭২১ ভিক্ষা**

বি. ভিক্ষা।

ভিক্ষাবৃত্তি, ভিক্ষা ব্যৱসায়।

কঙালী। মাগি-খুজি খোৱা—।

ভিক্ষান্ন। ভিক্ষাপাত্ৰ। ভিক্ষাৰ জোলোঙা।

বিণ./বি. ভিক্ষুক, ভিক্ষাৰী, ভিক্ষাৰ্থী। ভিক্ষাজীৱী, ভিক্ষোপজীৱী। পৰান্নজীৱী। ফকিৰ, দৰবেছ।

কঙাল। ভিকহু। খোজনিয়াৰ, মগনিয়াৰ, খুদ-মগনীয়া, হা ভাত হা কাপোৰ। খুদ-মগনীয়া।

দিন ভিক্ষা প্ৰাণ ৰক্ষা।

ক্ৰি. বিণ. মাগি-খুজি।

**৭২২ কৰ্ত্তৃত্ব**

বি. কৰ্ত্তৃত্ব, আধিপত্য, অধিকাৰ, প্ৰভুত্ব, কেৰামত।

কেৰামতালি।

নেতৃত্ব, অধিনায়কত্ব।

সাৰ্ব্বভৌমত্ব, সাৰ্ব্বভৌমতা; একাধিপত্য।

মালিকানা।

মালিক, মুৰব্বী, মুখিয়াল।

বিণ. কৰ্ত্তৃত্বপূৰ্ণ, আধিপত্যমূলক, কৰ্ত্তৃত্বব্যঞ্জক।

মালিকী।

বিণ./বি. কৰ্ত্তা, অধিপতি, প্ৰধান, প্ৰভু, অধিকাৰী।

অধিনায়ক, কেপ্তেইন, স্বামী।
একাধিপতি, সৰ্বেসৰ্বা, সাৰ্বভৌম।

**৭২৩ স্বত্বাধিকাৰ**

বি. স্বত্বাধিকাৰ, স্বত্ব, মালিকানা, মালিকানাস্বত্ব।
অধিকাৰ। উত্তৰাধিকাৰ। স্বামিত্ব, প্ৰভুত্ব, কৰ্তৃত্ব।
হক, অধিকাৰিত্ব।
স্বত্ব-সাব্যস্ত, স্বত্ব-নিৰ্ণয়।

বিণ./বি. স্বত্বাধিকাৰী, স্বত্বাধিকাৰিণী (স্ত্ৰী)।
উত্তৰাধিকাৰী, উচিয়ান।
মালিক, মনিব, খোদাবন্দ।
অধিকাৰী। গৰাকী, স্বামী, গিৰিহঁত, অধিপতি, প্ৰভু।
ওৱাৰিছ।

ক্ৰি.বিণ. স্বত্বসাব্যস্তক্ৰমে, স্বত্বসাব্যস্তপূৰ্বক।

[বিপ.] মালিকহীন, নিগৰকীয়া। বে-ওৱাৰিছ।

**৭২৪ অধিকাৰ**

বি. অধিকাৰ, দখল, দাবি, হক। অধিকাৰিত্ব।
আধিপত্য, কৰ্তৃত্ব। ক্ষমতা।
দখলিস্বত্ব। দখলতি।
দখলদাৰ।
গ্ৰাস, কবল, খপ্পৰ।
জোৰদখল; অধিগ্ৰহণ।
আত্মসাৎ, ঘোঁক মৰা—। মঘা মৰা—।
স্বত্বাধিকাৰ, স্বামিত্ব। এক্তিয়াৰ।
পুনৰ্দখল, পুনৰধিকাৰ, পুনৰুদ্ধাৰ।
দখলনামা।
দাবীচনদ।

বিণ. অধিকৃত, অধিগত।
অধিকাৰভুক্ত, কৰ্তৃত্বাধীন, আয়ত্ত, অধিকৃত।
অধিগৃহীত।
হস্তগত, দখলীকৃত। কুক্ষিগত।

বিণ./বি. অধিকাৰী।
স্বত্বাধিকাৰী।
দখলদাৰ, দখলকাৰী।
বেদখলকাৰী।
দাবীদাৰ।

**৭২৫ হেৰুওৱা**

বি. হেৰুৱাই পেলোৱা—, হাতছাড়া হোৱা—, হাতৰ পৰা যোৱা—।

বিণ. হস্তচ্যুত, হেৰোৱা।
সৰ্ব্বস্বান্ত।

**৭২৬ নিবৃত্তি**

বি. নিবৃত্তি, ক্ষান্তি, উপশম, উপশান্তি।
ছাধ মিটোৱা—, চাহিদা মিটোৱা—, চখ মিটোৱা—। পৰিতৃপ্তি; চৰিতাৰ্থতা।

বিণ. নিবৃত্ত, চৰিতাৰ্থ, কৃতাৰ্থ।
ক্ষান্ত, বিৰত। উপশমনীয়।

ক্ৰি. বিণ. হেঁপাহ পূৰাই, হেঁপাহ পলুৱাই, সাধ মিটাই, আগোল-গোলকৈ, যথেচ্ছ।

# ২৯ অৰ্থ-বিত্ত-জীৱিকা



**৭২৭ অৰ্থ**

বি. অৰ্থ, ধন, টকা-পয়চা, পাই-পয়চা, টকা-কড়ি, টকা-সিকা, অৰ্থ-কড়ি, ধন-বিত, ধন-সোণ, ধন-সম্পত্তি, দৌলত, ধন-দৌলত, বিত্ত, বিত।

দাহন, দাহোন, সাহন,বাপতি-সাহন।

সৰ্ব্বস্ব, সৰ্ব্বহ, সতসৰ্ব্বহ।

ঐশ্বৰ্য্য, সম্পদ, সম্পত্তি, বিভূতি, বিষয়-সম্পত্তি। সম্বল, পুঁজি। যোত্ৰ।

মুদ্ৰা; ধাতুমুদ্ৰা; স্বৰ্ণমুদ্ৰা; সোণৰ মুদ্ৰা; ৰৌপ্যমুদ্ৰা, ৰূপৰমুদ্ৰা, মোহৰ, মোহৰানা।

নোট, কাৰেন্সি নোট।

পাই; পয়চা; অনা; দুআনি, সিকি; আধলি; টকা।

ক্ৰান্তি; কড়া, কড়ি; কড়া-ক্ৰান্তি।

ৰূপি, ৰূপেয়া; পাউণ্ড, ষ্টাৰ্লিং, চিলিং; পেন্স, পেনি; ফাৰ্দিং। ডলাৰ, চেণ্ট। ৰুবল, কোপেক। ইয়েন, সেন। মাৰ্ক। ফ্ৰাঁ। দিনাৰ। ক্ৰোনা। ক্ৰোন। লিৰা।

ধনাগম, অৰ্থোপাৰ্জ্জন।

ধনাগাৰ, ধনভাণ্ডাৰ, অৰ্থভাণ্ডাৰ, কোষ, ৰাজভঁৰাল, কোষাগাৰ, ট্ৰেজাৰি, খাজাঞ্চিখানা, মালখানা। টাকশাল, মিণ্ট। ৰত্নভাণ্ডাৰ, মণিকোঠ।

ধনদেৱতা, ধনাধিপতি, কুবেৰ। ধনৰ অধিষ্ঠাত্ৰী দেৱী, লক্ষ্মী।

বিণ. আৰ্থিক, বৈষয়িক; অৰ্থনৈতিক।

বিণ./বি. ধনবান, বিত্তবান, বিত্তশালী, ধনী, ধনন্তী; চহকী, দৌলতদাৰ।

অৰ্থনীতিবিদ, অৰ্থনীতিবিশাৰদ।

ক্ৰি. বিণ. পাই পাই কৈ; কড়াই-ক্ৰান্তিয়ে।

**৭২৮ জীৱিকা**

বি. জীৱিকা, প্ৰৱৰ্ত্তনি, প্ৰৱৰ্তনি; ব্যৱসায়; বৃত্তি; উপজীব্য, জীয়ন; ৰস-পম; ৰুজি, ৰুজি-ৰোজগাৰ, ৰুজি-বৃত্তি, পেছা; চাকৰি, চাকৰি-বাকৰি।

জীৱিকাৰ্জ্জন, জীৱিকা অৰ্জ্জন, পেটৰ ভাত মোকোলোৱা—, অন্নসংস্থান, জীৱনোপায়।

বিণ./বি. চাকৰিজীৱী। বৃত্তিভোগী, বৃত্তিজীৱী। ব্যৱসায়ী, ৰুজীয়া। পেছাদাৰী।

ক্ৰি. বিণ. জীৱিকাসূত্ৰে; চাকৰিসূত্ৰে।

**৭২৯ উপাৰ্জ্জন**

বি. উপাৰ্জ্জন, আয়, ধনাগম, কামাই, কামানি, ঘটন, ঘটন-পিটন।

আধিয়া কটা—, আধিয়া-কামানি।

ৰোজগাৰ, ৰোজকাৰ।

অৰ্থোপাৰ্জ্জন, ধনাৰ্জ্জন, ধন ঘটা—, অৰ্থসংগ্ৰহ, অৰ্থলাভ, ধনাগম, অৰ্থপ্ৰাপ্তি, বিত্তলাভ।

অৰ্থ চিন্তা। অৰ্থ সংস্থান।

বেতন, তলপ; বানচ; মহিনা; দৰমহা, তনখা; হাজিৰা, মজুৰি, দিনহাজিৰা, দিন মজুৰি; পাৰিশ্ৰমিক।

ভাতা; মহাৰ্ঘ ভাতা।

দক্ষিণা, গুৰু দক্ষিণা। প্ৰণামী, মাননি।

বোনাচ। পেন্সন, গ্ৰেচুইটি। লভ্যাংশ।

ৰয়েলটি।

বিণ উপাৰ্জ্জিত, অৰ্জ্জিত। প্ৰাপ্ত।

বিণ./বি. বেতন-ভোগী, তলপীয়া। উপাৰ্জ্জনকাৰী, উপাৰ্জ্জন কৰোঁতা। উপাৰ্জ্জনক্ষম।

**৭৩০ ভেটি**

বি. ভেটি, ঘোচ, ঘোচ-ঘাচ, উৎকোচ, ভাৰি, ৰিচপাত।

টকা খুওৱা—। ভাৰ-ভেটি। উপঢৌকন।

বিণ./বি. ভেটি দিওঁতা; ভেটি লওঁতা, ঘোচ দিওঁতা, ঘোচ লওঁতা, ঘোচ খাওঁতা; ঘোচ খুৱাওঁতা। ঘোচ খোৰ।

উৎকোচ দাতা। উৎকোচগ্ৰাহী।

**৭৩১ খৰচ**

বি. খৰচ, ব্যয়, খৰচ-পাতি, খা-খৰচ, খৰচ-পত্ৰ, খৰচ-বৰচ, অৰ্থব্যয়।

অপচয়, অপব্যয়, জলত দিয়া থলত দিয়া—, পানীত পেলোৱা—, বৃথা ব্যয়। উৰাই দিয়া—, আধা নাৰ্জ্জি, বে-হিচাপ, ঢাহি-মুহি খোৱা—।

ব্যয়বাহুল্য, ব্যয়াধিক্য, ব্যয়বহুলতা। লোকচান। হাতখৰচ, জেপখৰচ। খোৱা-খৰচ।

অমিতব্যয়িতা, অপব্যয়িতা। জুৱা খেলা—। মিতব্যয়, হিচাপ, মিতব্যয়িতা। হাত ধৰি চলা—।

বিণ. অপচয়িত, অপব্যয়িত।

ব্যয়বহুল, ব্যয়সাধ্য, ব্যয়সাপেক্ষ।

**বিণ./বি.** ব্যয়ী, খৰচী।

অপব্যয়ী। অপচয়ী। বে-হিচাপী, ব্যয়শীল। ধোঁৱাখুলীয়া, টঁহা-মোহা, হুতাশনীয়া, লক্ষ্মীছাড়া।

মিতব্যয়ী। জুখি-মাখি খৰচ কৰা, হিচাপী, হিচাপত চলা।

**৭৩২ মিতব্যয়িতা**

**বি.** মিতব্যয়িতা, পৰিমিতব্যয়িতা। হাতধৰি খৰচ কৰা—, হিচাপত চলা—, হাতধৰি চলা—।

সঞ্চয়, সঞ্চয়স্পৃহা, সঞ্চয় প্ৰৱণতা।

সাঁচি ৰখা—।

মিতব্যয়, ব্যয় হ্ৰাস, ব্যয় সঙ্কোচন, খৰচ কমোৱা—, খৰচ বচোৱা—, পৰিমিত ব্যয়, জুখি-মাখি খৰচ কৰা—, টানি চলা—, অনপচয়, অনপব্যয়িতা, সাশ্ৰয়।

ব্যয়কুণ্ঠা, ব্যয়কুণ্ঠিতা।

**বিণ.** সাঁচতীয়া, সাঁচনীয়া। সঞ্চিত, গুচ্ছিত। ৰাহিয়াল।

**বিণ./বি.** মিতব্যয়ী; হিচাপী, পৰিমিতব্যয়ী।

সাঁচতিয়াৰ, সাঁচনিয়াৰ, সাঁচোতা; সাঁচতী (স্ত্ৰী), সাঁচনী (স্ত্ৰী)।

**ক্ৰি.বিণ.** সাঁচি-ৰাখি, হাতধৰি, হিচাপত, হিচাপমতে।

**৭৩৩ ঋণ**

বি. ঋণ, ধাৰ, ধাৰ-ঋণ, কৰ্জ্জা, ধাৰ-ধুপাল, দেন, দেনা, দেনা-পাওনা। কালিয়ন।

ধাৰ দিয়া—, ধাৰ পৰিশোধ কৰা—। ধাৰসোধা—, ধাৰ সুজা—। ঋণ পৰিশোধ।

আগধন লোৱা—। হাওলাৎ।

তেজাস্ত. তেজাৰতি।

বন্ধক, সোতা, বন্ধকত থোৱা—, বন্ধকত দিয়া—।

মৰ্টগেজ। আমানত। বইনা।

বাকী, বাকী-বুকা, উঠনা।

ধাৰত পোত গৈ থকা —।

ঋণপত্ৰ, তমচ্ছুক, খত, বন্ধকনামা। হেণ্ডনোট।

ঋণদায়, ঋণগ্ৰস্ততা। নষ্ট নিধিত্ব।

সুদ, সুত, বিয়াজ, বাঢ়ি; চক্ৰবৃদ্ধি সুত। কুসীদ।

**বিণ.** বন্ধকী। ঋণগ্ৰস্ত, ঋণী, ধৰুৱা।

**বিণ./বি.** দেনদাৰ, দেনাদাৰ; ঋণী, ঋণগ্ৰস্ত, ধৰুৱা, বিয়জুৱা।

দেৱলীয়া, দেউলিয়া, নষ্টনিধি, ইনস'লভেন্ট।

ঋণদাতা, ধাৰে দিওঁতা। উত্তমৰ্ণ। কুসীদজীৱী, সুদখোৰ।

**ক্ৰি. বিণ.** বাকীকৈ, ধাৰে-ঋণে, ধাৰে-বান্ধে।

সুতে-মূলে, সুদেমূলে, সুতে-আচলে।

[বিপ. (বিণ.)] নিধৰুৱা, নিধাৰি, অঋণী।

ঋণমুক্ত। অনৃনী।

**৭৩৪ স্বচ্ছলতা**

**বি.** স্বচ্ছলতা, স্বচ্ছল অৱস্থা, আৰ্থিক স্বাচ্ছন্দ্য, আৰ্থিক স্বচ্ছলতা; ধনশালিতা, ধনৱত্তা, ধনাঢ্যতা, ঐশ্বৰ্য্যশালিতা, সমৃদ্ধিশালিতা, বৈভৱশালিতা, সমৃদ্ধিমত্তা।

ধন, ধন-দৌলত, দৌলত।

অৰ্থবল, ধনবল, অৰ্থসামৰ্থ্য, টকাৰ জোৰ। ধন-মদ, ধন-গৰ্ব্ব, ধন-দৰ্প, অৰ্থদৰ্প।

ধন-গৌৰব, ধন-গৰিমা, ঐশ্বৰ্য্য-গৰ্ব্ব।

ঋদ্ধি, সমৃদ্ধি, সুখ-সমৃদ্ধি, সুখ-সম্পদ; ভোগৈশ্বৰ্য্য, সুখৈশ্বৰ্য্য, সম্পদ, ঐশ্বৰ্য্য, বৈভৱ। বিভূতি, ৰসপম, যোত্ৰ।

সাহন, সাহোন, সম্পত্তি। বাপতি সাহন।

বৰলোকালি।

**বিণ.** নদন-বদন, আটন্তিয়াৰ, টনকিয়াল, ৰৈ-বৈ যোৱা।

**বিণ./বি.** আঢ্যৱন্ত, ধনৱন্ত, ধনী, ধনবান। যোত্ৰবান। স্বচ্ছল, ধনশালী, বিত্তশালী, বিত্তৱান, অৱস্থাপন্ন। সম্পদশালী, সম্পত্তিশালী, বৈভৱপূৰ্ণ, বৈভৱশালী, ঐশ্বৰ্য্যশালী, ঐশ্বৰ্য্যৱান, দৌলতদাৰী, দৌলতদাৰীক।

সমৃদ্ধ, সুসমৃদ্ধ, ঋদ্ধিমান। সমৃদ্ধিশালী।

ধনকুবেৰ। লাখপতি, কোটিপতি; ক্ৰোড়পতি।

বৰলোক। ওমৰা (হ), আমি(মী)ৰ, আমি(মী)ৰ- ওমৰা(হ)।

**৭৩৫ ভোগ, বিলাস**

**বি.** ভোগ, উপভোগ, ভোগ-বিলাস, সম্ভোগ, পৰিভোগ, সুখভোগ।

বিলাস, বিলাসিতা, বিলাস-ব্যসন, বিলাস-বাসনা, আয়ম।

বাবুগিৰি, টকচালি, ফুটনি।

ধুন, খৰাধুন।

বিলাসপ্ৰিয়তা, বিলাসপৰায়ণতা, ভোগাসক্তি।

বিলাসবহুলতা, বিলাস বাহুল্য।

শৌখিনতা। লাহ-বিলাহ, ধুন, ধুন-ঢুপাল, ধুন-ঢুপালি, ধুন-পেচ, ৰচক-পচক, বাহাৰ। বাবুগিৰি।

ভোগবাসনা, ভোগাকাঙ্ক্ষা, ভোগপিপাসা, ভোগতৃষ্ণা, ভোগস্পৃহা, ভোগাভিলাষ, সুখাভিলাষ।

ভোগলালসা; ভোগাসক্তি, ভোগান্বেষণ, ভোগান্বেষিতা।

বিষয়ানুৰাগ, বিষয়াসক্তি, বৈষয়িকতা।

আৰাম, আৰামপ্ৰিয়তা; আৰামভোগ।

সুখ, মহাসুখ, স্বৰ্গসুখ। সুখোপভোগ।

আমোদ-প্ৰমোদ।

বিলাসদ্ৰব্য, বিলাস সামগ্ৰী; ভোগসামগ্ৰী, ভোগদ্ৰব্য, ভোগপণ্য।

বিণ. ভোগ্য, ভোগাৰ্হ, উপভোগ্য। উপভুক্ত।

বিলাসবহুল, বিলাসিতাপূৰ্ণ; আৰাম দায়ক, সুখ দায়ক, সুখপ্ৰদ, সুখকাৰক, সুখদায়ী, সুখজনক, সুখকৰ, সুখদ, সুখাবহ। পৰিভোগী, চৌখিন।

বিণ./বি. ভোগী, ভোক্তা, উপভোক্তা, সম্ভোগী, ভোগাসক্ত, ভোগান্বেষী, বিলাসী, বিলসীয়া, ঢঙা, বিলাসপ্ৰিয়, বিলাস-পৰায়ণ ধুনে-খাইতী।

বৈষয়িক, বিষয়ী, বিষয়াসক্ত, বিষয়ানুৰক্ত।

ভোগাকাঙ্ক্ষী, ভোগাভিলাষী, আৰামপ্ৰিয়, বিলাসপ্ৰিয়।

বাবু, ফুলবাবু, ফটুৰা।

লাহতী, ধুনতী।

### ৭৩৬ অভাৱ

বি. অভাৱ, অনাটন, অভাৱ-অনাটন, আটনি-নাটনি, টোকোনালি, টান, টনাটনি, আটক, নাটনি।

অৰ্থকষ্ট, অৰ্থাভাৱ, ধনাভাৱ, অৰ্থসঙ্কট, অৰ্থসমস্যা। অকুলন, অপৰ্য্যাপ্ততা। দুষ্প্ৰাপ্যতা। অভাৱগ্ৰস্ততা। দুৰৱস্থা।

দাৰিদ্ৰ, দাৰিদ্ৰ্য, দৰিদ্ৰতা, দীনতা, দৈন্য, দৈন্যদশা, আকিঞ্চন, অকিঞ্চনতা। হাঁকাল-বিকাল, টেকেলি-কাতি। নিঃস্বতা।

বিণ. আটকীয়া। অপৰ্য্যাপ্ত। অকিঞ্চন। টকম্বৰি, তকম্বৰি।

বিণ./বি. নিঃস্ব, অকিঞ্চন, আপ্ৰাণী, উঁৰি-আপ্ৰাণী, নিঃসহায়, সম্পদহীন, নিষ্কিঞ্চন, সৰ্বৰ্হাৰা, নিঃসম্বল, যোত্ৰহীন, অবস্থাহীন, সহায়সম্বলহীন। লুঠুং-ঠুঙীয়া, অভাৱগ্ৰস্ত, দুস্থ, নিছলা, নিছলী, দুখীয়া, দুখীয়া-নিছলা, দৰিদ্ৰ, দুখী-দৰিদ্ৰ, ভিকহু, কটঙা, ছালছিগা, ছাল-বাকলি নোহোৱা, ফুটাকড়ি এটাও নোহোৱা, ঠেক-ছিগা, নিধনী, নিৰ্ধনী, নিৰ্ধন, গৰিব, কপৰ্দক-শূন্য, নোম-দৰিদ্ৰ, খুদ মগনীয়া, নোম-নেগুৰ বৰ্জ্জিত, অষ্টম দৰিদ্ৰ, খলতি-ধোৱা, ততবিয়া, কেলপনীয়া। ধনহীন, নিধনী, টোকোনা, টোকনী (স্ত্ৰী), নিতমতমা, নিছলা। হা ভাত হা কাপোৰ, এসাজ খালে এসাজলৈ নটা। হা কানি নিকানি। কাঙাল। এবেহা খোৱা, উচ্ছিষ্টজীৱী। লাও লোৱা, ডালদৰিদ্ৰ, লৰ্বাং-লাখুটি। নাঙ্গং নবঙ্গং।

ক্ৰি. বিণ. অভাৱে, অভাৱত, নহ'লে, নেথাকিলে, নথকাত, অবিহনে। কোনোমতে, টানিটুনি, টানি-মানি, মূৰে মূৰে, লেলাই-থেলাই, লেলাই-খেদাই, আঁজুৰি-পিজুৰি, টনা-আঁজোৰা কৰি, কষ্টে-মষ্টে, টাহি-টুঁহি। এসাজ খাই এসাজ নেখাই, লঘোণে-ভোকে, ভোকে-লাঘোণে।

### ৭৩৭ বাহুল্যহীনতা

বি. বাহুল্যহীনতা বাহুল্যবৰ্জন, আড়ম্বৰ বিহীনতা, আড়ম্বৰহীনতা, বিলাসবিহীনতা।

বিণ. বাহুল্যহীন, বাহুল্যবিহীন, বাহুল্যবৰ্জ্জিত।

অনাড়ম্বৰ, আড়ম্বৰহীন, আড়ম্বৰশূন্য, আড়ম্বৰ বিহীন, চাধাচিধা, সাধা।

বিলাসবিহীন।

কষ্টসাধ্য।

ক্ৰি.বিণ. সান্ত-সমস্তকৈ, নিয়মটো কৰি, নামটো কৰি। বাহুল্যবৰ্জন কৰি। কোনোমতে।

### ৭৩৮ ব্যৱসায়

বি. ব্যৱসায়, বাণিজ্য, বনিজ, বেপাৰ, বেহা, বেহা-বেপাৰ, দোকান, কাৰবাৰ, বেনা,

বেচা-কিনা, ক্ৰয়-বিক্ৰয়, লেনদেন।

খুচুৰা কাৰবাৰ, খুচুৰা ব্যৱসায়। পাইকাৰী ব্যৱসায়; একচেটিয়া কাৰবাৰ/ ব্যৱসায়; এজেঞ্চি।

অন্তৰ্বাণিজ্য, দেশীয় বাণিজ্য, অন্তৰ্দেশীয় বাণিজ্য। বহিৰ্বাণিজ্য, বৈদেশিক বাণিজ্য। নৌ বাণিজ্য।

আমদানি, আমদানি বাণিজ্য। ৰপ্তানি, ৰপ্তানি বাণিজ্য।

বিনিময়, দ্ৰব্যবিনিময়। চালান।

সদাগৰ, সাউদ, বণিক, বনিজাৰ, বাণিজাৰ, বণিজাৰু, বেপাৰী, দোকানী, মহাজন, কাৰবাৰী।

ব্যৱসায় প্ৰতিষ্ঠান, বাণিজ্যালয়, ফাৰ্ম, বিজনেচ হাউচ; কোম্পানী; কৰপোৰেচন। লিমিটেড কোম্পানী। প্ৰাইভেট লিমিটেড কোম্পানী। অংশীদাৰী কাৰবাৰ, যৌথশালি; সমবায়।

ব্যৱসায় কেন্দ্ৰ। হাট, হাটখোলা, বজাৰ, মাৰ্কেট; চুপাৰ মাৰ্কেট, চুপাৰ বজাৰ। দোকান, দোকান-পোহাৰ, মেলা।

গোলা, ডিপো; গুদাম।

ক'লা বজাৰ; চোৰাং বজাৰ, চোৰাং চালান।

বণিক সংঘ; নিগম; গিল্ড।

বিণ. ব্যৱসায়িক, বাণিজ্যিক।

বেপেৰুৱা, বিকৰুৱা, বজৰুৱা। হাটৰুৱা।

পাইকাৰী। খুচুৰা। মহাজনীয়া, সদাগৰী।

ৰপ্তানীকৃত। আমদানীকৃত। চালানি।

যৌথশলীয়া।

বিণ./বি. ব্যৱসায়ী, বণিয়া, শেঠ।

পণ্যজীৱী। দালাল, আৰতদাৰ। মহাজন; পৰিবেশক; এজেণ্ট;

ডিলাৰ; ষ্টকিষ্ট। মজুতদাৰ।
আমদানী কাৰক।
ৰপ্তানী কাৰক।
ক্রি. বিণ. জোঁটাশলীয়াকৈ।

৭৩৯ বিক্ৰী

বি. বিক্ৰী, বিক্রয়, বেচা—, ফেৰি কৰা—।
বহনি। বিকোৱা—।
নিলাম, লিলাম।
বিক্ৰী কেন্দ্ৰ; দোকান, পোহাৰ, দোকান-পোহাৰ, দোকান-পাট, গুমটি, বিপণি, পণ্যাগাৰ; হাট; বজাৰ, হাট-বজাৰ। ষ্টোৰ; ডিপাৰ্টমেণ্ট ষ্টোৰ। ষ্টল। হকাৰ্চ কৰ্ণাৰ। মিনাবজাৰ।
পণ্য, পণ্যদ্ৰব্য, পণ্যসম্ভাৰ, পণ্যসামগ্ৰী, পোহাৰ, বেহানি।
বিণ. বিক্রীতব্য, বিকৰুৱা, বিক্ৰীত।
বিণ./বি. বিক্রেতা।
দোকানী; পোহাৰী; থিয় পোহাৰী; ফেৰিৱালা, সজাই, কজুৱাই, হকাৰ; ভেণ্ডৰ, মহলীয়া। যাউতা।
বেচিব লগা, বেচিবলগীয়া; বিক্ৰীযোগ্য।

৭৪০ ক্রয়

বি. ক্রয়, কিনা—, খৰিদ, কিনাকটা, বজাৰ কৰা—, দোকান কৰা—।
বাকীকৈ, উধাৰ, কালিয়ন, উঠনা, নগদ দাম দি কিনা। কিস্তিত কিনা।
বিণ. কিনিব লগীয়া; ফাও, ভচি। খৰিদা।
বিণ./বি. ক্রেতা, খৰিদ্দাৰ, গ্ৰাহক, কিনোতা।
ক্রি. বিণ. কালিয়নে, বাকীকৈ, উঠনাকৈ, ফাওতে।

৭৪১ দাম

বি. দাম, মূল্য, বেচ, নিৰিখ, দৰ, দৰ-দাম, দৰা-দৰি, দৰ-ভাও, হাৰ, ভাও। ৰজতমূল্য; কাঞ্চনমূল্য।
বজাৰ দাম, বজাৰ দৰ। পাইকাৰি দৰ; খুচুৰা দৰ, খুচুৰা দাম।
বিক্ৰী মূল্য, বেচা দাম।
কিনাদাম, ক্রয়মূল্য, খৰিদমূল্য।
ফি; ভিজিট, দক্ষিণা, বিদায়। সন্মানমূল্য, অনৰেৰিয়াম।
চাঁদা, ছাঁদা, চান্দা, পঁচা, বৰঙণি। প্ৰৱেশ মূল্য; দৰ্শনী।
একদাম। বন্ধাদাম।
কমিচন। দালালি; চেলামি, চালামী, চেলামি, মু-চোৰা, মুখ-চাবনি, প্ৰণামী। আৰত।
দালাল, আৰতদাৰ।
আগধন, অগ্ৰিম, দাদন, বইনা। বয়নামা।
ডিছকাউণ্ট, ৰিবেট।
ভাৰা; ভেৰণ; কেৰেয়া।
খাজনা, ৰাহজ।
টেণ্ডাৰ, কোটেছন; মূল্য তালিকা।
মূল্যায়ন, মূল্য নিৰ্দ্ধাৰণ।
দৰাদৰি, দৰ-ভাও, দাম-দৰ, কেৰজেৰ, খেট-মেট।
কমদাম, সস্তা, সস্তাদৰ। সুলভ মূল্য। পানীৰ দাম। বেছি দাম, আকাশ-লঙঘা দাম, জুই-ছাই দাম, গলা-কটা দাম।
মূল্যবৃদ্ধি, মহাৰ্ঘতা, মৰগ।
বিণ. দামী, মূল্যৱান, মহঙা, মৰগীয়া, মহাৰ্ঘ। লাকটৰ, সোণসেৰীয়া। ভেৰণীয়া, ভেৰোণীয়া, ধনুৱা।
[বিপ.] সস্তা, সস্তীয়া। সুলভ মূল্যৰ। বিনামূলীয়া, অধনুৱা, নিধনুৱা।
ক্রি. বিণ. চৰা দামত, জুই-ছাই দামত।
[বিপ.] সস্তাত, কম দামত, পানীৰ দামত, সস্তা দামত। বিনামূল্যে, বিনামূলে, বিনামোলে, ফাওতে, থাউকীয়াকৈ, থাউকতে।

৭৪২ শুল্ক

বি. শুল্ক, কৰ, কটল, কাটল, কৰ-কাটল, টেক্স, খাজনা।
টল। ডিউটি।
আয়কৰ। প্ৰৱেশ কৰ; অক্ৰয়।
পথশুল্ক, পথকৰ। জলকৰ।
বিক্ৰীকৰ। কাষ্টমচ ডিউটি।
আমদানী শুল্ক। ৰপ্তানী শুল্ক।
পণ্যশুল্ক। উৎপাদন শুল্ক। আবকাৰী শুল্ক।
সম্পদ কৰ, সম্পত্তিকৰ। দানশুল্ক, গিফ্‌ট টেক্স।
পৌৰসভা কৰ, পৌৰ কৰ, মিউনিচিপাল টেক্স।
ফি, লাইচেন্স ফি।
অতিৰিক্ত কৰ, চাৰছাৰ্জ্জ।
শুল্কালয়, শুল্কবিভাগ।
প্ৰত্যক্ষ কৰ। পৰোক্ষ কৰ।
বিণ. বি. কৰদাতা, কৰদানকাৰী। কৰ আদায়কাৰী।
বিণ. কৰযুক্ত। শুল্ক সাপেক্ষ, শুল্ক সমেত।
[বিপ.] কৰমুক্ত, নিষ্কৰ, লাখেৰাজ।

৭৪৩ লাভ

বি. লাভ, ফইদা, টেক্কা, তিফাইত, কিফাইত, মুনফা। প্ৰাপ্ত্যাশা।
লভ্যাংশ। বোনাচ, ডিভিডেণ্ড। দাও।
লাভ-লোকচান।

ধনলাভ, অৰ্থলাভ, ধনাগম, অৰ্থবৃদ্ধি,
ধনৰ মুখ দেখা—, লাভৰ মুখ দেখা—।
বিণ. লাভজনক, অৰ্থপ্ৰদ। ধনদায়ক, অৰ্থদায়ক, ফলদায়ক, ফলপ্ৰসূ।
বিণ./বি. লাভকাৰী।
লাভখোৰ, মুনফাখোৰ। সুত(দ) খোৰ, কুসীদ-জীৱী।

৭৪৪ ক্ষতি

বি. ক্ষতি, হানি, পৰালি, অনিষ্ট, নাঠ, ক্ষয়, ক্ষয়ক্ষতি, বৰ্ব্বাদ, বৰ্বাদ, বৰবাদ। হৰণ-ভগন। দইন, দইন পৰা—, লোকচান, হৰকত, অলাভ। ক্ষতিপূৰণ, খেচাৰত, খেছাৰত।
ক্ষতিসাধন, তয়নাচ, অপকাৰ, অনিষ্ট।
লোকচান, ভৰণি, অখালদাঁৰ ভৰণি, অৰ্থহানি, অৰ্থনাশ, ধনক্ষয়, ধননাশ।
অপচয়। বিপৰ্য্যয়।
ঠগ খোৱা—।
জৰিমনা, দণ্ড, অৰ্থদণ্ড। লোকচা(ছা)নি।
লাভৰ ঘৰত শূন্য হোৱা—। জয়পাতে ক্ষয় হোৱা—।
বিণ. ক্ষতিকাৰক, হানিকাৰক, অনিষ্টকাৰক, অনিষ্টজনক।
অহিতকৰ।
অলাভজনক। মূলনাঠি। আধামূলী।
বিণ./বি. ক্ষতিগ্ৰস্ত। নাঠৰি।
ক্ৰি. বিণ. আধামূলীকৈ, লোকচান ভৰি।

৭৪৫ হিচাপ

বি. হিচাপ, হিছাপ, হিচাব।
হিচাপ-নিকাছ।
হিচাপ পৰীক্ষা; অডিট।
হিচাপ দিয়া—, হিচাপ মিলোৱা—।
জমা-খৰচ; আয়-ব্যয়; দেনা-পাওনা।
লাভ-লোকচান, লাভক্ষতি, লাভালাভ।
হিচাপ-বহী, হিচাপ-পত্ৰ। কেচবহী; লেজাৰ। ভাউচাৰ।
বেলেন্স শ্বিট; আয়-ব্যয়ৰ হিচাপ।
বিণ. হিচাপী। বেহিচাপী।
বিণ./বি. হিচাপ ৰক্ষক, একাউণ্টটেণ্ট।
হিচাপ পৰীক্ষক, অডিটৰ। চাৰ্টাৰ্ড একাউণ্টেণ্ট।
ক্ৰি.বিণ. হিচাপমতে; হিচাপত।

৭৪৬ দলিল

বি. দলিল, নথি, নথিপত্ৰ, খত, দস্তাবেজ, কাগজ পত্ৰ; পটা; ডিড।
প্ৰমাণ পত্ৰ, ডকুমেণ্ট। চাৰ্টিফিকেট।
শপতনামা, হলফনামা, এফিডেবিট।
ৰেকৰ্ড, ফাইল।
তালিকা, ফৰ্দ, লিষ্ট, লিষ্টি। তপচিল।
তালিকাভুক্তি।
ৰেজেষ্ট্ৰি, নথিভুক্তি, নথিভুক্তিকৰণ।
বিবৰণ, ৰিপোৰ্ট।
নকল, কপি; প্ৰত্যয়িত নকল, এটেষ্টেড কপি।
চীল, মোহৰ, চীলমোহৰ। ষ্টাম্প, ৰবৰ ষ্টাম্প।
মহাফেজখানা, ৰেকৰ্ডৰুম, আৰ্কাইভছ। মহাফেজ।
বিণ. দলিলভুক্ত, নথিভুক্ত, নথিনিবদ্ধ।
তপচিলি, তালিকাভুক্ত।
ৰেজিষ্ট্ৰিকৃত।
বিণ./বি. নথিৰক্ষক। মহাফেজ।
ৰেজিষ্টাৰ, নিবন্ধক।
নথি প্ৰাপক।
স্বাক্ষৰকাৰী, স্বাক্ষৰদানকাৰী।

৭৪৭ শ্ৰীবৃদ্ধি

বি. শ্ৰীবৃদ্ধি, বৃদ্ধি, সমৃদ্ধি, উন্নতি। বাঢ়ন। ক্ৰমোন্নতি, ক্ৰমোৎকৰ্ষ। উত্তৰণ।
লহপহ, লহলহ।
বিকাশ; ক্ৰমবিকাশ, বিবৰ্দ্ধন। উত্থান।
উন্নতিসাধন।
বাঢ়োঁতা; বাঢ়ঁতী (স্ত্ৰী)।
পেম ধৰা—।
বিণ. শ্ৰীবৃদ্ধিপ্ৰাপ্ত, সমৃদ্ধ, ক্ৰমোন্নত। বিকশিত,
বাঢ়ি অহা—। লহপহীয়া, লহলহীয়া, লহনা-লহন।
[বিপ.] শ্ৰীভ্ৰষ্ট, শ্ৰীহীন।
বিণ./বি. শ্ৰীবৃদ্ধিকাৰী, শ্ৰীবৰ্দ্ধক।
ক্ৰি.বিণ. লহপহকৈ, দলহ-দপহকৈ, লহলহ কৰে, লহপহ কৰে, লহনা-লহন কৰে।

৭৪৮ অৱনয়ন

বি. অৱনয়ন; অৱনতি, পতন।
অধোগতি, অধোনতি, অধোগমন, অধঃপতন, অধঃপাত, জয়পাতে ক্ষয়, নিপতন।
হতশ্ৰী হোৱা—। ৰসাতলে যোৱা—। অধঃপাতে যোৱা—।
অনগ্ৰসৰতা, পিচ পৰি যোৱা—।
অৱক্ষয়, ক্ষয়িষ্ণুতা।
বিণ. অনুন্নত, পশ্চাদবৰ্ত্তী, পশ্চাদগত, অৱনত, অৱনমিত।
সমৃদ্ধিহীন, শ্ৰীহীন। হতশ্ৰী।
অধঃপতিত।

**৭৪৯ বিনিয়োগ**

**বি.** বিনিয়োগ, টকা খটোৱা—, ধনবিনিয়োগ, অৰ্থবিনিয়োগ।
নিয়োজন, ইনভেষ্টমেণ্ট।
বন্ধক।
শ্বেয়াৰ, শ্বেয়াৰ মাৰ্কেট।
মূলধন, আচল।

**বিণ.** বিনিযোজিত।
বন্ধকী।

**বিণ./বি.** বিনিয়োগকাৰী, অৰ্থবিনিয়োগকাৰী, নিয়োজনকাৰী।

**৭৫০ ভাৰা**

**বি.** ভাৰা, ভেৰোণ।
ঠিকা, লিজ।
ঠিকাদাৰী।
ভাৰাঘৰ।

**বিণ./বি.** ভাৰাতীয়া, ভাৰাঘৰীয়া।
ভেৰোণীয়া।
খাতোৱাল, বহতীয়া, বহতা।

**৭৫১ জমিদাৰি**

**বি.** জমিদাৰি, জোতদাৰি; জায়গিৰ; জায়গিৰদাৰি।
মহল। তালুক। মৌজা।
মহলদাৰ। তালুকদাৰ। মৌজাদাৰ।
ব্ৰহ্মোত্তৰ মাটি; দেৱোত্তৰ মাটি, ভোগধনী মাটি; ম্যাদীমাটি; একচ(ছ)নীয়া মাটি; নিষ্পিখেৰাজ মাটি; নিষ্কৰ মাটি। জলাহ মাটি, ফৰিঙতি মাটি। টিঙনা মাটি, বৰি, বৰিমাটি, বৰিয়নি; বাসমাটি। দ মাটি। বাকৰি।

**বিণ./বি.** জমিদাৰ, ভূ-স্বামী; সামন্ত।
ডিহিদাৰ।
ঘৰৰ মালিক। লেণ্ডলৰ্ড।
সামন্তৰজা।

**বিণ.** সামন্ততান্ত্ৰিক।

**৭৫২ প্ৰজা**

**বি.** প্ৰজা, লোকজন, মানুহ-দুনুহ, ৰাইজ, জন-সাধাৰণ, লোক-সাধাৰণ। ৰায়ত। প্ৰজাস্বত্ব।
প্ৰজাহিত, প্ৰজাকল্যাণ, প্ৰজাৰঞ্জন; প্ৰজাপালন।
প্ৰজাপীড়ন।

**বিণ./বি.** প্ৰজাৰঞ্জক, প্ৰজাপালক।
প্ৰজাপীড়ক, প্ৰজাপীড়নকাৰী।

৭৫৩ খেলা

বি. খেলা, খেলাধূলা, খেল, খেল-ধেমালি, ৰং-ধেমালি, ৰং-ৰূপ, ধেমালি-ধুমুলা, কুঁদনি। ক্রীড়া, ধেমালি। খেলমাটি, ফিল্ড, খেলপথাৰ, ক্রীড়া-ভূমি, ক্রীড়াক্ষেত্র, ক্রীড়াঙ্গন, ৰঙ্গভূমি, ষ্টেডিয়াম। ব্যায়ামাগাৰ।

কোৰ্ট। ট্ৰেক। টাৰ্ফ।

দল, টিম, পালা, জোৰা। খেলুৱৈ সুলভ মনোভাব, টিম স্পিৰিট।

খেলনা, পুতলা, খেলাৰ সামগ্ৰী, ক্ৰীড়নক, ক্ৰীড়া সামগ্ৰী।

খেলৰ পোচাক, জাৰ্চি। ইউনিফৰ্ম্ম। ট্ৰেকচুট; বুট। ৰেকেট, বেট।

শ্বাট্‌ল কক। নে'ট।

ক্ৰীড়া-বিজ্ঞান।

বিণ./বি. খেলুৱৈ, খেলুৱাই। খেলোৱাৰী, খেলুৱাৰী, খেলোৱাৰ। স্পোৰ্টচমেন, এথলেট। ব্যায়ামবীৰ।

ক্ৰীড়াবিদ, ক্ৰীড়ামোদী।

খেলুৱৈ সুলভ।

ক্ৰি. বিণ. ধেমালি ছলেৰে, ধেমালিতে, ধেমালি কৰি।

৭৫৪ ক্ৰীড়া বৈভিন্ন্য

বি. ইনডোৰ গেমছ, অন্তৰ্গৃহ ক্ৰীড়া। আউটডোৰ গেমছ, খেলপথাৰৰ খেলা। ট্ৰেক এণ্ড ফিল্ড গেমছ। এথেলেটিক্‌ছ।

৭৫৪.১ কপাটি, কাবাডি, গুদুগুদু।

হৈ খেদা, হৈ খেলা। হাদুম।

হৈ গুদু নুগুদু।

৭৫৪.২ চোৰ-পুলিচ, চোৰ চোৰ। লুকা-ভাকু, লুকা-লুকি, লুকা-ভুমুকা। ইৰিকটি মিৰিকটি।

৭৫৪.৩ খো- খো।

৭৫৪.৪ মাৰ্ব্বল খেলা, গুটি খেলা।

৭৫৪.৫ লাটুম খেলা, লাটিম খেলা।

৭৫৪.৬ লুডো খেলা, সাপ-লুডু খেলা।

৭৫৪.৭ কড়ি খেলা। গোলোক ধাম খেলা।

৭৫৪.৮ কেৰম, কেৰমবৰ্ড; গুটি; ষ্ট্ৰাইকাৰ।

৭৫৪.৯ বেডমিণ্টন; ৰেকেট; শ্বাট্‌ল কক; নে'ট;

বেডমিণ্টন কোৰ্ট।

৭৫৪.১০ টেব্‌ল টেনিছ, পিংপং; টেব্‌ল; নে'ট; ৰেকেট; গেম।

৭৫৪.১১ টেনিছ, লন টেনিছ; টেনিছ কোৰ্ট; টেনিছ বল, ৰেকেট; হাৰ্ড কোৰ্ট; গেম; চেট, চাৰ্ভিচ।

৭৫৪.১২ বিলিয়াৰ্ড; সুকাৰ। বিলিয়াৰ্ড টেবুল।

৭৫৪.১৩ তাচ। তাচপাত। চিড়িতন, হৰতন; ৰুইতন, ইস্কাপন।

গোলাম; বিবি; চাহাব।

ব্ৰিজ, অকছন ব্ৰিজ; কনট্ৰেক্ট ব্ৰিজ।

ৰামি। টুৱেন্টি নাইন। ফ্লাচ, তিনপতীয়া।

৭৫৪.১৪ দবা, শতৰঞ্জ, চে'চ। ছক, দবাৰ ছক।

দবাৰ বোৰ্ড।

৭৫৪.১৫ চেকাৰ, চাইনিজ চেকাৰ।

৭৫৪.১৬ ঘোঁৰা চলোৱা; ৰাইডিং। পোলো।

৭৫৪.১৭ বন্দুক চলোৱা, শ্বুটিং, ৰাইফল শ্বুটিং।

টাৰগেট, লক্ষ্য, নিশানা। ফ্ৰি পিস্তল শ্বুটিং।

৭৫৪ ১৮ তীৰ খেল; আৰ্চাৰি, কাঁড়খেল। তীৰন্দাজ। তীৰ, ধনু।

৭৫৪.১৯ যাঠি খেল, জেভেলিন থ্ৰো।

৭৫৪.২০ হাতুৰী দলিওৱা, হেমাৰ থ্ৰো।

৭৫৪ ২১ ডিছকাছ থ্ৰো।

৭৫৪.২২ শ্বটপুট।

৭৫৪.২৩ দৌৰা, লৰা। ৰিলে ৰে'চ; মাৰাথন ৰে'চ,

ফ্লেট ৰে'চ।

হাৰ্ডল ৰে'চ।

ষ্টিপল চেজ। তিনিঠেঙ্গীয়া দৌৰ।

চামুচ দৌৰ। অন্ধ দৌড়, সাম ৰে'চ।

দৌৰবীৰ; ৰানাৰ, স্প্ৰিণ্টাৰ।

৭৫৪.২৪ ডেকাথেলন, পেণ্টাথেলন।

৭৫৪.২৫ ৱাকিং ৰেস।

৭৫৪.২৬ জপিওৱা, হাইজাম্প, লংজাম্প, ব্ৰড জাম্প। পোলভল্ট।

ট্ৰিপল জাম্প, হপ-ষ্টেপ—এণ্ড জাম্প।

৭৫৪.২৭ মুষ্টিযুদ্ধ, বক্সিং।

মুষ্টিযোদ্ধা, বক্সাৰ।

৭৫৪.২৮ কুস্তি, মালযুঁজ, মল্লযুদ্ধ। মাল; মল্লবীৰ।

৭৫৪.২৯ অসিচালনা, তৰোৱাল খেল; ফেন্সিং।

৭৫৪.৩০ নাও খেল। ৰোয়িং।

৭৫৪.৩১ ভাৰোত্তলন, ওৱেট লিফ্‌টিং।

৭৫৪.৩২ সাঁতোৰা, সন্তৰণ; ছুইমিং।

৭৫৪.৩৩ ডুব মৰা, বুৰ মৰা।
৭৫৪.৩৪ ওবাটাৰ পোলো।
৭৫৪.৩৫ চাইকেল চলোৱা, চাইকেল ৰে'চ।
৭৫৪.৩৬ জিমনাষ্টিক্‌চ; এক্ৰবাটিক্‌চ। ফ্লোৰ এক্সাৰচাইজ। হৰাইজন্টাল বাৰ; পেৰেলাল বাৰ, ৰ'প ক্লাইম্বিং। ট্ৰেপিজ।
৭৫৪.৩৭ জুডো; কেৰাটে। মাৰ্শ্বিয়েল আৰ্ট।
যুযুৎসু। কুংফু।
৭৫৪.৩৮ শীতকালীন খেলা-ধূলা। স্কিইং, স্কি জাম্পিং।
ওবাটাৰ স্কিইং।
৭৫৪.৩৯ স্কেটিং; আইচ স্কেটিং; ৰোলাৰ স্কেটিং।
৭৫৪.৪০ ফুটবল, চকাৰ, বল। গোল; গোলপষ্ট; জাল। গোলকিপাৰ, গোলৰক্ষক। বেক; ষ্টপাৰ; ষ্টপাৰ বেক; হাফবেক। লেফ্‌ট আউট; লেফ্‌ট ইন। ফৰোৱাৰ্ড, চেণ্টাৰ ফৰোৱাৰ্ড। পেনালটি বক্স। পেনাল্টি, ফাউল। হেণ্ডবল, অফ চাইড। কৰ্ণাৰ, ফ্রেগকিক। ৰেফাৰি।
৭৫৪.৪১ হকি; হকিষ্টিক। বল। গোল। পেনাল্টি কৰ্ণাৰ, চৰ্ট কৰ্ণাৰ। পেনাল্টি ষ্ট্ৰোক। আম্পায়াৰ।
৭৫৪.৪২ হেণ্ডবল।
৭৫৪.৪৩ গল্‌ফ। গল্‌ফ কোৰ্চ।
৭৫৪.৪৪ বাস্কেট বল।
৭৫৪.৪৫ ভলিবল, ভলি; ভলিবল কো[illegible]।
৭৫৪.৪৬ (অন্যান্য) ৰাগবি। বে' ছবল।
৭৫৪.৪৭ ক্ৰিকেট। বেট। বল। ষ্টাম্প; মিড্‌ল ষ্টাম্প; লেগ ষ্টাম্প; অফ ষ্টাম্প; উইকেট, পিচ। পেড, গ্ল'ভছ। বেটিং, বেট্‌ছমেন, ৰাণ। বাউণ্ডাৰি, চাৰ, ওভাৰ বাউণ্ডেৰি, ছয়। বোলিং, বল কৰা। ফাষ্ট বোলিং, পেচ; পেচাৰ; মিডিয়াম পেচাৰ। স্পিন বোলিং; লেগ স্পিন; লেগ ব্ৰেক। ন' বল, ওয়াইড বল। উইকেট কিপাৰ। লেগ বিফ'ৰ উইকেট। চেঞ্চুৰি, শতৰাণ। ইনিংজ। স্ক'ৰ, স্ক'ৰবোৰ্ড। এদিনীয়া খেলা। লিমিটেড অ'ভাৰ।
৭৫৪.৪৮ ঘোঁৰাদৌৰ; ৰে'চ। ৰে'চ কৰ্চ। জেকপট। জকি।
৭৫৪.৪৯ জুৱা। জুৱাখেল। দ্যূত, দ্যূতক্ৰীড়া; পাশা। বাজি খেলা, পণখেলা।
জুৱাৰী, পাশাল।

৭৫৫ ক্ৰীড়া প্ৰতিযোগিতা

বি. প্ৰতিযোগিতা, প্ৰতিদ্বন্দ্বিতা।
ক্ৰীড়া প্ৰতিযোগিতা, স্পোৰ্টছ মিট।
টুৰ্ণামেণ্ট, চেম্পিয়নশ্বিপ। মেচ, টেষ্টমেচ।
অলিম্পিক, অলিম্পিয়াড, অলিম্পিক গেম্‌চ।
অলিম্পিক শিখা। অলিম্পিয়ান।
এশিয়ান গেম্‌চ। এচিয়াড।
বিশ্বকাপ, ওবৰ্ল্ডকাপ।
ৰাজ্যিক প্ৰতিযোগিতা; ৰাষ্ট্ৰীয় প্ৰতিযোগিতা; জাতীয় প্ৰতিযোগিতা।
ট্ৰফি; কাপ; শ্বিল্ড; মেডেল; পদক; সোণৰ পদক; ৰূপৰ পদক।
লিগ।
টাইব্ৰেকাৰ।
খেলাৰ সময়, নিৰ্দ্ধাৰিত সময়। হাফ টাইম, বিৰতি।
ৰেফাৰি। আম্পয়াৰ। জাজ। জুৰি।
লাইনছ মেন। টাইম কিপাৰ, সময় ৰক্ষক।
বিণ. প্ৰতিযোগিতামূলক, প্ৰতিদ্বন্দ্বিতামূলক।
বিণ./বি. প্ৰতিযোগী, প্ৰতিদ্বন্দ্বী; প্ৰতিপক্ষ।
অব্য. বনাম।
বিজয়ী, বিজেতা। ৰানাৰ্চ আপ।
চেম্পিয়ন। বিশ্বচেম্পিয়ন।
বিশ্ববিজেতা। অলিম্পিক চেম্পিয়ন।

৭৫৬ চিকাৰ

বি. চিকাৰ, মৃগয়া; পশুহত্যা, পশুবধ, পশুহনন।
খেদা চিকাৰ; মেলাচিকাৰ।
চোৰাং চিকাৰ।
বিণ./বি. চিকাৰী। চোৰাংচিকাৰী।

# বৰ্ণানুক্ৰমিক সূচী

শব্দ একোটাৰ বিপৰীতে থকা সংখ্যাটোৱে (বা সংখ্যাবোৰে) শব্দটো থকা অনুচ্ছেদটো (বা অনুচ্ছেদবোৰ) সূচিত কৰিছে।

শব্দ এটা অনুচ্ছেদ এটাৰ শীৰ্ষ শব্দ হ'লে তাক ডাঙৰ আখৰেৰে চিহ্নিত কৰা হৈছে, যেনে— **অকপটতা ৫৪৭**

শব্দ এটা ঘাইকৈ যিটো অনুচ্ছেদৰ অন্তৰ্গত তাক বুজাবলৈকো মোটা সংখ্যা ব্যৱহাৰ কৰা হৈছে। যেনে— পৰিচিতি **৬০১**, ৩৯৭।

অ

**ঈ**

## ঊ

ঐ

**খ**

## গ

সমাৰ্থশব্দকোষ— 24

ফ

## ৰ

**ৰ**



**শ**

স

